**Asomar Uttaranar Itihash:**
**Manik Chandra Barua Aru Byabasthapak Sabha**

A Socio-Economic and political account of Assam, including the role of Great Manik Chandra Barua and others in the Legislative Council upto 1918, written by Nilamani Sen Deka and published by Surendra Chandra Baishya on behalf of Journal Emporium, Nalbari, Assam.

2nd edition 1st March, 2010. Price · Rs 500.00 only

**অসমৰ উত্তৰণৰ ইতিহাস ঃ**
**মাণিক চন্দ্ৰ বৰুৱা আৰু ব্যৱস্থাপক সভা**

প্ৰকাশক ঃ সুৰেন্দ্ৰ চন্দ্ৰ বৈশ্য
জাৰ্ণাল এম্প'ৰিয়াম
পি এন চি পথ, নলবাৰী ৭৮১৩৩৫
পাণবজাৰ, গুৱাহাটী ৭৮১০০১

প্ৰথম প্ৰকাশ ঃ ২৯ ডিচেম্বৰ, ২০০৯ খ্ৰীষ্টাব্দ
দ্বিতীয় প্ৰকাশ ঃ ১ মাৰ্চ, ২০১০ খ্ৰীষ্টাব্দ

প্ৰচ্ছদ ঃ ৰেইন চফ্‌ট, বাজগড়

মূল্য ঃ ৫০০.০০ টকা মাত্ৰ

ছপা ঃ অৰিন্দম অফচেট এণ্ড ইমেইজিং ছিষ্টেমছ
বাজগড়, গুৱাহাটী ৩

# উছৰ্গা

আমাৰ চিৰশ্ৰদ্ধেয় অসমৰ জনপ্ৰিয় নেতা
মুখ্য মন্ত্ৰী তৰুণ গগৈদেৱৰ নামত এই গ্ৰন্থখনি
উছৰ্গা কৰিলো।

# অৱতাৰণিকা

১৮২৬ চনৰ পৰা ১৮৭৯ চনৰ এই সময়ছোৱাৰে এ জে মফট মিল, জন মেককোছ, উইলিয়াম ৰবিনছন, ডব্লিউ ডব্লিউ হাণ্টাৰ, ফ্ৰেন্সিছ বুকানন, ডঃ ওৱেডছ আদি ইংৰাজ বিষয়াসকলে অসমৰ তদানীন্তন আৰ্থ-সামাজিক অৱস্থা, শৈক্ষিক পৰিবেশ, জনস্বাস্থ্য ইত্যাদি দিশত কিছু কথা আলোচনা কৰাৰ উপৰি প্ৰদেশখনৰ সামাজিক পৰিবৰ্তনসমূহৰ বিষয়েও তুলনামূলক বিশ্লেষণ আগবঢ়াইছিল। উনবিংশ শতিকাৰ শেষছোৱা সময় তথা বিংশ শতিকাৰ প্ৰথম দুটা দশক আছিল অসমৰ সাহিত্য-সংস্কৃতি, শিক্ষা, অৰ্থনীতি ইত্যাদি ক্ষেত্ৰৰ বাবে এক 'পৰিবৰ্তন'ৰ যুগ। আনন্দৰাম-হেমচন্দ্ৰ-গুণাভিৰামৰ পৌৰোহিত্যত অসমীয়া জাতিৰ নৱজাগৰণ, পঢ়াশালি আৰু আদালতৰ পৰা নিৰ্বাসিত অসমীয়া ভাষাৰ পুনপ্ৰতিষ্ঠা, কলিকতা প্ৰবাসী ছাত্ৰসকলৰ দ্বাৰা ১৮৮৮ চনত অসমীয়া ভাষা উন্নতি সাধিনী সভা গঠন, ১৮৮৯ চনত জোনাকীকেন্দ্ৰিক সাহিত্য আন্দোলন, বগা চাহাবৰ যত্নত ১৯০০ চনৰ আগষ্ট মাহত অসমীয়া ভাষাৰ প্ৰথমখন অভিধান 'হেমকোষ'ৰ প্ৰকাশ, জাতিৰ সপোনৰ উচ্চশিক্ষাৰ প্ৰতিষ্ঠান কটন কলেজ প্ৰতিষ্ঠা হৈছিল এইছোৱা সময়তে। অসমীয়া সমাজৰ এই পৰিবৰ্তন যজ্ঞত প্ৰধান ভূমিকা গ্ৰহণ কৰিছিল তেতিয়াৰ ছাত্ৰ সমাজে। কলিকতাত গঠন হোৱা এ এছ এল ক্লাবৰ আৰ্হিত গুৱাহাটীতো ১৯০৩ চনত গঠন কৰা হৈছিল এ এছ এল ক্লাবৰ। ইয়াৰ পিছতে অসমৰ জাতীয় জীৱনৰ সাৰ্বিক বিকাশৰ উদ্দেশ্যে, অৰ্থাৎ ১৯০৫ চনত 'জাতিৰ মাণিক' মাণিক চন্দ্ৰ বৰুৱাৰ আশাশুধীয়া প্ৰচেষ্টাত অপেক্ষাকৃতভাৱে বহল পৰিসৰত গঠন হৈছিল আসাম এছোছিয়েনৰ। আমাৰ আলোচ্য সময়ছোৱাতে গঠন হৈছিল যোৰহাট সাৰ্বজনিক সভা আৰু ৰায়ত সভাৰো। জাতি নিৰ্মাণ প্ৰক্ৰিয়াক ত্বৰান্বিত কৰাৰ উদ্দেশ্যে সৰ্বস্ব ত্যাগৰ বাবে সাজু থকা মাণিক চন্দ্ৰই আসাম এছোছিয়েনৰ সভাপতিৰ দায়িত্ব স্বদেশ হিতৈষী জমিদাৰ ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱাক অৰ্পণ কৰাৰ বিপৰীতে সহকাৰী সম্পাদকৰ দায়িত্ব দিছিল ছাত্ৰ-জীৱনৰ বন্ধু তথা উজনি অসমৰ প্ৰথমজন গ্ৰেজুৱেট 'বি এ জগন্নাথ'ৰ ওপৰত। অৱশ্যে ই সত্য যে মাণিক-জগন্নাথে ছাত্ৰ অৱস্থাতে অসম প্ৰেমৰ চানেকী দাঙি ধৰিছিল। ১৮৭৪ চনত কলিকতাৰ প্ৰেছিডেন্সি কলেজৰ ছাত্ৰ হৈ থাকোঁতেই দুয়ো লগ লাগি অসমলৈ নতুনকৈ অহা গৱৰ্ণৰ জেনেৰেল নৰ্থব্ৰুক চাহাবৰ হাতত প্ৰদেশখনৰ প্ৰাকৃতিক সম্পদৰ ব্যৱহাৰ, ৰে'ললাইন স্থাপন আদি বিষয় সম্বলিত স্মাৰকপত্ৰ প্ৰদান কৰি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। ইয়াৰ বাবে কম বয়সীয়া ছাত্ৰ দুজন সমালোচিত হৈছিল 'ইণ্ডিয়ান মিৰৰ', 'অমৃত বাজাৰ পত্ৰিকা' প্ৰভৃতি কলিকতীয়া কাকতৰ দ্বাৰা। পিছে অসমীয়া জাতিয়ে এইজন মাণিক চন্দ্ৰৰ প্ৰকৃত মূল্যায়ন আজি অত বছৰে কৰিছে জানো? কুৰি শতিকাৰ সত্তৰৰ দশকত, অৰ্থাৎ মাণিক চন্দ্ৰৰ মৃত্যুৰ প্ৰায় ষাঠি বছৰ পিছত প্ৰাচ্যতত্ত্ববিদ পণ্ডিত প্ৰয়াত ডঃ প্ৰফুল্ল দত্ত গোস্বামীয়ে 'মাণিক চন্দ্ৰ বৰুৱা' আৰু 'মাণিক চন্দ্ৰ বৰুৱা আৰু তেওঁৰ যুগ' নামৰ দুখন গ্ৰন্থ প্ৰণয়ন কৰিছিল যদিও ব্ৰিটিছশাসিত প্ৰদেশখনৰ উন্নতিৰ নিমিত্তে তেওঁ কি কি কৰিছিল, সেই বিষয়ে বিস্তৃত গৱেষণা কৰিবলৈ কাৰো আহৰি নহ'ল। প্ৰসংগক্ৰমে মনলৈ আহে কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাৰ নামো। কুৰি শতিকাৰ প্ৰথমটো দশকৰ পৰা প্ৰায় কুৰি বছৰ কাল জাতিৰ ভেটি গঢ়াৰ উদ্দেশ্যে কি কৰা নাছিল চন্দ্ৰনাথে? আসাম ছাত্ৰ সন্মিলন, অসম সাহিত্য সভা, জাতীয় কংগ্ৰেছৰ ভেটি স্থাপন, মহাত্মাৰ আহ্বানত আৰম্ভ হোৱা ১৯২১ চনৰ অসহযোগ

আন্দোলন, ৰাজ্যখনত আধুনিক শিক্ষাৰ সম্প্ৰসাৰণ— কত গুৰুভাৰ গ্ৰহণ কৰা নাছিল তেওঁ? ৰাজ্যখনৰ পাণ্ডুৰবৰ্জিত অঞ্চলসমূহক আধুনিক জীৱনযাত্ৰাৰ সংবাদ দিয়াৰ বাবে টলৌ টলৌকৈ ভ্ৰমি ফুৰি অকালতে মৃত্যুবৰণ কৰা এইজনা সৰ্বত্যাগী পুৰুষে আমাৰ উত্তৰসূৰী সমাজৰ পৰা প্ৰাপ্য স্বীকৃতি পালেনে? আনহাতে অসমীয়া ভাষা-সাহিত্যৰ কাণ্ডাৰী বুলি কোৱাসকলে শ্ৰেষ্ঠ অসমীয়াৰ তালিকা প্ৰস্তুত কৰিবলৈ গৈ তেওঁলোকৰ নাম ঘুণাক্ষৰেও যেতিয়া মনলৈ নানে, তেতিয়া কমলাকান্তৰ ভাষাত জাতিটোক 'ধিক অসমীয়া' বুলি ক'বলৈ মন নাযায়নে? অসমৰ ভাষা, সাহিত্য, সংস্কৃতিৰ ইতিহাস, ইয়াৰ খলা-বমা পথ-পৰিক্ৰমাৰ বিষয়ে আমাৰ পণ্ডিত সমাজে বিস্তৰ আলোচনা কৰিছে। ডঃ হেৰম্বকান্ত বৰপূজাৰী, কেশৱ নাৰায়ণ দত্ত, ডঃ অমলেন্দু গুহ, ডঃ অনিল ৰায়চৌধুৰী, প্ৰসেনজিৎ চৌধুৰী আদিয়ে উনবিংশ শতিকাৰ অসম আৰু অসমীয়া সমাজ সম্পৰ্কে গৱেষণা কৰি ইতিহাসৰ বহু অনুদঘাটিত দিশ পোহৰলৈ আনিছে যদিও মাণিক চন্দ্ৰৰ অৱদানকে আদি কৰি কেইটিমান দিশ যে আজিও তুলনামূলকভাৱে উপেক্ষিত হৈ আছে, সেই কথা আমি মৰ্মে মৰ্মে অনুভৱ কৰোঁ। ইয়াৰ বিপৰীতে মনত ভাব হয় উচ্চশিক্ষাৰ বিস্তাৰৰ অৰ্থে কটন কলেজ প্ৰতিষ্ঠাৰ দাবীত মাণিক চন্দ্ৰ যদি অটল নহ'লহেঁতেন অথবা জাতিৰ প্ৰতিনিধি হিচাপে যদি তেওঁ ব্যৱস্থাপক সভা নাপালেগৈহেঁতেন, অসমীয়া জাতিৰ দশা হয়তো আজিৰ ত্ৰিপুৰীসকলৰ দৰেই হ'লহেঁতেন! কোনো সন্দেহ নাই যে কলিকতাৰ দীৰ্ঘদিনীয়া অভিজ্ঞতা, প্ৰেছিডেন্সি কলেজৰ প্ৰভাৱ, ব্ৰিটিছ বিষয়াসকলৰ সৈতে গঢ়ি উঠা অন্তৰংগতা, অন্ধবিশ্বাসৰ বিৰুদ্ধে আজীৱন যুঁজি যোৱা হেমচন্দ্ৰৰ সান্নিধ্য ইত্যাদিয়ে মাণিক চন্দ্ৰ বৰুৱাৰ জীৱনকো প্ৰভাৱিত কৰিছিল। কথাই-কামে, পোছাকে-পৰিচ্ছদে তেওঁ বগা চাহাবৰ আচাৰ-আচৰণ প্ৰদৰ্শন কৰা কথাও সত্য। কিন্তু তেওঁৰ সত্তা সদাজাগ্ৰত আছিল অসম আৰু অসমীয়াৰ বাবে। বহুতে সৰলীকৰণ কৰি এইজনা মনীষাক 'ব্ৰিটিছ ভক্ত' বুলি অভিহিত কৰিব খোজে। এয়া যে ইতিহাসৰ অৱমূল্যায়ন সেই কথা বহলাই কোৱাৰ সকাম নাই। মাণিক চন্দ্ৰৰ অৱদানক কিছু বহল পৰিসৰত অধ্যয়ন কৰাটো এক জাতীয় দায়িত্ব বুলিয়েই আমি গ্ৰহণ কৰিছো। তদুপৰি উল্লিখিত সময়ছোৱাৰ আন কিছুমান গুৰুত্বপূৰ্ণ বিষয়েও মনত দোলা দি থাকে বাবে যোৱা কিছুদিন ধৰি আমি সেই সময়ৰ ইতিহাস সাধ্যানুসৰি অধ্যয়নৰ চেষ্টা কৰি আছোঁ। উনবিংশ শতিকা আৰু কুৰি শতিকাৰ এইছোৱা ইতিহাস অধ্যয়ন কৰোঁতে কিছুমান উচাপ খাই উঠিব লগীয়া তথ্যও পোৱা গৈছে। সেইবোৰৰ একাংশ ইতিমধ্যে নিবন্ধ আকাৰে সংবাদ মাধ্যমত প্ৰকাশো কৰা হৈছে। আসাম এছোচিয়েচনৰ উপৰ্যুপৰি আৱেদন আৰু ব্ৰিটিছ চৰকাৰৰ পৰিৱৰ্তিত দৃষ্টিভংগীৰ ফলত ১৯০৯ চনত প্ৰথমবাৰৰ বাবে অসমীয়া জাতিৰ প্ৰতিনিধি হিচাপে মাণিক চন্দ্ৰ বৰুৱাই পূৰ্ববংগ অসম ব্যৱস্থাপক সভাত স্থান লাভ কৰিছিল। এইখিনিতে ব্ৰিটিছ চৰকাৰৰ শাসন প্ৰণালীৰ পৰিৱৰ্তন সম্পৰ্কীয় কেইটিমান কথা উনুকিওৱা উচিত হ'ব। এইবোৰ কথা অৱশ্যে বহুতে জানে। একালত আমাৰ পাঠ্যপুথিতো ব্ৰিটিছ শাসনৰ এনে বিষয়সমূহ অন্তৰ্ভুক্ত কৰা হৈছিল। পিছে এতিয়া যুগোপযোগী পাঠ্যক্ৰম প্ৰৱৰ্তন কৰিবলৈ যাওঁতে সেইসমূহ আঁতৰোৱা হ'ল। আমি নতুন প্ৰজন্মৰ সুবিধাৰ্থে এইখিনি কথা পুনৰ উল্লেখ কৰিলোঁ।

ভাৰতত ইষ্ট ইণ্ডিয়া কোম্পানীৰ অচিলা লৈ আৰম্ভ হোৱা ব্ৰিটিছৰ ঔপনিৱেশিক শাসকসকলৰ বাবে তীব্ৰ প্ৰত্যাহ্বানস্বৰূপ আছিল ১৮৫৭ চনৰ তথাকথিত চিপাহী বিদ্ৰোহ। আমি তথাকথিত বুলি উল্লেখ কৰাৰ কাৰণ 'চিপাহী বিদ্ৰোহ' নামকৰণ কৰিছিল ব্ৰিটিছে। অথচ ইয়াত দেশৰ কেইবাটাও ৰাজশক্তিৰ উপৰি সৰ্বসাধাৰণ ৰাইজ জড়িত হৈছিল। প্ৰথমবাৰৰ বাবে এই বিদ্ৰোহে জোকাৰণিৰ সৃষ্টি কৰিছিল সাতসাগৰ তেৰ নদীৰ সিপাৰত থকা ইংলেণ্ডৰ শাসকবৰ্গক। তেওঁলোকে উপলব্ধি কৰিবলৈ বাধ্য হৈছিল কেৱল উৎপাদিত সামগ্ৰীৰ বিপণি আৰু কেঁচামাল সৰবৰাহেৰে ভাৰতৰ জনসাধাৰণক বেছি দিনলৈ শাসন কৰি ৰখাটো সম্ভৱ নহ'ব। সেয়ে ভাৰতক এক প্ৰশাসনিক আৰু আইনগত দিশত উন্নীত কৰাৰ কাৰণে ১৮৬১ চনত 'ভাৰতীয় বিধান পৰিষদ আইন' প্ৰণয়ন কৰে। ভাৰতৰ প্ৰশাসনিক ব্যৱস্থাক বিধান পৰিষদৰ দ্বাৰা সুদৃঢ় কৰাই এই আইনৰ মূল উদ্দেশ্য আছিল। জনসাধাৰণৰ মাজত সামঞ্জস্য ৰক্ষা

কৰাটোও আছিল ঔপনিৱেশিক ব্ৰিটিছৰ অন্যতম উদ্দেশ্য। এই আইনৰ অষ্টম অনুচ্ছেদত এইদৰে উল্লেখ আছে— 'It shall be lawful for the Governor-General from time to time to make rules and orders for the more convenient transaction of business in the said Council; and any order made or act done in accordance with such rules and orders (except as hereinafter provided respecting laws and regulations) shall be deemed to the order or act of the Governor-Gereral in Council.'

১৮৬১ চনৰ 'ইণ্ডিয়ান কাউন্সিল আইনে' জনসাধাৰণৰ পুঞ্জীভূত ক্ষোভ উপসম কৰিব পৰা নাছিল। ভাৰতীয় জাতীয় কংগ্ৰেছৰ জন্মৰ ঘটনাই ইয়াৰ প্ৰমাণ আমাৰ আগত স্পষ্ট কৰি তোলে। 'নেটিভ'সকলৰ দ্বাৰা গঠিত নৱগঠিত সংস্থাটোৱে ব্ৰিটিছ শাসনৰ সীমাবদ্ধতা আদি আঙুলিয়াই দিয়া হেতু ১৮৯২ চনত উল্লিখিত আইনখন সংশোধন কৰি 'ইণ্ডিয়ান কাউন্সিল অইন-১৮৯২' প্ৰণয়ন কৰা হয়। এই সংশোধিত আইনখনত পূৰ্বৰ আইনখনৰ বহুতো গুৰুত্বপূৰ্ণ অনুচ্ছেদৰ পৰিৱৰ্তন আৰু পৰিবৰ্ধন কৰা হয়। কিন্তু এই আইনখনো ভাৰতীয় জাতীয় কংগ্ৰেছে আগ্ৰহেৰে গ্ৰহণ কৰা নাছিল। ১৮৯২ চনত এলাহাবাদত অনুষ্ঠিত ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাত ভাষণ দি প্ৰতিষ্ঠাপক সভাপতি উমেশ চন্দ্ৰ বেনাৰ্জীয়ে উল্লেখ কৰিছিল— 'But if these rules do not come up to our expectations, gentlemen, we must go on with our agitation and not stop until we get what we all think and we all believe and, what is more, what our rulers themselves have taught us to believe, we have a right to get.

১৮৯৫ চনত পুনেত অনুষ্ঠিত হৈছিল ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিৱেশন। এই অধিৱেশনত সভাপতিজনে কৈছিল— 'ব্ৰিটেইনত ৪০ নিযুত লোকক ৬৭০জন সাংসদে প্ৰতিনিধিত্ব কৰে। আনহাতে বংগত ৭০ নিযুত লোকক মাথোঁ ৭জন সাংসদে প্ৰতিনিধিত্ব কৰে। তেওঁৰ মূল কথাখিনি আছিল এনেধৰণৰ— 'In the United Kingdom a population of 40 millions is represented by 670 members. In Bengal, a population of 70 millions is represented by only seven elected members, or, if you like, by 10 members if you take the nominated non-official members to represent the people, or by 20 members if you take the whole Council to represent the Province. The result is that, the election taking place under a system of rotation, whole divisions are left unrepresented in the Council.

বিভিন্ন পৰীক্ষা-নিৰীক্ষাৰ অন্তত পুনৰ ১৯০৯ চনত 'ভাৰতীয় ব্যৱস্থাপক আইন- ১৯০৯' সংশোধিত ৰূপত ব্ৰিটিছ সংসদে গ্ৰহণ কৰিছিল। ইয়াৰ পিছত ১৯১৯ চনত 'গৱৰ্ণমেণ্ট অৱ ইণ্ডিয়া এক্ট' ব্ৰিটিছ সংসদত অনুমোদিত হৈছিল। এইখন আইনৰ প্ৰস্তাৱনাত এনেদৰে উল্লেখ কৰা হৈছিল— Whereas it is the declared policy of Parliament to provide for the increasing association of Indians in every branch of Indian Administration, and for the gradual development of self-governing institutions, with a view to the progressive realisation of responsible government in British India as an integral part of the empire. অৱশ্যে ইয়াৰ আগেয়ে গৱৰ্ণমেণ্ট অৱ ইণ্ডিয়া এক্ট-১৯১৫ সন্দৰ্ভত ব্ৰিটিছ সংসদৰ বিভিন্ন সদস্যই নিজৰ মতামত ব্যক্ত কৰিছিল। ১৯০৬ চনৰ পৰা ১৯২২ চনলৈকে ১৮৯২ চনৰ ইণ্ডিয়ান কাউন্সিল আইন আৰু গৱৰ্ণমেণ্ট অৱ ইণ্ডিয়া আইন ১৯১৫ অনুসৰি অসমৰ ব্যৱস্থাপক সভাই কাৰ্যনিৰ্বাহ কৰিছিল আৰু ৰাজ্য পৰিচালনাৰ দায়িত্বভাৰ চম্ভালিছিল। এই ব্যৱস্থাপক সভাত অসমৰ বিভিন্ন সমস্যা সন্দৰ্ভত সদস্যসকলে আলোচনা কৰিছিল। কিন্তু উল্লিখিত আইনৰ সীমাবদ্ধতাৰ বাবে ব্যৱস্থাপক সভাসমূহে জনসাধাৰণৰ আশা-আকাংক্ষাক প্ৰকৃতৰূপত প্ৰতিফলিত কৰিব পৰাকৈ ব্যৱস্থা গ্ৰহণ কৰাত ব্যৰ্থ হোৱাও পৰিলক্ষিত হৈছিল।

১৯০৫ চনৰ আগলৈকে অসমত নিজাববীয়াকৈ ব্যৱস্থাপক সভা নথকাৰ কথা ইতিমধ্যে উল্লেখ কৰা হৈছে। সেই সময়ত ভাৰত চৰকাৰৰ নিয়ন্ত্ৰণাধীন মুখ্য আয়ুক্তই আছিল সৰ্বোচ্চ ক্ষমতাৰ অধিকাৰী, বিশেষকৈ বিধি প্ৰস্তুত, বিত্ত আৰু প্ৰশাসনিক ক্ষেত্ৰত। অৱশ্যে মুখ্য আয়ুক্তই কোনো গুৰুত্বপূৰ্ণ ব্যৱস্থা গ্ৰহণ কৰাৰ আগতে জনসাধাৰণৰ মতামত গ্ৰহণ কৰিছিল। অসমত সেই সময়ত তেওঁক নিয়ন্ত্ৰণ কৰিব পৰা কোনো আইনগত বিধানো নাছিল। ১৯০৫ চনৰ পিছত অসমক পূৰ্ববংগৰ কেইখনমান জিলাৰ লগত সংযোজিত কৰা হয় আৰু তেতিয়াৰে পৰা 'পূৰ্ববংগ আৰু অসম' নাম দি ব্যৱস্থাপক সভা গঠন কৰা হয়। ১৯০৬ চনত অনুষ্ঠিত হোৱা ব্যৱস্থাপক সভাত ব্ৰহ্মপুত্ৰ উপত্যকাৰ কোনো সদস্যই প্ৰতিনিধিত্ব পোৱা নাছিল। পিছলৈ, অৰ্থাৎ ১৯০৯ চনৰ অসমৰ দুগৰাকী প্ৰতিনিধিয়ে ব্যৱস্থাপক সভাত প্ৰতিনিধিত্ব কৰাৰ সুযোগ লাভ কৰিছিল। এজন আছিল মাণিক চন্দ্ৰ বৰুৱা আৰু আনজন আছিল ডব্লিউ ছিকনাৰ। উল্লেখ্য যে ছিকনাৰ আছিল চাহ উদ্যোগৰ প্ৰতিনিধি। সেই সময়ত ব্যৱস্থাপক সভা কেৱল ১৫জন সদস্যবিশিষ্ট আছিল। অসমৰ প্ৰতিনিধি দুগৰাকী প্ৰকৃত নিৰ্বাচন পদ্ধতিৰ জৰিয়তে নিৰ্বাচিত হোৱাও নাছিল। কিছুমান ৰাজহুৱা অনুষ্ঠান, যেনে— লোকেল ব'ৰ্ড, মিউনিচিপালিটী আদিয়ে ক্ৰমানুসৰি তেওঁলোকৰ নাম অনুমোদন কৰি পঠিয়াইছিল। এই অনুমোদিত নাম লেফটেনেণ্ট গৱৰ্ণৰে গ্ৰহণ কৰা-নকৰাৰ ওপৰত নিৰ্ভৰশীল আছিল। অৱশ্যে লেফটেনেণ্ট গৱৰ্ণৰেৰো সেই সময়ত সদস্য নিযুক্তি দিয়াৰ সম্পূৰ্ণ কৰ্তৃত্ব নাছিল। তেওঁ কেৱল নাম মনোনীত কৰিহে পঠিয়াইছিল আৰু এই মনোনয়ন গৱৰ্ণৰ জেনেৰেলৰ অনুমোদনৰ পিছত কাৰ্যকৰী হৈছিল। এইটোৱেই আছিল সেই সময়ৰ ব্যৱস্থাপক সভাৰ নিয়ম। ১৫জন সদস্যবিশিষ্ট ব্যৱস্থাপক সভাৰ সদস্যসকল আছিল লেফটেনেণ্ট গৱৰ্ণৰে মনোনীত কৰা আৰু গৱৰ্ণৰ জেনেৰেলে অনুমোদন জনোৱা লোক। ১৯১০ চনৰ পিছত মৰ্লে মিণ্টো সংস্কাৰ আঁচনি গ্ৰহণ কৰা হয়। এই সংস্কাৰ আঁচনিৰ অন্তৰ্গত পূৰ্ববংগ আৰু অসম ব্যৱস্থাপক সভাৰ সদস্যৰ সংখ্যা ১৫জনৰ পৰা ৪০জনলৈ বৃদ্ধি পায়। এই ৪০জন সদস্যৰ ভিতৰত অসমে পাঁচজন সদস্য নিৰ্বাচিত কৰাৰ অধিকাৰ লাভ কৰিছিল। ইয়াৰে তিনিজনক পৰোক্ষভাৱে নিৰ্বাচিত কৰিছিল পৌৰসভা আৰু লোকেল ব'ৰ্ডৰ সদস্যসকলে। এজন সদস্য নিৰ্বাচিত হৈছিল চাহ উদ্যোগৰ পৰা আৰু আনজন সদস্যই প্ৰতিনিধিত্ব কৰিছিল সুৰমা উপত্যকাৰ মুছলমান সম্প্ৰদায়ক। ১৯১২ চনত অসমত এখন সুকীয়া ব্যৱস্থাপক সভা গঠন কৰা হৈছিল। এই সভাত ২৪জন সদস্যৰ ভিতৰত ১৩জনক মনোনীত কৰিছিল মুখ্য আয়ুক্তই, ১১জন নিৰ্বাচিত সদস্য আছিল। ইয়াৰে দুজন আছিল মুছলমান সম্প্ৰদায়ৰ আৰু তেওঁলোকে ক্ৰমে ব্ৰহ্মপুত্ৰ আৰু বৰাক উপত্যকাক প্ৰতিনিধিত্ব কৰিছিল। দুজন আছিল দুয়োখন উপত্যকাৰ ভূস্বামীসকলৰ প্ৰতিনিধি, চাৰিজন আছিল পৌৰসভা আৰু লোকেল ব'ৰ্ডৰ প্ৰতিনিধি আৰু তিনিজন চাহ উদ্যোগৰ প্ৰতিনিধি আছিল। মাণিক চন্দ্ৰ বৰুৱাই ১৯১০ চনত অসমৰ লোকেল বোৰ্ডসমূহৰ প্ৰতিনিধি হিচাপে নিৰ্বাচিত হৈছিল। তেওঁৰ লগতে ভুবনৰাম দাসো সদস্য হিচাপে নিৰ্বাচিত হৈছিল। ১৯২১ চনত পূৰ্বৰ ব্যৱস্থাপক সভাৰ পৰিৱৰ্তন আৰু পুনৰ বিন্যাস কৰা হৈছিল যদিও আমাৰ আলোচনাত এইছোৱা সময় সামৰা নাই বাবে ইয়াক আলোচনা কৰাৰ পৰা বিৰত থাকিলোঁ।

মাণিক চন্দ্ৰ বৰুৱা আৰু ডব্লিউ ছিকনাৰ নিৰ্বাচিত হোৱা সন্দৰ্ভত চৰকাৰী গেজেট জাননী প্ৰকাশ পাইছিল ১৯০৮ চনৰ ৯ ডিচেম্বৰত। দুয়োজন নতুন সদস্যই ১৯০৯ চনৰ ২২ ফেব্ৰুৱাৰীত ব্যৱস্থাপক সভাৰ প্ৰথমখন বৈঠকত ভাগ লৈছিল। তেওঁলোকৰ লগতে মৌলবী ছৈয়দ চামচুল হুদা, কুমাৰ ৰণেন্দ্ৰ নাৰায়ণ ৰয়ে একে দিনাই শপত গ্ৰহণ কৰিছিল। ব্যৱস্থাপক সভাত মাণিক চন্দ্ৰ এলাগী ৰাণীৰ পো নাছিল। বৰং অসম আৰু অসমীয়াৰ স্বাৰ্থজড়িত বিষয়সমূহ সজোৰে উপস্থাপন কৰি নজিৰহে সৃষ্টি কৰিছিল। বহু সময়ত ইংৰাজ বিষয়াসকলে তেওঁৰ পৰামৰ্শ গ্ৰহণ কৰাৰ উপৰি নতুন নতুন প্ৰসংগ উত্থাপনৰ বাবে প্ৰশংসাও কৰিছিল। আনকি সেই সময়ত গঠন কৰা বিবিধ সমিতিত তেওঁক অন্তৰ্ভুক্ত কৰি ব্ৰিটিছ চৰকাৰে ৰাজ্যখনক যে একেবাৰে 'প্লেণ্টাৰ ৰাজ'লৈ ৰূপান্তৰিত কৰিব খোজা নাছিল, তাৰো

দৃষ্টান্ত দাঙি ধৰিছিল। ব্যৱস্থাপক সভাৰ কাৰ্যবিৱৰণি তথা সেই সময়ছোৱাৰ আন তথ্যপাতি অধ্যয়ন কৰিবলৈ যাওঁতে আন কিছুমান দিশো আমাৰ দৃষ্টিলৈ আহিছে। পোন কথাত ক'বলৈ গ'লে ব্ৰিটিছে আমাক পশ্চিমৰ সৈতে অভ্যস্ত কৰি তুলিছিল। প্ৰথম অৱস্থাত তেওঁলোকে বঙালী আমোলা-বিষয়াৰ প্ৰৰোচনাত পৰি প্ৰদেশখনৰ বিষয়ে কিছুমান ভুল ধাৰণা পোষণ কৰিছিল যদিও পৰৱৰ্তী সময়ত অসমীয়াৰ স্বাৰ্থ সুৰক্ষা কৰাৰ বিষয়টোতহে বিশেষ গুৰুত্ব আৰোপ কৰা আমি লক্ষ্য কৰোঁ। আমাৰ প্ৰস্তাৱিত গ্ৰন্থখনত সেইবোৰ দিশত কিছু কথা আলোকপাত কৰা হৈছে। বাটে পোৱালি নেমেলা অসমখনক পোহৰৰ বাটত আগ বঢ়াৰ ক্ষেত্ৰত ব্যৱস্থাপক সভাই যিখিনি বৰঙণি যোগাইছিল তাৰ ছোগা-চোৰোকা আলোচনা অ'ত-ত'ত পোৱা যায়। সম্পূৰ্ণ বিৱৰণসহ গৱেষণাৰ পথ এতিয়াও মুকলি আছে বুলি আমি অনুমান কৰোঁ। আমাৰ ৰাজ্যখনত এসময়ত মাথোঁ এখন বিশ্ববিদ্যালয় আছিল। এতিয়া কেইবাখনো হ'ল। আশা কৰোঁ বিদ্যায়তনিক স্তৰত আলোচনা-বিলোচনা আৰম্ভ হ'ব। ওপৰত উল্লেখ কৰা হৈছে যে অসমৰ সামাজিক পৰিৱৰ্তনৰ ক্ষেত্ৰত এইছোৱা সময় আছিল অতিকৈ গুৰুত্বপূৰ্ণ। মূল কথালৈ যোৱাৰ আগতে এই সন্দৰ্ভত কিছু কথা উনুকিওৱা উচিত হ'ব।

চাহ উদ্যোগৰ সম্প্ৰসাৰণ ইয়াৰ পূৰ্বৰে পৰা আৰম্ভ হৈছিল যদিও চাহ উদ্যোগলৈ বাহিৰৰ পৰা শ্ৰমিক সৰবৰাহ অব্যাহত আছিল। প্ৰকৃতপক্ষে ক'বলৈ হ'লে উনবিংশ শতিকাৰ শেষভাগ তথা কুৰি শতিকাৰ আৰম্ভণিৰ এই সময়ছোৱা সময়ত অসমৰ জনসাধাৰণৰ মাজত শৈক্ষিক পৰিৱেশৰ শুভাৰম্ভ হৈছিল। অসম বুৰঞ্জীয়ে আমাক কয় যে ১৭৮২ চনৰ পৰা সংঘটিত হোৱা মোৱামৰীয়া বিদ্ৰোহ, নামনিত হৰদত্ত-বীৰদত্তৰ নেতৃত্বত আৰম্ভ হোৱা ১৭৯৫ চনৰ দন্দুৱা দ্ৰোহ, পাহাৰীয়া জনগোষ্ঠীসমূহৰ বিদ্ৰোহ ইত্যাদিয়ে ৰাজহাড় কুঁজা কৰা আহোম ৰাজতন্ত্ৰৰ কণকঠীয়া নিঃশেষ কৰিছিল মানৰ তিনি তৰপীয়া আক্ৰমণে। ইয়াৰ পূৰ্বেই খণ্ড-বিখণ্ড কোচ অধিকৃত অসমৰ বৃহৎ অংশ ব্ৰিটিছে অধিকাৰ কৰি লৈছিল। ১৮২৬ চনত ব্ৰহ্মদেশৰ ৰজাৰ সৈতে হোৱা চুক্তিমৰ্মে ব্ৰিটিছে বাকী অংশ অসম অধিকাৰ কৰে যদিও মানে ছেদেলি-ভেদেলি কৰা জাতিটোৰ সামাজিক-অৰ্থনৈতিক ব্যৱস্থা থান-থিত লগাবলৈ দীৰ্ঘ সময়ৰ প্ৰয়োজন হৈছিল। সেই সময়ত আহোম ৰাজশক্তিৰ অৱশিষ্টখিনিহে আছিল। বহু লোকে হাবি জংঘলকে আশ্ৰয়স্থলী কৰি লৈছিল। একাংশই লুইতেৰে ভটিয়াই 'ভাটিৰ দেশ' পাইছিল। আন একাংশই ইংৰাজসকলক দেৱদূত যেন জ্ঞান কৰি আগৰ ঠাইলৈ উভতি আহিছিল। ইয়াৰ আগেয়ে অসমীয়া ভাষাৰ বিকাশৰ প্ৰক্ৰিয়া আৰম্ভ হৈছিল যদিও দুৰ্যোগময় সময়ছোৱাত বঙালী ভাষাই চৰকাৰী ভাষাৰ মৰ্যাদা লাভ কৰা সন্দৰ্ভত মাত মাতিবলৈ কোনো সাহসী নেতৃত্ব নাছিল। সেয়েহে অসমক সুস্থ গতিশীল সমাজলৈ পৰিৱৰ্তন কৰাৰ ক্ষেত্ৰত ইংৰাজসকলৰ অৱদান একেবাৰে নুই কৰাটো মোহমুক্ত ইতিহাস চৰ্চাৰ চানেকী হ'ব নোৱাৰে। বিপৰীতে ক'ব পাৰি যে ব্ৰিটিছ ঔপনিৱেশিকতাবাদৰ যুগটো আৰম্ভ নোহোৱা হ'লে বিশ্ব সভ্যতাৰ স্বৰূপেই হয়তো সুকীয়া হ'লহেঁতেন।

এতিয়া থোৰতে শিক্ষা সন্দৰ্ভত দুটামান কথা উল্লেখ কৰিছো। ১৮৭২ চনতে ছাৰ জৰ্জ কেম্বলে চাহাবে অসমৰ শিক্ষা ব্যৱস্থালৈ এক সংস্কাৰ আনিছিল। এই সংস্কাৰ স্কচনিৰ জৰিয়তে তেওঁ গাঁৱৰ প্ৰাথমিক স্কুল নাইবা পাঠশালাসমূহক চৰকাৰী অৰ্থসাহায্য দিয়াৰ ব্যৱস্থা গ্ৰহণ কৰিছিল। ফলত গাঁওসমূহৰ শিক্ষা লাহে লাহে সম্প্ৰসাৰিত হৈছিল। তৎসত্বেও ৰাজ্যখনৰ শৈক্ষিক প্ৰতিচ্ছবিখন অতিশয় পুতৌজনক আছিল। বিংশ শতিকাৰ প্ৰথম দুটা দশক পৰ্যন্ত অসমৰ শৈক্ষিক নৱজাগৰণে যে সৰ্বস্তৰৰ জনসাধাৰণক স্পৰ্শ কৰা নাছিল তাৰ প্ৰমাণ পোৱা যায় স্বনামধন্য অসমীয়া অমিয় কুমাৰ দাসে ১৯১৮ চনত তেজপুৰত অনুষ্ঠিত আসাম ছাত্ৰ সম্মিলনৰ অধিৱেশনত দিয়া ভাষণত। তেওঁ প্ৰাথমিক শিক্ষা কিমানখিনি বিস্তাৰ হৈছিল সেই তথ্য দাঙি ধৰি কৈছিল— ১৮৮১ চনত আমাৰ দেশত (অসমক সেই সময়ত দেশ বুলিও কোৱা হৈছিল) হাজাৰত ২৩জন মুনিহ মানুহকহে একেবাৰে নিৰক্ষৰ নহয় বুলিব পৰা গৈছিল। দহ বছৰৰ ভিতৰত, অৰ্থাৎ ১৮৯১ চনত হাজাৰত ৬১জন মানুহেহে নিৰক্ষৰতাৰ পৰা

ৰক্ষা পালে। ১৯০১ খ্ৰীষ্টাব্দত আৰু ছজনহে মাথোন সংখ্যাত বাঢ়িল অৰ্থাৎ হাজাৰত ৬৭জনহে। ১৯১১ খ্ৰীষ্টাব্দত হাজাৰত ৮৬জন মানুহ নাম চহী কৰিব পৰা হ'ল। উন্নতিৰ গতিলৈ এবাৰ মন কৰকচোন। অৱশেষে ১৯১১ চনৰ পৰা এতিয়ালৈকে শিক্ষা বিস্তাৰৰ পৰিমাণ অলপ বাঢ়িছে অৰ্থাৎ বছৰি শতকৰা প্ৰায় দহজনতকৈ বেছি ল'ৰাই শিক্ষা পাইছে তথাপি আমাৰ ফল আশাতীত হোৱা নাই।' স্ত্ৰী শিক্ষাৰ দিশটোও অধিক দুখলগা আছিল। সেই সময়ত ছোৱালী ঘৰৰ বাজ ওলোৱাটো সম্ভ্ৰান্ত সমাজেও পছন্দ কৰা নাছিল। বাল্যবিবাহ প্ৰচলিত আছিল বাবে অতি কম বয়সতে ছোৱালীক বিয়া দি উলিয়াই দিয়া হৈছিল । দাসে লিখিছে— 'তিৰোতাৰ মাজত শিক্ষা বিস্তাৰৰ পৰিমাণ চালে দুখ আৰু লাজে আৱৰি পেলায়হি। ১৮৮১ চনত হাজাৰত এজনী তিৰোতাইহে নিজৰ নাম কোনোমতে চহী কৰিব পাৰিছিল। দহ বছৰৰ মাজত আৰু এজনীহে বাঢ়িল, অৰ্থাৎ হাজাৰত দুজনী। ১৯০১ চনত যেনিবা হাজাৰত চাৰিজনী হ'ল আৰু ১৯১১ চনত ছজনীয়েহে নিৰক্ষৰতাৰ পৰা উদ্ধাৰ পালে। আমাৰ দুৰৱস্থাৰ কথা এবাৰ ভালকৈ ভাবি চাওক।' অমিয় কুমাৰ দাসৰ উল্লিখিত উক্তিয়ে শিক্ষা বিস্তাৰৰ বাবে অসমীয়া মধ্যবিত্ত সমাজ যে উদগ্ৰীৱ হৈ পৰিছিল তাৰে দৃষ্টান্ত দাঙি ধৰে। পিছে এই সচেতনতা সৃষ্টিতো ইংৰাজসকলে আগভাগ লোৱা আমি দেখোঁ। প্ৰায়েই অভিযোগ উঠে ইংৰাজসকলে কেৰাণী-মহৰীৰ সৃষ্টি কৰাৰ উদ্দেশ্যে শিক্ষানুষ্ঠান স্থাপন কৰা বুলি। কিন্তু ইংৰাজ সামৰিক বিষয়া ব্ৰিগেড ছাৰ্জন জন বেৰী হোৱাইটৰ দানেৰে ডিব্ৰুগড়ত স্থাপন হোৱা বেৰী হোৱাইট মেডিকেল স্কুল আৰু যোৰহাটত স্থাপন কৰা কাৰিকৰী বিদ্যালয়, গুৱাহাটীত মূলতঃ কনকলাল বৰুৱাৰ উদ্যোগত স্থাপন হোৱা 'টেক্সটাইল ইনষ্টিটিউট' ইত্যাদিয়ে এনে অভিযোগ সত্যাশ্ৰিত নাছিল বুলিহে প্ৰতিপন্ন কৰে। সেই সময়ত কেইবাজনো অসমীয়া যুৱকে বিদেশলৈ গৈ কাৰিকৰী শিক্ষাও লাভ কৰিছিল। তেওঁলোকৰ সংস্থাপনৰ প্ৰসংগও একাধিকবাৰ ব্যৱস্থাপক সভাত আলোচিত হৈছিল।

অসমীয়া ভাষাক পুনৰুদ্ধাৰৰ ক্ষেত্ৰত আমেৰিকান ব্যাপ্তিষ্ট মিছনাৰীসকলে আগ বঢ়োৱা অৱদানৰ বিষয়ে সকলোৱে জানে। এই সন্দৰ্ভত বিশদ আলোচনাও কৰিছে ৰাজ্যখনৰ বৰেণ্য পণ্ডিত সমাজে। খ্ৰীষ্টান মিছনেৰীসকলৰ প্ৰচাৰ, আনন্দৰাম-হেমচন্দ্ৰ-গুণাভিৰামৰ আবেদন-নিবেদন আৰু শেষত বংগ চৰকাৰে ১৮৭৩ চনৰ ১৯ এপ্ৰিলত গ্ৰহণ কৰা সিদ্ধান্তৰ ফলত এদিন অসমীয়া ভাষাই হেৰোৱা সম্মান ওভোতাই পাইছিল। ইংৰাজসকলে অসমীয়া ভাষা-সংস্কৃতিক উপযুক্ত মৰ্যাদা প্ৰদান কৰিব খুজিছিল প্ৰদেশখনৰ সামাজিক-সাংস্কৃতিক ইতিহাস বুজি উঠাৰ পিছত। ১৮৭৩ চনৰ ১৯ এপ্ৰিলত বংগ চৰকাৰে গ্ৰহণ কৰা এক প্ৰস্তাৱযোগে অসমৰ প্ৰাথমিক, মাধ্যমিক আৰু উচ্চ ইংৰাজী স্কুলৰ শিক্ষাৰ মাধ্যম অসমীয়া হ'ব বুলি ঘোষণা কৰা হৈছিল আৰু উচ্চ শ্ৰেণীত বঙালীক সুকীয়া ভাষা হিচাপে শিকাব পাৰিব বুলি মত পোষণ কৰা হৈছিল। এই সন্দৰ্ভত বিদ্যালয়সমূহৰ পৰিদৰ্শকলৈ এক নিৰ্দেশনাও প্ৰেৰণ কৰা হৈছিল। বংগ চৰকাৰৰ সিদ্ধান্তটো আছিল এনেধৰণৰ— 'In all primary schools Assamese will be taught to the exclusion of Bengallee, also in all middle schools and in the lower and middle classes of higher schools. When a class of twelve or more boys wish for it, Bengallee may be separately taught them as a language. In the upper classes of higher schools every subject in which there is an Assamese book is to be taught in Assamese; subjects in which Assamese school books do not exist, can be taught either in Bengallee or in English. The Inspector of Schools, Assam Circle will be at once instructed to make a careful and exact report upon the subject of Assam school books now available and the best means of procuring them.'

সেই সময়ত অসমীয়া ভাষাৰ পাঠ্যপুথিৰ নাটনিৰ বিষয়টোৱে বিশেষ প্ৰাধান্য পাইছিল আৰু সেই সন্দৰ্ভত নানা ঘটনাও আৱৰ্ত হৈছিল। ইয়াৰ উত্তৰ হিচাপে মাইলছ ব্ৰনছনে আৰু ২১৬জন স্বাক্ষৰকাৰীয়ে ১৮৭২ চনৰ ৯ মাৰ্চত এখন স্মাৰকপত্ৰ দাখিল কৰিছিল। এই স্মাৰকপত্ৰত উল্লেখ কৰা

হৈছিল— 'The complaint of want of books has been already considered and the remedies pointed out by the late Anundo Ram Phukan in his able work above adverted to; and it only remains to state that many publications have since been published and another Assamese newspaper recently issued by a learned and influential Gossain of Assam, and if the Government would kindly introduce the Assamese in the courts and schools in Assam nothing will be wanting on the part of the natives and the American missionaries, who have hitherto taken an active part in the subject, to furnish the Assamese schools with a complete set of necessary works in the vernacular a list of the works published since the above pamphlet was written is also subjoined.' (Assamese language 1862, 1873)

অসমত অসমীয়া ভাষা প্ৰতিষ্ঠাৰ সংগ্ৰামত এচাম বঙালী আমোলা-বিষয়াই বাধা প্ৰদান কৰিছিল নে নাই সেই বিষয়টোৱে বিগত শতিকাৰ সত্তৰৰ দশকত আমাৰ বৌদ্ধিক সমাজত এক বিতৰ্কৰ সূচনা কৰা আমি লক্ষ্য কৰোঁ। নিজক প্ৰগতিশীল বুলি কোৱা এচাম বুদ্ধিজীৱীয়ে যিকোনো প্ৰকাৰে বঙালী আমোলাৰ ষড়যন্ত্ৰৰ দিশটো ঢাকি ৰখাৰ উদ্দেশ্যে নানা প্ৰচাৰ চলোৱাৰ কথাও মনত আছে। পিছে উনবিংশ শতিকাৰ শিক্ষা সম্পৰ্কীয় নথি-পত্ৰ নিৰীক্ষণ কৰি আমি তবধহে মানিছো। বাঙালী আমোলাৰ ষড়যন্ত্ৰৰ প্ৰসংগটো এসময়ত উল্লেখ কৰিছিল হেমচন্দ্ৰ গোস্বামীয়ে। ঐতিহাসিক সত্যটো হ'ল তেওঁৰ চকুৰ আগত ঘটিছিল এই সমস্ত দুষ্কাৰ্য। এইবোৰ লিপিবদ্ধ কৰোঁতে তথ্য উত্থাপনৰ প্ৰয়োজনীয়তা তেওঁ অনুভৱেই কৰা নাছিল। কিন্তু আমাৰ নব্যশিক্ষিত সমাজখনে 'ব্ৰিটিছৰ ডিভাইড এণ্ড ৰুল'ৰ ভূতটো দেখি জোৰপূৰ্বক অসত্য প্ৰচাৰত লাগি পৰিছিল কিয় বাৰু? মনত পৰে অতুল চন্দ্ৰ হাজৰিকাৰ মৃত্যুৰ পাছত ডঃ হীৰেন গোহাঁয়ে লিখা স্মৃতিচাৰণ টোকাটোলৈ। উল্লিখিত লেখাটোত তেওঁ বঙালী আমোলাৰ ষড়যন্ত্ৰৰ প্ৰসংগটো অনাৰ পিছত ভালেকেইগৰাকী বুদ্ধিজীৱীৰ গা যেন বিচাইহে ডাকিছিল। তেওঁলোকে এজাউৰি গালি-শপনি পাৰিহে ক্ষান্ত হৈছিল। 'আজিৰ সময়' নামৰ ডাঃ ধ্ৰুৱজ্যোতি বৰা সম্পাদিত আলোচনীখন এতিয়া আমাৰ হাতত নাই। বিষয়টো ফঁহিয়াই আলোচনা কৰা আমাৰ উদ্দেশ্যও নহয়। মাথোঁ উল্লেখহে কৰিলো। এতিয়া চাওঁ আহক কি ষড়যন্ত্ৰ কৰিছিল শিক্ষিত বাঙালী সমাজে।

শিক্ষিত অসমীয়া সমাজৰ ইচ্ছাক সন্মান জনাই সেই সময়ৰ সহকাৰী আয়ুক্ত এ চি কেম্বলে চাহাবে গ্ৰহণ কৰিছিল এক সাহসিক সিদ্ধান্ত। বংগ চৰকাৰে লোৱা প্ৰস্তাৱৰ আগতেই তেওঁ প্ৰথমে বৰপেটা আদালতত কামৰূপীয়া উপভাষা প্ৰচলন কৰি অসমীয়া ভাষা প্ৰতিষ্ঠাৰ ক্ষেত্ৰত এক ঐতিহাসিক ভূমিকা গ্ৰহণ কৰিছিল। আকৌ কৈছোঁ, অসমীয়াবিৰোধী চক্ৰই অসমীয়া ভাষা প্ৰতিষ্ঠাৰ সংগ্ৰামত দিয়া বাধাৰ প্ৰামাণিক তথ্যখিনি কি বাৰু? সেই সময়ত গুৱাহাটী হাইস্কুল (আমাৰ যদি অনুমান অশুদ্ধ নহয়, আজিৰ কটন কলেজিয়েট)ৰ শিক্ষক আছিল বাবু চন্দ্ৰমোহন গোস্বামী। তেওঁ এছিয়াটিক ছ'চাইটী অব বেংগলৰো সদস্য আছিল। মানুহজনৰ বিষয়ে আমি খা-খবৰ কৰিছিলো যদিও, এইপৰ্যন্ত কোনো তথ্য লাভ কৰা নাই। তেওঁ দাখিল কৰা এখন লিখিত আবেদনত প্ৰদেশখনৰ বিদ্যালয় আৰু আদালতত অসমীয়া ভাষা প্ৰতিষ্ঠাৰ বাবে খ্ৰীষ্টান মিছনেৰী আৰু উজনি অসমৰ এচাম শিক্ষিত লোকে হাত উজান দি বঙালী ভাষাৰ বিৰুদ্ধে যৌথভাৱে ষড়যন্ত্ৰ কৰা বুলি অভিযোগ আনিছিল। আবেদনখনত লিখা কথাখিনি আমি হুবহু উল্লেখ কৰিলো— 'Conspicuous among the allies of the Assamese language are the American missionaries, who it is but justice to state here, have done more for the amelioration of the poor than the higher class of native themselves.'

তেওঁ আৰু লিখিছিল— 'The other allies of the Assamese language are the natives of Upper Assam and such of them who have settled themselves in Lower Assam, the people of Kamroop, Darrung and Gowalpara, have not as far as I know,

and my knowledge in this respect is not imperfect, joined this movement. The Assamese with a laudable patriotic zeal have joined the American missionaries for attainment of the same object and have apparently forgotten their mutual differences in a common cause. The natives finding an intelligent and powerful ally in the Missionaries in advocating the same cause have offered them their hand of friendship and encouraged their publications, but it does not require the vision of the prophet to foresee the time, when there would be a division in the camp. Though the Missionaries and the Assamese are advocatiing for a cause nominally the same, they have in reality two different objects in view.'

প্ৰতিবেদনখনত আৰু উল্লেখ কৰিছিল— 'I fear both the parties having the same data have come to two diametrically opposite conclusions from their ignorance of the ancient and modern Bengali, the Sangscrit language and the ancient and the modern Assamese, by a comparison of all of which alone a correct opinion can be arrived at.'

শেষত তেওঁ সামৰণি মাৰিছিল এইদৰে— 'The Assamese now form an integral of the Bengalee nation, who resemble them in manners, customs, and religion and even in speech and are politically under the same Government should Government separate them in language, the disintigration would entail a loss which can never be repaired.' এছিয়াটিক ছ'চাইটী অব বেংগলৰ সদস্য গোস্বামী নিঃসন্দেহে এলা-পেচা বিধৰ নাছিল বুলি আমাৰ মনে ধৰে। তেওঁ পোনপটীয়াভাৱে উজনি অসমৰ শিক্ষিত মধ্যবিত্ত অংশটোক আক্ৰমণ কৰিছিল। আমাৰ চিন্তাবিদসকলে সততাৰে আৰু জাতীয় দায়বদ্ধতাৰে ইতিহাস অধ্যয়ন কৰিলে এনেবোৰ তথ্য কেতিয়াবাই পোহৰলৈ আহিলহেঁতেন। তাকে নকৰি জোৰপূৰ্বক 'যত দোষ নন্দ ঘোষ' ব্ৰিটিছসকল বুলি কৈয়েই জাতীয় দায়িত্ব পালন কৰাটোৱে কি সূচায় বাৰু? আমাৰ বোধ হয়, পশ্চিমবংগ আৰু দিল্লীৰ 'আৰ্কাইভ' খুচৰিলে ইয়াতকৈ অধিক তথ্য পোহৰলৈ আহিব। কাৰণ ভাষাৰ নিৰ্বাসন পৰ্বৰ কথা জনাৰ পাছত বঙালীসকলে দিল্লীৰ কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ সৈতে যে তাঁত-বাতি কঢ়া নাছিল সেয়াও মনে নধৰে। আন এটা কথা এই ছেগতে উল্লেখ কৰাটো সমীচীন হ'ব। এই কথা সঁচা যে অৰুণোদয়ে সৃষ্টি কৰা অসমীয়াৰ মূল আধাৰ আছিল শিৱসাগৰ তথা উজনি অসমৰ আন কিছু অংশৰ জনসাধাৰণে ব্যৱহাৰ কৰা সুৰীয়া ভাষাটো। আলোচনীখনে বানান আদিৰ ক্ষেত্ৰতো নিজা ঠাঁচ এটা অনুসৰণ কৰিছিল। সেই বৰ্ণবিন্যাস প্ৰণালীৰ সৈতে গুৰুজনাৰ সৃষ্টিৰাজি তথা বৈষ্ণৱোত্তৰ যুগৰ অসমীয়া ভাষাৰো কিছু পাৰ্থক্য আছিল। কামৰূপৰ সমাজখনৰ বাবে এই ভাষাটো কিছুক্ষেত্ৰত হৃদয়ত নলগাটো একো অস্বাভাৱিক কথা নাছিল। ইতিমধ্যে সমাজখনে তিনিটা দশকতকৈও অধিক কালত বঙালীৰ সৈতে অভ্যস্ত হৈ উঠিছিল। এইখন সমাজৰ মাজত বিভেদ ঘটাই অসমৰ আদালত আৰু কাছাৰীত অসমীয়া ভাষা পুনৰ প্ৰতিষ্ঠাৰ বিৰুদ্ধে ইংৰাজ চৰকাৰক স্মাৰকপত্ৰ দিয়াইছিল স্বাৰ্থান্বেষী বঙালী আমোলাসকলে। এই স্মাৰকপত্ৰখনৰ কথাটো অসমৰ চিন্তাশীল সমাজে জানে যদিও কোনো আলোচনাত বিশেষ প্ৰাধান্য আজিপৰ্যন্ত পোৱা নাই। ভাষিক দুৰ্যোগৰ বিষয়ে উল্লেখ কৰিবলৈ যাওঁতে এইখিনি কথাও সেয়েহে থোৰতে উল্লেখ কৰা উচিত হ'ব বুলি আমি বিবেচনা কৰিছো। অসমীয়াৰ সলনি বঙালী ভাষাৰ সপক্ষে ওকালতি কৰি স্মাৰকপত্ৰ প্ৰদান কৰাসকলৰ ভিতৰত আছিল ২২জন অধিবক্তা, ৩৫জন মৌজাদাৰ, ৭৪জন মণ্ডল, চাৰিজন গোসাঁই, দুজন দলে বৰদেউৰী ১,০৮৯জন সাধাৰণ নাগৰিক—সৰ্বমুঠ ১,২২৬জন। তেওঁলোকে বংগৰ লেফটেনেণ্ট গৰ্ণৰক তলৰ কথাখিনি জনাইছিল— The Bengali which had hitherto continued with the utmost advantages to the real interests of our progress to be the court language of Assam and which must yet continue for long years to be the

medium of instruction in our schools before we can hope to prepare suitable school books to be placed at the hand of the young, has therefore great and many claims on our sympathy. It is an undoubted fact that in our religion and social usages we are identical with the Bengalis, and also that our language is very closely akin to, if not identical with the Bengali as the truth of this latter fact has received special confirmation from many high linguistic authorities. The Bengali language has further claims on the favor of the Government on the ground of the savings that its retention in the courts will make in the public expenditure by sparing the cost of preparation of Law Books in Assamese and the pay of additional translators, though we admit that this argument at the greatest can have a limited form compared with the considerations of utility that the creation of a distinct and separate language for Assam would possess, but which we are unfortunately constrained to say it does not.'

যিয়েই নহওক, ১৮৭৩ চনত অসমীয়া ভাষা পুনৰ প্ৰতিষ্ঠা কৰাত সহায় কৰিছিল ইংৰাজসকলেই। দুৰ্ভাগ্যজনক আন এটা দিশ হ'ল ১৮৭২ চনৰ পৰা এক শতিকাৰ অন্ত পৰাৰ পিছত অসমীয়া ভাষাৰ বাবে অসমীয়া জাতিয়ে (১৯৭২ চন) ৰাজপথলৈ আহিবলগীয়া কথাটো। ইয়াৰ আগতে ১৯৬০ চনতো ভাষাৰ দাবীত অসমবাসীয়ে আন্দোলন আৰম্ভ কৰিছিল আৰু ৰঞ্জিৎ বৰপূজাৰীৰ দৰে কটন কলেজৰ ছাত্ৰই আৰক্ষীৰ গুলীত প্ৰাণ দিবলগীয়া হৈছিল। আজিও অসমৰ চৰকাৰী কাৰ্যালয়সমূহত অসমীয়া ভাষা পূৰ্ণ ৰূপত ব্যৱহাৰ হোৱা নাই। অসমীয়া সমাজে নিজৰ অস্তিত্ব বিপন্ন হোৱাৰ ভয়ত আন্দোলন কৰিবলৈ লোৱাৰ ফলত অসমৰ সমাজ জীৱন বিপৰ্যস্ত হোৱাৰ উপৰি অসমীয়া জাতি গঠন প্ৰক্ৰিয়াও বাধাপ্ৰাপ্ত হোৱাৰ উপক্ৰম হ'ল। ইয়াৰ বাবে দায়ী কোন বাৰু? 'বিভক্ত কৰি শাসন কৰা' বুলি সততে বদনাম কৰা ইংৰাজৰ সঁচো আজি পাবলৈ নাই। তৎসত্ত্বেও এই অসমীয়াৰ বিলৈ কিয়? তথাকথিত অসমীয়া ভদ্ৰ সমাজে তাৰ সঠিক উত্তৰ দিবলৈ আগ বাঢ়ি আহিবনে?

১৯ শতিকাৰ শেষ সময়ছোৱাত অসমীয়া মানুহৰ আৰ্থিক অৱস্থা আছিল পেটে-ভাতে খাই থকা। সাধু ভাষাত ক'বলৈ গ'লে আকালো নোহোৱা উঁৰালো নোহোৱা অৱস্থা। এই প্ৰসংগত 'Condition of the People of Assam, 1888' শীৰ্ষক প্ৰতিবেদনত ৰায়বাহাদুৰ গুণাভিৰাম শৰ্মা বৰুৱায়ো অসমীয়া সমাজখনো অতি ধনী অথবা অতি দুখীয়া নাছিল বুলি উল্লেখ কৰিছিল। তেওঁ লিখিছিল বাঁহ-খেৰৰ পঁজাতেই অসমীয়া মানুহে বাস কৰিছিল বুলি। আন একাংশই অৱশ্যে কাঠৰ খুঁটা ব্যৱহাৰ কৰা বুলি এই বৰ্ণনাত পোৱা যায়। গুণাভিৰামে যি দেখিছিল সেই কথাকেই লিপিবদ্ধ কৰিছিল।

১৮৯৩ চনত নতুনকৈ খাজনা নিৰ্ধাৰণ কৰিবলৈ চৰকাৰে লোৱা সিদ্ধান্তটো সুচিন্তিত নাছিল বুলিও ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাই আপত্তি দৰ্শাইছিল। তেওঁ লিখিছিল - 'Our raiyats are so poor that they cannot afford to feed the population of the province. This is evident from the fact of the considerable quantity of food grains that is annually imported to the province.'

নতুনকৈ খাজনা নিৰ্ধাৰণৰ বিষয়টোৱে সমগ্ৰ প্ৰদেশখনৰ জনসাধাৰণক ক্ষুব্ধ কৰি তুলিছিল। এই খাজনা নিৰ্ধাৰণৰ অন্তৰালত চাহ খেতিয়কসকলৰ ষড়যন্ত্ৰও নিহিত আছিল। উদ্বৃত্ত শ্ৰমিক সৃষ্টি কৰি সেইসকলক চাহ উদ্যোগত ব্যৱহাৰ কৰাই মূল উদ্দেশ্য আছিল। গুণাভিৰাম বৰুৱাই আপত্তি দৰ্শাইছিল যদিও চৰকাৰী বিষয়া হিচাপে তেওঁৰ সীমাবদ্ধতা আছিল। ইয়াৰ বিপৰীতে অসমৰ বিভিন্ন অংশত, বিশেষকৈ পাথৰিঘাট, ৰঙিয়া, সৰ্থেবাৰী, লচিমা, বজালী আদি অঞ্চলত ৰাইজমেল অনুষ্ঠিত হৈছিল খাজনা বৃদ্ধিৰ প্ৰতিবাদত। যোৰহাট সাৰ্বজনিক সভায়ো বৰ্ধিত খাজনাৰ বিৰুদ্ধে মাত মাতিছিল। চৰকাৰলৈ প্ৰেৰণ কৰা স্মাৰকপত্ৰত উল্লেখ কৰা হৈছিল এনেদৰে— The condition of Assam and the so-

called prosperity of the province do not justify any increase of land revenue, far less the extra-ordinary rates now proposed.' তথাপি চৰকাৰে ৰাজহ বৃদ্ধি কৰিছিল। ফলত ৰাজ্যখনত অভাৱনীয় হাৰত ৰাজহ বৃদ্ধি পাইছিল। কৰ্নেল হপকিন্সে দিয়া প্ৰস্তাৱ মতে ৰাজহ বৃদ্ধিৰ পৰিমাণ ১২,৮৮,৫০৯ টকাৰ পৰা ২০,৭৭,৫৪০ টকা হ'ব বুলি আশা ব্যক্ত কৰিছিল। কিন্তু অসমৰ মুখ্য আয়ুক্তই এই বৃদ্ধিৰ বাবে দিয়া প্ৰস্তাৱ ভাৰত চৰকাৰে কৰ্তন কৰি খাজনা বৃদ্ধিৰ হাৰ কিছু পৰিমাণে হ্ৰাস কৰিছিল।

চাহ গছ আৰু খাৰুৱা তেলৰ আৱিষ্কাৰৰ লগে লগে অসমৰ সামগ্ৰিক অৰ্থনৈতিক ছবিখন সলনি হৈছিল আৰু আন্তৰ্জাতিক মানচিত্ৰত 'জংঘলী দেশ'খনে স্থান লাভ কৰিছিল। ১৮৩২ চনত লৰ্ড উইলিয়াম বেণ্টিঙে কেপ্টেইন জেনকিন্সক চাহ গছ আৰু খেতিৰ বিষয়ে বিস্তৃত প্ৰতিবেদন দাখিল কৰিবলৈ নিৰ্দেশ দিছিল। ইয়াৰ দুবছৰ পিছত অসমত কেনেকৈ চাহ খেতি কৰিব পাৰি সেই সন্দৰ্ভত আঁচনি যুগুত কৰিবলৈ এখন কমিটী গঠন কৰা হৈছিল। মিঃ গৰ্ডনক ইয়াৰ সচিবৰ দায়িত্ব দিয়া হৈছিল। গৰ্ডনে ১৮৩৪ চনৰ জুন মাহত চীনলৈ যাত্ৰা কৰিছিল, উদ্দেশ্য আছিল তাৰ পৰা চাহ গছ আৰু বীজ সংগ্ৰহ কৰা। এই সময়ছোৱাত অসমৰ চাহ সম্পৰ্কে বিভিন্ন অনুসন্ধান অব্যাহত আছিল। এইক্ষেত্ৰত কেপ্টেইন জেনকিন্সে বিভিন্নধৰণে সহায়ৰ হাত আগবঢ়াইছিল। শেষত কেপ্টেইন জেনকিন্স আৰু লেফটেনেণ্ট ছাৰ্লটনে চাহ কমিটীক অসমত পোৱা গছেই প্ৰকৃত চাহ গছ বুলি জনায়। এই সন্দৰ্ভত কমিটীয়ে চৰকাৰলৈ এইদৰে লিখিছিল— 'It is with feelings of the highest possible satisfaction, that we are enabled to announce to his Lordship in Council, that the tea shrub is beyond all doubt indigenous in Upper Assam, being found there through an extent of country of one month's march, within the Honorable Company's territories, from Sudiya and Beesa to the Chinese frontier province of Yumian, where the shrub is cultivated for the sake of its leaf. We have no hesitation in declaring this discovery, which is due to the indefatigable researches of Captain Jenkins and Lieut. Charlton, to be by far the most important and valuable that has ever been made on matters connected with the agricultural or commercial resources of this empire.' (Descriptive Account of Assam)

১৮৩৮ চনৰ এপ্ৰিল মাহত চীনা চাহৰ নিচিনাকৈ ব্ৰুচে অসমৰ চাহৰ পৰীক্ষামূলক উৎপাদন সম্পূৰ্ণ কৰে। উৎসাহিত হৈ কেপ্টেইন জেনকিন্সে উইলিয়াম বেণ্টিঙলৈ লিখিছিল— 'মই আনন্দেৰে জনাওঁ যে নিঃসন্দেহে ব্ৰুচে উৎপাদন কৰি দেখুওৱা চাহেই প্ৰকৃত চাহ।' অসমত চাহৰ সম্ভাব্য উৎপাদনৰ প্ৰতি লক্ষ্য ৰাখি ১৮৩৯ চনত অসম টী কোম্পানী নামেৰে চাহ কোম্পানী এটা ইংলেণ্ডত গঠন কৰা হয়। এই কোম্পানীৰ মূলধন আছিল পাঁচ লাখ পাউণ্ড। ইয়াৰ পিছতে অসম চাহ কোম্পানীৰ বিকাশৰ পৰ্ব আৰম্ভ হয়। অসমৰ আনাবাদী হৈ থকা মাটিসমূহত ইউৰোপীয়সকলে চাহগছৰ খেতি আৰম্ভ কৰি অকল অসমেই নহয়, ভাৰতৰ অৰ্থনীতিতো বিশিষ্ট অৰিহণা যোগাবলৈ সমৰ্থ হৈছিল। সেই ধাৰা আজিও অব্যাহত আছে। অৱশ্যে বাগিচাসমূহৰ মালিকীস্বত্ব সলনি হৈ আছে সময়ে সময়ে। চাহ উদ্যোগেই উত্তৰ-পূৰ্বাঞ্চলৰ আটাইতকৈ সফল উদ্যোগ, য'ত লক্ষ লক্ষ শ্ৰমিক নিয়োজিত হৈ আছে। চাহ বাগিচা আৰম্ভ হোৱাৰ পিছত ইয়ালৈ কাম কৰিবলৈ উত্তৰ আৰু মধ্য ভাৰতৰ পৰা শ্ৰমিক আনিবলগীয়া হৈছিল। আমদানিকৃত চাহ শ্ৰমিকসকলৰ কৰুণ কাহিনী এতিয়াও লোকগাথাৰ মাজত সজীৱ হৈ আছে। চাহ বনুৱাসকলক দুৰ্গত অৱস্থাৰ পৰা উদ্ধাৰ কৰিবলৈ ইংৰাজ চৰকাৰে কেইবাখনো আইন প্ৰণয়ন কৰিছিল। ইয়াৰ ফলত চাহ শ্ৰমিকসকলৰ সামাজিক, শৈক্ষিক, অৰ্থনৈতিক অৱস্থাৰ তুলনামূলক পৰিৱৰ্তন আৰম্ভ হৈছিল ইংৰাজসকলৰ দিনতে। চাহগছৰ সেউজী পাতৰ অন্তৰালত থকা শ্ৰমিক সমাজৰ তেজ ৰঙা ইতিহাসক আমাৰ আলোচ্য বিষয়ে ইয়াক সামৰি নলয় বাবে এৰিয়া ইয়াৰ পৰা কিছু নিলগত ৰ'লো। পৰৱৰ্তী সময়ত এই সন্দৰ্ভত দীঘলীয়াকৈ অৱলোকন কৰাৰ চেষ্টা কৰিম।

অসমৰ ইংৰাজ চাহ খেতিয়কসকলে নিজৰ স্বাৰ্থ সুৰক্ষিত কৰাৰ স্বাৰ্থত নিজাববীয়াকৈ কলিকতা টী এছ'চিয়েছনৰ ভগ্নী সংগঠন এটা খোলাৰ অৰ্থে ১৮৮৯ চনৰ ২৯ অক্টোবৰত ককিলামুখত মিলিত হৈছিল। এই সম্মিলনত জে বাকিংহামকে ধৰি ২৭জন চাহ খেতিয়ক উপস্থিত আছিল। মিলিত হোৱা চাহ খেতিয়কসকলৰ উত্তৰ লখিমপুৰ, ডিব্ৰুগড়, তেজপুৰ, যোৰহাট, গোলাঘাট, নগাঁও, বিশ্বনাথ আৰু শিৱসাগৰ জিলাৰ সৰ্বমুঠ ৭৬,৬৯২ একৰ মাটি সামৰি চাহ খেতি আছিল। সভাখনৰ কাৰ্যবিৱৰণী অনুসৰি তেওঁলোকে মুঠ চাহ উৎপাদন কৰিছিল ৫,০৮,৭৫৫ মোন। সভাখনত সভাপতিত্ব কৰিছিল জে বাকিংহামে। এই সভাতে ১১খন অস্থায়ী কমিটী গঠন কৰাৰ বাবে কেইজনমান সদস্যক দায়িত্ব দিয়া হৈছিল। সভাত তলত উল্লিখিত প্ৰস্তাবটো অন্যান্য প্ৰস্তাবৰ লগতে গ্ৰহণ কৰা হৈছিল।

That this Meeting, while supporting the Resolution of the Indian Tea Association of the 12th August, are of the opinion that it will not be sufficient to check the abuses of the arcutti system, but that they strongly urge the Calcutta Association to take immediate steps to memorialize Government, and compel all contractors to take out licenses under the Act.

অসম টী এছ'চিয়েছন গঠন কৰাৰ অৰ্থ আছিল চাহ খেতিয়কসকলৰ স্বাৰ্থ সুৰক্ষা কৰাৰ বাবে এখন সামূহিক মঞ্চ গঢ়ি তোলা। যাতে সামগ্ৰিকভাৱে তেওঁলোকে নিজৰ স্বাৰ্থৰ বাবে ঐক্যবদ্ধ হৈ প্ৰয়োজনীয় সা-সুবিধাসমূহ চৰকাৰৰ পৰা আদায় কৰি ল'ব পাৰে। উল্লিখিত সভাখনত জে বাকিংহামে নিজেই উল্লেখ কৰিছিল— 'That it should be the duty of the said Committee to take the initiative in all matters connected with the Tea industry, and also be a medium for communicating with the Local Government and the Tea Association in Calcutta'

এতিয়া আহো প্ৰব্ৰজনৰ প্ৰসংগলৈ। প্ৰব্ৰজনৰ প্ৰসংগক কেন্দ্ৰ কৰিয়েই ১৯৭৯ চনৰ পৰা অসমত আৰম্ভ হৈছিল বিদেশী বিতাড়ন আন্দোলন। ইয়াৰ ক্ৰিয়া প্ৰতিক্ৰিয়া এতিয়াও অসমীয়া খিলঞ্জীয়া লোকসকলৰ মাজত বিদ্যমান। প্ৰব্ৰজন সম্বন্ধে বিভিন্নজনে বিভিন্ন মতামত প্ৰকাশ কৰি আহিছে। পিছে অসমলৈ পমুৱা মুছলমানৰ আগমন কিয় হ'ল? কি পৰিস্থিতি আৰু পৰিৱেশৰ তাগিদাত তেওঁলোক আহিল? ইয়াৰ বাবে দায়ী কোন? এই প্ৰশ্নবোৰৰ উত্তৰ বিচাৰি সময়ে সময়ে আলোচনা আদি হৈছে যদিও এনে আলোচনা বহু সময়ত পক্ষপাতদুষ্ট হোৱাটোও সঁচা। ১৯০১ চন মানৰ পৰা তাহানিৰ অবিভক্ত ভাৰতৰ চিলেট বা মৈমনসিং জিলাৰ পৰা জন প্ৰব্ৰজন হৈছিল। ইংৰাজসকলে এইক্ষেত্ৰত ইতিবাচক ভূমিকা গ্ৰহণ কৰিছিল। অনাবাদী ভূমি কৃষি উপযোগী কৰি তোলাৰ লগতে ৰাজহ আদায় কৰাটোও চৰকাৰৰ উদ্দেশ্য আছিল। সেই সময়ৰ ৰাজনৈতিক, সামাজিক আৰু ভৌগোলিক পৰিৱেশেও এনে প্ৰব্ৰজন অৱধাৰিত কৰি তুলিছিল। ভাৰতৰ আন প্ৰান্তৰ তুলনাত অসমৰ জনসংখ্যা তুলনামূলকভাৱে কম আছিল। আমি পূৰ্বে উল্লেখ কৰা বিদ্ৰোহবোৰ, মানৰ উপৰ্যুপৰি আক্ৰমণ, ক'লাজ্বৰ, বৰ আই, মেলেৰিয়া ইত্যাদিৰ আক্ৰমণে অসমৰ জনসংখ্যা এটা সময়ত এক চতুৰ্থাংশ হ্ৰাস পোৱাইছিল। আন অৰ্থত ক'বলৈ গ'লে 'শিকিভাগ'হে বৈছিলগৈ। এনে এক পৰিস্থিতিত ইংৰাজ বিষয়াসকলে পতিত মাটিসমূহ ব্যৱহাৰ কৰি অধিক ৰাজহ আদায়ৰ বাবে কৌশল ৰচনা কৰিছিল। প্ৰদেশখনৰ সেই সময়ৰ সমাজখনৰ অধিকাংশ লোকে বহিৰাগতসকলে বিশেষ সমস্যাৰ সৃষ্টি কৰিব বুলি চিন্তিত হোৱা নাছিল। আন এটি অংশই এইক্ষেত্ৰত মাত মাতিছিল যদিও ক'লাজ্বৰৰ ভয়াবহতা, গুৰুত্বপূৰ্ণ জাতীয় সমস্যাসমূহ, স্বাধীনতা সংগ্ৰাম, দুখনকৈ মহাসমৰৰ চিন্তাত সকলো ব্যস্ত হৈ পৰা হেতু বিষয়টোৱে যথোচিত গুৰুত্ব লাভ নকৰিলে। সবাতোকৈ গুৰুত্বপূৰ্ণ কথাটো হ'ল সকলো মানুহ একেই শাসকবৰ্গৰ অধীনত আছিল। ৰাজনৈতিক আৰু সামাজিক পটভূমিলৈ লক্ষ্য নকৰি আমি যদি বাস্তৱ দৃষ্টিভংগীৰে বিশ্লেষণ কৰোঁ, তেতিয়াহ'লে দেখিবলৈ পাওঁ যে অসমৰ ভূমি সমস্যা সমাধানৰ বাবে সুস্থ নীতি গ্ৰহণ নকৰাৰ ফলতেই পিছলৈ ইয়াৰ সুযোগ গ্ৰহণ কৰিও বহিৰাগতসকলক আমদানি কৰা হৈছিল। আহোম ৰাজত্বৰ কালছোৱাত

থকা ভূমিনীতি ব্ৰিটিছ চৰকাৰে পৰিবৰ্তন ঘটাইছিল। ৰাজ্যখনৰ ৰাজহ বৃদ্ধি তথা চাহ উদ্যোগৰ সম্প্ৰসাৰণেই তেওঁলোকৰ লক্ষ্য আছিল। প্ৰাৰম্ভিক অৱস্থাত পতিত মাটিসমূহ জধে-মধে ইউৰোপীয় চাহ খেতিয়কসকলক আবণ্টন দিছিল। ইয়াৰ পৰৱৰ্তী সময়ছোৱাত বহিৰাগত আনি সেই মাটিসমূহ পট্টন দিয়াৰ ব্যৱস্থা কৰিছিল। আজি অসমীয়া মানুহে নিজৰ ঘৰতে ভগনীয়া হ'বলৈ উপক্ৰম হোৱাৰ আৰম্ভণি এয়াই আছিল।

অসমত ভূমি পট্টন দিয়াৰ উদ্দেশ্যে চৰকাৰে ১৮৩৮ চনৰ ৬ মাৰ্চ তাৰিখে এখন নতুন নিয়মাৱলী প্ৰণয়ন কৰিছিল। ১৮৫৪ চনৰ ২৩ অক্টোবৰত এই নিয়মাৱলী সংশোধন কৰা হৈছিল। পিছলৈ ১৮৬২, ১৮৬৪, ১৮৭৪, ১৮৭৬ চনত পৰ্যায়ক্ৰমে পৰিৱেশ আৰু পৰিস্থিতিৰ প্ৰতি লক্ষ্য ৰাখি এই পতিত মাটিসমূহ আবণ্টন দিয়াৰ ব্যৱস্থা কৰিছিল। চাহ বাগিচাৰ মালিকসকলক অকল চাহ খেতিৰ বাবে মাটি আবণ্টন দিয়া নাছিল। চাহ বাগিচাত কাম কৰা প্ৰাক্তন চাহ শ্ৰমিকসকলকো খেতি-বাতি কৰিবলৈ চৰকাৰে অতিৰিক্ত মাটি দিছিল। সেয়ে নিৰ্দিষ্ট চুক্তিৰ অন্ত পৰাৰ পিছতো চাহ বাগিচাৰ শ্ৰমিকসকলে অসম ত্যাগ নকৰি স্থায়ীভাৱে ইয়াতে বসবাস কৰিবলৈ লৈছিল। চিলেট, মৈমনসিং জিলাৰ পৰা আৰম্ভ হোৱা প্ৰব্ৰজনে ক্ৰমাগতভাৱে নগাঁও, কামৰূপ, দৰং, লখিমপুৰ জিলাৰ সহজলভ্য মাটিবোৰ নিৰ্দিষ্ট পৰিমাণৰ চৰকাৰী প্ৰিমিয়াম দি ভোগ দখল কৰিবলৈ লৈছিল। ফলত অসমৰ বিভিন্ন ঠাইত বিশেষকৈ নগাঁৱত খিলঞ্জীয়া লোকৰ অস্তিত্বৰ প্ৰতি বহুখিনি ভাবুকি আহিছিল।

ইউৰোপীয় উদ্যোগপতিসকলক অসমীয়া খিলঞ্জীয়া খেতিয়কসকলৰ সৈতে একে চৰ্তত মাটি পট্টন দিয়াটো উচিত হ'ব নে নাই, সেই প্ৰশ্নটো উত্থাপিত হোৱাত ১৮৬৫ চনত সেই সময়ৰ নামনি অসমৰ ৰাজহ বোৰ্ডৰ সচি: আৰ বি ছাপমেনে বংগ চৰকাৰৰ সচিবলৈ প্ৰেৰণ কৰা এখন পত্ৰৰ জৰিয়তে উত্তৰ দিছিল। উক্ত চিঠিখনত তেওঁ লিখিছিল— 'The simple question first discussed was whether European Capitalists should be allowed to take leases of Waste Lands upon the same terms as the indigenous cultivators had always been allowed to do. This question was resolved in the affirmative, and though of the leases were, to some extent, re-adjusted to suit the convenience of the European Planters, it was settled that native cultivators were to be allowed to have land upon the adjusted terms. The new leases were not supposed in fact, to differ materially in principle from the old provincial tenure on which they were based, and which they have superseded.'

চাহ বাগিচাৰ বাবে মাটি দিয়া সংক্ৰান্তত ১৮৬৭ চনৰ ২ এপ্ৰিল তাৰিখে লেণ্ড হোল্ডাৰ এণ্ড কমাৰ্চিয়েলৰ (The land holders' and commercial Association) সম্পাদক J. Backwith-এ বংগ চৰকাৰৰ সচিবলৈ এইদৰে লিখিছিল— 'I think I may say that the old Waste land Rules containing the clearance conditions were never suited to persons taking up lands for tea gardens. The lands suitable for tea are those which are raised above the level of the inundations caused by local rains, and by the rise of the rivers, as the tea plant strikes its tap-root deeply into the soil, and ceases to thrive as soon as it reaches the level of drainage. Such lands will not grow rice, and as this is likely to be the only extensive cultivation in the vicinity of the tea gardens for a considerable time, the tea planter has either to fail in complying with the clearance conditions, thereby rendering his whole estate liable to resumption, or he has in order to comply with the law to clear land from forest valuable to him, although such lands must be allowed to relapse again into jungle of a kind of no value to any one.'

১৮৬৭ চনৰ ৮ আগষ্ট তাৰিখে বংগৰ লেফটেনেন্ট গৱৰ্ণৰে The land holders' and commercial Association-ৰ দাবী মানি লৈ ১৮৫৪ চনৰ পতিত মাটিত চাহ বাগিচা থকা জিলাসমূহৰ ভূমি পট্টন সম্পৰ্কীয় নিয়মাৱলী সংশোধন কৰিছিল। তেওঁ দিয়া আদেশটো আছিল এনেধৰণৰ—

'That the Government will abandon the requirement of Section 6, Clause 1 of the existing Waste Land Rules, (issued by the Board of Revenue with the approval of Government) to the effect that no parcel of land held on a lease under the old Rules of October 1854 can be commuted to freehold until all clearance conditions which may have fallen due have been fulfilled, and that in future leaseholders will be allowed to commute to freehold such compact parts of their holdings as they may wish to retain without question as to whether they have fulfilled the clearance conditions.'

১৮৯৭ চনৰ ২ জুন তাৰিখে ভাৰত চৰকাৰৰ তদানীন্তন সচিব Denzil Ibbetson-এ পতিত মাটিক পামলৈ ৰূপান্তৰিত কৰাৰ আঁচনি অধ্যয়নৰ উদ্দেশ্যে ছেনাব কলনীলৈ অসমৰ এজন বিষয়াক পঠিয়াবলৈ অসমৰ মুখ্য আয়ুক্তক পৰামৰ্শ দিছিল। লগতে তেওঁ Colonisation আঁচনি কৃতকাৰ্য হ'বলৈ হ'লে মূলতঃ তিনিটা বস্তুৰ আৱশ্যক বুলি উল্লেখ কৰি কৈছিল– 'Three things are essential to success–careful selection of the colonists in their district of origin; careful super intendence of the process of settlement by an officer on the spot, and liberal assistance for a while in the shape of Government loans The second could doubtless be arranged for, while the third would present no difficulty if the settlers are persons of a class that can be trusted and if the settlement is a success Irrigation is not needed in Assam, as it is in the Punjab, though probably much more in the shape of clearance needs to be done before the first crop is reaped'

১৮৯৮ চনৰ ২৪ ছেপ্টেম্বৰ তাৰিখে এইচ জে এছ কটনে Colonisation আঁচনি সম্পৰ্কে টোকা এটা প্ৰস্তুত কৰিছিল। এই টোকাত উল্লেখ কৰা হৈছিল অসমৰ ভূমি সংক্ৰান্তীয় গুৰুত্বপূৰ্ণ বিষয় আৰু সিদ্ধান্তসমূহ। তেওঁ তেওঁৰ টোকাত অন্যান্য প্ৰসংগৰ লগত ১৮৮০ চনত গোৱালপাৰা জিলাত ছাৰ ষ্টুৱাৰ্ট বেইলীৰ আদেশ মতে চাওতালসকলক ২৫ বৰ্গ মাইল মাটি দিয়াৰ কথাও উল্লেখ কৰা হৈছিল। ১৮৮৫ চনত ইয়াত খেতি কৰা মাটিৰ পৰিমাণ আছিল ১,২১৬ বিঘা। চাওতালসকলৰ জনসংখ্যা আছিল ৫৮৪জন। ইয়াৰ পিছতেই চাওতালসকলৰ লগত মেচ, ৰাভাসকলেও এই কলনীত যোগদান কৰে। ১৮৯৬-৯৭ চনত ইয়াত খেতি কৰা মাটিৰ পৰিমাণ হয়গৈ ৪,৮৬৭ বিঘা। ইয়াৰে ৩,৭৩০ বিঘা মাটিত চাওতালসকলে খেতি কৰিছিল।

১৮৯৬ চনত অসম ভূমি ৰাজহ নিয়মাৱলী ১২ আৰু ২৯ নম্বৰ অনুচ্ছেদৰ সংশোধন ঘটাই আনক মাটি ভাৰালৈ বা লিজত দিয়াটো বন্ধ কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। এই প্ৰস্তাৱৰ বিৰুদ্ধে জাঙুৰ খাই উঠিছিল যোৰহাটৰ সাৰ্বজনিক সভাই। সভাৰ সভাপতি জগন্নাথ বৰুৱাই ১৮৯৭ চনৰ ১২ মাৰ্চ তাৰিখে লিখা এখন আপত্তি পত্ৰত এইদৰে উল্লেখ কৰিছিল— The Jorhat *Sarbojanik Sabha* regrets to observe that the Government of India desire in all future settlements of waste land to abolish the middleman and to settle land directly with the cultivator The Sabha would most respectfully venture to submit that this policy is unsound, impolitic, and unsuited to the circumstances of India

১৮৯৭ চনৰ ২৮ ফেব্ৰুৱাৰী তাৰিখে উজনি অসম ৰায়ত এছ'চিয়েছনৰ সভাৰ প্ৰস্তাৱ মৰ্মে ১৮৯৭ চনৰ ১১ মাৰ্চত এখন এই সংক্ৰান্তীয় স্মাৰকপত্ৰ দিয়া হৈছিল। অন্যান্য প্ৰসংগৰ লগতে তেওঁলোকে এইদৰে উল্লেখ কৰিছিল— 'Under such circumstances, your memorialists fear that the direct and immediate effect of the amended rules would be to altogether check the reclaiming of waste lands for the purpose of ordinary cultivation, and your memorialists believe that such a result the Government should try to avoid by every

means, considering the little progress the country has made in its ordinary cultivation and the vast tracts of land yet lying waste.'

১৮৯৭ চনৰ ১১ মাৰ্চ তাৰিখে আছাম এছ'চিয়েছনৰ সম্পাদক হিচাপে গুণ্ডানন বৰুৱাই মুখ্য আয়ুক্তলৈ আবেদন জনাই এই প্ৰস্তাবিত সংশোধনী নাকচ কৰিবলৈ অনুৰোধ কৰিছিল। তেওঁ লিখিছিল— 'The Committee fail to understand the necessity for such a change in the principle of settlement of land in Assam, as there was no preamble to the amendments showing the reason for their introduction. There is no permanent settlement in Assam Proper, and the tenure of land is limited to certain period after which Government can increase the revenue. By the existence of such a middle class people, under the circumstances, Government do not suffer anything, rather they help the Government and the raiyats.' ১৮৯৯ চনৰ ৮ আগষ্ট তাৰিখে সংসদত মিঃ হাৰ্বাৰ্ট ৰবাৰ্টছে ইম্পেৰিয়েল কাউন্সিলত এই সংক্ৰান্তত প্ৰশ্ন উত্থাপন কৰিছিল।

Mr. Herbert Roberts– To ask the Secretary of State for India whether out of $6^3/_4$ million acres of land capable of cultivation in Assam, not more than $1^1/_4$ million acres are under cultivation.

Whether he will state what was the area of land and what were the main conditions under which it was proposed to offer it for cultivation under the scheme for opening up a large tract of this province recently submitted to the Government of India by the Chief Commissioner of Assam :

Whether he will further state to what extent and under what conditions the Government of India have seen their way to sanction this experiment :

And, whether, in view of the pressing importance of finding new outlets for Indian capital and labour, he will present papers in reference to the question alluded to.

১৯০০ চনৰ ৯ মাৰ্চ তাৰিখে তেতিয়াৰ ভাইচৰয়ে তেজপুৰত চাহ খেতিয়কসকলৰ আবেদনৰ ওপৰত দিয়া উত্তৰত এইদৰে উল্লেখ কৰিছিল— 'In the present case, it is no doubt true that in any scheme of Government colonisation we must look in the main to external sources for recruitment. Time-expired tea colies, I dare say make the best settlers, because they are already acclimatised and I should think that it would be to the interest of the planter himself to settle his coolies upon neighbouring plots of land, so as to retain a cell upon their services after the expiration of the contract, but I agree that the labour supply of the gardens and the labour supply of the province are subjects which should not be confused, and which should be treated independently of each other.'

চাহ খেতিয়কসকলৰ উদ্দেশ্য আছিল তেওঁলোকৰ বাগিচাত কাম কৰা চাহ শ্ৰমিকসকলৰ সংস্থাপনৰ বাবে অতিৰিক্ত পতিত মাটি সংগ্ৰহ কৰা। সেয়েহে ইয়াৰ প্ৰয়োজনীতা সম্পৰ্কে সময়ে সময়ে চৰকাৰৰ ওচৰত তেওঁলোকে দাবী জনাই আহিছিল। এই প্ৰসংগতে উল্লেখ কৰিব পাৰি যে ১৮৯৯ চনৰ ১৯ আগষ্ট তাৰিখে ভাৰত চৰকাৰৰ সচিব টি ডব্লিউ হল্ডাৰনেচে এখন পত্ৰৰে অসমৰ পতিত মাটিত পাম আঁচনি গ্ৰহণ সংক্ৰান্তত চৰকাৰৰ দৃষ্টিভংগী প্ৰকাশ কৰি এইদৰে লিখিছিল— 'With these exceptions, the Government of India are prepared to give full and sympathetic consideration of such terms as you may propose for making grants to any particular capitalists approved by you, who may be willing to take land in Assam up to the

limits of 1,00,000 acres already prescribed.'

১৯০৩ চনৰ ৪ ডিচেম্বৰ তাৰিখে তেতিয়াৰ সচিবে দিয়া এটা চৰকাৰী টোকাত উল্লেখ কৰিছিল অসমৰ চাহ খেতি এটা গুৰুত্বপূর্ণ উদ্যোগ যদিও অন্য শস্যৰ খেতিবো গুৰুত্ব আছে। এটা উদ্যোগক উৎসাহিত কৰি আন এটা উদ্যোগৰ বিকাশত বাধা দিয়াটো উচিত নহয়। আনকি জে বি ফুলাৰেও ১৯০৫ চনৰ ১১ জানুৱাৰী তাৰিখে উল্লেখ কৰিছিল— 'মই পুঁজিপতিসকলৰ স্বাৰ্থত পাম আঁচনিৰ ব্যৱস্থা কৰা কাৰ্যক সমৰ্থন নকৰোঁ।' তথাপি চৰকাৰে পাম আঁচনিক উৎসাহিতহে কৰিছিল।

১৯০৫ চনৰ মাৰ্চ মাহত গোৱালপাৰা দুৱাৰ্ছত পাম আঁচনি গ্ৰহণ কৰা হৈছিল। চাওতালসকলৰ বাবে এই কলনীৰ ব্যৱস্থা কৰা হৈছিল। এই কলনীৰ এলেকা আছিল ২৫ বৰ্গমাইল। ইয়াৰ ছভাগৰ এক অংশহে খেতিৰ বাবে উপযোগী মাটি আছিল। সেই সময়ত ইয়াত ১,৬০০জন লোকে বাস কৰিছিল।

পতিত মাটি সম্পৰ্কীয় বিষয়সমূহে ১৯০৬ চনৰ পৰা ১৯২০ চনলৈ ব্যৱস্থাপক সভাৰ মজিয়াত গুৰুত্বপূৰ্ণ স্থান লাভ কৰা নাছিল। সেই সময়ত ব্যৱস্থাপক সভাত অন্যান্য প্ৰসংগৰ লগতে প্ৰেজিং ৰিজাৰ্ভৰ কৰক লৈও বিভিন্ন বিতৰ্ক আৰু আলোচনা হৈছিল। কিন্তু ১৯২০ চনৰ পিছৰ পৰা আহিবলৈ আৰম্ভ কৰা পূৰ্ব বংগৰ ভগনীয়াসকলৰ সামগ্ৰিক অত্যাচাৰ আৰু ইয়াৰ বিৰুদ্ধে অসমীয়া মানুহৰ মাজত সচেতনতা আৰু শংকা বৃদ্ধি পোৱাৰ ফলত নগাঁও জিলাত ভগনীয়াসকলৰ বিৰুদ্ধে গঢ়ি উঠা জনমতত বাধ্য হৈ খিলঞ্জীয়াৰ সুৰক্ষাৰ স্বাৰ্থত সেই সময়ৰ, অৰ্থাৎ ১৯২৩ চনত নগাঁৱৰ উপায়ুক্ত মিঃ হিগিনছে প্ৰথমতে লাইন পদ্ধতিৰ প্ৰবৰ্তন কৰিছিল। তেওঁ আৰম্ভ কৰা লাইন ব্যৱস্থা তেওঁৰ পৰৱৰ্তী উপায়ুক্ত থমাছে ১৯২৪ চনত কিছু সংশোধন ঘটায়। আনহাতে অসমত খিলঞ্জীয়া লোকৰ মাজত কিছু ধনী আৰু ক্ষুদ্ৰ উদ্যোগপতিৰ সৃষ্টি হোৱাৰ লগে লগে ইউৰোপীয় চাহ মালিকসকলৰ লগত বাগিচাৰ বাবে আবণ্টিত মাটিক কেন্দ্ৰ কৰি শীতল যুদ্ধ আৰম্ভ হৈছিল। সেয়ে মাটি বন্দৱস্তি দিয়া সংক্ৰান্তত যাতে ভূমিপুত্ৰসকলে অগ্ৰাধিকাৰ পায়, সেই সম্পৰ্কে কেবাটাও প্ৰস্তাৱ ব্যৱস্থাপক সভাত উত্থাপন কৰা হৈছিল। বিশেষকৈ ১৯২৫ চন আৰু ১৯২৭ চনত এই সংক্ৰান্তীয় প্ৰস্তাৱ উত্থাপন কৰা কথা কাৰ্যবিৱৰণিত আমি পঢ়িবলৈ পাওঁ। ১৯২৫ চনৰ ৮ ছেপ্টেম্বৰত ৰোহিণীকান্ত হাতীবৰুৱাই ব্যৱস্থাপক সভাত এটা প্ৰস্তাৱ উত্থাপন কৰিছিল। তেওঁ অনা প্ৰস্তাৱটো আছিল এনেধৰণৰ— 'This council recommends to the Government of Assam that under proper conditions all available waste land in the province should be settled with Indians only, with a certain amount of preference to the Assamese for the next 5 years and that the ordinary practice of settlement of land for ordinary cultivation should be so modified as to encourage greater utilization of greater amount of land for ordinary cultivation on a big scale.'

এই প্ৰস্তাৱটোৰ ওপৰত চলা বিতৰ্কৰ সময়ত খান বাহাদুৰ আলাউদ্দিন আহমেদ চৌধুৰীয়ে এটা সংশোধনী প্ৰস্তাৱ উত্থাপন কৰিছিল। প্ৰস্তাৱটো আছিল— That this Council recommends to the Government of Assam that waste lands in this province should be ordinarily settled with the natives of the province for special and ordinary cultiva*;on with a view to encourage agriculture by small capitalists of the province without hampering the claims of immigrants.

অসমীয়া জাতিৰ বাবে অশনি সংকেতস্বৰূপ এই সংশোধনী প্ৰস্তাৱটো সেইদিনা অসমীয়া সদস্যসকলে নতশিৰে মানি লৈছিল। অসমীয়া প্ৰতিনিধিসকলৰ অদূৰদৰ্শী মনোভাৱলৈ লক্ষ্য কৰি চৰকাৰী বিষয়া এইচ চি বাৰ্নেছে কৈছিল— 'I understand that the opposite party has now abandoned that attitude and would treat immigrants on an equality of the Assamese.'

ইয়াৰ পূৰ্বে বিতৰ্কত ভাগ লৈ এ এইচ ডব্লিউ বেন্টিংকে অসমীয়া মানুহক সুৰক্ষা দিবলৈ হ'লে এখন আইন প্ৰণয়ন কৰাটো প্ৰয়োজন বুলি উল্লেখ কৰি কৈছিল— 'The difficulty is to protect

them from this and this can hardly be done without legislation.' পিছে ইয়াৰ পিছতো উল্লিখিত প্ৰস্তাৱটো ব্যৱস্থাপক সভাত গ্ৰহণ কৰা হৈছিল আৰু খিলঞ্জীয়া সদস্যসকলেও ভগনীয়াসকলক স্বীকৃতি প্ৰদান কৰি পতিত মাটিত সমঅধিকাৰ সাব্যস্ত কৰাৰ সুবিধা প্ৰদান কৰিছিল। ইয়াৰ পিছত ১৯২৭ চনৰ ২২ জুলাই তাৰিখে মহাদেৱ শৰ্মাই ভগনীয়াসকলক পতিত মাটি আবণ্টন দিব নালাগে বুলি প্ৰস্তাৱ উত্থাপন কৰিছিল যদিও প্ৰস্তাৱটো ব্যৱস্থাপক সভাই নাকচ কৰিছিল। ১৯৩৬ চনৰ ১ অক্টোবৰ তাৰিখে লাইন প্ৰথা আঁতৰাব লাগে বুলি ব্যৱস্থাপক সভাৰ সদস্য খান বাহাদুৰ নুৰুদ্দিন আহমেদে প্ৰস্তাৱ উত্থাপন কৰিছিল। এই প্ৰস্তাৱ মতে লাইন প্ৰথা অনুসন্ধান সমিতি এখন গঠন হৈছিল আৰু এই সমিতিয়ে ১৯৩৮ চনত প্ৰতিবেদন দাখিল কৰিছিল। এই কমিটীৰ প্ৰতিবেদনত লাইন প্ৰথা শিথিল কৰাৰ বাবে পৰামৰ্শ আগবঢ়াইছিল। সেইমৰ্মে বৰদলৈ চৰকাৰে লাইন প্ৰথা অনুসন্ধান সমিতিৰ পৰামৰ্শ আৰু প্ৰস্তাৱসমূহ ১৯৩৯ চনৰ ৪ নৱেম্বৰত গ্ৰহণ কৰিছিল। লাইন প্ৰথা উঠাই দিয়াৰ ফলতেই অসমৰ ভূমি সমস্যাই ক্ৰমাগতভাৱে জটিল ৰূপ ধাৰণ কৰিছিল। প্ৰশাসনৰ দুৰ্বলতা, ৰাজনৈতিক নেতাসকলৰ দুমুখীয়া চৰিত্ৰ আৰু ক্ষমতা লাভৰ তাড়না তথা সময়ে সময়ে গ্ৰহণ কৰা আপোচৰ সিদ্ধান্তই অসমীয়া খিলঞ্জীয়া লোকক আজি বিপদগ্ৰস্ত কৰি তুলিছে। তাৰ বাবে দ্বিধাহীনভাৱে দায়ী কৰিব লাগিব অসমৰ ৰাজনৈতিক নেতাসকলক।

এতিয়া আহোঁ আমাৰ এই গ্ৰন্থৰ মূল প্ৰতিপাদ্য বিষয়লৈ। ১৮৯২ চনত নতুন সংশোধিত সংস্কাৰ আঁচনিৰ জৰিয়তে ১৮৬১ চনৰ ইণ্ডিয়ান কাউন্সিল এক্ট সংশোধিত কৰা হয়। এই সংশোধনৰ ভিত্তিত পূৰ্ববংগ আৰু অসমক লৈ এখন ব্যৱস্থাপক সভাৰ আৰম্ভণি কৰা হয়। এই ব্যৱস্থাপক সভাৰ প্ৰথমখন বৈঠক ঢাকাত বহিছিল ১৯০৬ চনৰ ১৮ ডিচেম্বৰত। সভাপতি আছিল এল হেৰ। সভাপতিৰ বাহিৰে উপস্থিত থকা ১৩জন সদস্যৰ ভিতৰত চাৰিজন সদস্য আছিল ভাৰতীয়। ইয়াৰে দুজন হিন্দু সম্প্ৰদায়ৰ আৰু আন দুজন আছিল মুছলমান সম্প্ৰদায়ৰ। বাকীসকল আছিল ইংৰাজ বিষয়া। এই প্ৰথমখন ব্যৱস্থাপক সভাত কোনোজন অসমীয়া লোককে নিৰ্বাচিত বা মনোনীত কৰা হোৱা নাছিল। ১৯০৬ চনৰ পৰা ১৯০৯ চনৰ ২২ ফেব্ৰুৱাৰীলৈ এই সময়ছোৱাত বহা ব্যৱস্থাপক সভাৰ বৈঠকত অসম সম্পৰ্কীয় বা অসমৰ উন্নয়ন সম্পৰ্কে তেনেধৰণৰ বিস্তৃত আলোচনাও হোৱা নাছিল। প্ৰায়বোৰ সদস্যই নিজ নিজ অঞ্চলৰ যোগাযোগ, শিক্ষা আদি বিষয়ৰ ওপৰত কেৱল তেওঁলোকৰ নিজৰ মনোভাব ব্যক্ত কৰা পৰিলক্ষিত হৈছিল। এই সময়ছোৱাত 'বেংগল পৰ্ট অব বাৰ্টছ এক্ট-১৮৭৯' সংশোধনৰ বাবে উত্থাপন কৰা হৈছিল। কোনো এজন অসমীয়া লোকে এই সময়ছোৱাত প্ৰতিনিধিত্ব নকৰা বাবে অসমৰ সমস্যাবোৰ অলক্ষিতে ৰৈ গৈছিল। অৱশ্যে ৰায়বাহাদুৰ সীতানাথ ৰয়ে দুই-এটা বিষয়ত অসম সম্পৰ্কে তেওঁৰ মতামত আগবঢ়াইছিল।

১৯০৯ চনত মাণিক চন্দ্ৰ বৰুৱা ব্যৱস্থাপক সভালৈ মনোনীত হোৱা কথা আমি পূৰ্বে উল্লেখ কৰিছো। ১৯০৯ চনত অনুষ্ঠিত প্ৰথমখন বৈঠকতে মাণিক চন্দ্ৰই কটন কলেজ, লোকেল ব'ৰ্ড আৰু শিক্ষিত অসমীয়া লোকক প্ৰাদেশিক অসামৰিক সেৱাত নিযুক্তি দিয়া আদি বিষয় সন্দৰ্ভত প্ৰশ্ন উত্থাপন কৰিছিল। ইয়াৰ পিছৰখন বৈঠকত তেওঁ আফিং, গাঞ্জা, শিক্ষা বিভাগত অসমীয়া লোকৰ নিযুক্তি আদি বিষয় দাঙি ধৰিছিল। ১৯০৯ চনৰ ৬ এপ্ৰিলৰ ব্যৱস্থাপক সভাত তেওঁ এটা দীঘলীয়া ভাষণ দিছিল। এই ভাষণত তেওঁ ১৮৫৩ চনৰ ২৩ মে'ত জেনেৰেল জেনকিন্সে লিখা চিঠি এখনৰ কথা উল্লেখ কৰাৰ লগতে অসমৰ সামগ্ৰিক অৰ্থনৈতিক, সামাজিক অৱস্থাৰ চিত্ৰ এখন দাঙি ধৰিছিল। এই ভাষণ গোটেই অসমীয়া মানুহৰ মাজত লুকাই থকা সুপ্ত চেতনাৰ বহিঃপ্ৰকাশ বুলি ক'ব পাৰি। পিছৰ সংশোধিত নিয়ম অনুসৰি গঠন কৰা ব্যৱস্থাপক সভাত অসমৰ প্ৰতিনিধিৰ সংখ্যা বৃদ্ধি পাইছিল। এই প্ৰতিনিধিসকলৰ ভিতৰত আছিল ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা, ৰায়বাহাদুৰ ভুবনৰাম দাস, মাণিক চন্দ্ৰ বৰুৱা আৰু মৌলবী ছৈয়দ আব্দুল মজিদ। ১৯১০ চনৰ ৪ জানুৱাৰীত অনুষ্ঠিত হোৱা বৈঠকত মাণিক চন্দ্ৰ বৰুৱাই লোকেল

ব'ৰ্ড আৰু যোগাযোগ, অসমীয়া লোকক আমোলাৰ পদত নিযুক্তি, মৌজাদাৰৰ মৰ্যাদা সংক্ৰান্তীয় প্ৰস্তাৱ উত্থাপন কৰিছিল। আনহাতে ভুৱনৰাম বৰুৱাই অসম স্কুল মেনুৱেল, আফিঙৰ ব্যৱহাৰ, নদী আৱৰ্জী আদি বিষয় সন্দৰ্ভত প্ৰশ্ন উত্থাপন কৰিছিল।

১৯১০ চনৰ ৫ এপ্ৰিলত বাজেট প্ৰসংগত ভাষণ দিছিল ৰায়বাহাদুৰ ভুবনৰাম দাস আৰু মাণিক চন্দ্ৰ বৰুৱাই। ৰায়বাহাদুৰ ভুবনৰাম দাসে অসমৰ লোকেল ব'ৰ্ডৰ অনুদান বৃদ্ধি কৰাৰ লগতে স্বনাময় ব্যৱস্থাৰ বাবে ধন দিবলৈ চৰকাৰক অনুৰোধ কৰিছিল। মাণিক চন্দ্ৰ বৰুৱাই বাজেট ভাষণৰ ওপৰত এটা দীঘলীয়া ভাষণ দাঙি ধৰিছিল। তেওঁৰ ভাষণত আবকাৰী বিল, কটন কলেজৰ সমস্যা, নলবাৰী জিলাৰ শিক্ষা ব্যৱস্থা, স্বাস্থ্য বিভাগৰ ক্ষেত্ৰত চৰকাৰে লোৱা ব্যৱস্থা আদি বিষয় সামৰি ভাষণ দিছিল। চাহ উদ্যোগৰ প্ৰতিনিধি ডব্লিউ ছিকনাৰেও লোকেল বোৰ্ড সংক্ৰান্তীয় বিষয়সমূহ দাঙি ধৰিছিল।

১৯১১ চনৰ ৪ জানুৱাৰীত মাণিক চন্দ্ৰ বৰুৱাই ডাক, বন আৰু গড়কাপ্তানি বিভাগত আমোলাৰ নিযুক্তি, যোগাযোগ ব্যৱস্থা, ব্ৰহ্মপুত্ৰ উপত্যকাৰ মৌজাদাৰৰ অৱস্থা আদি বিষয়ে প্ৰশ্ন উত্থাপন কৰিছিল। ভুবনৰাম দাসে অসমৰ স্কুলৰ শিক্ষাৰ মাধ্যম, যোগাযোগ, পানী যোগান আঁচনি, শিৱসাগৰ চহৰৰ উন্নয়ন, ডিব্ৰুগড় আৰু নগাঁৱৰ গৰাখহনীয়া আদি বিষয়ক প্ৰশ্ন উত্থাপন কৰিছিল। ১৯১১ চনৰ ১৩ মাৰ্চত অনুষ্ঠিত ব্যৱস্থাপক সভাত মাণিক চন্দ্ৰ বৰুৱাই মৌজাদাৰসকলৰ পদমৰ্যাদা সম্পৰ্কীয় প্ৰশ্ন উত্থাপন কৰিছিল। ১৯১১ চনৰ ৫ এপ্ৰিলত ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱাই গ্ৰামাঞ্চলৰ পানীযোগান ব্যৱস্থা, কৃষি ঋণ, ধুবুৰীত মুন্সিফৰ নিযুক্তি, অসম উপত্যকাৰ জিলাসমূহত ছাব-অৰ্ডিনেট বিচাৰক নিযুক্তি, বানপানীৰ পৰা কৃষিভূমি ৰক্ষা কৰাৰ বাবে চৰকাৰক অনুৰোধ জনাইছিল। সিদিনাখ সভাতে ৰায়বাহাদুৰ ভুবনৰাম দাসে বাজেট বিৱৰণীৰ ওপৰত দীঘলীয়া ভাষণ দাঙি ধৰিছিল। তেওঁৰ ভাষণত আফিং, গাঞ্জা, নেপালী লোকৰ অনুপ্ৰবেশ, গুৱাহাটী লোকেল ব'ৰ্ডলৈ ধনৰ অনুমোদন, উইলিয়ামছন ফাগুৰ ব্যৱহাৰ, পুখিভঁৰাল স্থাপন, ক'লাজ্বৰ নিয়ন্ত্ৰণ আদি বিষয় সামৰি বিশ্লেষণাত্মক ভাষণ দাঙি ধৰিছিল। মাণিক চন্দ্ৰ বৰুৱায়ো বিত্তীয় প্ৰতিবেদনৰ প্ৰসংগত এক সুদীৰ্ঘ ভাষণ দিছিল। তেওঁৰ ভাষণত যোগাযোগৰ ব্যৱস্থাৰ উন্নয়নৰ অৰ্থে পতিত মাটিসমূহ মুকলি কৰা আদি কেইবাটাও গুৰুত্বপূৰ্ণ সমস্যাৰ আশু সমাধানৰ বাবে চৰকাৰৰ ওচৰত দাবী জনাইছিল।

১৯১২ চনৰ ৫ ফেব্ৰুৱাৰীত অনুষ্ঠিত বৈঠকত মাণিক চন্দ্ৰ বৰুৱাই কাৰাগাৰত মৃত্যু হোৱা লোকৰ সংখ্যা, ৰাজহ অনাদায়ৰ বাবে দিয়া কাৰাবাস, মৌজাদাৰৰ অৱস্থা, যোগাযোগ ব্যৱস্থা, পানীৰ যোগান, নিয়োগ, ভাৰত চৰকাৰৰ অধীনস্থ চাকৰিত অসমীয়া লোকৰ নিযুক্তি, শিৱসাগৰৰ পৰা যোৰহাটলৈ জিলাৰ মুখ্য কাৰ্যালয় স্থানান্তৰ, যোৰহাট হাইস্কুলৰ বছৰেকীয়া পৰীক্ষাৰ ফলাফল আদি বিষয়ক প্ৰশ্ন উত্থাপন কৰিছিল। ৰায়বাহাদুৰ ভুবনৰাম দাসে কটন কলেজ, গুৱাহাটীৰ নলা-নৰ্দমা আঁচনি, ক'লাজ্বৰ, উইলিয়ামছন ফাগুৰ ব্যৱহাৰ, চৰকাৰী হাইস্কুল পৰিচালনা সমিতিত বেচৰকাৰী সদস্যৰ অন্তৰ্ভুক্তি, যোগাযোগ ব্যৱস্থা আদিৰ বিষয়ে প্ৰশ্ন উত্থাপন কৰিছিল।

ইয়াৰ পিছত 'ভাৰতীয় ব্যৱস্থাপক আইন-১৮৬১, ১৮৯২' সংশোধন ঘটাই ১৯০৯ চনত প্ৰণয়ন কৰা নতুন আইন অনুসৰি অসমৰ বাবে সুকীয়া মুখ্য আয়ুক্তৰ অধীনত ব্যৱস্থাপক সভা গঠন কৰা হৈছিল আৰু সেই অনুসৰি ১৯১৩ চনৰ ৬ জানুৱাৰীত ঢাকাৰ সলনি শ্বিলঙত ব্যৱস্থাপক সভাৰ প্ৰথম বৈঠক অনুষ্ঠিত হৈছিল। ইয়াত সভাপতিত্ব কৰিছিল ছাৰ আৰ্চডেল আৰ্লে। তেওঁ আছিল অসমৰ মুখ্য আয়ুক্ত। এইখন বৈঠকত মাণিক চন্দ্ৰ বৰুৱা, ঘনশ্যাম বৰুৱা, তৰুণৰাম ফুকন, মৌলবী ছৈয়দ মহম্মদ ছাদুল্লা, ৰায়বাহাদুৰ ৰমণীমোহন দাস, ৰায়বাহাদুৰ দুলাল চন্দ্ৰ দেৱ, ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা, এ বি হকিম্‌ছ, পদ্মনাথ গোহাঞি বৰুৱা, পি আৰ টি গৰ্ডন, এফ চি হেনিকাৰ, ডব্লিউ জে ৰীড, ডব্লিউ এম কেনেডি, আৰ এন কেম্বল, মিঃ মেকচুইট, জে আৰ কানিংহাম, জে এফ গ্ৰেহেম, এ বি হকিম, ফণীধৰ চলিহা, কামিনী কুমাৰ চন্দ, বাবু নলিনীকান্ত ৰয়দস্তিদাৰ, ৰায় বাহাদুৰ সীতামোহন দাস, খান বাহাদুৰ আব্দুল

মজিদ, চি টি ফৰ্বচ, ডব্লিউ টি ক্যাথকাৰ্ট, চি এল প্ৰিংগেল সদস্য হিচাপে উপস্থিত আছিল। পিছলৈ ঘনশ্যাম বৰুৱা সৰ্বভাৰতীয় ব্যৱস্থাপক সভাৰ সদস্য হিচাপে নিৰ্বাচিত হোৱাত তেওঁৰ স্থানত এ এল প্লেফিয়াৰ নিৰ্বাচিত হয়। আনহাতে আব্দুল মজিদ অসম ব্যৱস্থাপক সভাৰ সদস্য মনোনীত হোৱাত দুলাল চন্দ্ৰ দেৱ ৰয়ে তেওঁৰ আসন এৰি দিবলগীয়া হৈছিল। পিছলৈ হেনিকাৰৰ ঠাইত জে চি আৰ্থাৰটন সদস্য হিচাপে মনোনীত হৈছিল। প্ৰথম দিনাৰ বৈঠকত ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা আৰু মৌলবী ছৈয়দ আব্দুল মজিদ, চি টি ফৰ্বেচ আৰু সভাপতি ছাৰ আৰ্চডেল আৰ্লে ভাষণ দিছিল।

ইয়াৰ পিছৰখন বৈঠক আৰম্ভ হৈছিল সেই বছৰৰে ১৩ মাৰ্চ তাৰিখে। সেই বৈঠকত মাণিক চন্দ্ৰ বৰুৱাই কি নীতিত চৰকাৰে দুয়োখন উপত্যকাৰ মাজত যোগাযোগৰ উন্নয়নৰ বাবে ১৫ লাখ টকাৰ অনুদান দিছিল সেই সম্পৰ্কে প্ৰশ্ন উত্থাপন কৰিছিল। তদুপৰি তেওঁ নগাঁও জিলাৰ যোগাযোগ ব্যৱস্থা, কটন কলেজত আৰ্ল ল কলেজ স্থাপন, গুৱাহাটী মিনিউচিপালিটী, গুৱাহাটীৰ নলা-নৰ্দমা উন্নীতকৰণ সন্দৰ্ভত প্ৰশ্ন উত্থাপন কৰিছিল। ছৈয়দ আব্দুল মজিদে জয়ন্তীয়া পাহাৰত পুনৰ বন্দবস্তি, ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱাই কৃষিঋণ, সংস্কৃত শিক্ষাৰ প্ৰসাৰ, বানপানীৰ পৰা খেতিপথাৰ ৰক্ষা আদিৰ বিষয় সামৰি কেইবাটাও প্ৰশ্ন উত্থাপন কৰিছিল। সিদিনাৰ সভাতেই মিঃ ৰীডে ১৯১৩-১৪ চনত বাৰ্ষিক বিত্তীয় বিৱৰণী দাঙি ধৰিছিল। জে আৰ কানিংহামে তেওঁৰ অধীনস্থ শিক্ষা বিভাগৰ আয়-ব্যয়ৰ হিচাপ দাঙি ধৰিছিল। তেওঁ তেওঁৰ ভাষণত প্ৰাথমিক, মাধ্যমিক, কলেজীয়া শিক্ষা, স্ত্ৰীশিক্ষা আৰু মুছলিম শিক্ষা আদিৰ ক্ষেত্ৰত ল'ব খোজা ব্যৱস্থা তথা চৰকাৰৰ নীতিৰ ব্যাখ্যা কৰিছিল। ১৯১৩ চনৰ ১০ এপ্ৰিল তাৰিখে পদ্মনাথ গোহাঞিবৰুৱাই শিক্ষাৰ লগতে যোগাযোগ, স্বাস্থ্য, অসমৰ লোকপিয়ল আদি বিষয়ৰ প্ৰশ্ন উত্থাপন কৰিছিল। তৰুণৰাম ফুকনে ১৯১১ চনৰ লোকপিয়ল সম্পৰ্কে প্ৰশ্ন উত্থাপন কৰিছিল। এই লোকপিয়লৰ প্ৰতিবেদনৰ ৯৭ পৃষ্ঠাত গোৱালপাৰা জিলাৰ অসমীয়া লোকক বঙালী হিচাপে উল্লেখ কৰা হৈছিল। ফুকনে ইয়াৰ সংশোধনৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিবলৈ চৰকাৰক অনুৰোধ জনাইছিল। মাণিক চন্দ্ৰ বৰুৱাৰ অনুপস্থিতিত তেওঁৰ হৈ আন কেইবাটাও প্ৰশ্ন তেওঁ সেইদিনাৰ সভাত উত্থাপন কৰিছিল। তেওঁ ব্ৰহ্মপুত্ৰ উপত্যকাৰ জিলাসমূহত তলতীয়া বিচাৰপতি নিযুক্তি, গোৱালপাৰাত কুষ্ঠাশ্ৰম স্থাপন, আফিং আৰু গাঞ্জাৰ ব্যৱহাৰৰ ক্ষেত্ৰত নিষেধাজ্ঞা আৰোপ কৰিবলৈকো চৰকাৰক অনুৰোধ জনাইছিল। সেই বাজেট বিতৰ্কত অংশগ্ৰহণ কৰি পদ্মনাথ গোহাঞি বৰুৱা, তৰুণৰাম ফুকন, বাবু ৰমণীমোহন দাস, চি টি ফাৰ্বাচ, মৌলবী মহম্মদ ছাদুল্লা, এ এল প্লেফেয়াৰ, দুলাল চন্দ্ৰ দেৱ, ডব্লিউ টি কেথকাৰ্ট, কামিনীকুমাৰ চন্দ, মাণিক চন্দ্ৰ বৰুৱাই তেওঁলোকৰ ভাষণ দাঙি ধৰিছিল। বিভিন্ন বিভাগৰ বিষয়া যেনে— আৰ এন কেম্বল, জে আৰ কানিংহাম, ডব্লিউ মেকচুইট, ডব্লিউ এম কেনেডি, ডব্লিউ জে ৰীডে নিজৰ নিজৰ বিভাগৰ হৈ উত্তৰ প্ৰদান কৰিছিল।

১৯১৪ চনৰ ৫ জানুৱাৰীৰ বৈঠকত চি এল প্ৰিংগেলে ব্যৱস্থাপক সভাৰ সদস্য চি টি ফাৰ্বাচৰ মৃত্যুত এটি শোক প্ৰস্তাৱ উত্থাপন কৰিছিল। মাণিক চন্দ্ৰ বৰুৱা, কামিনী কুমাৰ চন্দ, ডব্লিউ জে ৰীড, এ বি হাওকিন্স, এ এল প্লেফেয়াৰ, পদ্মনাথ গোহাঞিবৰুৱা, মৌলবী ছৈয়দ মহম্মদ ছাদুল্লা, সভাপতি আৰ্চডেল আৰ্ল আদিয়ে ফাৰ্বাচৰ জীৱন-কৃতি সম্পৰ্কে চমু ভাষণ দিছিল। সিদিনাৰ সভাত মাণিক চন্দ্ৰ বৰুৱাই গৰু-ম'হৰ মৃত্যু সংক্ৰান্তীয় প্ৰশ্নৰ উপৰি গুৱাহাটীত সংস্কৃত শিক্ষা প্ৰতিষ্ঠান স্থাপন, ল কলেজৰ অগ্ৰগতি, চৰণীয়া পথাৰ আদিৰ বিষয়ে বিভিন্ন প্ৰশ্ন উত্থাপন কৰিছিল। পদ্মনাথ গোহাঞিবৰুৱাই আহোম-অসমীয়া-ইংৰাজী অভিধান, শিক্ষা বিভাগত অসমীয়া লোকৰ নিযুক্তি, মেট্ৰিক পৰীক্ষাৰ্থীলৈ জলপানি, গোৱালপাৰা জিলাৰ আদালতত অসমীয়া ভাষা প্ৰৱৰ্তন, তেজপুৰত অনাময় আৰু পানীযোগান ব্যৱস্থা, উত্তৰ লখিমপুৰৰ যোগাযোগ ব্যৱস্থা, মৌজাদাৰসকলৰ মৰ্যাদা সম্পৰ্কীয় প্ৰশ্ন উত্থাপন কৰিছিল।

১৯১৪ চনৰ ১৩ মাৰ্চত অনুষ্ঠিত বৈঠকত লৰ্ড মিন্টোৰ মৃত্যুত শোক প্ৰস্তাৱ উত্থাপন কৰা হৈছিল। এই শোকপ্ৰস্তাৱৰ ওপৰত মাণিক চন্দ্ৰ বৰুৱা, তৰুণৰাম ফুকন, পদ্মনাথ গোহাঞিবৰুৱা, মৌলবী

ছৈয়দ মহম্মদ ছাদুল্লা, চি এল প্ৰিংগেলে নিজৰ নিজৰ মতামত ব্যক্ত কৰিছিল। সিদিনাৰ সভাতে মাণিক চন্দ্ৰ বৰুৱাই প্ৰাদেশিক অসামৰিক সেৱাৰ চাকৰিৰ নিৰ্বাচিত তালিকা, অশ্বক্ৰান্ত দেৱালৰ মাটি মুছলিম সম্প্ৰদায়ৰ লোকক লীজত দিয়া, শিক্ষক আৰু পণ্ডিতসকলৰ দৰমহা, শ্বিলঙত চাকৰি কৰা আমোলাৰ বাবে পাহাৰীয়া ভাত্তা প্ৰদানৰ কথা উত্থাপন কৰিছিল। তৰুণৰাম ফুকনে অসম উপত্যকাৰ জিলাসমূহৰ ন্যায়াধীশৰ আদালতত পৰি থকা দেৱানী আপিল, মন্দিৰসমূহত পৰিচালনাৰ বেমেজালি, মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাই পূৰ্ববংগ ৰাজ্যিক ৰে'লৱে লাইনত অসমীয়া লোকৰ নিযুক্তি, গুৱাহাটী ৰে'লৱে জিৰণি কোঠাত প্ৰথম শ্ৰেণী আৰু দ্বিতীয় শ্ৰেণীৰ যাত্ৰীৰ জিৰণি কোঠা স্থাপন, লামডিঙত আৰম্ভ হোৱা ব্ৰেক ৱাটাৰ ফিভাৰ, আবকাৰী বিভাগত সহকাৰী মুছলিম পৰিদৰ্শক নিযুক্তি, শিৱসাগৰৰ পৰা নাজিৰালৈ মহকুমাৰ মুখ্য কাৰ্যালয় স্থানান্তৰ আদি বিষয় উত্থাপন কৰিছিল। পদ্মনাথ গোহাঞিবৰুৱাই স্কুলত শিক্ষকৰ খালী পদ পূৰণ, ১৯১৩ চনৰ ১৪ ডিচেম্বৰত অনুষ্ঠিত হোৱা আহোম সভাৰ শিৱসাগৰ অধিৱেশনৰ প্ৰস্তাৱ কাৰ্যকৰীকৰণ, আহোম সভাক অন্য আহোম সভাতকৈ অগ্ৰাধিকাৰ, কাজিৰঙা সংৰক্ষিত বনাঞ্চলৰ এলেকা বৃদ্ধি, শংকৰদেৱ-মাধৱদেৱৰ তিথি, ব'হাগ বিহু, মাঘ বিহুত বন্ধ ঘোষণা আদি বিষয়ক প্ৰশ্ন উত্থাপন কৰিছিল। সিদিনাৰ সভাতেই ১৯১৪-১৫ চনৰ বিত্তীয় বিবৰণীও উত্থাপন কৰা হৈছিল।

১৯১৪ চনৰ ২ এপ্ৰিলত অনুষ্ঠিত হোৱা সভাত মৌলবী চৈয়দ মহম্মদ ছাদুল্লাই অসম তলতীয়া শিক্ষা সেৱা বিভাগত চাকৰি কৰা লোকসকলৰ শ্ৰেণী নিৰ্ণয়, সচিবালয়ত হিন্দু মুছলমান, খাচিয়া আৰু অন্যান্য সম্প্ৰদায়ৰ লোকক নিযুক্তি, শিৱসাগৰত অনুষ্ঠিত ১৯১৪ চনৰ ২ মাৰ্চৰ মুছলিম সভাৰ প্ৰস্তাৱ কাৰ্যকৰীকৰণ, পদ্মনাথ গোহাঞিবৰুৱাই আসাম-বিলাসিনীত প্ৰকাশিত হাতীৰ মহল সম্পৰ্কীয় প্ৰশ্ন উত্থাপন কৰিছিল। সিদিনাৰ সভাতে তৰুণৰাম ফুকন, পদ্মনাথ গোহাঞিবৰুৱা, নলিনীকান্ত ৰায় দস্তিদাৰ, মিঃ এইচ মিলাৰ, মিঃ প্লেফেয়াৰ, বাবু ৰমণীমোহন দাস, সীতামোহন দাস, মৌলবী ছৈয়দ মহম্মদ চাদুল্লা, এ বি হকিন্স, মৌলবী চৈয়দ আব্দুল মজিদ, কামিনীকুমাৰ চন্দ, মাণিক চন্দ্ৰ বৰুৱা আদিয়ে বাজেট বিতৰ্কত অংশগ্ৰহণ কৰি সামগ্ৰিকভাৱে প্ৰদেশখনৰ বিভিন্ন সমস্যাসমূহ উত্থাপন কৰিছিল। ইয়াৰ উত্তৰত বিভাগীয় বিষয়াসকলেও অভিযোগ-প্ৰতি অভিযোগ আদিৰ উত্তৰ দিছিল।

১৯১৪ চনৰ ১০ নৱেম্বৰত অনুষ্ঠিত হোৱা সভাত কামিনীকুমাৰ চন্দই প্ৰথম বিশ্বযুদ্ধত অসমৰ জনসাধাৰণৰ সমৰ্থন ব্ৰিটিছ চৰকাৰৰ সপক্ষে দাঙি ধৰাৰ উদ্দেশ্যে এটা প্ৰস্তাৱ উত্থাপন কৰিছিল। সিদিনাৰ সভাতে মাণিক চন্দ্ৰ বৰুৱাই গুৱাহাটীত চৰকাৰী ল কলেজ স্থাপন, চাপৰমুখ-নগাঁও শিলঘাট ৰে'লৱে লাইন ব্যৱস্থা, যুদ্ধত যোগদানৰ বাবে অসমীয়া স্বেচ্ছাসেৱক বাহিনীৰ নামভুক্তি, পদ্মনাথ গোহাঞিবৰুৱাই তেজপুৰৰ পানীযোগান আঁচনি, গ্ৰেজিং ৰিজাৰ্ভ, গড়কাপ্তানি বিভাগত অসমীয়া লোকৰ নিযুক্তি আদি প্ৰশ্ন উত্থাপন কৰিছিল। তদুপৰি ১৯১৪ চনৰ অসম লোকেল ছেল্‌ফ গৱৰ্ণমেণ্ট বিলো উত্থাপন কৰা হৈছিল।

১৯১৫ চনৰ ৫ জানুৱাৰীত অনুষ্ঠিত হোৱা বৈঠকত মাণিক চন্দ্ৰ বৰুৱাই কো অপাৰেটিভ ক্ৰেডিট ছ'চাইটীৰ উন্নয়নৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিবলৈ চৰকাৰক অনুৰোধ জনাইছিল। কামিনী কুমাৰ চন্দই শ্বিলঙক অনুসূচিত জিলাত অন্তৰ্ভুক্তিৰ পৰা আঁতৰত ৰাখিব লাগে বুলি প্ৰস্তাৱ উত্থাপন কৰিছিল। এই প্ৰস্তাৱৰ ওপৰত, ছাদুল্লা, পদ্মনাথ গোহাঞিবৰুৱা, বি চি এলেন, ৰমণীমোহন দাস, সীতামোহন দাস, কামিনী কুমাৰ চন্দা আদিয়ে অংশগ্ৰহণ কৰি সপক্ষে আৰু বিপক্ষে নিজৰ দৃষ্টিভংগী দাঙি ধৰিছিল। অৱশ্যে এই প্ৰস্তাৱ চৰকাৰে গ্ৰহণ কৰা নাছিল।

১৯১৫ চনৰ ১৩ মাৰ্চত অনুষ্ঠিত সভাত পদ্মনাথ গোহাঞিবৰুৱাই কটন কলেজত অধ্যাপকৰ খালী পদ পূৰণ কৰা, অসমীয়া প্ৰাৰ্থীক অধ্যাপক পদত নিযুক্তি আদি প্ৰশ্ন উত্থাপন কৰিছিল। তেওঁ উত্থাপন কৰা প্ৰস্তাৱৰ উত্তৰত এ ডব্লিউ ব'থামে কটন কলেজৰ অধ্যাপকৰ তালিকা এখনো ব্যৱস্থাপক সভাত দাখিল কৰিছিল। তদুপৰি পদ্মনাথ গোহাঞি বৰুৱাই আহোম অবৈতনিক দণ্ডাধীশ নিযুক্তি,

দক্ষিণপাট আৰু উত্তৰ লখিমপুৰৰ মাজত যোগাযোগ ব্যৱস্থা, মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাই অসমত মুছলমান সম্প্ৰদায়ৰ মৌজাদাৰৰ সংখ্যা লগতে মুছলমান লোকৰ প্ৰশাসনৰ বিভিন্ন বিভাগত নিযুক্তি আদি বিষয়ক প্ৰশ্ন উত্থাপন কৰিছিল। মাণিক চন্দ্ৰ বৰুৱাই শিৱসাগৰ, গোলাঘাট, বৰপেটা, মঙলদৈ, উত্তৰ লখিমপুৰক ৰে'লৰে সংযোগ কৰা আদি প্ৰশ্ন উত্থাপন কৰিছিল। সিদিনাৰ সভাতে ১৯১৫-১৬ চনৰ বিত্তীয় প্ৰতিবেদন দাখিল কৰাৰ লগতে 'দ্য আসাম লোকেল ছেল্‌ফ গৱৰ্ণমেণ্ট বিল ১৯১৪' বাছনী কমিটীৰ বিবেচনাৰ পিছত মেজৰ কেনেডিয়ে উত্থাপন কৰিছিল। বিষয়টোত অংশগ্ৰহণ কৰি কামিনী কুমাৰ চন্দই চেয়াৰমেন নিৰ্বাচন সংক্ৰান্তত সংশোধনী প্ৰস্তাৱ এটা উত্থাপন কৰিছিল। এই প্ৰস্তাৱত সমৰ্থন জনাইছিল তৰুণৰাম ফুকন, ছৈয়দ মহম্মদ ছাদুল্লা আদিয়ে। মাণিক চন্দ্ৰ বৰুৱা আৰু পদ্মনাথ গোহাঞিবৰুৱায়ো আসাম লোকেল ছেল্‌ফ গৱৰ্ণমেণ্ট বিলৰ ওপৰত সংশোধনী প্ৰস্তাৱ উত্থাপন কৰিছিল। পদ্মনাথ গোহাঞিবৰুৱাৰ সংশোধনীৰ প্ৰস্তাৱটো আছিল অনুচ্ছেদ ৬০ আৰু ৬২ৰ সম্পৰ্কীয়। কিন্তু এই সংশোধনী পিছত নাকচ হয়।

ইয়াৰ পিছৰখন বৈঠক অনুষ্ঠিত হৈছিল ১৯১৫ চনৰ ৯ এপ্ৰিলত। এই বৈঠকত ডিব্ৰুগড জৰ্জ ইনষ্টিটিউটৰ স্থায়ী ভৱন নিৰ্মাণৰ বাবে পৰিচালনা সমিতিয়ে বিচৰা অনুসৰি ৩৩ হাজাৰ টকা অনুদান আগবঢ়াবলৈ পদ্মনাথ গোহাঞিবৰুৱাই অনুৰোধ জনাইছিল। তেওঁ আহোম মৌজাদাৰ নিযুক্তি সম্পৰ্কীয় প্ৰশ্নও সভাত উত্থাপন কৰিছিল। মৌলবী ছৈয়দ মহম্মদ চাদুল্লাই ১৯১৫ চনৰ ১ ফেব্ৰুৱাৰীৰ 'আসাম বান্তি'ত প্ৰকাশিত 'তেজপুৰ কছাৰী আৰু অসমৰ আমোলা' সংক্ৰান্তীয় বাতৰি এটাৰ আঁত ধৰি প্ৰদেশখনৰ আমোলাসকলৰ পদোন্নতি আৰু বদলি সন্দৰ্ভত প্ৰশ্ন উত্থাপন কৰিছিল। সিদিনাৰ সভাতেই ১৯১৫-১৬ চনৰ বাজেট উত্থাপন কৰা হৈছিল। বাজেট বিতৰ্কত অংশ গ্ৰহণ কৰি কামিনীকুমাৰ চন্দই যুদ্ধৰ ক্ষয়-ক্ষতি আৰু প্ৰদেশখনত পৰা তাৰ প্ৰভাৱৰ বিষয়ে বক্তৃতা প্ৰদান কৰিছিল। পদ্মনাথ গোহাঞিবৰুৱাই যুদ্ধৰ ভয়াবহতা, তেজপুৰৰ পানীযোগান আঁচনি, অসম মেনুৱেলত সন্নিবিষ্ট চৰকাৰী হাইস্কুল পৰিচালনা সমিতি গঠন আদি বিভিন্ন প্ৰশ্ন উত্থাপন কৰিছিল। আনহাতে মৌলবী ছৈয়দ মহম্মদ ছাদুল্লা, আব্দুল মজিদ আদিয়েও সভাত ভাষণ দিছিল। ছাদুল্লাই প্ৰদেশখনৰ অৰ্থনৈতিক ব্যৱস্থা, আবকাৰী ৰাজহ আদিও উত্থাপন কৰিছিল। সভাত মাণিক চন্দ্ৰ বৰুৱাই এটা লিখিত ভাষণ দিছিল। এই ভাষণটোৱে আছিল তেওঁৰ অন্তিম ভাষণ। কাৰণ ১৯১৫ চনৰ ৭ ছেপ্টেম্বৰত তেওঁৰ জীৱনবন্তি নিৰ্বাপিত হৈছিল। তেওঁ মৃত্যুৰ আগমুহূৰ্তত দিয়া ভাষণত অসমৰ বিভিন্ন সমস্যাৰ উপৰি শৈক্ষিক সমস্যাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিছিল।

ইয়াৰ পিছৰখন বৈঠক অনুষ্ঠিত হৈছিল ১৯১৫ চনৰ ৫ নৱেম্বৰত। সিদিনাৰ বৈঠকতে মাণিক চন্দ্ৰ বৰুৱাৰ মৃত্যুত শোকপ্ৰস্তাৱ উত্থাপন কৰিছিল পদ্মনাথ গোহাঞিবৰুৱাই। এই শোকপ্ৰস্তাৱৰ পিছতে বৰুৱাৰ জীৱন-কৃতিৰ বিষয়ে ভাষণ দিছিল মৌলবী ছৈয়দ মহম্মদ ছাদুল্লা, ফণীধৰ চলিহা, কামিনীকুমাৰ চন্দ, মৌলবী ছৈয়দ আব্দুল মজিদ আৰু ছাৰ আৰ্চডেল আৰ্লে। তেওঁলোকে বৰুৱাৰ জীৱনৰ বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰি ভাষণ দিছিল।

সিদিনাৰ সভাতে বি চি এলেনে প্ৰদেশখনৰ দুয়োখন উপত্যকাত বিশেষকৈ কাছাৰ আৰু ছিলেটত হোৱা ভয়াবহ বানপানীৰ ক্ষয়ক্ষতিৰ তথ্য দাঙি ধৰি সভাত বিবৃতি দিছিল। আনহাতে সিদিনা ৰমণীমোহন দাসে সোধা প্ৰশ্ন এটাৰ উত্তৰত অসমত থকা চাহ বাগিচাসমূহত থকা স্কুলৰ তালিকা এখন দাখিল কৰিছিল এ ডব্লিউ ব'থামে। এই তালিকাত চাহ বাগিচাসমূহত কিমানখন বিভিন্ন মাধ্যমৰ স্কুল আছিল তাকো প্ৰকাশ কৰিছিল। পদ্মনাথ গোহাঞিবৰুৱাই হাতীৰ মহল নিলাম, বানপানীত হোৱা ক্ষতিপূৰণ, পুৰণি পুথিৰ সংগ্ৰহ আদি বিষয়ক প্ৰশ্ন উত্থাপন কৰিছিল। সিদিনাৰ সভাতে 'অসম মেডিকেল বিল, ১৯১৫' উত্থাপন কৰা হৈছিল।

ইয়াৰ পিছৰখন বৈঠক অনুষ্ঠিত হৈছিল ১৯১৬ চনৰ ১৩ মাৰ্চত। এইখিনিতে উল্লেখ্য যে মাণিক

চন্দ্ৰ বৰুৱাই ব্যৱস্থাপক সভাত অসমৰ প্ৰতিনিধি হিচাপে সবল নেতৃত্ব প্ৰদান কৰিছিল। পৰৱৰ্তী সময়ত সেই দায়িত্ব বহু পৰিমাণে পালন কৰিছিল পদ্মনাথ গোহাঞিবৰুৱাই। তেওঁ প্ৰদেশখনৰ প্ৰায়বোৰ সমস্যাকেই চৰকাৰৰ দৃষ্টিগোচৰ কৰিছিল। মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাক বাদ দি সেই সময়ছোৱাত বাকীবোৰ সদস্যৰ ভূমিকা গৌণ আছিল বুলিও অত্যুক্তি কৰা নহ'ব। অৱশ্যে পিছৰ কালছোৱাত ৰায়বাহাদুৰ ফণীধৰ চলিহা, ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা, ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে ব্যৱস্থাপক সভাত বিশেষ তৎপৰতা প্ৰদৰ্শন কৰাও আমি লক্ষ্য কৰোঁ।

১৩ মাৰ্চত অনুষ্ঠিত সভাত পদ্মনাথ গোহাঞিবৰুৱাই ১৯১৫ চনৰ ২৭-২৯ ডিচেম্বৰত অনুষ্ঠিত আসাম এছ'চিয়েছনৰ প্ৰস্তাৱসমূহ কাৰ্যকৰীকৰণৰ বাবে চৰকাৰে কি ব্যৱস্থা গ্ৰহণ কৰিছিল সেই কথা জানিব বিচাৰিছিল। তেওঁ লগতে গুৱাহাটীত আৰক্ষীৰ অত্যাচাৰ, অসমীয়া লোকক সামৰিক ৰেজিমেণ্টত নিযুক্তি আদি প্ৰশ্ন উত্থাপন কৰিছিল। ফণীধৰ চলিহাই টাইমছ অৱ আসামত প্ৰকাশিত বাতৰিৰ উদ্ধৃতি দি বিজনী ৰজাই ৰায়তৰ ওপৰত কৰা অত্যাচাৰৰ প্ৰসংগ উত্থাপন কৰিছিল আৰু এই বিষয়টোত চৰকাৰৰ হস্তক্ষেপ দাবী কৰিছিল। তদুপৰি তেওঁ যোৰহাট, শিৱসাগৰ চহৰৰ পানীযোগান আঁচনি, অসমীয়া ছাত্ৰক জলপানি আদি দিয়া বিষয়ো উত্থাপন কৰিছিল। সিদিনাৰ সভাতে ১৯১৬-১৭ চনৰ বছৰেকীয়া বিত্তীয় প্ৰতিবেদন উত্থাপন কৰা হৈছিল।

ইয়াৰ পিছৰখন বৈঠক অনুষ্ঠিত হৈছিল ১৯১৬ চনৰ ৬ এপ্ৰিলত। এই ব্যৱস্থাপক সভাখন গঠিত হৈছিল ১৯১৫ চনৰ 'ভাৰত চৰকাৰ আইন'মতে। এই ব্যৱস্থাপক সভালৈ নিৰ্বাচিত হৈছিল ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা, ৰাজেন্দ্ৰনাৰায়ণ চৌধুৰী আদি। এই বৈঠকত পদ্মনাথ গোহাঞিবৰুৱাই ১৯১৬ চনৰ ২৪ ফেব্ৰুৱাৰীত লখিমপুৰত অনুষ্ঠিত সাধাৰণ সভাৰ প্ৰস্তাৱৰ বিষয়ে চৰকাৰ অৱগত হয় নে নহয় জানিব বিচাৰিছিল। তদুপৰি ফণীধৰ চলিহাই 'অসম লোকেল ছেল্‌ফ গৱৰ্ণমেণ্ট সংশোধনী বিল ১৯১৬'ৰ সন্দৰ্ভত সিদিনাৰ সভাতে সংশোধনী প্ৰস্তাৱ আনিছিল যদিও প্ৰস্তাৱটো পিছত উঠাই লয়। সিদিনাৰ সভাত হোৱা বাজেট বিতৰ্কত অংশগ্ৰহণ কৰিছিল তৰুণৰাম ফুকন, পদ্মনাথ গোহাঞি বৰুৱা, ৰায়বাহাদুৰ ফণীধৰ চলিহা, ৰমণীমোহন দাস আদিয়ে।

ইয়াৰ পিছৰখন বৈঠক অনুষ্ঠিত হৈছিল ১৯১৬ চনৰ ৫ জুলাইত। এই বৈঠকত লৰ্ড কিটচেনাৰৰ মৃত্যুত শোকপ্ৰস্তাৱ উত্থাপন কৰিছিল কামিনী কুমাৰ চন্দই। ইয়াক সমৰ্থন কৰিছিল ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাই। ইয়াৰ পিছৰখন বৈঠক অনুষ্ঠিত হৈছিল ১৯১৬ চনৰ ২৩ অক্টোবৰত। এই বৈঠকত ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাই প্ৰদেশখনৰ মহকুমাসমূহত মুঠ কিমান গো-চৰণীয়া আছিল আৰু এই গো-চৰণীয়াসমূহৰ মাটিৰ পৰিমাণ কিমান আছিল সেই কথা জানিব খুজিছিল। আনহাতে মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাই কটন কলেজৰ পৰা কিমানজন ছাত্ৰ-ছাত্ৰী আই এ, আই এছ চি, বি এ, বি এছ চি পৰীক্ষাত উত্তীৰ্ণ হৈছিল সেই প্ৰশ্নৰ লগতে আন গুৰুত্বপূৰ্ণ প্ৰশ্ন কেইটামান উত্থাপন কৰিছিল। ফণীধৰ চলিহাই ডাক বিভাগত অসমীয়া লোকৰ নিযুক্তি সন্দৰ্ভতো প্ৰশ্ন উত্থাপন কৰিছিল। এই প্ৰশ্ন উত্থাপন কৰোঁতে 'আসাম বিলাসিনী'ত প্ৰকাশিত বাতৰি এটাৰ প্ৰতি সভাৰ দৃষ্টি আকৰ্ষণ কৰিছিল। ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাই ডিব্ৰুগড়ৰ ছোৱালী হাইস্কুল সন্দৰ্ভতো এটা প্ৰস্তাৱ উত্থাপন কৰিছিল। এই প্ৰশ্নৰ উত্তৰত ব্যৱস্থাপক সভাৰ সভাপতি ছাৰ আৰ্চডেল আৰ্লে স্কুলখনলৈ আৰ্থিক সাহায্য দিয়াৰ বাবে চৰকাৰে ব্যৱস্থা গ্ৰহণ কৰিব বুলি প্ৰতিশ্ৰুতি দিছিল।

১৯১৭ চনৰ ১৩ মাৰ্চত অনুষ্ঠিত হোৱা বৈঠকত ফণীধৰ চলিহাই ছাৰ উইলিয়াম বাৰ্ডৰ মৃত্যু সংক্ৰান্তীয় প্ৰস্তাৱ এটা সদনত উত্থাপন কৰিছিল। ইয়াক সমৰ্থন কৰিছিল ঘনশ্যাম বৰুৱা, তৰুণৰাম ফুকন, ৰাজেন্দ্ৰনাৰায়ণ চৌধুৰী আদিয়ে। এই বৈঠকত ৰাজেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে অসমীয়া লোকক কলিকতা উচ্চ ন্যায়ালয়ত নিযুক্তি দিয়াৰ বাবে অনুৰোধ জনাইছিল। তদুপৰি তেওঁ সামৰিক বিভাগত ৰাজবংশী সম্প্ৰদায়ৰ লোক কিমান আছিল সেই কথা জানিব বিচাৰিছিল। ফণীধৰ চলিহাই ১৯১৬ চনৰ

ডিচেম্বৰত গুৱাহাটীত অনুষ্ঠিত হোৱা আসাম এছ'চিয়েছনৰ প্ৰস্তাৱসমূহ কাৰ্যকৰী কৰাৰ বাবে চৰকাৰক অনুৰোধ জনোৱাত সেই বিভাগৰ দায়িত্বত থকা বিষয়া বি চি এলেনে এটা বিস্তৃত উত্তৰ দিছিল। মৌলবী ছৈয়দ মহম্মদ চাদুল্লাই যোৰহাট নৰ্মাল স্কুলত মুছলিম ছাত্ৰৰ বাবে হোষ্টেলৰ ব্যৱস্থা, বেৰী হোৱাইট মেডিকেল স্কুলত মুছলিম ছাত্ৰৰ ভৰ্তিকৰণ আদি প্ৰশ্ন ব্যৱস্থাপক সভাত উত্থাপন কৰিছিল। তৰুণৰাম ফুকনে কটন কলেজত অসমীয়াভাষী লোকক অধ্যাপক হিচাপে নিযুক্তি দিয়াৰ বাবে অনুৰোধ জনোৱাৰ লগতে ছাত্ৰৰ পৰিসংখ্যা বিচাৰি প্ৰশ্ন উত্থাপন কৰিছিল। ইয়াৰ উত্তৰত এ ডব্লিউ ব'থামে ১৯১২, ১৯১৩, ১৯১৪, ১৯১৫ আৰু ১৯১৬ চনত প্ৰতিটো বৰ্ষৰ ছাত্ৰৰ সংখ্যা উল্লেখ কৰি এটা বিবৃতি দিছিল। তৰুণৰাম ফুকনে সোধা আন এটা প্ৰশ্ন আছিল অসমৰ মঠসমূহৰ পৰিচালনা সংক্ৰান্তীয়। তেওঁ কামৰূপ কুঁহিয়াৰ পাম সন্দৰ্ভত প্ৰশ্ন উত্থাপন কৰাত বি চি এলেনে ১৯১৬ চনৰ ছেপ্টেম্বৰ মাহত ভাৰত চৰকাৰৰ সচিবৰ সৈতে ব্ৰিটিছ চাহাব উইলিয়াম মেক্সৱেলে সম্পাদনা কৰা কামৰূপৰ কুঁহিয়াৰ ফাৰ্ম সম্পৰ্কীয় সম্পাদিত চুক্তিপত্ৰখন ব্যৱস্থাপক সভাত দাখিল কৰিছিল। এই সভাতে ১৯১৭-১৮ চনৰ সংশোধিত বিত্তীয় প্ৰতিবেদন দাখিল কৰা হৈছিল। এইখিনিতে প্ৰণিধানযোগ্য যে ১৯১৬ চনৰ ৫ জুলাইৰ পৰা পদ্মনাথ গোহাঞি বৰুৱাই ব্যৱস্থাপক সভাৰ লগত সম্পৰ্ক ছিন্ন কৰিছিল।

১৯১৭ চনৰ ২৫ এপ্ৰিলত অনুষ্ঠিত হোৱা ব্যৱস্থাপক সভাত ফণীধৰ চলিহাই শিৱসাগৰ মহকুমাত হোৱা ক'লাজ্বৰ, বৰপেটা চৰকাৰী হাইস্কুলৰ ছাত্ৰৰ সংখ্যা, ৰাজেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে লক্ষীপুৰৰ পৰা খৰমোজালৈ যোৱা পথৰ নিৰ্মাণ, যুদ্ধ ঋণৰ উদ্বৃত্ত ধনেৰে ধুবুৰী পানীযোগান আঁচনি নিৰ্মাণ আদি প্ৰশ্ন উত্থাপন কৰিছিল। আনহাতে ঘনশ্যাম বৰুৱাই ১৯১৫ চনৰ পৰা পূৰ্বৰ পাঁচ বছৰৰ আবকাৰী ৰাজহ আদায়ৰ পৰিমাণ, গুৱাহাটী-শ্বিলং মটৰ সেৱা সংক্ৰান্তত ভাৰত চৰকাৰ আৰু গুৱাহাটী-শ্বিলং মটৰ ট্ৰেন্সপ'ৰ্ট কোম্পানী লিমিটেডৰ মাজত স্বাক্ষৰিত চুক্তিখন ব্যৱস্থাপক সভাত দাখিল কৰিবলৈ জনাইছিল। এই অনুৰোধ ৰক্ষা কৰি চৰকাৰৰ তৰফৰ পৰা চুক্তিপত্ৰখন সিদিনাৰ সভাতে দাখিল কৰা হয়।

সিদিনাৰ সভাত ফণীধৰ চলিহাই সোধা আন এটা প্ৰশ্ন আছিল— ভাৰতীয় চাহ সন্থাই শ্ৰমিক আইন প্ৰণয়ন কৰা সন্দৰ্ভত। তেওঁ এই আইনৰ প্ৰতিলিপি চৰকাৰৰ হাতত থকা-নথকা সন্ধৰ্ভত প্ৰশ্ন কৰাত বিভাগীয় বিষয়া এ ডব্লিউ ব'থামে ব্ৰহ্মপুত্ৰ আৰু সুৰমা উপত্যকাৰ বাবে গ্ৰহণ কৰা এই সংক্ৰান্তীয় 'মেমোৰেণ্ডাম অব্ এগ্ৰিমেণ্ট ইন কানেকছন উইথ এনটিট্‌ছমেণ্ট অব্ লেবাৰ ফ্ৰম টী গাৰ্ডেন' বিষয়ক নিয়মাৱলী ব্যৱস্থাপক সভাত দাখিল কৰিছিল। মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাই ঈদ-উল-ফিটৰ আৰু ঈদ-উদ-জোহা এই দুটা ধৰ্মীয় উৎসৱত বন্ধ ঘোষণা কৰিব লাগে বুলি প্ৰস্তাৱ উত্থাপন কৰিছিল। তেওঁ অসমত ঘঁৰিয়াল হত্যাৰ বাবে চৰকাৰে দিয়া পুৰস্কাৰ বন্ধ কৰিবলৈকো অনুৰোধ জনাইছিল। সিদিনাৰ সভাতে ১৯১৭-১৮ চনৰ বাজেট দাখিল কৰিছিল এ ডব্লিউ ব'থামে। বাজেট বিতৰ্কত অংশগ্ৰহণ কৰিছিল নলিনীকান্ত ৰয় দস্তিদাৰ, ৰায়বাহাদুৰ ফণীধৰ চলিহাই। ফণীধৰ চলিহাই তেওঁৰ ভাষণত যুদ্ধত দেখুওৱা অসমীয়া সৈনিকৰ পাৰদৰ্শিতাৰ বাবে আনন্দ প্ৰকাশ কৰিছিল। তেওঁ মাধ্যমিক স্কুলৰ শিক্ষকৰ প্ৰশিক্ষণৰ বাবে ইম্পেৰিয়েল গ্ৰেণ্টৰ পৰা এক লাখ টকা দিয়াৰ বাবে চৰকাৰক ধন্যবাদ জনাইছিল। ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাই যুদ্ধ ঋণৰ ধন, গো-চৰণীয়া পথাৰৰ সমস্যা তথা এইক্ষেত্ৰত প্ৰয়োজনীয় আইন প্ৰণয়নৰ কথা সদনত পুনৰ উত্থাপন কৰিছিল। তেওঁলোকৰ উপৰি ৰাজেন্দ্ৰনাৰায়ণ চৌধুৰী, মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাই বাজেট বিতৰ্কত অংশগ্ৰহণ কৰিছিল। সিদিনাৰ সভাতে ৰাজেন্দ্ৰনাৰায়ণ চৌধৰীয়ে কোচ-ৰাজবংশী ছাত্ৰসকলৰ বাবে জলপানিৰ ব্যৱস্থা কৰাৰ বাবে প্ৰস্তাৱ উত্থাপন কৰিছিল। এই প্ৰস্তাৱত সমৰ্থন কৰিছিল ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা, মৌলবী ছৈয়দ মহম্মদ ছাদুল্লা, ফণীধৰ চলিহা আদিয়ে।

ইয়াৰ পিছৰখন বৈঠক অনুষ্ঠিত হৈছিল ১৯১৭ চনৰ ১৭ অক্টোবৰত। সিদিনাৰ সভাত ঘনশ্যাম বৰুৱাই গাঁওবুঢ়াসকলে লোকেল ব'ৰ্ডৰ সদস্যৰ বাবে গাঁৱৰ প্ৰতিনিধি নিৰ্বাচন কৰা, কটন কলেজত

অসমীয়া অধ্যাপক নিযুক্তি, জালুকবাৰী ছাৰ্ভে ট্ৰেইনিং স্কুল সন্দৰ্ভত প্ৰশ্ন উত্থাপন কৰিছিল।

ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাই যোৱা দহ বছৰত হাতীৰ মহলসমূহৰ পৰা পোৱা ৰাজহ ধনৰ হিচাপ জানিব বিচৰাত সংশ্লিষ্ট বিভাগৰ দায়িত্ববাহী বিষয়া জে ই ৰেবষ্টাৰে ১৯০৭ চনৰ পৰা ১৯১৭ চনলৈ হাতীৰ মহলৰ পৰা চৰকাৰে পোৱা ৰাজহৰ হিচাপ দাঙি ধৰিছিল। সভাত ফণীধৰ চলিহাই বেৰী হোৱাইট মেডিকেল স্কুলৰ ছাত্ৰসকলক ভাট্টাখনি দিয়াৰ বাবে প্ৰশ্ন এটা উত্থাপন কৰিছিল। মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাই ধুবুৰী মহকুমাত মুছলমান সম্প্ৰদায়ৰ পৰা এজন অতিৰিক্ত সহকাৰী আয়ুক্ত নিযুক্তি দিব লাগে বুলি পৰামৰ্শসূচক প্ৰশ্ন এটা ব্যৱস্থাপক সভাত উত্থাপন কৰিছিল। সিদিনাৰ সভাতে ছাদুল্লাই ভাৰতীয় প্ৰতিৰক্ষা বাহিনীৰ বাবে গুৱাহাটীত ভাৰতীয় স্বেচ্ছাসেৱক বাহিনীৰ প্ৰশিক্ষণ কেন্দ্ৰ এটা স্থাপন কৰিব লাগে বুলি দিয়া প্ৰস্তাৱটো সমৰ্থন জনাইছিল তৰুণৰাম ফুকন, ঘনশ্যাম বৰুৱা আদিয়ে। পিছলৈ মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাই প্ৰস্তাৱটো উঠাই লয়। সিদিনাৰ সভাত বছৰেকীয়া খেৰাজ মাটিৰ মালিকীস্বত্ব উত্তৰাধিকাৰী সূত্ৰে আৰু এই মাটি অধিকাৰ কৰি থকা লোকসকলক হস্তান্তৰৰ অধিকাৰ দিব লাগে বুলি এটা প্ৰস্তাৱ উত্থাপন কৰিছিল।

১৯১৮ চনৰ ১২ জানুৱাৰী তাৰিখে ব্যৱস্থাপক সভাৰ বৈঠক অনুষ্ঠিত হৈছিল, এই বৈঠকত ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাই প্ৰফেছনেল প্ৰেছিয়াৰ, গুৱাহাটী-শ্বিলং মটৰ সেৱাৰ সন্দৰ্ভত প্ৰশ্ন উত্থাপন কৰিছিল। আনহাতে তেওঁ ১৯১৭ চনৰ ১৭ অক্টোবৰত অনুষ্ঠিত হোৱা বৈঠকত অনা প্ৰস্তাৱটো তেওঁ পুনৰ উত্থাপন কৰিছিল আৰু এই প্ৰস্তাৱ সন্দৰ্ভত মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাই ভাষণ দিছিল। কিন্তু পিছলৈ তেওঁ প্ৰস্তাৱটো সভাপতিৰ আশ্বাসৰ ভিত্তিত উঠাই লৈছিল। ঘনশ্যাম বৰুৱাই একছনীয়া মাটিৰ পট্টা, লোকেল বোৰ্ডৰ সদস্য পদত চাহ খেতিয়ক আৰু গ্ৰামাঞ্চলৰ সদস্যসকলৰ মাজত আসন আবণ্টন সংক্ৰান্তীয় প্ৰস্তাৱ উত্থাপন কৰিছিল। তদুপৰি গুৱাহাটী-শ্বিলং মটৰ ট্ৰেন্সপৰ্ট কোম্পানী লিমিটেডে যাত্ৰীসকলৰ ওপৰত একপক্ষীয়ভাৱে ভাৰাৰ নিৰিখ ধাৰ্য কৰা কাৰ্যৰ বিৰোধিতা কৰি ইয়াৰ অন্ত পেলাবৰ বাবেও তেওঁ প্ৰস্তাৱ উত্থাপন কৰিছিল। ১৯১৮ চনৰ ১৩ মাৰ্চৰ বৈঠকত ৰাজেন্দ্ৰনাৰায়ণ চৌধুৰী, ফণীধৰ চলিহাই বিভিন্ন প্ৰশ্ন উত্থাপন কৰিছিল। ৰাজেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে কিমানজন ৰাজবংশী লোকক অসম ৰাইফলছৰ পৰা সামৰিক বাহিনীলৈ পঠোৱা হৈছিল সেই কথা জানিব বিচাৰিছিল। ফণীধৰ চলিহাই নিমখ, কাপোৰ আৰু অন্যান্য সামগ্ৰীৰ ঊৰ্ধ্বমুখী দামৰ প্ৰসংগটো উত্থাপন কৰি এইক্ষেত্ৰত ব্যৱস্থা ল'বলৈ অনুৰোধ জনাইছিল। মৌলবী ছৈয়দ ছাদুল্লাই বেৰী হোৱাইট মেডিকেল স্কুলত এজন অসমীয়া অধ্যাপক কাৰ্যনিৰ্বাহ কৰি থকাৰ বাহিৰে অন্য কোনো মুছলমান সম্প্ৰদায়ৰ অধ্যাপক নিযুক্তি নিদিয়া বিষয়টো উত্থাপন কৰিছিল। সিদিনাৰ সভাতে ১৯১৮-১৯ চনত সংশোধিত বিত্তীয় বিৱৰণী দাঙি ধৰা হৈছিল। মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাই কটন কলেজত দ্বিতীয়গৰাকী আৰবী ভাষাৰ অধ্যাপক নিযুক্তিৰ বাবে প্ৰয়োজনীয় ধন ধাৰ্য কৰাৰ বাবেও অনুৰোধ জনাইছিল। এই প্ৰস্তাৱত সমৰ্থন দিছিল ৰাজেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে। ছাদুল্লাই আন এক প্ৰস্তাৱযোগে গুৱাহাটীত জুনিয়ৰ মাদ্ৰাছা স্কুল এখন স্থাপনৰ বাবে ২ ৪৬০ টকা ধাৰ্য কৰিবলৈ অনুৰোধ জনাইছিল। আনহাতে ৰাধা বিনোদ দাসে কৃষকসকলক উপযুক্ত প্ৰশিক্ষণ দিয়াৰ বাবে ২০,০০০ টকা সুকীয়াকৈ ধাৰ্য কৰিব লাগে বুলি প্ৰস্তাৱ কৰিছিল। এই প্ৰস্তাৱৰ প্ৰতি সমৰ্থন আগবঢ়াইছিল ফণীধৰ চলিহা, মৌলবী ছৈয়দ মহম্মদ ছাদুল্লা, ৰাজেন্দ্ৰনাৰায়ণ চৌধুৰী, ঘনশ্যাম বৰুৱা আদিয়ে। আনহাতে ফণীধৰ চলিহাই মৰাসুঁতিৰ পৰা গৰিয়া জানলৈ ব্ৰহ্মপুত্ৰৰ পাৰত থকা বান্ধটো মেৰামতিৰ বাবে ২০ হাজাৰ টকা অনুমোদন জনাব লাগে বুলি প্ৰস্তাৱ উত্থাপন কৰিছিল। এই প্ৰস্তাৱলৈ সমৰ্থন আগবঢ়াইছিল ঘনশ্যাম বৰুৱা, মৌলবী ছৈয়দ মহম্মদ ছাদুল্লা আদিয়ে। প্ৰস্তাৱটো অৱশ্যে ব্যৱস্থাপক সভাই গ্ৰহণ কৰা নাছিল। সিদিনাৰ সভাতে 'অসম পৌৰসভা বিল ১৯১৭' উত্থাপন কৰা হৈছিল। এই বিলৰ সন্দৰ্ভত ঘনশ্যাম বৰুৱা, ফণীধৰ চলিহা, ছৈয়দ মহম্মদ ছাদুল্লা আদিয়ে বিভিন্ন পৰামৰ্শ আগ বঢ়াইছিল। ফণীধৰ চলিহাই বিলখনত সন্নিবিষ্ট দুটামান ধাৰাৰ ওপৰত সংশোধনী প্ৰস্তাৱ উত্থাপন

কৰিছিল যদিও এই সংশোধনী প্ৰস্তাৱ পিছত নাকচ হৈছিল। ৰায়বাহাদুৰ নলিনীকান্ত ৰায় দস্তিদাৰে বস্তুৰ মূল্যবৃদ্ধি, বিশেষকৈ নিমখ আৰু কাপোৰৰ মূল্যবৃদ্ধি ৰোধ কৰাৰ বাবে চৰকাৰক আবেদন জনাই প্ৰস্তাৱ উত্থাপন কৰিছিল। এই প্ৰস্তাৱ সন্দৰ্ভত ফণীধৰ চলিহা, ছৈয়দ মহম্মদ ছাদুল্লা আদিয়ে নিজৰ নিজৰ দৃষ্টিভংগী দাঙি ধৰিছিল। ছৈয়দ মহম্মদ ছাদুল্লাই স্থানীয় ব্যৱস্থাপক সভাত ইম্পেৰিয়েল কাউন্সিলৰ দৰে নিয়মাৱলী প্ৰৱৰ্তন কৰিব লাগে বুলি প্ৰস্তাৱ উত্থাপন কৰিছিল। তদুপৰি তেওঁ কটন কলেজত আৰবীক আৰু পাৰ্চিয়ান বিষয়ত দ্বিতীয়গৰাকী অধ্যাপক নিযুক্তিৰ বিষয়টো ব্যৱস্থাপক সভাত উত্থাপন কৰিছিল। ইয়াৰ পিছৰখনৰ বৈঠক অনুষ্ঠিত হৈছিল ১৯১৮ চনৰ ৬ এপ্ৰিল তাৰিখে। এই বৈঠকৰ বাজেট বৈঠকত অংশগ্ৰহণ কৰিছিল নলিনীকান্ত ৰায়দস্তিদাৰ, ৰমণীমোহন দাস, ৰাধা বিনোদ দাস, ফণীধৰ চলিহা, মৌলবী ছৈয়দ আব্দুল মজিদ, মহম্মদ বখ্‌ট মজুমদাৰ, মৌলবী মহম্মদ ছাদুল্লা, জে আৰ কানিংহাম আদিয়ে। ফণীধৰ চলিহাই দিয়া ভাষণত সুকীয়া বিশ্ববিদ্যালয় এখন স্থাপনৰ বিষয়টোত বেছি গুৰুত্ব দিছিল। ইয়াৰ পিছৰখন বৈঠক অনুষ্ঠিত হৈছিল ১৯১৮ চনৰ ১৫ অক্টোবৰত। এই বৈঠকত ঘনশ্যাম বৰুৱাই ডাঃ বেৰী হোৱাইটৰ দানেৰে নিৰ্মিত মেডিকেল স্কুল সম্পৰ্কীয় প্ৰশ্ন উত্থাপন কৰাত এ ডব্লিউ ব'থামে ব্ৰিগেডিয়াৰ ছাৰ্জন জন বেৰী হোৱাইটে ১৮৯৬ চনৰ ১৬ নৱেম্বৰত লিখি থৈ যোৱা ইচ্ছা পত্ৰখনৰ প্ৰতিলিপি ব্যৱস্থাপক সভাত দাখিল কৰিছিল। সিদিনাৰ সভাতে ৰাজেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে অসমত এখন উচ্চ ন্যায়ালয় স্থাপন কৰিব লাগে বুলি ব্যৱস্থাপক সভাত প্ৰস্তাৱ উত্থাপন কৰিছিল।

এই গ্ৰন্থখনত আমি ১৯০৬ চনৰ পৰা ১৯১৮ চনলৈকে এই সময়ছোৱাৰ কাৰ্যবিৱৰণী পাঠক সমাজৰ জ্ঞাতাৰ্থে দাঙি ধৰিছোঁ। গ্ৰন্থখনৰ মূল উদ্দেশ্য যে মাণিক চন্দ্ৰ বৰুৱাৰ অৱদানক মূল্যায়ন কৰা সেই কথা ইতিমধ্যে উল্লেখ কৰা হৈছে। ব্যৱস্থাপক সভাত তেওঁ গ্ৰহণ কৰা ভূমিকা সম্পৰ্কে আলোচনা কৰিবলৈ যাওঁতে সেই সময়ৰ আন আন সদস্যসকলৰ আলোচনা-বিলোচনা আদিও কিছু পৰিমাণে সামৰি ল'বলগীয়া হ'ল। ১৯১৫ চনত মাণিক চন্দ্ৰ বৰুৱাৰ দেহাৱসানৰ পিছতো কেইবাটাও গুৰুত্বপূৰ্ণ বিষয় ব্যৱস্থাপক সভাত স্থান লাভ কৰিছিল। এনে বিষয় সন্দৰ্ভত আমাৰ সদস্যসকলে নিজ দৃষ্টিভংগী ব্যক্ত কৰিছিল যদিও তেওঁলোকৰ ভালেসংখ্যকৰ চিন্তা-চৰ্চাত সীমাবদ্ধতা থকাটো আমাৰ দৃষ্টিগোচৰ হৈছে। প্ৰদেশখনৰ সমস্যাসমূহ দাঙি ধৰাৰ ক্ষেত্ৰত তেওঁলোকে অৱশ্যে চেষ্টাৰ ত্ৰুটি কৰা নাছিল। কিন্তু তেওঁলোকৰ মাজৰ পৰা দ্বিতীয়জন মাণিকচন্দ্ৰ নোলাল। ১৯২১ চনলৈকে ব্যৱস্থাপক সভাত মুঠ ১,৪০০ প্ৰশ্ন উত্থাপন কৰা হৈছিল। প্ৰস্তাৱ উত্থাপন কৰা হৈছিল ১৫০টা। কিন্তু প্ৰস্তাৱসমূহ উত্থাপিত হ'লেও প্ৰায়বোৰ প্ৰস্তাৱ হয় উঠাই লোৱা হৈছিল, নহয় ভোটত দিয়াৰ ফলত প্ৰায়বোৰ নাকচ হৈছিল। এই প্ৰস্তাৱসমূহ গ্ৰহণ কৰা-নকৰাটো নিৰ্ভৰ কৰিছিল মূলতঃ ইংৰাজ বিষয়াসকলৰ সিদ্ধান্তৰ ওপৰতে। অৱশ্যে প্ৰস্তাৱসমূহ নাকচ হ'লেও সমস্যাসমূহৰ বিষয়ে নিৰ্মোহ আলোচনা হৈছিল।

১৯২১ চনত 'গৱৰ্ণমেণ্ট অব্ ইণ্ডিয়া আইন-১৯১৯' অনুসৰি অসমতো নতুন ব্যৱস্থাপক সভা গঠন হৈছিল। এই ব্যৱস্থাপক সভাৰ প্ৰথমখন বৈঠক অনুষ্ঠিত হৈছিল ১৯২১ চনৰ ২২ ফেব্ৰুৱাৰীত। আৰু এই ব্যৱস্থাপক সভাত প্ৰথমবাৰৰ বাবে ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাৰ লগতে খান বাহাদুৰ ছৈয়দ আব্দুল মজিদক অসমৰ মন্ত্ৰী হিচাপে নিযুক্তি দিয়া হৈছিল।

চাহ উদ্যোগৰ প্ৰসাৰ পৰিস্থিতিৰ তাগিদাত ইংৰাজ চৰকাৰে অসমৰ উন্নয়ন আৰু বিকাশত পৰিমাণগতভাৱে মনোযোগ দিছিল। ইংৰাজী শিক্ষাৰ প্ৰসাৰ আৰু পশ্চিমৰ পৰিৱৰ্তনৰ বতৰাই অসমীয়া মানুহক শিক্ষাৰ প্ৰতি আগ্ৰহী কৰি তোলাৰ ফলত সচেতন মধ্যবিত্ত সমাজ এখন গঢ় লৈ উঠিছিল। চুবুৰীয়া বংগৰ প্ৰগতি, ভাৰতীয় জাতীয় কংগ্ৰেছসহ নানা অনুষ্ঠান-প্ৰতিষ্ঠানৰ জন্ম ইত্যাদিৰ ফলত অসমৰ সমাজ সচেতন অংশটোৱে প্ৰদেশখনৰ পৰিৱৰ্তন বিচাৰি কিছু সংগঠিত উদ্যোগ গ্ৰহণ কৰিছিল। যোৰহাট সাৰ্বজনিক সভা এনে সংগঠিত উদ্যোগৰে চানেকী আছিল। অসম এছোচিয়েছনৰ জন্ম হৈছিল মূলতঃ কলিকতাত গঠন হোৱা তদ্ৰূপ সংস্থা এটাৰ আলম লৈ। ইয়াৰ প্ৰথমখন অধিৱেশন ১৯০৫ চনৰ

এপ্ৰিল মাহত ডিব্ৰুগড়ত অনুষ্ঠিত হৈছিল। সাধাৰণ সম্পাদক হিচাপে মাণিক চন্দ্ৰ বৰুৱাই মৃত্যু পৰ্যন্ত কাৰ্যনিৰ্বাহ কৰিছিল। ইয়াৰ পিছত এই প্ৰতিষ্ঠানৰ গুৰুভাৰ ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাই গ্ৰহণ কৰিছিল। অসম এছ'চিয়েছনে সেই সময়ত অসমৰ সকলোবোৰ জ্বলন্ত সমস্যা সমাধানৰ বাবে চৰকাৰৰ ওচৰত দাবী উত্থাপন কৰিছিল। বিশেষকৈ অসমৰ শিক্ষা ব্যৱস্থা, যাতায়াত, যোগাযোগ, নিয়োগ আদি বিষয়ত গুৰুত্ব আৰোপ কৰিছিল। 'মোৰ সোঁৱৰণী'ত পদ্মনাথ গোহাঞিবৰুৱাই মাণিক চন্দ্ৰ বৰুৱাৰ গতিবিধিৰ বিষয়ে চমুকৈ উল্লেখ কৰিছে। অসমৰ পৰিবৰ্তন যাত্ৰাৰ অগ্ৰদূত মাণিক চন্দ্ৰ বৰুৱাৰ কৰ্মময় জীৱনৰ পৰিধি ব্যাপ্ত হৈ আছে। তেওঁৰ সমগ্ৰ চিন্তা আৰু চেতনা সন্নিবদ্ধ হৈছিল অসমৰ উন্নয়ন আৰু বিকাশত।

১৯০৩ চনত তেওঁ অসমৰ মৌজাদাৰী ব্যৱস্থা, ১৮৯৭ চনত ভূমিকম্পৰ ফলত সৃষ্টি হোৱা অসমৰ আৰ্থিক অৱস্থা সন্দৰ্ভত এখন দীঘলীয়া স্মাৰক-পত্ৰ তেতিয়াৰ আয়ুক্ত জে বি ফুলাৰৰ ওচৰত দাখিল কৰিছিল। পৰিশিষ্টত ইয়াৰ প্ৰতিলিপি আমি সংলগ্ন কৰি দিছো বাবে অধিক ব্যাখ্যালৈ যোৱা নাই।

১৯০৫ চনত চৰকাৰে প্ৰণয়ন কৰা অসম স্কুল মেনুৱেলৰ ধাৰা ১৭০ আৰু ১৭১ বিৰুদ্ধে তেওঁ অসম এছ'চিয়েছনৰ হৈ অসমৰ মুখ্য আয়ুক্তৰ সচিবৰ হাতত তেওঁ আন এখন স্মাৰকপত্ৰ দাখিল কৰিছিল। ইয়াত তেওঁ বংগ আৰু অসমৰ সেই সময়ৰ শিক্ষাব্যৱস্থা একে পৰ্যায়ৰ বুলি বিবেচনা কৰাটো উচিত নাছিল বুলি উল্লেখ কৰি এই ধাৰা দুটাৰ সংশোধন বিচাৰিছিল। এই সন্দৰ্ভত তেওঁ দুখন আবেদন কৰিছিল। ১৯০৫ চনৰ ৫ জুলাই তাৰিখে তেওঁ অসমৰ ৰাইজৰ হৈ প্ৰথমখন আবেদন জনাইছিল। আনখন ১৯০৫ চনৰ ১০ জুলাই তাৰিখে অসম এছ'চিয়েছনৰ হৈ দাখিল কৰিছিল। প্ৰথমখনত তেওঁ অসমবাসীৰ প্ৰতিনিধিৰ ভূমিকা লৈছিল। এই সংক্ৰান্তত আদান প্ৰদান হোৱা সমুদায় চৰকাৰী চিঠি-পত্ৰ পৰিশিষ্টত সংলগ্ন কৰা হৈছে। ১৯১০ চনৰ ৩১ মাৰ্চ তাৰিখে তেওঁ সত্যনাথ বৰা, চিদানন্দ চৌধুৰী আদিৰ সৈতে অসমৰ ছাত্ৰসকলক ইংলেণ্ডত উচ্চশিক্ষা দিয়াবলৈ লটাৰী পাতিবলৈ অনুমতি বিচাৰি মুখ্য আয়ুক্তলৈ এখন আবেদন দিছিল। অৱশ্যে তেওঁৰ এই আবেদন চৰকাৰে গ্ৰহণ কৰা নাছিল।

১৯০৯ চনৰ ২১ আগষ্টত তেজপুৰত বহা আসাম এছ'চিয়েছনৰ তেজপুৰ শাখাৰ অধিবেশনত গুৱাহাটীত থকা কলেজখন প্ৰথম শ্ৰেণীলৈ উন্নীত কৰা আৰু পিছৰ বছৰৰ পৰা এম এ আৰু বি এল শ্ৰেণী আৰম্ভ কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। অসম বন্তি কাকততো এই বিষয়ক সংবাদ প্ৰকাশ পাইছিল। মাণিক চন্দ্ৰ বৰুৱাই কটন কলেজত বুৰঞ্জী আৰু ৰসায়ন বিভাগৰ অধ্যাপক নিযুক্তি দিয়াৰ বাবে আবেদন জনাইছিল। তেওঁ চৰকাৰৰ লগত কৰা যোগাযোগ সম্পৰ্কীয় তথ্যপাতিখিনি পৰিশিষ্টত সংলগ্ন কৰা হৈছে। ১৯১০ চনত তেওঁ পুনৰ ৰসায়ন আৰু বুৰঞ্জী বিভাগৰ অধ্যাপক নিয়োগৰ বাবে চৰকাৰক আবেদন জনাইছিল। ১৯০৯ চনৰ ২১ ছেপ্টেম্বৰত শিক্ষাৰ মাধ্যম সন্দৰ্ভতো তেওঁ চৰকাৰৰ সৈতে যোগাযোগ কৰিছিল। ইয়াত তেওঁ শিক্ষাৰ মাধ্যম সন্দৰ্ভত তেওঁৰ দৃষ্টিভংগী চৰকাৰক অৱগত কৰি প্ৰবল জাতীয় চেতনাৰ পৰিচয় দাঙি ধৰিছিল।

১৮২৬ চনৰ পৰা ১৯১৮ চনলৈ অসমৰ আৰ্থ-সামাজিক বিকাশৰ দিশটোলৈ লক্ষ্য কৰিলে দেখা যায় যে ব্ৰিটিছে ঔপনিৱেশিক শাসন ব্যৱস্থা প্ৰৱৰ্তনৰ সমান্তৰালকৈ ইয়াৰ পৰিগাঁথনিৰ উন্নয়নতো গুৰুত্ব দিছিল। চাহশিল্প, খাৰুৱা তেলৰ আৱিষ্কাৰ আৰু আন আন খনিজ সম্পদৰ আৱিষ্কাৰে প্ৰদেশখনৰ গুৰুত্ব বহুখিনি বৃদ্ধি কৰিছিল বাবে ঔপনিৱেশিক শাসকসকলে কিছু দায়বদ্ধতা প্ৰদৰ্শন কৰিছিল। আধুনিক শিক্ষাৰ সম্প্ৰসাৰণৰ লগে লগে ব্ৰহ্মপুত্ৰ উপত্যকাৰ জনসাধাৰণৰ জীৱন ধাৰণৰ মান লক্ষণীয়ভাৱে সলনি হৈছিল। আমাৰ ইতিহাস গৱেষকসকলৰ অধিকাংশ ব্ৰিটিছ বুলি ক'লেই নাক কোচ খাব খোজে। পিছে ব্ৰিটিছৰ আগমন অবিহনে অসমৰ সৰ্বসাধাৰণ মানুহৰ জীৱন-যাপন পদ্ধতিৰ ইমানখিনি পৰিৱৰ্তন সম্ভৱপৰ হ'লহেঁতেন নে নাই, তাতো সন্দেহ ওপজে। তেওঁলোকে আমাৰ সম্পদৰ অধিকাৰ হস্তগত কৰাটো কোনো কাৰণতে অস্বীকাৰ কৰা নাযায়। কিন্তু প্ৰদেশখনক শিক্ষা, স্বাস্থ্য, যোগাযোগ ইত্যাদি দিশত এক শৃংখলাবদ্ধ স্তৰলৈ উন্নীত কৰিছিল সেই কথাও আমি পাহৰা উচিত নহ'ব। তদুপৰি ব্ৰিটিছে

নিৰ্মাণ কৰা পৰিণাঁপনিটোকেই আজিপৰ্যন্ত আমি ব্যৱহাৰ কৰি থকা নাই জানো? আমাৰ আৰক্ষী প্ৰশাসন, আইন ব্যৱস্থা, দণ্ডবিধি ইত্যাদিৰ আমুল পৰিবৰ্তন সাধন কৰিবলৈ সমৰ্থ হৈছোনে? সকলোৱে জনা কথা ইয়াৰ পূৰ্বৰ সময়ছোৱা সৰু-বৰ সামন্ত শক্তিৰ সমাহাৰ আছিল অসম। বাৰেৰহনীয়া জনগোষ্ঠীয়ে একেলগে বাস কৰিছিল। আহোমসকলে 'সাত ৰাজ মাৰি এক ৰাজ' কৰিবলৈ যত্ন কৰিছিল যদিও আজিৰ অথবা পঞ্চাশ-ষাঠিৰ দশকৰ অসমখন সৃষ্টি কৰিবলৈ সমৰ্থ হোৱা নাছিল। ইমানবোৰ জনগোষ্ঠীক একত্ৰিত কৰি ব্ৰিটিছেহে পৰোক্ষভাৱে সম্প্ৰীতিৰ সেতু গঢ়াত সহায় কৰা নাছিল জানো? ব্ৰিটিছসকলে অপেক্ষাকৃতভাৱে বহল পৰিসৰত বিষয়বোৰ বিবেচনা কৰিছিল বাবেই আমাৰ জাতি-নিৰ্মাণ প্ৰক্ৰিয়া কিছু ত্বৰান্বিত হৈছিল। ব্ৰিটিছ আৰু অসমৰ ইতিহাস অধ্যয়ন কৰিলে দেখা যায় যে বহুকেইজন ইংৰাজ বিষয়াই 'অসম অসমীয়াৰ বাবে' এই চেতনাবোধেৰে গোটেই অসমবাসীক নিজৰ দায়বদ্ধতাৰ বিষয়ে সজাগ কৰিবলৈ যত্ন কৰিছিল। 'অসমীয়া' বুলি কওঁতে তেওঁলোকে অসমৰ সকলো নৃগোষ্ঠীকে সামৰি লৈছিল। আমি অসম ব্যৱস্থাপক সভাৰ কাৰ্যবিৱৰণী অধ্যয়ন কৰোঁতে বহু সময়ত ব্ৰিটিছ বিষয়া বেমফ্লাইড ফুলাৰ আৰু হেনৰী কটনে উল্লিখিত কথাষাৰ ব্যক্ত কৰা লক্ষ্য কৰিছো। অসমত মধ্যবিত্ত আৰু উচ্চ মধ্যবিত্ত শ্ৰেণী এটা গঢ় লৈ উঠাৰ পিছত ব্যৱসায়-বাণিজ্যৰ প্ৰতিও অসমীয়া সমাজৰ ধাউতি বাঢ়িছিল। বহুকেইজন থলুৱা উদ্যোগপতি চাহ বাগিচাৰ লাভজনক ব্যৱসায়ৰ প্ৰতি আকৃষ্ট হৈছিল। ফলত অসমীয়া উচ্চ শ্ৰেণীৰ সৈতে ইংৰাজ চাহ খেতিয়কসকলৰ দ্বন্দ্ব আৰম্ভ হৈছিল। পতিত মাটি থলুৱা লোকক চাহ খেতিৰ বাবে পট্টন দিয়াৰ ক্ষেত্ৰত অগ্ৰাধিকাৰ দিব লাগে বুলি ১৯২৫ চনত ব্যৱস্থাপক সভাত ৰোহিণীকান্ত হাতীবৰুৱাই প্ৰস্তাৱ উত্থাপন কৰিছিল। তেওঁ অনা প্ৰস্তাৱত অংশগ্ৰহণ কৰিছিল নবীন চন্দ্ৰ বৰদলৈ, কামাখ্যাৰাম বৰুৱা, তাৰাপ্ৰসাদ চলিহা আদিয়ে। তেওঁলোকৰ ভাষণত প্ৰকাশ পাইছিল অসমীয়া আৰু ইংৰাজসকলৰ মাজত গঢ়ি উঠা প্ৰতিযোগিতা আৰু অন্তৰ্দ্বন্দ্বৰ কথা।

ইংৰাজৰ লগতে যিসকল আগশাৰীৰ অসমীয়া উদ্যোগী ডেকাই অসমক নতুন ৰূপ দিবলৈ অহোপুৰুষাৰ্থ কৰিছিল, সেইসকলৰ ভিতৰত জগন্নাথ বৰুৱা, মাণিক চন্দ্ৰ বৰুৱা আছিল অন্যতম। এইসকল লোকে আৰ্থ-সামাজিক আৰু ৰাজনৈতিক ক্ষেত্ৰত অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল আৰু তেওঁলোকৰ প্ৰচেষ্টাৰ বাবেই অসমে উন্নতি আৰু বিকাশৰ দিশত আগবাঢ়িছিল। মাণিক চন্দ্ৰ বৰুৱা আছিল আসাম এছ'চিয়েছনৰ মূল ৰাজহাড়। যদিও ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা ইয়াৰ সভাপতি আছিল, মাণিক চন্দ্ৰ বৰুৱাই সঁচা অৰ্থত আসাম এছ'চিয়েছনৰ হৈ সকলো বিষয়তে আগভাগ লৈ সকলো সমস্যাৰ ক্ষেত্ৰত চৰকাৰৰ ওচৰ চাপিছিল। প্ৰকৃতাৰ্থত আসাম এছ'চিয়েশ্যনৰ বুকুতেই অসমীয়া জাতীয়তাবাদে পূৰ্ণ ৰূপ লাভ কৰিছিল। আমাৰ বাঁওপন্থী পণ্ডিত সমাজে কোৱাৰ দৰে এই জাতীয়তাবাদ ভাষাকেন্দ্ৰিক নহৈ বৰং সাৰ্বিক ৰূপৰহে আছিল। আসাম এছ'চিয়েছনে দিয়া প্ৰতিখন আবেদনৰ মাজত অসমীয়া মানুহৰ মৌলিক সমস্যাসমূহ প্ৰতিফলিত হৈছিল। সেয়ে মাণিক চন্দ্ৰৰ প্ৰথম ভাষণ সন্দৰ্ভত মন্তব্য কৰি ছাৰ বেমফ্লাইড ফুলাৰে অসমীয়াৰ মাজত অংকুৰণ কৰা 'অসম অসমীয়াৰ বাবে' এই চেতনাবোধৰ পুনৰ উন্মেষ বুলি উল্লেখ কৰিছিল। তেওঁ প্ৰকৃতাৰ্থত অসমীয়া আৰু অসমৰ বাবে যুঁজা এজন অগ্ৰণী সেনা আছিল। তেওঁৰ ভাষণত কেতিয়াও অসংলগ্ন আৰু নিম্নমানৰ শব্দ তথা জাতি-ধৰ্ম-গোষ্ঠী বিৰোধী শব্দৰ প্ৰযোগ ঘটা নাছিল। কাকো বিষোদ্গাৰো কৰা নাছিল তেওঁ। সেই সময়ৰ প্ৰায়বোৰ সদস্যই সম্প্ৰদায় আৰু গোষ্ঠীগত মনোভাবৰ বশৱৰ্তী হৈ তেওঁলোকৰ সীমাবদ্ধ চিন্তাৰে সমস্যাসমূহ দাঙি ধৰিছিল। মাণিক চন্দ্ৰ বৰুৱাৰ ব্যক্তিত্ব আৰু তেওঁৰ নেতৃত্ব সম্পৰ্কে ১৯১৫ চনৰ ৫ নৱেম্বৰৰ দিনা অনুষ্ঠিত ব্যৱস্থাপক সভাৰ শোকসভাখনত অতি ঘনিষ্ঠ সহকৰ্মী কামিনী কুমাৰ চন্দই কৈছিল— 'মাণিক চন্দ্ৰ বৰুৱাৰ মৃত্যুৱে অসমৰ জনজীৱনত এক ডাঙৰ ব্যৱধান সৃষ্টি কৰিলে। আৰু ভৱিষ্যতলৈ ইয়াক পূৰণ কৰাটো অতি কঠিন হ'ব। মাণিক চন্দ্ৰ বৰুৱা এজন অভিজ্ঞ, জনচেতনাবোধেৰে সমৃদ্ধ আৰু বিশাল জ্ঞানৰ অধিকাৰী অসমৰ 'ভাৰতীয় নেতা' আছিল। অসমৰ সকলোবোৰ গণ আন্দোলনত তেওঁ জড়িত হৈছিল। আসাম এছ'চিয়েছনৰ

তেওঁ আছিল প্ৰাণপুৰুষ।' কামিনী কুমাৰ চন্দই দিয়া ভাষণতে ফুটি উঠিছিল মাণিক চন্দ্ৰ বৰুৱাৰ মহান ব্যক্তিত্বৰ কথা। বহুকেইজন ৰাজনৈতিক বিশ্লেষকে সেই সময়ত অতি গুৰুত্বপূৰ্ণ অধ্যায়ক এৰাই চলাৰ উপৰি মাণিক চন্দ্ৰ বৰুৱাৰ ভূমিকা সম্পৰ্কে প্ৰয়োজনীয় আলোচনা এৰাই চলিছে। বৰুৱাৰ অসম আৰু অসমীয়া জাতিৰ প্ৰতি থকা দায়িত্ববোধক এইসকল ৰাজনৈতিক পৰ্যালোচকে সহজভাৱে ল'ব পৰা-নোৱাৰা হেতুকেই তেওঁক এনেদৰে কক্ষচ্যুত কৰিব খোজা বুলিয়েই আমাৰ মনে ধৰে। তেওঁ সুস্থ সমাজ সচেতক, ৰাজনৈতিক চেতনাসম্পন্ন লোক আছিল। তেওঁ যি সময়ত অসমক নেতৃত্ব দিছিল সেই অসমৰ সামাজিক পৰিস্থিতি আছিল অতিকে প্ৰতিকূল। তাৰ মাজতো অকলেই ব্ৰিটিছ শাসকসকলক পতিয়ন নিয়াই অসমৰ আৰ্থ-সামাজিক বিকাশৰ লাই খুঁটা তেওঁ থাপনা কৰিবলৈ সমৰ্থ হৈছিল। মাণিক চন্দ্ৰ বৰুৱাই যি পৰিস্থিতি আৰু পৰিবেশৰ মাজত যুঁজিছিল সেই পৰিস্থিতি আৰু পৰিবেশ পিছৰ কোনো ৰাজনৈতিক নেতাৰ ক্ষেত্ৰতেই ঘটা নাছিল। বৰুৱাৰ চেষ্টাত যে অকল কটন কলেজ গঢ়ি উঠিছিল সেইটো নহয়, তেওঁ অসমীয়া সমাজখন ঠন ধৰি উঠাতো বৰঙণি যোগাইছিল। সেয়ে মাণিক চন্দ্ৰ বৰুৱাৰ অবদানক অৱজ্ঞা কৰি আধুনিক অসমৰ সামাজিক বিকাশৰ বিশ্লেষণ কৰিব খোজাটো সত্যৰ অপলাপহে।

অতি কম সময়ছোৱাৰ ভিতৰত ব্যৱস্থাপক সভাত তেওঁ দাঙি ধৰা বক্তব্যসমূহ আছিল সমসাময়িক অসমৰ একোখন স্বচ্ছ চিত্ৰ। প্ৰতিটো সমস্যাৰ ক্ষেত্ৰত তেওঁ সজাগ আৰু সচেতন আছিল। সেইছোৱা সময় অসমৰ বাবে অতিশয় জটিল আছিল। সংক্ৰামক ব্যাধিসমূহ তথা কানি বৰবিহৰ পৰা অসমীয়া সমাজক ৰক্ষা কৰা, শিক্ষাৰ সম্প্ৰসাৰণ ঘটোৱা আদি মৌলিক সমস্যাবোৰে মাণিক চন্দ্ৰৰ অন্তৰত আঘাত দিছিল। তেওঁৰ নিজৰ পৰিয়ালকো কলাজ্বৰৰ হাতোৰাই পাইছিল। সেয়ে বিভিন্ন মঞ্চত অসমৰ সমস্যাসমূহ উত্থাপন কৰা হৈছিল। সেই সময়ত পদ্মনাথ গোহাঞিবৰুৱা, ঘনশ্যাম বৰুৱা, মহম্মদ ছাদুল্লা, ফণীধৰ চলিহা, তৰুণৰাম ফুকন, ৰাজেন্দ্ৰনাৰায়ণ চৌধুৰী আদিয়েও ৰাজ্যখনৰ উন্নয়নৰ অৰ্থে অহোপুৰুষাৰ্থ কৰিছিল। মাণিক চন্দ্ৰই ব্যৱস্থাপক সভাত লোৱা ভূমিকা আৰু তেওঁৰ ভাষণসমূহ আমাৰ নতুন প্ৰজন্মৰ গৱেষকসকলৰ বাবে সহজলভ্য কৰাটোও আমাৰ এইলানি লেখাৰ অন্যতম উদ্দেশ্য আছিল। বৰুৱাৰ ভাষণ, চিঠি-পত্ৰ, আবেদন-নিবেদন আদি আমি এই গ্ৰন্থৰ পৰিশিষ্টত সংলগ্ন কৰিছো। এশ বছৰ আগৰ এইজনা মহান অসমীয়াই আমাৰ প্ৰদেশখনৰ বিষয়ে কেনে দৃষ্টিভংগী গ্ৰহণ কৰিছিল, সেই কথা সকলোৱে জানিব লাগে। আমাৰ উদ্দেশ্য সেয়াই আছিল। মাণিক চন্দ্ৰ বৰুৱাৰ ব্যক্তিগত জীৱনৰ প্ৰতি আলোকপাত কৰাৰ প্ৰয়াস আমি কৰা নাই। গ্ৰন্থখনত মাণিক চন্দ্ৰ বৰুৱাৰ পূৰ্বৰ, অৰ্থাৎ ১৮৮০ চনৰ সময়ছোৱাৰ কিছু পূৰ্বাভাস দিবলৈ চেষ্টা কৰা হৈছে। সামগ্ৰিকভাৱে এই গ্ৰন্থখন অন্য গ্ৰন্থৰ সহায় নোলোৱাকৈ চৰকাৰৰ ঘৰত থকা তথ্য-পাতিৰ ওপৰত ভিত্তি কৰি যুগুত কৰি প্ৰণয়ন কৰা হৈছে। আন কোনো গ্ৰন্থৰ লগত দুই-এটা তথ্যৰ মিল পাব পাৰে কোনো অনুসন্ধিৎসু পাঠকে। আমি মথোঁ ক'ম যে আমাৰ হাতত পৰা কেইখনমান কাৰ্যবিৱৰণী কোনেও হাতেৰে নুচুবাৰ প্ৰমাণ আমি পাইছিলো।

এইখিনিতে প্ৰণিধানযোগ্য যে মাণিক চন্দ্ৰ বৰুৱাৰ ভাষণসমূহৰ উপৰি তেওঁ ব্যৱস্থাপক সভাত উত্থাপন কৰা প্ৰশ্নসমূহ সুকীয়াকৈ গ্ৰন্থখনৰ পৰিশিষ্টত সন্নিবিষ্ট কৰা হৈছে। তদুপৰি আসাম এছ'চিয়েছনৰ সাধাৰণ সম্পাদক হিচাপে বিভিন্ন বিষয়ৰ সন্দৰ্ভত চৰকাৰৰ লগত আদান প্ৰদান কৰা কেইখনমান চিঠিৰ প্ৰতিলিপিকো এই গ্ৰন্থৰ পৰিশিষ্টত থুপাই থোৱা হৈছে। আমাৰ বোধেৰে এই চিঠিপত্ৰসমূহ অন্য কোনো গ্ৰন্থত প্ৰকাশ হোৱা নাই। তেওঁ লিখা এখন চিঠিৰ টাইপ কপিৰ প্ৰতিলিপি ইয়াত দিয়া হৈছে। আমি দুই এটা ভুলো অ'ত-ত'ত দেখিছো। বোধকৰো মূল কপিৰ পৰা টাইপ কৰোঁতে সেই ভুলখিনি হৈ গৈছিল। তথাপি চিঠিখন ইয়াত সন্নিবিষ্ট কৰা হৈছে নতুন প্ৰজন্মৰ সুবিধাৰ অৰ্থে।

এই গ্ৰন্থখন ৰাজ্যবাসীৰ জনপ্ৰিয় নেতা মুখ্য মন্ত্ৰী তৰুণ গগৈৰ নামত উছৰ্গা কৰিবলৈ পাই আমি নিজকে ধন্য মানিছো। অসমৰ জাতীয় জীৱনৰ এক গভীৰ সন্ধিক্ষণত ৰাজ্যখনৰ দায়িত্ব গ্ৰহণ কৰি

সামগ্রিকভাবে তেওঁ বলিষ্ঠ নেতৃত্ব প্ৰদানৰ লগতে অসমৰ জাতীয় চেতনাক উন্মোচিত কৰাবো চেষ্টা চলাই আহিছে। মাণিক চন্দ্ৰ বৰুৱাই আৰম্ভ কৰা অসমৰ জাতীয়তাবাদী ধাৰাটোৰ ই এক অন্য ৰূপ বুলি ক'লেও হয়তো আমাক অত্যুক্তিৰ দোষে নুচুব। অসমক প্ৰকৃতপক্ষে ভালপোৱা এই নেতাজনক ভৱিষ্যতৰ ৰাজনৈতিক ইতিহাসে নিশ্চয় এদিন যথাযথ সম্মান জনাব। ৰাজ্যখনৰ সামগ্ৰিক উন্নতিৰ বাবে স্বাধীনতাৰ পৰৱৰ্তীকালত অহোপুৰুষাৰ্থ কৰা আমাৰ মুখ্যমন্ত্ৰীসকলৰ ভিতৰত তেওঁৰ স্থান অদ্বিতীয় হৈ ৰ'ব বুলি অনুমান কৰাতো নিশ্চয় দ্বিধা-দ্বন্দ্বৰ কাৰণ নাই।

এই গ্ৰন্থখন প্ৰণয়নৰ ক্ষেত্ৰত বহুকেইজন ব্যক্তিৰ সহায়-সহযোগিতা আৰু সমৰ্থন আমাৰ বাবে প্ৰেৰণাৰ উৎস হৈ পৰিছিল। এইসকলৰ ভিতৰত অসম বিধানসভাৰ অধ্যক্ষ টংক বাহাদুৰ ৰায়, ভুবনেশ্বৰ কলিতা, ডঃ লক্ষ্মীনন্দন বৰা, ডঃ হিমন্ত বিশ্ব শৰ্মা, ৰকিবুল হুছেইন, দেৱকুমাৰ বৰা, বিধানসভাৰ সচিব গৌৰাংগ প্ৰসাদ দাস আদিয়ে লগ পালেই সুধিছিল গ্ৰন্থখনৰ অগ্ৰগতিৰ কথা। আমাৰ শুভাকাংক্ষী ভূপেন্দ্ৰনাথ ভট্টাচাৰ্য, মিহিৰ দেউৰী, হৰেন বুঢ়াগোহাঞি, কুমুদ ৰঞ্জন দাস, উৎপল দত্ত, ৰতন সাউদ, ৰঞ্জিত গগৈ, দিগন্ত ওজা, হিৰণ্য কুমাৰ বৰ্মন, নৱজ্যোতি পাঠক, জিতেন চৌধুৰী, মানস কুমাৰ মহন্ত, দ্বীপেন বায়ন আদিৰ সৈতে গ্ৰন্থখন সন্দৰ্ভত আমি বিভিন্ন সময়ত আলোচনা-বিলোচনাও কৰিবলগীয়া হৈছিলো। গ্ৰন্থ যুগুতোৱাৰ ক্ষেত্ৰত আমাক সহায় কৰিছে চম্পক শৰ্মা, বিপুল বৰ্মন, শৈলেন্দ্ৰ শৰ্মা, নয়নজ্যোতি নাথ, মুনীন চৌধুৰীয়ে। আন আন দিশত সহায় কৰিছে আমাৰ মাজু দাদা অতুল সেন ডেকা, সৰু ভাই প্ৰকাশ সেন ডেকা, মোৰ সহধৰ্মিণী অনুলেখা সেন ডেকা আৰু পুত্ৰদ্বয় ৰাজৰ্ষি আৰু দেৱৰ্ষি সেন ডেকাই। এই ছেগতে নাম ল'ব লাগিব জয়দেৱ ডেকা, অসম সচিবালয়ৰ গ্ৰন্থাগাৰৰ কৰ্মচাৰীবৃন্দ, অসম চৰকাৰৰ আৰ্কাইভৰ কৰ্মচাৰী হৰেশ্বৰ বৈশ্যৰ। গ্ৰন্থখনৰ বেটুপাত অংকন কৰিছে চিত্ৰশিল্পী তথা ডিজাইনাৰ ধনজিৎ দাসে।

গ্ৰন্থখন প্ৰকাশৰ ক্ষেত্ৰত পূৰ্বৰ দৰে এইবাৰো আগভাগ লৈছে নলবাৰীৰ জাৰ্ণাল এম্প'ৰিয়ামৰ স্বত্বাধিকাৰী সুৰেন্দ্ৰ চন্দ্ৰ বৈশ্য আৰু তেওঁৰ পুত্ৰ হিমাদ্ৰি বৈশ্যই। তেওঁলোকলৈকো এই ছেগতে কৃতজ্ঞতা জনাইছো। আশা কৰোঁ, আমাৰ পূৰ্বৰ গ্ৰন্থকেইখনৰ দৰে 'অসমৰ উত্তৰণৰ ইতিহাস ঃ মাণিক চন্দ্ৰ বৰুৱা আৰু ব্যৱস্থাপক সভা'কো পঢ়ুৱৈ সমাজে আদৰি ল'ব।

নীলমণি সেন ডেকা

কনকলতা পথ
লাচিত নগৰ, গুৱাহাটী
২৬ ডিচেম্বৰ, ২০০৯

# জনসংখ্যা, মহামাৰী, প্ৰব্ৰজন ইত্যাদি

১৮৭২ চনত অসমৰ জনসংখ্যা আছিল ৪১,৫১,২৩০। ১৮৮১ চনত ৫১,২৯,৩৯১, ১৮৯১ চনত ৫৪,৭৭,৮৮০, ১৯০১ চনত ৬১,২৬,৯৪৫, ১৯১১ চনত ৭০,৬০,৫২১, ১৯২১ চনত ৭৯,৯০,২৪৬। ১৯২১ চনত প্ৰদেশখনৰ জনসংখ্যা ৭৯,৯০,২৪ হ'লেও অসম উপত্যকাৰ সৰ্বমুঠ জনসংখ্যা আছিল ৩৯,৯১,৬৮২জন। গড হিচাপে প্ৰতি মাইলত জনসংখ্যা অসম উপত্যকাত আছিল ১৪৯জন। সুৰমা উপত্যকা আৰু পাহাৰ অংশৰ জনসংখ্যা আছিল ৩৫.৭১,১৯৮, ফ্ৰণ্টিয়াৰ ট্ৰেকত আছিল ৪৩,৩৫০জন আৰু মণিপুৰৰ জনসংখ্যা আছিল ৩.০৮৪ ০১৬। ১৮৭২ চনৰ পৰা ১৮৮১ চনলৈ জনসংখ্যাৰ প্ৰকৃত বৃদ্ধিৰ হাৰ আছিল ৯ ১ শতাংশ কিন্তু লোকপিয়লত এই বৃদ্ধিৰ হাৰ ২৩ ৬ শতাংশ বুলি দেখুওৱা হৈছিল। ১৮৮১-৯১ চনলৈ জনসংখ্যাৰ প্ৰকৃত বৃদ্ধি আছিল ৯ ২ শতাংশ। ইয়াৰ বিপৰীতে লোকপিয়লত দেখুওৱা হৈছিল ৬ ৮ শতাংশ বুলি। ১৮৯১ ১৯০১ চনত জনসংখ্যা বৃদ্ধিৰ প্ৰকৃত হাৰ আছিল ৫ ৯ শতাংশ। পিছে লোকপিয়লত দেখুওৱা হৈছিল ১১ ৮ শতাংশ বুলি। ১৯০১-১১ চনত জনসংখ্যা বৃদ্ধিৰ হাৰ ১৪ ৬ শতাংশ আৰু লোকপিয়লত দেখুওৱা হৈছিল ১৫ ২ শতাংশ। ১৯২১ চনৰ লোকপিয়লত অসমৰ কৃষি আৰু ভূমিলেখা বিভাগৰ উদ্ধৃতি দি উল্লেখ কৰা হৈছিল যে এই সময়ছোৱাত বনাঞ্চল হিচাপে সংৰক্ষণ কৰাৰ বাবে প্ৰায় পাঁচ শতাংশ খেতিৰ মাটি অৰ্থাৎ ২,০০০ বৰ্গমাইল মাটি হ্ৰাস পাইছিল। পূৰ্ববংগৰ পৰা অহা ভগনীয়া খেতিয়কসকল, নেপালী আৰু প্ৰাক্তন চাহ বাগিচাৰ বনুৱাৰ সংখ্যাও অভাৱনীয় হাৰত বৃদ্ধি পাইছিল। ইয়াৰ ফলত পতিত মাটিসমূহ মুকলি হৈছিল আৰু পমুৱাসকলে সেই মাটি দখল কৰিছিল। ১৯১১ চনৰ পৰা ১৯২১ চনলৈকে অসম উপত্যকাত মানুহ বৃদ্ধি পাইছিল ৭,৪৮,৬৫০জনলৈ। সামগ্ৰিকভাৱে এই বৃদ্ধিৰ হাৰ আছিল ২৪ ১ শতাংশ। আনহাতে সমগ্ৰ প্ৰদেশখনত জনসংখ্যা বৃদ্ধি হৈছিল ৯,২৯,৭২৫জন। এই বৃদ্ধিৰ হাৰ আছিল ১৩ ২ শতাংশ। আনহাতে সুৰমা উপত্যকাত এই বৃদ্ধিৰ হাৰ আছিল মাত্ৰ ৩ ৩ শতাংশ। ১৯১১ চনৰ পৰা ২১ চনৰ ভিতৰত ব্ৰহ্মপুত্ৰ উপত্যকালৈ ভগনীয়া আহিছিল ৪,১৬,৩৫০জন। ১৯২১ চনৰ লোকপিয়লৰ প্ৰতিবেদন মতে অসমত ভগনীয়া আছিল ১২,৯০,১৫৭জন। এইসকলৰ ভিতৰত পূববংগৰ পৰা অহা খেতিয়কসকল, চাহ বাগিচাৰ বনুৱা, নেপালী তথা ভাৰতৰ বিভিন্ন ঠাইৰ পৰা লোকসকলকো অন্তৰ্ভুক্ত কৰা হৈছিল।

১৯০১ চনত অসম আৰু পূৰ্ববংগৰ লোকপিয়লৰ অধীক্ষক আছিল ভাৰতীয় অসামৰিক সেৱাৰ বিষয়া বি চি এলেন। তেওঁ ১৯০২ চনত অসম উপত্যকাৰ লগতে ছিলেট জিলা আৰু বৰাক উপত্যকাৰ জিলাসমূহৰ লোকপিয়লৰ প্ৰতিবেদন প্ৰস্তুত কৰি উলিয়াইছিল। এই প্ৰতিবেদনত অসমৰ জনসংখ্যাৰ গাঁথনি, অৰ্থনৈতিক, ভৌগোলিক তথ্যও সন্নিবিষ্ট কৰা হৈছিল। এই প্ৰতিবেদনৰ সম্যক

তথ্য আমি এই গ্ৰন্থত উল্লেখ কৰিব খুজিছো। হাণ্টাৰৰ প্ৰতিবেদনত ১৮৭৯ চনলৈকে অসমৰ এখন সম্যক চিত্ৰ দাঙি ধৰা হৈছিল। আমি জনাত ১৯০১ চনৰ পিছৰ অসমখনৰ তথ্যভিত্তিক সম্পূৰ্ণ গ্ৰন্থ আমাৰ চকুত পৰা নাই। সেয়ে আমি এই তথ্যখিনি উল্লেখ কৰিব খুজিছো।

উল্লিখিত লোকপিয়ল মতে অসম উপত্যকাৰ দৈৰ্ঘ্য আছিল ৪৫০ মাইল। আনহাতে মিকিৰ পাহাৰক সামৰি প্ৰস্থ উত্তৰে ৫০ মাইল আৰু দক্ষিণে ৫০ মাইল আছিল। ব্ৰহ্মপুত্ৰ উপত্যকাত অসম আছিল তিনিভাগত বিভক্ত। গোৱালপাৰা খণ্ডটোৰ বংগৰ লগত বহু ক্ষেত্ৰত মিল আছিল আৰু ইয়াৰ স্থানীয় ভাষাটোত বাংলা ভাষাৰ প্ৰভাৱো এলেনে লক্ষ্য কৰিছিল। তদুপৰি ই স্থায়ী বন্দবস্তি অৰ্থাৎ জমিদাৰীভুক্ত অঞ্চল আছিল।

মধ্য অসম আছিল কামৰূপ, নগাঁও আৰু দৰং জিলাৰ মঙলদৈ মহকুমা। এই অঞ্চলত কৃষিজীৱী লোকৰ সংখ্যাই সৰহ আছিল। ১৮৯৭ চনত বৰ ভূঁইকঁপৰ পাছত হোৱা বানপানী আৰু ক'লাজ্বৰৰ ফলত ইয়াৰ জনসংখ্যা ভালেখিনি হ্ৰাস পাইছিল। এই অঞ্চল চাহ খেতিৰ বাবে উপযুক্ত নাছিল। উজনি অসম বুলিলে তেজপুৰ সদৰ, শিৱসাগৰ আৰু লখিমপুৰ জিলাক বুজাইছিল। এই অঞ্চল চাহ উদ্যোগৰ বাবে উপযোগী, আছিল আৰু সেয়েহে অঞ্চলটোৱে গুৰুত্ব লাভ কৰিছিল। শিৱসাগৰ জিলাত অসমৰ শেষ ৰজাজনে ৰাজত্ব কৰিছিল। তাত সৰহসংখ্যক লোকেই অসমীয়া আছিল। কিন্তু তেজপুৰ আৰু লখিমপুৰত বহিৰাগত লোকৰ সংখ্যা আধিক আছিল। আনকি গ্ৰামাঞ্চলতো এই লোকসকলে বাস কৰিবলৈ লৈছিল।

পাহাৰীয়া জিলাৰ ভিতৰত পশ্চিমত আছিল গাৰোপাহাৰ। এই পাহাৰ বাঁহ আৰু আন গছ-বনেৰে ভৰা আছিল। আনহাতে সৰু সৰু ঘাঁহ আৰু বন, তথা পাইন গছেৰে ভৰি আছিল খাছীয়া পাহাৰ। এই পাহাৰ ক্ৰমাগতভাৱে ওপৰলৈ উঠা আৰু ওখ সমভূমিৰে ভৰা। উত্তৰ কাছাৰ আছিল পাহাৰমালাৰ নামনি অংশত। আনহাতে নগাপাহাৰ প্ৰায় এহাজাৰ ফুট উচ্চতাত অৱস্থিত আছিল। এই নাগাপাহাৰ পূবলৈ পাটকাই পাহাৰৰ লগত সংযুক্ত আছিল। লুছাই পাহাৰ কাছাৰৰ দক্ষিণ দিশে অৱস্থিত। এই পাহাৰো বনাঞ্চলে ভৰা আছিল। কাছাৰ তুলনামূলকভাৱে সৰু জিলা আৰু পাহাৰেৰে পৰিৱেষ্টিত আছিল।

১৮৭২ চনৰ পিছত অসমৰ কোনো কোনো জিলাৰ জনসংখ্যা কমি আহিছিল। ১৮৭২ চনৰ লোকপিয়ল প্ৰকৃততে সংগতিপূৰ্ণ নাছিল, কাৰণ সেই সময়ত একেলগে লোকপিয়ল অনুষ্ঠিত হোৱা নাছিল। গোৱালপাৰা জিলাত ১৮৭১ চনৰ ফেব্ৰুৱাৰী মাহৰ আগভাগত, কামৰূপ আৰু নগাঁৱত নৱেম্বৰ মাহত, দৰং, শিৱসাগৰ আৰু লখিমপুৰত তাৰ পাছত লোকপিয়লৰ কাম আৰম্ভ হৈছিল। প্ৰথম দুখন জিলাত বছৰটো শেষ হোৱাৰ পূৰ্বেই লোকপিয়লৰ অন্ত পৰিছিল। কিন্তু লখিমপুৰ জিলাত এই লোকপিয়লৰ কাম চলিছিল ১৮৭২ চনৰ ফেব্ৰুৱাৰীৰ শেষলৈকে। ছিলেটত ১৮৭২ চনৰ ২২ জানুৱাৰীত লোকপিয়লৰ কাম আৰম্ভ হৈছিল, কাছাৰত ১০ মাৰ্চৰ পৰা ৯ মে'লৈ চলিছিল। প্ৰকৃতাৰ্থত একে সময়তে লোকপিয়ল নোহোৱা কাৰণে এই লোকপিয়লৰ গণনা আংশিকভাৱে অশুদ্ধ অৱস্থাতে আছিল। ছিলেটৰ উপায়ুক্ত Mr. Lutman Johnson-এ ১৮৮১ চনৰ প্ৰতিবেদন সম্পৰ্কে নিজৰ অসন্তুষ্টি আৰু অবিশ্বাস প্ৰকট কৰি কৈছিল— '১৮৭২ চনত প্ৰথমে নিয়মীয়া লোকপিয়ল হৈছিল। মই এনেকুৱা এজন লোক বিচাৰি পোৱা নাই, যিসকলে ১৮৭২ চনৰ লোকপিয়ল সম্পৰ্কে মনত পেলাব পাৰে। মই গোটেই জিলা ভ্ৰমণ কৰিছো। মোৰ ঔৎসুক্যৰ বিষয়টো আছিল ১৮৭২ চনৰ লোকপিয়ল। সকলোতে মই এটাই উত্তৰ পাইছিলো— লোকপিয়লৰ নিচিনা এনেকুৱা কোনো ঘটনা ঘটা নাই। সেয়ে মোৰ ধাৰণা হৈছিল, গ্ৰামাঞ্চলৰ আৰক্ষীক সুধিয়েই তপচিলপূৰ্ণ কৰা হৈছিল। লুটমেন জনছনৰ সন্দেহ সঁচা বুলি প্ৰমাণিত হৈছিল ১৮৭২-১৮৮১, ১৮৮১-১৮৯১ চনৰ

জনসংখ্যাৰ গাঁথনিৰ বিভিন্ন বিসংগতিৰ পৰা। এই সময়ছোৱাৰ লোকপিয়লৰ জনসংখ্যাৰ গড় অমিল আছিল এনেধৰণৰ— কাছাৰ সমভূমিত ১৮৭২-১৮৮১ চনৰ জনসংখ্যা বৃদ্ধিৰ হাৰ ৪৩.২ শতাংশ, ১৮৮১-৯১ চনত বৃদ্ধিৰ হাৰ ২৫.১ শতাংশ। ঠিক তেনেকৈ ছিলেটত যথাক্রমে ১৪.৫ শতাংশ আৰু ৯.৪ শতাংশ। গোৱালপাৰাত ১৫.৩ শতাংশ আৰু ১ ৩ শতাংশ। কামৰূপত ১৮৭২-১৮৮১ চনত বৃদ্ধি আছিল ১৪.৮ শতাংশ। ১৮৮১-৯১ চনত বৃদ্ধিৰ হাৰ হ্রাস হৈছিল ১.৬ শতাংশ। দৰঙত ১৮৭২-৮১ চনত বৃদ্ধি হৈছিল ১৫.৮ শতাংশ, ১৮৮১-৯১ চনত ১২ ৬ শতাংশ। নগাঁৱত ১৮৭২-৮১ চনত ২১ শতাংশ আৰু ১৮৮১-৯১ বৃদ্ধি হৈছিল ১০ ২ শতাংশ। কামৰূপ আৰু গোৱালপাৰাৰ পৰিৱেশ ১৮৮১-৯১ চনত অস্বাস্থ্যকৰ হৈ থকা হেতু জনসংখ্যাৰ বৃদ্ধিৰ হাৰ কমিছিল। আনহাতে ভগনীয়াৰ বাবে দৰং জিলাত জনসংখ্যাৰ হাৰ বৃদ্ধি হৈছিল। ১৮৭২ চনতকৈ ১৮৮১ চনত হোৱা লোকপিয়ল কিছু সংহত আৰু সংগতিপূৰ্ণ আছিল। কাৰণ লোকপিয়লত মানিব লগীয়া নিৰ্দেশমতে অতি সাৱধানতাৰে গণনা কাৰ্য সম্পাদিত হৈছিল। মিঃ মিলে ১৮৫৩ চনত বংগ চৰকাৰক দিয়া তথ্য অসম প্ৰদেশৰ জনসংখ্যা এনেধৰণৰ আছিল— গোৱালপাৰাত ১৮৫৩ চনত ১,৪১,৬৩৮জন, ১৮৭২ চনত ৪,০৭,৭১৪জন। ঠিক তেনেদৰে যথাক্রমে কামৰূপত ৩,৮৭,৭৭৫জন, আৰু ৫,৬১,৬৮১জন, দৰঙত ১,৮৫,৫৬৯জন আৰু ২,৩৬,০০৯জন। নগাঁৱত ২,৪১,৩০০জন আৰু ২,৫৬,৩৯০জন, শিৱসাগৰত ১,৫৯,৫৭৩জন আৰু ২,৯৬,৫৮৯জন, লখিমপুৰত ৮৫,২৯৬জন আৰু ১,২১,২৬৭জন।

১৯০১ চনত মণিপুৰসহ অসমৰ মুঠ এলেকা আছিল ৫৬,২৪৩ বৰ্গমাইল। জনসংখ্যা আছিল ৬১,২৬,৩৪৩। অসম উপত্যকাৰ জনসংখ্যা প্ৰতি বৰ্গমাইলত ১০৮জন আছিল। ১৯০০ চনত ব্ৰহ্মপুত্ৰৰ উপত্যকাৰ আয়ুক্তৰ হিচাপ মতে পাহাৰ, নদ-নদীক বাদ দি বন্দৱস্তি নিদিয়া ব্ৰহ্মপুত্ৰ উপত্যাকাৰ ৫ নিযুত একৰ মাটি আছিল আবাদযোগ্য। কামৰূপ জিলাত প্ৰতি ১২৫জন লোকৰ মাজত ১০০ একৰ শস্য উৎপাদিত মাটি আছিল। এই হিচাপত কমেও ৪ নিযুত লোকৰ বাবে ব্ৰহ্মপুত্ৰ উপত্যকাত বাসস্থানৰ সুবিধা আছিল। অসমৰ পাহাৰীয়া অঞ্চলতো প্ৰচুৰ পৰিমাণৰ অনাবাদী মাটি আছিল। এই অঞ্চলত প্ৰতি বৰ্গমাইলত জনসংখ্যাৰ হাৰ আছিল ২৭। কিন্তু ইয়াৰ সৰহসংখ্যক ভূমি খেতিৰ বাবে অনুপযোগী আনুপযোগী আছিল। তদুপৰি বহু অঞ্চলত মেলেৰিয়া ৰোগৰ প্ৰদুৰ্ভাৱ অধিক আছিল বাবে বহু লোকে প্ৰাণ হেৰুৱাব লগীয়াত পৰিছিল।

১৮৭২ চনত ব্ৰহ্মপুত্ৰ উপত্যকাৰ নামনিভাগ ঘন বসতিপূৰ্ণ অঞ্চল আছিল। কামৰূপ জিলাৰ প্ৰতি বৰ্গমাইলৰ জনসংখ্যা আছিল ১৪৬জন। দৰঙত ইয়াৰ আধাতকৈ কম আছিল। অৱশ্যে নগাঁও জিলাত আধাতকৈ অলপ বেছি আছিল। আনহাতে লখিমপুৰত জনসংখ্যাৰ হাৰ প্ৰতি বৰ্গমাইলত ২৯ আছিল। জনসংখ্যাৰ এই ভিন্নতাৰ বিশেষ কাৰণ আছিল। মোৱামৰীয়া বিদ্ৰোহ, আভ্যন্তৰীণ বিদ্ৰোহ আৰু মানৰ উপৰ্যুপৰি আক্ৰমণৰ ফলত ঊনবিংশ শতিকাৰ আৰম্ভণিতে বহু লোকে ব্ৰিটিছ চৰকাৰৰ পৰা সুৰক্ষা লাভৰ আশাত উজনি অসম ত্যাগ কৰি বংগলৈ পলাই গৈছিল। ব্ৰিটিছ চৰকাৰে তেওঁলোকক সুৰক্ষা দিছিল। নামনি অসম চাহ খেতিৰ বাবে উপযুক্ত নাছিল বাবে গোৱালপাৰাৰ জনসংখ্যা ২০ বছৰ ধৰি অপৰিৱৰ্তিত আছিল। কামৰূপ আৰু নগাঁৱৰ জনসংখ্যা বৃদ্ধিৰ হাৰ কমিছিল। ইয়াৰ কাৰণ আছিল অস্বাস্থ্যকৰ পৰিৱেশ। ১৮৫২ চনত কামৰূপৰ জনসংখ্যা প্ৰতি বৰ্গমাইলত আছিল ১৬৭জন। ১৮৭২ চনত হৈছিলগৈ ১৫৩জন। উল্লিখিত সময়ছোৱাত নগাঁৱৰ জনসংখ্যা আছিল ৮২জন, ১৮৭২ চনত এই সংখ্যা ৬৮জনলৈ হ্ৰাস হৈছিল। ইয়াৰ বিপৰীতে গোৱালপাৰাত ১১৩জনৰ পৰা ১১৭জনলৈ বৃদ্ধি পাইছিল। ২৯ বছৰৰ ব্যৱধানত লখিমপুৰ জিলাত প্ৰতি বৰ্গমাইলত জনসংখ্যা তিনিগুণ বৃদ্ধি পাইছিল। শিৱসাগৰত দুগুণ। শিৱসাগৰত প্ৰতি বৰ্গমাইলত জনসংখ্যা হৈছে ১৯৭

হৈছিল। ইয়াৰ কাৰণ আছিল নগাপাহাৰত সিঁচৰতি হৈ থকা লোকসকল এইছোৱা সময়ত শিৱসাগৰলৈ আহিছিল।

ভাৰতৰ ভিতৰত অসমৰ চহৰসমূহতে আটাইতকৈ কম জনসংখ্যাৰ লোকে বাস কৰিছিল। অসমত মণিপুৰক বাদ দি চহৰাঞ্চলত বাস কৰা লোকৰ সংখ্যা ১৯০১ চনত আছিল ১.৯ শতাংশ। ১৮৯১ চনত তাতকৈও কম অৰ্থাৎ ১.৮ শতাংশ আছিল। আনহাতে ১৮৯১ চনৰ সময়ছোৱাত পাঞ্জাবত আছিল ১১.৫ শতাংশ। বংগত আছিল ৪.৮ শতাংশ। ১৮৯১ চনৰ লোকপিয়ল মতে চহৰাঞ্চলত বাস কৰা সৰ্বমুঠ ভাৰতীয় লোকৰ সংখ্যা আছিল ৯.৫ শতাংশ। উত্তৰ গুৱাহাটীক বাদ দি ১৮৭২ চনত গুৱাহাটীৰ জনসংখ্যা আছিল ১১,৪৯২জন। ১৮৮১ চনত ১১,৬৯৫জন, ১৮৯১ চনত ১০,৮১৭জন, ১৯০১ চনত ১৪,২৪৪জন। শিলচৰ আৰু ডিব্ৰুগড়ত ১৮৭২ চনত যথাক্ৰমে ৪,৯২৫জন, ২,৭৭৪জন আছিল। ১৮৮১ চনত ৬,৫৬৭জন আৰু ৭,১৫৩জন। ১৮৯১ চনত আছিল ৭,৫২৩জন আৰু ৯,৮৭৬জন, ১৯০১ চনত ৯,২৫৬জন আৰু ১১,২২৭জন আছিল। শ্বিলঙত ১৮৮১ চনত ৩,৭৩৭, ১৮৯১ চনত ৬,৭২০, ১৯০১ চনত ৮,৩৮৪ জনসংখ্যা আছিল। ঠিক তেনেদৰে বৰপেটাত ১৮৭২ চনত ১০,৬০৬, ১৮৮১ চনত ১১,৩৩২, ১৮৯১চনত ৯,৩৪২ আৰু ১৯০১ চনত ৮,৭৪৭। সেই সময়ত প্ৰদেশখনৰ ১৮খন চহৰত গড় হিচাপে জনসংখ্যা আছিল ৬,৩১৫জন। গোটেই প্ৰদেশখনত ২২,৩২৬খন গাঁও আছিল। গড়ে জনসংখ্যা আছিল ২৬৬জন।

কামৰূপ জিলাত প্ৰতি বৰ্গমাইলত ১৯০১ চনৰ জনসংখ্যা আছিল ১৫৩জন, ১৮৯১ চনত ১৬৪জন, ১৮৮১ চনত ১৬৭জন, ১৮৭২ চনত ১৪৬জন। ১৮৯১-১৯০১ চনলৈকে জনসংখ্যা হ্ৰাস হৈছিল ১১জনকৈ। ১৮৮১-৯১ চনলৈকে হ্ৰাস হৈছিল ৩জন। ইয়াৰ বিপৰীতে ১৮৭২-৮১ লৈ বাঢ়িছে ২১জন, ১৮৭২ চনৰ পৰা ১৯০১ চনলৈকে ৭জন প্ৰতি বৰ্গমাইলত বাঢ়িছিল। শিৱসাগৰ জিলাত প্ৰতি বৰ্গমাইলত ১৯০১ চনত জনসংখ্যা হ'ল ১২০জন, ১৮৯১ চনত ৯৬জন, ১৮৮১ চনত ৭৯জন, ১৮৭২ চনত ৬৩জন, ১৮৯১-১৯০১ চনলৈকে জনসংখ্যা বৃদ্ধি হৈছিল ২৪জন। ১৮৮১-৯১ চনলৈ বৃদ্ধি হৈছিল ১৭জন, আৰু ১৮৭২-৮১ চনলৈ বাঢ়িছিল ১৬জন। ১৮৭২ চনৰ পৰা ১৯০১ চনলৈকেপ্ৰতি বৰ্গমাইলত ৫৭জনকৈ বাঢ়িছিল।

অবিভাজিত শিৱসাগৰ জিলাত প্ৰতি বৰ্গমাইলত ১৯০১ চনৰ জনসংখ্যা আছিল ১৯৭জন, ১৮৯১চনত ১৫৭জন, ১৮৮১ চনত ১২৭জন, ১৮৭২ চনত ১০২জন, ১৮৯১-১৯০১ চনলৈকে জনসংখ্যা বৃদ্ধি হৈছিল ৪০জন। ১৮৮১-৯১ চনলৈকে বৃদ্ধি হৈছিল ৩০জন আৰু ১৮৭২-৮১ লৈ বাঢ়িছিল ২৫জন, ১৮৭২ চনৰ পৰা ১৯০১ চনলৈকে প্ৰতি বৰ্গমাইলত ৯৫জন বাঢ়িছিল। গোৱালপাৰা জিলাত প্ৰতি বৰ্গমাইলত ১৯০১ চনৰ জনসংখ্যা আছিল ১১৭জন, ১৮৯১ চনত ১১৪জন, ১৮৮১ চনত ১১৩জন, ১৮৭২ চনত ৯৮জন, ১৮৯১-১৯০১ চনলৈকে জনসংখ্যা বৃদ্ধি হৈছিল ৩জন। ১৮৮১-৯১ চনলৈকে বৃদ্ধি হৈছিল ১জন আৰু ১৮৭২-৮১ লৈ বাঢ়িছিল ১৫জন, ১৮৭২ চনৰ পৰা ১৯০১ চনলৈকে প্ৰতি বৰ্গমাইলত ১৯জন বাঢ়িছিল।

দৰং জিলাত প্ৰতি বৰ্গমাইলত ১৯০১ চনৰ জনসংখ্যা আছিল ৯৯ জন, ১৮৯১চনত ৯০জন, ১৮৮১ চনত ৮০জন, ১৮৭২ চনত ৬৯জন, ১৮৯১-১৯০১ চনলৈকে জনসংখ্যা বৃদ্ধি হৈছিল ৯জন। ১৮৮১-৯১ চনলৈকে বৃদ্ধি হৈছিল ১০জন, আৰু ১৮৭২-৮১ চনলৈ বাঢ়িছিল ১১জন, ১৮৭২ চনৰ পৰা ১৯০১ চনলৈকেপ্ৰতি বৰ্গমাইলত  ৩০জন বাঢ়িছিল। লখিমপুৰ জিলাত প্ৰতি বৰ্গমাইলত ১৯০১ চনত জনসংখ্যা আছিল ৮৮জন, ১৮৯১ চনত ৬০জন, ১৮৮১ চনত ৪৩জন, ১৮৭২ চনত ২৯জন, ১৮৯১-১৯০১ চনলৈকে জনসংখ্যা বৃদ্ধি হৈছিল ২৮জন। ১৮৮১-৯১ চনলৈকে বৃদ্ধি হৈছিল ১৭জন আৰু ১৮৭২-৮১ লৈ বাঢ়িছিল ১৪জন। ১৮৭২ চনৰ পৰা ১৯০১

চনৈলেকে প্রতি বৰ্গমাইলত ৫৯জনকৈ বাঢ়িছিল। নগাঁও জিলাত প্ৰতিবৰ্গ মাইলত ১৯০১ চনৰ জনসংখ্যা আছিল ৬৮জন, ১৮৯১ চনত ৯০জন, ১৮৮১ চনত ৮২জন। ১৮৭২ চনত ৬৮ জন, ১৮৯১-১৯০১ চনলৈকে জনসংখ্যা হ্রাস হৈছিল ২২জনলৈ। ১৮৮১-৯১ চনলৈকে বৃদ্ধি হৈছিল ৮জন, আৰু ১৮৭২-৮১ লৈ বাঢ়িছিল ১৪জন। ১৮৭২ চনৰ পৰা ১৯০১ চনলৈ বঢ়া-টুটা নাছিল। পূৰ্বৰ নগাঁও জিলাত প্ৰতি বৰ্গমাইলত ১৯০১ চনৰ জনসংখ্যা আছিল ৭৯জন, ১৮৯১ চনত ১০৬জন ১৮৮১ চনত ৯৫জন, ১৮৭২ চনত ৭৯জন, ১৮৯১-১৯০১ চনলৈকে জনসংখ্যা হ্রাস হৈছিল ২৭জন। ১৮৮১-৯১ চনলৈকে বৃদ্ধি হৈছিল ১১জন, আৰু ১৮৭২-৮১ লৈ বাঢ়িছিল ১৬জন, ১৮৭২ চনৰ পৰা ১৯০১ চনলৈকে বৃদ্ধি হোৱা নাছিল।

১৯০১ চনত ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰতি বৰ্গমাইলত জনসংখ্যা আছিল ১০৮জন, ১৮৯১ত ১০২জন, ১৮৮১ চনত ৯৩জন, ১৮৭২ চনত ৭৮জন, ১৮৯১-১৯০১ চনলৈকে জনসংখ্যা বৃদ্ধি হৈছিল ৬জন। ১৮৮১-৯১ চনলৈকে বৃদ্ধি হৈছিল ৯জন, আৰু ১৮৭২-৮১ লৈ বাঢ়িছিল ১৬জন। ১৮৭২ চনৰ পৰা ১৯০১ চনলৈ প্ৰতি বৰ্গমাইলত ৩১ জন বাঢ়িছিল।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ নগৰ আৰু গ্ৰামাঞ্চলত জনসংখ্যাৰ হাৰ গড় হিচাপে সেই সময়ত যুগুত কৰি উলিওৱা হৈছিল। ১৯০১ চনত গোৱালপাৰা জিলাৰ চহৰত গড় জনসংখ্যা ৫,০১২ জন, গ্ৰামাঞ্চলত ৩০৯ জন, মুঠ জনসংখ্যাৰ চহৰৰ শতকৰা হাৰ আছিল ২.২ শতাংশ। গাঁৱত আছিল ৯৭.৮ শতাংশ। কামৰূপ জিলাৰ চহৰৰ জনসংখ্যা আছিল ১০,২০৪জন। ইয়াৰ বিপৰীতে গাঁৱৰ জনসংখ্যা আছিল ৩৩১জন। চহৰৰ মুঠ জনসংখ্যাৰ শতকৰা হাৰ আছিল ৩.৫ শতাংশ, গাঁৱত আছিল ৯৬.৫ শতাংশ। দৰং জিলাত গড় হিচাপে চহৰৰ জনসংখ্যা আছিল ৫,০৪৭জন। আনহাতে গাঁৱৰ জনসংখ্যা আছিল ২৬৫জন। চহৰৰ শতকৰা হাৰ আছিল ১ ৫ শতাংশ, গাঁৱৰ আছিল ৯৮ ৫ শতাংশ। নগাঁও জিলাত গড় হিচাপে চহৰৰ জনসংখ্যা আছিল ৪,৪৩০ জন। গাঁৱৰ জনসংখ্যা আছিল ২৩০জন। চহৰৰ শতকৰা হাৰ আছিল ১.৭ শতাংশ, গাঁৱৰ আছিল ৯৮.৩ শতাংশ।শিৱসাগৰ জিলাত গড় হিচাপে চহৰৰ জনসংখ্যা আছিল ৩,৬৫৭ জন। গাঁৱৰ জনসংখ্যা আছিল ২৭৮জন। চহৰৰ শতকৰা হাৰ আছিল ১.৮ শতাংশ। গাঁৱৰ আছিল ৯৮.২ শতাংশ। লখিমপুৰ জিলাৰ গড় হিচাপে চহৰৰ জনসংখ্যা আছিল ১১,২২৭ জন। গাঁৱৰ জনসংখ্যা আছিল ৩২১জন। চহৰৰ শতকৰা হাৰ আছিল ৩.০ শতাংশ, গাঁৱৰ আছিল ৯৭.০ শতাংশ।

ব্ৰহ্মপুত্ৰ উপত্যকাত গড় হিচাপে চহৰৰ জনসংখ্যা আছিল ৬,২১১ জন। আনহাতে গাঁৱৰ আছিল ২৯০জন। মুঠ জনসংখ্যাৰ চহৰৰ শতকৰা হাৰ আছিল ২.৪ শতাংশ। বিপৰীতে গাঁৱৰ জনসংখ্যা আছিল ৯৭.৬ শতাংশ।

## জনসংখ্যাৰ গাঁথনিৰ পৰিৱৰ্তন

১৯০১ চনৰ লোকপিয়লৰ বিৱৰণিত উল্লেখ কৰা হৈছিল যে পূৰ্বৰ দুয়োটা লোকপিয়লৰ জনসংখ্যাৰ গাঁথনিৰ যথেষ্ট বৈসাদৃশ্য আছিল। দুয়োটা লোকপিয়লৰ জনগণনাৰ শুদ্ধতা সম্পৰ্কতো সন্দেহ প্ৰকাশ কৰা হৈছিল। দ্বিতীয়তে, এই পিয়লত কেতিয়াবা মৃত্যুতকৈ জন্মৰ হাৰ বেছি আৰু কেতিয়াবা জন্মতকৈ মৃত্যুৰ হাৰ বেছি দেখা গৈছিল। তৃতীয়তে, বিভিন্ন গোষ্ঠীৰ লোকসকল বিভিন্ন ঠাইলৈ প্ৰব্ৰজিত হোৱা বুলিও সন্দেহ কৰা হৈছিল। এইবোৰৰ কাৰণে পূৰ্বৰ লোকপিয়লৰ শুদ্ধতা সম্পৰ্কে কিছু সংশয় প্ৰকাশ কৰা হৈছিল। পূৰ্বৰ দহ বছৰত ৫,৯৬,৫৫৬জন লোক অৰ্থাৎ ১৮৯১ চনৰ জনসংখ্যাৰ দহ শতাংশ লোক শ্ৰমিক আইনমতে বিভিন্ন ঠাইৰ পৰা প্ৰদেশখনলৈ প্ৰব্ৰজিত হৈছিল। চাহ উদ্যোগৰ আৰম্ভণি নহ'লে অসমলৈ এনেদৰে জনপ্ৰব্ৰজন নঘটিলহেঁতেন।

পূৰ্বৰ ১০ বছৰৰ ভিতৰত অসমত মুঠ জনসংখ্যা বৃদ্ধি হৈছিল ৬,৪৯,০৪১জন, অৰ্থাৎ ১১.৮ শতাংশ। সুৰমা উপত্যকাত বৃদ্ধি হৈছিল ৫.৭ শতাংশ, আনহাতে ব্ৰহ্মপুত্ৰ উপত্যাকত ১১.১ শতাংশ। মণিপুৰ আৰু লুচাই পাহাৰৰ জনসংখ্যাৰ ১৮৯১ চনৰ কোনো হিচাপ চৰকাৰে পোৱা নাছিল। ১৯০১ চনত এই দুখন জিলাৰ জনসংখ্যা আছিল ৩,২৫,৭৭৬জন, অৰ্থাৎ মুঠ জনসংখ্যাৰ ৫.৯ শতাংশ।

সেই সময়ত গোৱালপাৰা জিলাৰ জনসংখ্যা বৃদ্ধি পাইছিল দুই শতাংশ। সেই বৃদ্ধি গতানুগতিকেই আছিল। জিলাখন কৃষিপ্ৰধান আছিল আছিল বাবে ভগনীয়াসকলক আকৰ্ষণ কৰিব পৰা নাছিল। তদুপৰি জিলাখন সুস্বাস্থ্যকৰ নাছিল। সেয়ে জনসংখ্যা বৃদ্ধিৰ হাৰ আছিল মন্থৰ। জিলাখনত মাত্ৰ ১৫,৩৫২জন লোক বৃদ্ধি পাইছিল কুৰিটা বছৰত। গোৱালপাৰা জিলাৰ ১৮৯১ চনৰ জনসংখ্যা আছিল ৪,৫২,৭৭৩জন। ১৯০১ চনত এই জনসংখ্যা হয়গৈ ৪,৬২,০৫২জন। জিলাখনত ১৮৯১-১৯০১ চনৰ ভিতৰত জনসংখ্যা বৃদ্ধি পাইছিল ৯,২৭৯জন, অৰ্থাৎ দুই শতাংশ। এই জিলালৈ বিভিন্ন প্ৰদেশৰ পৰা অহা ভগনীয়া লোকৰ সংখ্যা হ্ৰাস আছিল ৩,৪৬৫জন। বিভিন্ন জিলাৰ পৰা অহা লোকৰ সংখ্যা আছিল ২,০৪৭জন। ধুবুৰী মহকুমাত ১৯০১ চনৰ জনসংখ্যা আছিল ৩,২৯,১০২জন। দহোটা বছৰৰ ব্যৱধানত বৃদ্ধি পাছিল ১০,৮৫২জন। বৃদ্ধিৰ শতকৰা হাৰ আছিল ৩.৪ শতাংশ। আনহাতে গোৱালপাৰা জিলাৰ ১৯০১ চনত জনসংখ্যা আছিল ১,৩২,৯৫০জন। দহ বছৰত এই মহকুমাৰ জনসংখ্যা কমিছিল ১,৫৭৩জন।

কামৰূপ জিলাত ১৯০১ চনৰ জনসংখ্যা আছিল ৫,৮৯,১৮৭জন। ১৮৯১ চনত আছিল ৬,৩৪,২৪৯জন। ১৯০১ চনত জনসংখ্যা কমিছিল ৪৫,০৬২জনলৈ। শতকৰা হ্ৰাসৰ হাৰ আছিল ৭.১ শতাংশ। কিন্তু অন্য জিলাৰ পৰা অহা ভগনীয়াৰ সংখ্যা কমিছিল ১,৪৮৫জনলৈ। বিদেশী লোকৰ সংখ্যা বৃদ্ধি পাইছিল ২,৭৩৯জনলৈ। বিদেশী লোক বুলি ক'লে বাঙালী আৰু ইংৰাজ চাহাবসকলকে বুজোৱা হৈছিল। ১৮৯৭ চনৰ ভূমিকম্পত গোটেই প্ৰদেশখনৰ ভয়ংকৰ ক্ষতি হৈছিল। হাজাৰ হাজাৰ বিঘা কৃষিভূমি হয় জলাশয়লৈ নহয় বালিচৰলৈ ৰূপান্তৰিত হৈছিল। ফলত বহুসংখ্যক লোক কামৰূপৰ পৰা অন্য জিলালৈ গুচি যাবলৈ বাধ্য হয়।

প্ৰশ্ন উঠিছিল— অসমীয়া লোকৰ সংখ্যা বৃদ্ধি পাইছিল নেকি? অসমত কাৰ্যনিৰ্বাহ কৰা সকলো চৰকাৰী বিষয়াৰ অনুসন্ধিৎসু মনত এই প্ৰশ্ন জাগি উঠিছিল। অসমীয়া লোকসকল সদায় ভাৰতৰ অন্য প্ৰদেশৰ লোকতকৈ সুকীয়া আছিল। তেওঁলোকক সন্দেহবাদী আৰু হিংসাকুৰীয়া বুলিও এচামে অনুমান কৰিছিল। কোৱা হৈছিল যে এজন বঙালী হিন্দু যি সম্প্ৰদায়ৰে নহওক কিয়, সামাজিক স্থিতি বা উদ্দেশ্যত তেওঁলোকে ইউৰোপীয় আৰু মুছলিম সম্প্ৰদায়ৰ লোকৰ সৈতে একে শাৰীতে থিয় হৈছিল। কিন্তু অসমীয়া লোকৰ ৰীতি-নীতি, ভাষা বাংলাৰ লগত সম্পূৰ্ণ পৃথক আছিল। ব্ৰিটিছ চাহাবসকলে উল্লেখ কৰিছিল যে অসমীয়া-বাংলা ভাষা সংস্কৃতৰ অপভ্ৰংশ যদিও নয়দা আৰু শিৱসাগৰ জিলাৰ বাসিন্দাসকলে পৰস্পৰৰ ভাষা বুজিবলৈ টান পাইছিল। আনকি পৰম্পৰাগত ৰীতি-নীতিটো দুয়োটা সম্প্ৰদায়ৰ মাজত মূলগত পাৰ্থক্য আছিল। সেয়ে কোন প্ৰকৃততে অসমীয়া সেই সম্পৰ্কে ব্যাখ্যা কৰাটো জটিল নাছিল। কাৰণ অসমত বাস কৰা সকলোৰে অসমীয়া নাছিল। প্ৰব্ৰজনৰ অব্যাহত আছিল বাবে বহুসংখ্যক ল'ৰা-ছোৱালীৰ পিতৃ অথবা মাতৃ বিদেশী আছিল। এইসকলক অসমীয়া লোকে তেওঁলোকৰ ৰান্ধনীশালত সোমাবলৈ নিদিছিল নাইবা তেওঁলোকে অসমীয়া ভাষাও ভালদৰে ক'বও নোৱাৰিছিল। উজনি অসমত আকৌ বহু ভগনীয়া লোকে লোকপিয়লৰ সময়ত নিজকে অসমীয়া হিচাপে চিনাকি দিছিল। ফলস্বৰূপে কোন অসমৰ বাসিন্দা, কোন নহয়— সেই সম্পৰ্কে পৰীক্ষা-নিৰীক্ষা কৰাটোও বহু সময়ত জটিল হৈ পৰিছিল। অসমীয়া খিলঞ্জীয়া জনগোষ্ঠীৰ মাজত

কলিতা, আহোম, চুতীয়া আদি বিভিন্ন সম্প্রদায় আছিল। তদুপৰি কৈবৰ্তসকলক অসম আৰু বংগত একে সম্প্রদায় হিচাপে গণ্য কৰা হৈছিল। ব্রাহ্মণ, কায়স্থ, যোগী আদি সম্প্রদায় কামৰূপ আৰু ভাৰতৰ অন্য অংশতো আছিল। কিন্তু এওঁলোকৰ সকলোখিনি যে প্রব্রজিত হৈছিল তাৰো কোনো তথ্য নাছিল। সেই অসমত অসমীয়া লোকৰ জনসংখ্যা ক্রমাগতভাবে হ্রাস পাইছিল। এইটো এটা ভয়ৱাহ সমস্যা বুলিয়েই বিবেচনা কৰিছিল ব্রিটিছ চাহাবসকলে। ১৮৯১ চনত অসমীয়া খিলঞ্জীয়া লোক আছিল ৫,৪৫,২১৮জন। অর্থাৎ ৮৫.৯ শতাংশ; অথচ ১৯০১ চনত এই জনসংখ্যা হ্রাস পায় হৈছিলগৈ ৪,৯৪,০৩৬জন। মুঠ হ্রাস হৈছিল ৯.৩ শতাংশ। এই জনসংখ্যা হ্রাসৰ অন্যতম কাৰণ আছিল কছাৰী আৰু অন্যান্য লোকসকল কামৰূপ জিলাৰ পৰা অন্য জিলালৈ প্রব্রজিত হৈছিল। সমুদায় হিচাপে কৰিলে কামৰূপ জিলাৰ জনসংখ্যা হ্রাসৰ শতকৰা হাৰ আছিল ৭.১ শতাংশ। কিন্তু প্রব্রজিত লোকৰ জন্মসংখ্যাৰে হিচাপ ধৰিলে কামৰূপ জিলাত হ্রাস হোৱা জনসংখ্যাৰ শতকৰা হাৰ আছিল মুঠ ৫.৯ শতাংশ। অসমীয়া লোকৰ সংখ্যা হ্রাস হৈছিল ৯.৩ শতাংশ। তদুপৰি ১৯০০ চনত কৃষি আবাদী ভূমিৰ ৰাজহ হ্রাস পাইছিল ১,০৫,৫৩৮ টকা।

১৯০১ চনৰ লোকপিয়লত অসমীয়া মানুহৰ সংখ্যা বৃদ্ধি হৈছিল নে হ্রাস পাইছিল সেই সম্পর্কে উঠা প্রশ্নৰ ক্ষেত্রত লোকপিয়ল আয়ুক্তই এইদৰে উল্লেখ কৰিছিল- - 'To any officer who has served in the Assam Valley, the increase or decrease of the indigenous inhabitants is a question full of interest. The Assamese are a distinct people who far from regarding the natives of India Proper as being closely allied to them, look upon them with undisguised suspicion and jealousy, a Bengali Hindu of whatever caste standing on much the same footing for all social purposes as a European or Muhammadan. The manners and customs of the Assamese are different from those of Bengal; their language is different, for though Assamese and Bengali are both derived from Sanskrit, a native of Sibsagar and a native of Nadia would be unable to understand one another, even their caste system differs in many important particulars, and yet for census purposes it is by no means easy to define who the Assamese are They are not those who have been born in Assam, for a very large number of these persons are the children of foreign parents, who would not be allowed to enter an Assamese cook-house, neither are they the people who speak the Assamese language, for in Upper Assam, at any rate a certain number of immigrants who have settled down in the country have returned themselves in the census schedules as speaking Assamese. There is in fact no absolute test by means of which we can divide the inhabitants of Assam into those who are Assamese and those who are not. The caste table, however enables us to ascertain, with a very fair degree of accuracy, the variation that has taken place during the last ten years and though we cannot trace the rate of increase or decrease for the whole Assamese population, we can do so for so large a proportion that we are justified in assuming that it holds good for the whole It is with this object that I have included in the appendices to this chapter a table showing the variation that has taken place at the last two censuses amongst the Assamese castes and the indigenous tribes, whom for the purposes of this enquiry I have classed with the Assamese. The indigenous tribes, and certain castes such as the Kalita, Boria, Ahom and Chutia are peculiar to Assam and though other castes like the Kewat and Kaibartta are common to Assam and Bengal there is no reason for supposing that they emigrate to Kamrup or the districts which lie

to the east. Other castes such as the Brahman, Kayastha, Jugi and Shaha, are common to Kamrup and other parts of India, but it is not likely that they have immigrated to that district during the last decade in sufficient numbers to affect the accuracy of our calculations, and if this assumption is incorrect, it merely means that the decrease amougst the Assamese is more serious than I have supposed.

We find that the indigenous castes, who in 1891 amounted to 545, 218 or 85.9 per cent. of the total population of the district had sunk by 1901 to 494,036, which represents a decrease of 9.3 per cent. A part of this decrease is no doubt due to the large number of Kacharis and other Assamese who have moved to other districts; but even if we assume that the indigenous castes are responsible for the whole of the increase in emigration, there still remains a decrease of 42,553, or nearly 8 per cent., which is shared by every caste of importance. To sum up, the population as a whole, has decreased by 7.1 per cent. the district-born population, which includes the children of foreigners born in Kamrup, has after allowance has been made for the increase in emigration, decreased by 5.9 per cent. 'the Assamese' in the district have decreased by 9.3 or after allowing for emigration by 8 per cent. and the speakers of indigenous tongues by 7.9 per cent. There is no reason to suppose that this decrease is due to careless enumeration as the land revenue returns unfortunately confirm the census figures, the demand for ordinary cultivation in 1900 being 1,05,538 less than it was in 1893 the first year after the reassessment.'

During the last ten years Kala-azar has been dying out, but in spite of this the district has been very unhealthy. Between 1881 and 1891, the recorded deaths exceeded the recorded births by 20,221, and the census showed a decrease of 3.2 per cent. in the district born. Between 1891 and 1901 the deaths exceeded the births by 29.2[illegible]8 and the district born even after allowing for emigration decreased by 5.9 per cent., so that it seems fairly evident that in spite of the decrease in Kala-azar the last ten years have been more unhealthy than the ones that preceded them. The district has been singularly unfortunate the present population being 55,773 less than it was twenty years ago, but there are signs that the tide is turing as in 1899 and 1900 the recorded births exceeded the recorded deaths.

১৯০১ চনৰ লোকপিয়লত দ্বিতীয় অধ্যায়ত লোকপিয়ল অধীক্ষক বি চি এলেনে উল্লেখ কৰিছিল কেনেকৈ অসমীয়া লোকৰ সংখ্যা ক্ৰমাগতভাৱে হ্ৰাস পাইছিল। এই সম্পৰ্কে প্ৰতিবেদনত এনেদৰে উল্লেখ কৰা হৈছিল— 'I have already referred to the growth or decay of the indigenous population of each district, and it only remains to consider the Assamese people as a whole. In 1891 the castes and tribes was to be found numbered 1,608,257 in the five upper districts of the valley, and formed nearly 80 percent. of the total population, but during the last ten years they have been dying out, and the decrease amongst the Assamese amounts to no less than 6.4 per cent. This decay of what in many ways is a most interesting people cannot but be regarded with profound regret both by the Assamese themselves, and by the foreigners who have lived amongst them, and it is to be hoped that during the next decade the specially adverse circumstances under which they have been

labouring will disappear and that with their removal the numbers of the Assamese will again increase'

অসমত অসমীয়া মানুহৰ জনসংখ্যাৰ গাঁথনি ১৮৯১ চনৰ পৰা বিশ্লেষণ কৰিলে উপলব্ধ হয়— ১৯০১ চনৰ লোক পিয়লমতে ৬,৪৯,০৪?জন বৃদ্ধি পাইছিল। অৰ্থাৎ ইয়াৰ শতকৰা হাৰ আছিল ১১.৪। ইয়াৰে সুৰমা উপত্যকাত ৫ ৩ আৰু ব্ৰহ্মপুত্ৰ উপত্যকাত ৫.৭ শতাংশ বৃদ্ধি পাইছিল। ১৮৭১-৮১ চনত প্ৰকৃত জনসংখ্যা বৃদ্ধি হাৰ আছিল ৯.১ শতাংশ। কিন্তু লোকপিয়লত সেই হাৰ ২৩.৬ শতাংশ বুলি উল্লেখ কৰিছিল, ঠিক তেনেদৰে ১৯২১ চনৰ লোকপিয়লৰ প্ৰতিবেদনত ১৮৮১-৯১ চনত ৯.২ শতাংশ আৰু ৬.৮ শতাংশ বুলি উল্লেখ কৰা হৈছিল। ১৮৯১-১৯০১ চনত ৫ ৯ শতাংশ আৰু ১১ ৪ শতাংশ বৃদ্ধি হৈছিল। ১৯০১-১১ চনলৈ ১৪.৬ আৰু ১৫.২ শতাংশ বৃদ্ধি হৈছিল। এই প্ৰতিবেদনত পুনৰ উল্লেখ কৰা হৈছে— অসমত ১৯০১ চনত স্বাভাৱিকভাৱে জন্মা লোকৰ হাৰ হ্ৰাস পাইছিল। ১৮৮১ চনৰ পৰা ১৮৯১ চনলৈ স্বাভাৱিক জন্মৰ হাৰ আছিল ৫ ৯ শতাংশ। কিন্তু ১৮৯১ চনৰ পৰা ১৯০১ চনলৈ এই হাৰ আছিল কেৱল ১.৩৬ শতাংশহে। ইয়াৰ মূল কাৰণ আছিল ১৮৯৭ চনৰ বৰ ভূঁইকঁপ আৰু কলাজ্বৰ। কিন্তু ১৯০১ চনৰ পৰা ১৯১১ চনলৈ স্বাভাৱিক জন্মৰ হাৰ ১৫ ২ শতাংশলৈ বৃদ্ধি পাইছিল। কিন্তু প্ৰকৃততে বৃদ্ধি হৈছিল ১৪.৬ শতাংশহে। ইয়াৰ কাৰণ আছিল চাহ উদ্যোগলৈ সেইছোৱা সময়ত মন্দাৱস্থা আহিছিল আৰু অসম-বেংগল ৰে'লৱেত কাম কৰা শ্ৰমিকসকল কাম সম্পূৰ্ণ হোৱাৰ পাছত নিজ ঠাইলৈ উভতি গৈছিল বাবে তেওঁলোকৰ সংখ্যা হ্ৰাস পোৱাত জনসংখ্যা হ্ৰাস পাইছিল।

প্ৰথম মহাসমৰৰ প্ৰভাৱে অসমকো চুইছিল। সেই সময়ত চাউলৰ দাম এটকাত পূৰ্বৰ তেৰ সেৰৰ পৰিবৰ্তে সাত সেৰ নামিছিল। ১৯১৯ চনলৈ চাহ উদ্যোগ প্ৰসাৰ লাভ কৰিলেও, ১৯২০ চনত ৰুছিয়াৰ বজাৰ বন্ধ হোৱাৰ ফলত চাহ উদ্যোগত মন্দাৱস্থা সৃষ্টি হ'লেও ইয়াৰ পাছতে চাহ উদ্যোগে পুনৰ প্ৰসাৰ লাভ কৰে। ১৯১১-২১ চনলৈকে এই দহ বছৰত চাহ উদ্যোগে অতিৰিক্ত ৬০ হাজাৰ একৰ মাটি সামৰি লৈছিল। চাহ উদ্যোগৰ লগত জড়িত থকা শ্ৰমিকৰ সংখ্যা ৭,০২,০০০ৰ পৰা ৯,২২,০০০লৈ বৃদ্ধি পাইছিল।

পূৰ্ববংগৰ পৰা অহা বহিৰাগত প্ৰব্ৰজনকাৰীসকলৰ সৈতে অসমীয়া মানুহৰ সামাজিক দ্বন্দ্বৰ বৰ্তমানেও অন্ত পৰা নাই। ফলত এটাৰ পিছত আন এটা আন্দোলনে বিপৰ্যস্ত কৰা অসমীয়া জাতি অস্তিত্বৰ সংকটো অনুভৱ কৰা আমি দেখোঁ। প্ৰকৃতাৰ্থত এই বহিৰাগত প্ৰব্ৰজনকাৰীসকলৰ সমস্যা বেলেগ বেলেগ। চাহ বাগিচাত কাম কৰিবলৈ অনা বনুৱাখিনিৰ সৈতে পূৰ্ববংগৰ পৰা অসমলৈ মাটি দখলৰ উদ্দেশ্যে প্ৰব্ৰজিত হোৱাসকলৰ মনোভাৱ একে নাছিল। এই কথা অনুমান কৰিয়েই ১৮৯১ চনৰ লোকপিয়লৰ প্ৰতিবেদনত ছাৰ এডৱাৰ্ড গেইটে লিখিছিল— 'It might have been thought that the amount of cultivable land, the fertility of the soil and the low rents prevailing would have induced some portion at least of the overcrowded cultivators of Bengal to find their way to Assam and to take up land there. But this does not appear to be the case The coolies for tea gardens come to Assam because they are more than usually indigent, and are specially recruited and brought to the Province at the expense of the persons for whom they are to labour. No such inducements exist to bring ryots to Assam to take up land for cultivation and they therefore do not come. A certain number of persons from the neighbouring Bengal districts of Mymensingh, Dacca and Rangpur have crossed the boundary and settled down in Sylhet and Goalpara, but this can scarcely be called immigration. They have only moved a few miles from their original homes, and the accident of

boundary alone has brought them within the limits of Assam.'

কিন্তু ১৯১১ চনৰ পৰা পৰিবৰ্তন হয়। মৈমনসিঙীয়া লোকসকল অসমলৈ আহিবলৈ ধৰে আৰু গোৱালপাৰা জিলাৰ চৰ অঞ্চলত বসবাস কৰিবলৈ লয়। ক্ৰমাগতভাৱে তেওঁলোক লাহে লাহে ব্ৰহ্মপুত্ৰ উপত্যকাৰ অন্য ঠাইলৈ অগ্ৰসৰ হয়। সেই সময়ত বেণ্টিঙে লিখিছিল— They are most common along the Brahamaputra but have in many instances penetrated far inland : parties in search of land have been found near the Bhutan border. বেণ্টিং সেই সময়ত কামৰূপৰ উপায়ুক্ত আছিল। ১৯১১ চনত অসমৰ জনসংখ্যা আছিল ৭০,৬০,৫২১। Immigrants আছিল ৮,৮২,০৬৮জন, Emigrants আছিল ৭৯,৭,০৪৮জন। স্বাভাৱিকভাৱে জন্মা লোকৰ সংখ্যা সৰ্বমুঠ আছিল ৬২,৫৮,২০১জন। ঠিক তেনেদৰে ১৯২১ চনত ৭৯,৯০,২৪৬-ৰ বিপৰীতে Immigrantsৰ সংখ্যা আছিল ১২,৯০,১৫৭জন, আৰু Emigrantsৰ সংখ্যা আছিল ৭৫,৮৯৬ আৰু স্বাভাৱিকভাৱে জন্ম লোকৰ সংখ্যা আছিল ৬৭,৭৫,৯৮৫। এই সময়ছোৱাত শতকৰা বৃদ্ধিৰ হাৰ আছিল ৮.৩ শতাংশ। ইয়াৰ ভিতৰত ১৯১১ চনত নেপালী লোকৰ সংখ্যা আছিল ৪৭,৬৫৪। ১৯২১ চনত এই সংখ্যা হৈছিলগৈ ৭০,৩৪৪। ব্ৰহ্মপুত্ৰ উপত্যকাত ১৯১১ চনৰ জনসংখ্যা আছিল ৩১,০৭,২৪২। Immigrants আছিল ৬,৩২,৪৭৬জন, Emigrants আছিল ২৫,৯১৮জন. স্বাভাৱিকভাৱে জন্মা লোকৰ সংখ্যা আছিল ২৫,০০,৬৮৪জন। তেনেদৰে ১৯২১ চনত ৩৮,৫৫,৮৯২জন লোক আছিল। Emigrants আছিল ১০,৪০,৩৫৩জন, Immigrants আছিল ১৭,৪৪৮জন, স্বাভাৱিকভাৱে জন্ম হোৱা লোকৰ সংখ্যা আছিল ২৪,৩২,৯৮৪জন। এই সময়ছোৱাত বৃদ্ধিৰ হাৰ আছিল ১৩.৩ শতাংশ।

মৈমনসিং জিলাৰ পৰা অহা ভগনীয়াসকল কঠোৰ পৰিশ্ৰমী আৰু ভাল খেতিয়ক আছিল। কিন্তু গোৱালপাৰা, নগাঁও আৰু দৰঙত তেওঁলোক বিভিন্ন ধৰণৰ অপৰাধৰ লগত জড়িত হৈ পৰিছিল। ইয়াৰ ফলত এই জিলাসমূহত অপৰাধ বৃদ্ধি পাইছিল। তুলনামূলকভাৱে কামৰূপত অপৰাধমূলক গোচৰৰ সংখ্যা কম আছিল। এই সংক্ৰান্তত ১৯২১ চনৰ লোকপিয়লৰ প্ৰতিবেদনত নগাঁৱৰ উপায়ুক্ত হিগিন্‌ছে উল্লেখ কৰা মন্তব্য তলত দিয়া হ'ল— '...They do better cultivation than the local people and as such they are certainly beneficial to the country, since their advent the local people seem to be shaking off their old lethargy and they have created a novel sphere of competition...'

কামৰূপৰ উপায়ুক্ত বেণ্টিঙে তেওঁলোক সম্পৰ্কে এনেদৰে উল্লেখ কৰিছিল— '...In industry and skill they are an object lesson to the local cultivators : they have reclaimed and brought under permanent cultivation thousands of acres which the local cultivators had for generations past merely scratched with haphazard and intermittent crops or recognised as exigent of efforts beyond their inclination.

The large undulating expenses of char lands to be seen in late March or early April finely harrowed, weeded and newly sown are something to which the spectacle of ordinary Assamese cultivation is quite unaccustomed. They have besides their industry shown examples of new crops and improved methods. They do not at present mix well with the local population : the latter in a great many instances sold the new comers sarkari lands at rates highly profitable to the sellers and the discovery of this has left a not unnatural soreness. The local cultivators on the other hand regarded the new comers as savages, whose pernicious habits were only partially redeemed by their ignorance of local land-

tenures. Nevertheless collisions between the two communities have been rare, partly because it takes two to make a fight and partly because there was really plenty of room and the new comers wished to be left to themselves... They are sudden and quick in quarrel, greedy of land and sometimes impatient of control, but with a marked appreciation of fair play, especially a refreshing way of realising that what they deserve is not necessarily conterminous with what they desire....'

নেপালী প্ৰব্ৰজনকাৰীসকল লখিমপুৰৰ উপায়ুক্ত কছপ্ৰেভে এইদৰে লিখিছিল— 'It is doubtful whether Nepalese settlers are beneficial to the country on account of their large numbers of buffaloe, that frequently cause damage to villagers crops, and by their wasteful methods of jhuming for sugarcane they impoverish the soil after a very short time. On the other hand although the fertility of the soil may have been reduced the Nepalese, by clearing heavy tree jungle for sugarcane, sometimes prepare the land for subsequent cultivation of rice by Assamese. The Assamese also benefit on account of the Nepalese manufacturing gur and various products of milk.... crime and litigation have not increased on account of the immigration. The flow of immigration of Nepalese into the Dibrugarh subdivision has now almost stopped, but it is on the increase in the North Lakhimpur subdivision where there is plenty of forest land available.'

১৯০১ চনৰ পৰা ১৯২১ চনলৈ হোৱা প্ৰব্ৰজনৰ সমস্যাই কেনে ভয়াবহ ৰূপ লৈছিল আৰু ইয়াৰ ফলত অসমৰ অৰ্থনৈতিক আৰু সামাজিক ক্ষেত্ৰত কেনেধৰণৰ বিৰূপ প্ৰভাৱ পৰিছিল, সেই কথা উল্লিখিত প্ৰতিবেদনে উন্মোচন কৰিছিল। ইংৰাজ বিষয়াসকলে প্ৰতিবেদন যুগুতোৱাৰ সময়ত নিৰপেক্ষ দৃষ্টিভংগী গ্ৰহণ কৰাও আমি লক্ষ্য কৰোঁ।

# আধুনিক শিক্ষাৰ একা-বেঁকা পথত

ব্ৰিটিছে অসম দখল কৰাৰ পাছত অসমৰ সামাজিক, শৈক্ষিক, অৰ্থনৈতিক ব্যৱস্থা কি আছিল, সেই সম্পৰ্কে বিভিন্নজনে বিভিন্ন সময়ত আলোচনা কৰিছে। ১৮৩৭ চনত John M'cosh-এ লিখা 'Topography of Assam' নামৰ গ্ৰন্থত অসমৰ শিক্ষাব্যৱস্থা সম্পৰ্কে উল্লেখ কৰি কৈছিল যে সেই সময়ৰ শিক্ষা ব্যৱস্থা অতি নিম্নস্তৰৰ আছিল আৰু কমসংখ্যক পুৰুষৰ মাজতহে সীমাবদ্ধ আছিল। তেওঁ আৰু লিখিছিল— 'Learning was thought too dangerous a power to be intrusted to females and no man would marry a girl if she could read or write. However the school-master is now abroad in Assam, as well as in other places, and a thriving English school under the management of a European, (Mr. Singer) appointed by Government is now in full play, at Gohatti. Already the number of pupils amounts to more than 100 boys.'

আন এজন ব্ৰিটিছ বিষয়া William Robinson-এ তেওঁৰ 'Descriptive Account of Assam' নামৰ ১৮৪১ চনত প্ৰকাশিত গ্ৰন্থখনত অসমৰ শিক্ষাব্যৱস্থা সম্পৰ্কে এইদৰে উল্লেখ কৰিছে— 'The state of education may in general terms be described as deplorable in the extreme. Unlike the provinces of Bengal, where every village has its teacher supported by general contribution, never till lately was a provincial school known in Asam. In some places there are a few Brahmins who teach the arts of reading and writing, but even this elementary knowledge is by no means extensively diffused. All instruction is unattainable to the labouring poor, whose own necessities require the assistance of the children as soon as their tender limbs are capable of the smallest labour. With the higher classes, and those that can afford to pay for a teacher, education usually ends at ten years of age, and never reaches further than reading, writing (a scarcely legible hand), and the simplest rules of arithmetic.

Females are not included within the pale of education, every ray of mental improvement is carefully kept from the sex. As they are always confined to domestic duties, and excluded from the society of the other sex, the people see no necessity for their education. A woman's duties are comprised in pleasing her husband, and cherishing her children.

But we may here remark, that where the blessings of education are held out to the natives, they usually avail themselves of it with great avidity.

Towards the close of the year 1835, a school was established at Gowhatti, under the patronage of the General Committee of Public Education. The gradual

yet continued increase of its numbers, shews, that the institution has achieved one great stride towards its right position in the country. The natives begin to appreciate the advantages to be derived from it, they are willing to give it a trial; and it is presumed will quickly draw the desired conclusion for themselves. We would therefore confidently anticipate that this institution, in the course of a few years, will become an important Provincial College, and be the means of disseminating knowledge in the neighbouring districts.

In connection with the Gowhatti Seminary, there are at present three branch schools, supported by local funds Besides these institutions , there are in Kamrup, no less than twenty Mofussil vernacular schools, supported by Government, and placed under the management of the Collector In the districts of Durrung and Nowgong, there are a few schools placed on a similar footing,but the number of pupils that usually attend them is very small and the general standard of proficiencey very low This however can be attributed to no other cause than a want of proper superintendence, for it cannot be expected that the Collectors, in addition to the multifarious duties that devolve upon them, can pay that attention to the schools which they demand.

At Jaipur, in the Sibpur division, is a flourishing school, under the superintendence of the American Baptist Missionaries, located at that station. One of their number, who has lately taken up his residence on the hills occupied by the Namsangiya Nagas, has just opened a small school for the instruction of that wild tribe, which it is hoped will eventually be the means of reclaiming that people from present ignorant and barbarous condition '

১৮৫৩ চনত A. J. Moffatt Mills-ৰ 'Report on the Province of Assam' নামৰ প্ৰতিবেদনখনত অসমৰ শিক্ষাব্যৱস্থা সম্পৰ্কে উল্লেখ কৰা হৈছে। এই প্ৰতিবেদনত আনন্দৰাম ঢেকিয়াল ফুকনে অসমৰ শিক্ষাব্যৱস্থা সম্পৰ্কে লিখা নাতিদীৰ্ঘ পত্ৰখনো উল্লেখ কৰা হৈছে। মিলৰ প্ৰতিবেদনত গোৱালপাৰাত ১০খন, লখিমপুৰত ৫খন, শিৱসাগৰত ৯খন, কামৰূপত ২১খন, দৰঙত ৯খন, নগাঁৱত ১৩খন স্কুল থকা বুলি উল্লেখ কৰা হৈছে। ঊনবিংশ শতিকাৰ অসম সম্পৰ্কে চিন্তা-চৰ্চা কৰাসকলে জানে যে ১৮২৬ চনৰ অক্টোবৰত ডেভিদ স্কটে ১১খন স্কুল আৰু নাথান ব্ৰাউন আৰু অলিভাৰ টি কট্টাৰে শদিয়াত ১৮৩৭ চনত মিছনাৰী স্কুল স্থাপন কৰিছিল। মিলৰ প্ৰতিবেদনত উল্লেখ কৰা হৈছে— 'অসমৰ স্কুলীয়া শিক্ষা ব্যৱস্থা ফলদায়ক হৈছে। যেতিয়া আমি দেশখন অধিকাৰ কৰিছিলো, তেতিয়া শিক্ষাব্যৱস্থা অতি দুখলগা আছিল। পঢ়িব আৰু লিখিব পৰা লোকৰ সংখ্যা আছিল খুব কম। কেপ্টেইন বাটলাৰে উল্লেখ কৰিছিল যে ১৮৩৮ চনত বোধ কৰো নগাঁৱত ৩০জনো শিক্ষিত লোক নাছিল। এই পৰিসংখ্যাই গোটেই সমাজখনত শিক্ষাৰ সীমাবদ্ধতা সম্পৰ্কে ধাৰণা দিয়ে।' মিলৰ প্ৰতিবেদনত পুনৰ এইদৰে উল্লেখ কৰা হৈছিল— 'The American Missionaries have published some elementary educational works in Assamese, and would readily undertake to publish more, so that the change might be introduced at once.

The schools now number seventy one, many of them are located in parts of the country thinly populated, and the attendance is of course very small. I think, as suggested by the Inspector that the number of schools should certainly be reduced to the extent proposed by him viz. twenty-eight, if not to a greater extent, they should be established only in the most populous villages.

The salary allowed to the Masters should be increased there should be a sudder school at each station and second class school in the Mofussil. The Head Teacher of the former should get fifteen Rupees per mensem, the Assistant Master and the Mofussil School master should receive ten Rupees each.

There should be only one Anglo-Vernacular School in the Province and thet should in my opinion, be established at Seebsagur, which was the acient seat of royalty and is the residence of all the old nobility.'

১৮৬৩ চনত তেতিয়াৰ উত্তৰ-পূব বংগ আৰু অসমৰ স্কুলসমূহত পৰিদৰ্শক ৰূপে কাৰ্যনিৰ্বাহ কৰা W. Robinson-এ অসমৰ স্কুলসমূহৰ পৰিচালনা সম্পৰ্কে তেওঁৰ মতামত আয়ুক্ত Major W. Agnewলৈ ১৮৬৩ চনৰ জুন মাহৰ ৯ তাৰিখে লিখি পঠাইছিল। তেওঁ লিখা চিঠিখনৰ প্ৰথম দফাত এইদৰে উল্লেখ কৰিছিল— 'The Rules for these management which received the sanction of Government in September 1855. I regret to say, have never worked well. The schools, much more numerous then, than they are now, had, previous to that time, been under the special managements of the collectors; and its seemed advisable, when the Educational Department was revised, that these officers should not be entirely directed of the control they exercised over the schools. The Deputy Inspectors too well at the time, new to there work and it was doubtful whether they ought to be entrusted with any actual control over the schools. The only task, therefore, assigned them was to visit the schools, examine the classes and report the result to the Divisional Inspector.' তেওঁ আৰু উল্লেখ কৰিছিল— 'These instances I trust will suffic to show that the existing Rules for the management of the school in Assam are built of little use, and that the control exercised over the schools and the teachers by the collector is not much productive of much good.'

১৮৭৯ চনত প্ৰকাশিত W. W. Hunter-ৰ 'A Statistical Account of Assam' নামৰ গ্ৰন্থখনত উল্লেখ কৰা হৈছিল যে অকল কামৰূপ জিলাত ১৮৫৬-৫৭ চনত ২৬খন স্কুল থকাৰ বিপৰীতে ১৮৭০-৭১ চনত স্কুলৰ সংখ্যা ৬৬খনলৈ বৃদ্ধি পাইছিল আৰু ছাত্ৰৰ সংখ্যা বৃদ্ধি পাইছিল ১,৫৩৯ৰ পৰা ২,১১৪জনলৈ। আনহাতে চৰকাৰে স্কুলসমূহক দিয়া অৰ্থসাহায্যৰ পৰিমাণো বৃদ্ধি কৰা হৈছিল। এই প্ৰতিবেদনত আৰু উল্লেখ কৰা হৈছিল যে ছাৰ জৰ্জ কেম্বলে শিক্ষা বিষয়ক সংস্কাৰ আঁচনি, বিশেষকৈ ১৮৭২ চনৰ ছেপ্টেম্বৰ মাহৰ পৰা কাৰ্যকৰী কৰা আঁচনিৰ দ্বাৰা প্ৰাথমিক স্কুলসমূহক অৰ্থসাহায্য দিয়াৰ ফলত শিক্ষাৰ প্ৰসাৰ হৈছিল। ১৮৭৩ চনৰ ৩১ মাৰ্চত অৰ্থাৎ এই আঁচনি প্ৰবৰ্তন হোৱাৰ ছমাহৰ ভিতৰতে কামৰূপ জিলাত ১৪৬খন স্কুলক অৰ্থসাহায্য দিয়া হৈছিল আৰু ইয়াৰ ফলত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৩,৯৬৯লৈ বৃদ্ধি পাইছিল। ১৮৭৫ চনত স্কুলৰ সংখ্যা ২৪০লৈ বৃদ্ধি পাইছিল আৰু ছাত্ৰ-ছাত্ৰী বৃদ্ধি পাইছিল ২,১৩৮জনলৈ। একমাত্ৰ কামৰূপ জিলাত থকা কলেজখনত ছাত্ৰ আছিল ১৮৬৮-৬৯ চনত ৮জন, ১৮৬৯-৭০ চনত ১৫জন, ১৮৭০-৭১ চনত ১৭জন, ১৮৭১-৭২ চনত ৬জন, ১৮৭২-৭৩ চনত ৪জন।

দৰং জিলাত ১৮৫৬-৫৭ চনত ২০খন স্কুলৰ বিপৰীতে ১৮৭০-৭১ চনত ২৯খনলৈ বৃদ্ধি পাইছিল আৰু ছাত্ৰ-ছাত্ৰীৰ সংখ্যাও বৃদ্ধি পাইছিল। ১৮৭৫ চনৰ শেষভাগত দৰং জিলাত স্কুল বৃদ্ধি পাইছিল ৮৯খনলৈ আৰু ছাত্ৰ-ছাত্ৰী বৃদ্ধি পাইছিল ২,৫২১জনলৈ। নগাঁও জিলাত ১৮৫৬-৫৭ চনত ১২খন স্কুলৰ বিপৰীতে ১৮৭০-৭১ চনত ৩৯খন আৰু ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ১৮৫৬-৫৭ চনত ৬৭৯জনৰ বিপৰীতে ১৮৭০-৭১ চনত ১,৩৭৪জনলৈ বৃদ্ধি পাইছিল। ১৮৭৫ চনত নগাঁও জিলাত

স্কুল ১০৯খনলৈ বৃদ্ধি পাইছিল আৰু ছাত্ৰ-ছাত্ৰী বৃদ্ধি পাইছিল ৩,৫১৯জনলৈ। লখিমপুৰ জিলাত ১৮৫৬-৫৭ চনত ৭খন, ১৮৭০-৭১ চনত ৩খন স্কুল আছিল। ছাত্ৰ সংখ্যা ১৮৫৬-৫৭ চনত ২৮৬জন আৰু ১৮৭০-৭১ চনত ২১৬জন, কিন্তু ১৮৭১-৭২ চনত তিনিখন স্কুলৰ পৰা ১৮৭২ চনত চৰকাৰী সাহায্য পোৱাৰ পাছত স্কুল ২৪খনলৈ বৃদ্ধি পায় আৰু ছাত্ৰ ৬৯৯জন বৃদ্ধি পায়। ১৮৭৫ চনত স্কুলৰ সংখ্যা ৬৫লৈ বৃদ্ধি পায় আৰু ছাত্ৰৰ সংখ্যা ১৮৩০লৈ বৃদ্ধি পায়। গোৱালপাৰাত ১৮৫৬-৫৭ চনত ১৫খন, ১৮৭০-৭১ চনত ৩০খন, আৰু ছাত্ৰ-ছাত্ৰী ১৮৫৬-৫৭ চনত ১৯৪জন আৰু ১৮৭০-৭১ চনত ৮৮৬জন আছিল। ১৮৭০-৭১ চনত দুখন ছোৱালী স্কুল স্থাপন হৈছিল। ১৮৭৬ চনত গোৱালপাৰা জিলাত স্কুল বৃদ্ধি পাইছিল ১২৯খনলৈ আৰু ছাত্ৰ ছাত্ৰী বৃদ্ধি হৈছিল ২,২২৯জনলৈ। শিৱসাগৰ জিলাত ১৮৫৬-৫৭ চনত ১২খন স্কুলৰ বিপৰীতে ১৮৭০ ৭১ চনত ২৯খন আৰু ১৮৫৬-৫৭ চনত ছাত্ৰ-ছাত্ৰী ৭৯৪জনৰ বিপৰীতে ১৮৭০ ৭১ চনত ১,০৮৪জনলৈ বৃদ্ধি পাইছিল। ১৮৭৫ চনত শেষভাগত স্কুলৰ সংখ্যা বৃদ্ধি পাইছিল ১৫২খনলৈ আৰু ছাত্ৰ-ছাত্ৰী বৃদ্ধি পাইছিল ৩,৬৩৩জনলৈ।

১৮৯৩ চনত চৰকাৰে অসম শিক্ষা বিষয়ক নিয়মাৱলী এখন প্ৰস্তুত কৰিছিল। এই নিয়মাৱলীত শিক্ষাব্যৱস্থাক উৎসাহিত কৰাৰ বাবে বিভিন্ন ধৰণৰ পুৰস্কাৰ সাহায্য আদিৰ কথা উল্লেখ কৰা হৈছিল। এই নিময়মতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ সংস্কৃত টোলত প্ৰথম পৰীক্ষা পাছ কৰা ছজন ছাত্ৰক প্ৰতিমাহে তিনি টকাকৈ দুবছৰৰ বাবে বৃত্তি দিয়া হৈছিল। ঠিক তেনেকৈ সুৰমা উপত্যকাত পাঁচজন ছাত্ৰক বৃত্তি দিযা হৈছিল। দ্বিতীয় পৰীক্ষাত উত্তীৰ্ণ হ'লে ব্ৰহ্মপুত্ৰ উপত্যকাৰ ছজন ছাত্ৰক মাহিলি তিনি টকাকৈ ষ্টাইপেণ্ড দিযা হৈছিল। ঠিক তেনেদৰে সুৰমা উপত্যকাত চাৰিজনক এই ষ্টাইপেণ্ড দিয়া হৈছিল। তদুপৰি মোক্তাববিলাকৰ ক্ষেত্ৰতো তেওঁলোকে পুৰস্কাৰ দিয়াৰ ব্যৱস্থা গ্ৰহণ কৰিছিল। নিম্ন প্ৰাইমাৰী স্কুলসমূহৰ ক্ষেত্ৰত বৃত্তিমূলক ব্যৱস্থা গ্ৰহণ কৰা হৈছিল। এই জলপানিৰ মূল্য আছিল মাহেকত তিনি টকা। এই বৃত্তি দুবছৰলৈ দিয়া হৈছিল। কিন্তু নিয়মমতে এখন স্কুলত এটাহে বৃত্তি লাভ কৰিব পাৰিছিল। কছাৰী আৰু মিকিৰ লোকৰ বাহিৰে প্ৰাৰ্থীজন হ'ব লাগিছিল এঘাৰ বছৰৰ তলৰ বয়সৰ।

উচ্চ প্ৰাইমাৰী স্কুলৰ বৃত্তি কাছাৰত চাৰিজন, ছিলেটত বাৰজন গোৱালপাৰাত ছজন, কামৰূপত আঠজন, দৰঙত চাৰিজন, নগাঁৱত চাৰিজন, শিৱসাগৰত চাৰিজন, লখিমপুৰত চাৰিজন ছাত্ৰৰ বাবে ধাৰ্য কৰা হৈছিল। মধ্য ইংৰাজী ১৫খন আৰু ২৬খন মধ্য মাতৃভাষাৰ স্কুলৰ বাবে ধাৰ্য কৰা বৃত্তিৰ পৰিমাণ আছিল এনেধৰণৰ— মধ্য ইংৰাজী কাছাৰত এজন, ছিলেটত পাঁচজন, গোৱালপাৰা, কামৰূপ দৰং, নগাঁও, শিৱসাগৰ, লখিমপুৰত এজনকৈ, খাচীয়া আৰু জয়ন্তীয়া পাহাৰত তিনিজন। মধ্য মাতৃভাষাৰ স্কুলত কাছাৰত দুজন, ছিলেটত দহজন, গোৱালপাৰা, কামৰূপত তিনিজন, দৰং, নগাঁও, শিৱসাগৰ, লখিমপুৰত দুজনৰ বাবে ধাৰ্য কৰা হৈছিল।

তদুপৰি উচ্চশিক্ষা যেনে ইঞ্জিনীয়াৰিং আৰু মেডিকেল পঢ়াসকললৈ বৃত্তি আগবঢ়োৱা হৈছিল। এই বৃত্তি আগ বঢ়োৱা হৈছিল মূলতঃ শিৱপুৰ ইঞ্জিনীয়াৰিং কলেজ আৰু কলিকতা মেডিকেল কলেজত পঢ়াসকললৈ। জুনিয়ৰ আৰু ছিনিয়ৰ স্কলাৰশ্বিপৰো ব্যৱস্থা কৰা হৈছিল। আনহাতে উইলিয়ামছন ট্ৰাষ্ট ফাণ্ডৰ পৰা বছৰত দুজনকৈ মাহে দহ টকা হিচাপে উইলিয়ামছ আৰ্টিজেন স্কলাৰশ্বিপ দিয়াৰ কথা সেই মেনুৱেলত উল্লেখ কৰা হৈছিল।

১৯০৫ চনত অসম চৰকাৰে আছাম স্কুল মেনুৱলে ১৯০৫ বিধি প্ৰণয়ন কৰিছিল, যিখন বিধিৰ ১৭০ আৰু ১৭১ ধাৰা সম্পৰ্কত অসম এছ'চিয়েচনে আপত্তি দৰ্শাইছিল। এই মেনুৱেলত চৰকাৰী হাইস্কুল আৰু সাহায্যপ্ৰাপ্ত স্কুলৰ প্ৰথম শ্ৰেণীত তিনি টকা, মধ্য ইংৰাজী স্কুলত এটকা, মধ্য মাতৃভাষাৰ স্কুলত দহ অনা, উচ্চ প্ৰাইমাৰী স্কুলত পাঁচ অনাকৈ মাচুল ধাৰ্য কৰা হৈছিল। ঠিক

তেনেদৰে দ্বিতীয় শ্ৰেণীত দুটকা আঠ অনা, ১৪ অনা, আঠ অনা, চাৰি অনা, তৃতীয় শ্ৰেণীত দুটকা চাৰি অনা, দহ অনা, ছঅনা, তিনি অনা। চতুৰ্থ শ্ৰেণীত দুটকা, আঠ অনা, পাঁচ অনা, দুই অনা। পঞ্চম শ্ৰেণীত এটকা বাৰ অনা, ছঅনা, চাৰি অনা, এক অনা। ষষ্ঠ শ্ৰেণীত এটকা আঠ অনা, চাৰি অনা, তিনি অনাকৈ মাচুল ধাৰ্য কৰা হৈছিল।

General report on public instruction in Assam for the year 1904-ত প্ৰকাশিত তথ্য অনুসাৰে সমুদায় প্ৰদেশখনত ১৮৯৪-৯৫ চনত স্কুলৰ সংখ্যা আছিল ২,৯৩৯খন, ছাত্ৰ-ছাত্ৰী আছিল ৮৯,৮৪৩জন। ১৮৯৫-৯৬ চনত স্কুল আছিল ৩,৯৯১খন, ছাত্ৰ-ছাত্ৰী আছিল ৯৩,৬৮২জন। ১৮৯৬-৯৭ চনত স্কুল আছিল ৩,২২৫খন, ছাত্ৰ-ছাত্ৰী আছিল ৯৬,৬৬০জন। ১৮৯৭-৯৮ চনত স্কুল আছিল ৩,১০৭খন, ছাত্ৰ-ছাত্ৰী আছিল ৯১,০৬৪জন। ১৮৯৮-৯৯ চনত স্কুল আছিল ৩,০৮৬খন, ছাত্ৰ-ছাত্ৰী আছিল ৯৩,৮৭২জন। ১৮৯৯-১৯০০ চনত স্কুল আছিল ৩,১৭৭খন, ছাত্ৰ-ছাত্ৰী আছিল ১,০০৯৭২জন। ১৯০০-০১ চনত স্কুল আছিল ৩,১৯৬খন, ছাত্ৰ-ছাত্ৰী আছিল ১,০৪৩৮জন। ১৯০১-০২ চনত স্কুল আছিল ৩,১৭১খন, ছাত্ৰ-ছাত্ৰী আছিল ১,০২৪৬৩জন। ১৯০২-০৩ চনত স্কুল আছিল ৩,১০১খন, ছাত্ৰ-ছাত্ৰী আছিল ১,০১০৯৭জন। ১৯০৩-০৪ চনত স্কুল আছিল ৩,০০৫খন, ছাত্ৰ-ছাত্ৰী আছিল ১,০০২৭৪জন। ১৯০৪-০৫ চনত স্কুল আছিল ২,৮১৭খন, ছাত্ৰ-ছাত্ৰী আছিল ১,০৩,৩৮৫জন। ইয়াৰ ভিতৰত মণিপুৰক অন্তৰ্ভুক্ত কৰা হোৱা নাছিল।

১৯০৪-০৫ চনত শিক্ষা বিভাগৰ প্ৰকাশিত প্ৰতিবেদনত উল্লেখ কৰা হৈছিল যে ১৯০৫ চনৰ মাৰ্চ মাহত কটন কলেজত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা আছিল ৬২। সমুদায় খৰচ হৈছিল ১৫,১১২ টকা। ইয়াৰে ৪,৮৪৯ টকা আহিছিল মাচুলৰ যোগে। ১৯০৪ চনত চৰকাৰে খৰচ কৰিছিল ১৪,১৪৪ টকা আৰু মাচুলৰ পৰা আহিছিল ৫,৬৪৮ টকা। ১৯০৩-০৪ চনত কলেজখনত চৰকাৰে সমুদায় খৰচ কৰিছিল ২৫,৪৭৮ টকা। প্ৰতিজন ছাত্ৰৰ বাবদ খৰচ কৰা হৈছিল ১৩৮ টকা ১১ পইচা। ১৯০৫ চনত কলা বিভাগত ৪৬জন ছাত্ৰৰ বিপৰীতে ২৩জন ছাত্ৰ উত্তীৰ্ণ হৈছিল। ইয়াৰে দুজনে প্ৰথম বিভাগত, ছজনে দ্বিতীয় বিভাগ আৰু ১৫জনে তৃতীয় বিভাগত উত্তীৰ্ণ হৈছিল।

১৯১৪ চনৰ জানুৱাৰী মাহত চৰকাৰে লোৱা প্ৰস্তাৱযোগে চিতাগং আৰু কটন কলেজক প্ৰথম শ্ৰেণীৰ কলেজলৈ উন্নীত কৰা হৈছিল। ১৯০৭-১২ চনলৈ পূব বংগ আৰু অসম প্ৰদেশত শিক্ষাৰ উন্নতি বিষয়ক প্ৰতিবেদনৰ ওপৰত গৃহীত এটা প্ৰস্তাৱত উল্লেখ কৰা হৈছিল যে অসমৰ পৌৰসভাসমূহে তেওঁলোকৰ আয়ৰ তিনি শতাংশ প্ৰাথমিক শিক্ষা ব্যৱস্থাৰ বাবে খৰচ কৰাৰ প্ৰয়োজন।

১৯১৩-১৪ চনত শিক্ষা বিভাগে প্ৰস্তুত কৰা প্ৰতিবেদনত কটন কলেজত ইংৰাজী, গণিত, ৰসায়ন, বুৰঞ্জী, সংস্কৃত, দৰ্শন, ৰাজনীতি-অৰ্থনীতি, ৰাজনীতি-দৰ্শন, পদাৰ্থ বিজ্ঞান আৰু ইংৰাজী বিভাগৰ স্নাতকোত্তৰ শ্ৰেণী মুকলি কৰাৰ প্ৰস্তাৱে অগ্ৰগতি লাভ কৰিছিল বুলি উল্লেখ কৰা হৈছিল। এই প্ৰস্তাৱত গুৱাহাটীত এখন আইন কলেজ স্থাপন কৰাৰ উপৰি ১৯১৪ চনৰ জুলাই মাহত প্ৰথম বৰ্ষৰ শ্ৰেণী তথা ১৯১৫ চনৰ জুলাই মাহত দ্বিতীয় আৰু তৃতীয় বৰ্ষৰ শ্ৰেণী আৰম্ভ কৰাৰ কথাও উল্লেখ কৰা হৈছিল।

১৯২৮ চনত চৰকাৰে প্ৰকাশ কৰা 'The Growth of Education' শীৰ্ষক প্ৰতিবেদনত অসম উপত্যকাৰ শৈক্ষিক প্ৰতিচ্ছবি দাঙি ধৰা হৈছিল। সেই অনুসৰি ১৯০১ চনত প্ৰতি মাইলত শিক্ষিত প্ৰাপ্তবয়স্ক পুৰুষৰ সংখ্যা ৮২জন, ১৯১১ চনত ১১৯জন, ১৯২১ চনত ১৪৩জন আছিল। ঠিক তেনেদৰে গোৱালপাৰা জিলাত ১৯০১ চনত ৭৩জন, ১৯১১ চনত ১১১জন আৰু ১৯২১ চনত ১১৮জন আছিল। কামৰূপ জিলাত যথাক্ৰমে ১০০জন, ১৪৪জন আৰু ১৮৯জন আছিল। দৰঙত ৭২জন, ৮৭জন আৰু ১০৯জন আছিল। নগাঁৱত ক্ৰমে ৭৯জন, ১৩৫জন আৰু ১৪০জন

আছিল। শিৱসাগৰত ৮১জন, ১২৩জন, ১৬৩জন আছিল। লখিমপুৰত আছিল ৮৪জন, ১০৯জন আৰু ১২৫জন। সুৰমা উপত্যকাত ১১৮জন, ১৩৯জন, ১৭৬জন।

এই প্ৰতিবেদনত উল্লেখ কৰা হৈছিল যে চাহ বাগিচাসমূহত ১৯১০ চনত ৩৬১খন স্কুল স্থাপন কৰা হৈছিল আৰু তাত ১০ হাজাৰ ছাত্ৰ-ছাত্ৰীয়ে শিক্ষা গ্ৰহণ কৰিব বুলি আশা কৰা হৈছিল। কিন্তু প্ৰকৃতাৰ্থত ১৯১৪ চনত ১৫৩খন স্কুল স্থাপন কৰা হৈছিল আৰু ছাত্ৰ-ছাত্ৰী গৈছিল ৩১৫৭জনহে। ১৯১৫ চনত এই সংখ্যা হ্ৰাস হৈ ১৪৯ হয়গৈ। ছাত্ৰ অৱশ্যে ৩,২৯৭জনলৈ বাঢ়িছিল। ১৯১৬ চনত ১০৭খন, ছাত্ৰ ২,৩০৫জন, ১৯২০ চনত ৮৬খন, ছাত্ৰ ১৮৪০জন, ১৯২১ চনত ৮১খন, ছাত্ৰ ১,৯১৮জন, ১৯২৬ চনত ৬৫খন ছাত্ৰ ১,৫৯৮জন হৈছিল স্কুল আৰু ছাত্ৰৰ এই হ্ৰাসৰ প্ৰতি লক্ষ্য ৰাখি ১৯২৪ চনত চাহ বাগিচাসমূহত শিক্ষা বাধ্যতামূলক কৰাৰ সিদ্ধান্ত লোৱা হৈছিল যদিও চাহ বাগিচাৰ মালিকসকলে শ্ৰমিক হ্ৰাস হোৱাৰ আশংকা কৰি এই প্ৰস্তাৱ কাৰ্যকৰী কৰিবলৈ অনীহা প্ৰকাশ কৰিছিল। এই প্ৰতিবেদন মতে অসমত ১৯০২ চনত ছাত্ৰ-ছাত্ৰী আছিল ১,০৮০২০জন, ১৯১২ চনত ১,৮২,১১১জন, ১৯১৭ চনত ২,৩৩,৯১৩জন।

১৮৮১-১৯২১ চনলৈকে দহ বছৰ আৰু ইয়াৰ ওপৰৰ বয়সৰ ল'ৰা ছোৱালীৰ শিক্ষিতৰ হাৰ ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰতি মাইলত এনেধৰণৰ আছিল— ১৮৮১ চনত ল'ৰা প্ৰতি মাইলত আছিল ৩৪জন, ১৮৯১ চনত ৭১জন, ১৯০১ চনত ৭৯জন, ১৯১১ চনত ১১৬জন, ১৯২১ চনত ১৭০জন। ১৮৮১ চনত ছোৱালী প্ৰতি মাইলত আছিল এজনী, ১৮৯১ চনত দুজনী, ১৯০১ চনত ৪জনী, ১৯১১ চনত ৬জনী, ১৯২১ চনত ১২জনী।

১৯০১-২১ চনলৈকে ১৫ বছৰ আৰু ইয়াৰ ওপৰ বয়সৰ ল'ৰা ছোৱালীৰ শিক্ষিতৰ হাৰ ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰতি মাইলত এনেধৰণৰ আছিল— ১৯০১ চনত ল'ৰা প্ৰতি মাইলত আছিল ৮৫জন, ১৯১১ চনত ১২৯জন, ১৯২১ চনত ১৬১জন। ১৯০১ চনত ছোৱালী প্ৰতি মাইলত আছিল ৬জনী, ১৯১১ চনত দহজনী ১৯২১ চনত ২০জনী। ১৯০১-১৯২১ চনলৈ ২০ বছৰ আৰু ইয়াৰ ওপৰ বয়সৰ শিক্ষিত পুৰুষৰ সংখ্যা প্ৰতি মাইলত আছিল ৮২জন, ১৯১১ চনত ১১৯জন, ১৯২১ চনত ১৪৩জন। ১৯০১ চনত ছোৱালী প্ৰতি মাইলত আছিল ৪জনী, ১৯১১ চনত পাঁচজনী, ১৯২১ চনত ১০জনী।

১৮২৬ চনৰ পৰা ১৯১৭ চনলৈ অসমৰ শিক্ষাব্যৱস্থাৰ পৰিবৰ্তনৰ ক্ষেত্ৰত ইংৰাজ প্ৰশাসনে লোৱা ব্যৱস্থাই পিছপৰা ৰাজ্যখনলৈ অভূতপূৰ্ব পৰিবৰ্তন কটিয়াই আনিছিল। বিশেষকৈ ১৮৭২ চনৰ ছেপ্টেম্বৰ মাহত জৰ্জ কেম্বেলৰ শিক্ষা বিষয়ক সংস্কাৰে পাছৰ সময়ছোৱাত এটা বৈপ্লৱিক পৰিবৰ্তন সম্ভৱ কৰি তুলিছিল। বিংশ শতিকাৰ প্ৰথমভাগত সেয়ে বংগৰ শিক্ষা ব্যৱস্থাৰ প্ৰতি অনুপ্ৰাণিত হৈ অসমতো উচ্চ শিক্ষানুষ্ঠান স্থাপনৰ আন্দোলন আৰম্ভ হৈছিল। ইয়াৰ নেতৃত্ব লৈছিল মাণিক চন্দ্ৰ বৰুৱাকে আদি কৰি এচাম অগ্ৰণী অসমীয়াই, যাৰ ফলত ১৯০১ চনত গুৱাহাটীত কটন কলেজ স্থাপন হয়। তদুপৰি আইন কলেজ, উচ্চ মাধ্যমিক স্কুল, স্ত্ৰী-শিক্ষাৰ প্ৰসাৰ আদিৰ ক্ষেত্ৰতো ইংৰাজসকলে এক অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল সেই সময়ৰ শিক্ষা বিভাগৰ দায়িত্বত থকা জে আৰ কানিংহামে লোৱা শিক্ষাৰ সংস্কাৰমূলক ব্যৱস্থাই শিক্ষা ব্যৱস্থাৰ ক্ষেত্ৰত এক নতুন দিশ উন্মোচন কৰিছিল। বহুক্ষেত্ৰত ইংৰাজ শাসনৰ কালছোৱা আমি নেতিবাচক দৃষ্টিভংগীৰে চাওঁ যদিও বিংশ শতিকাৰ আৰম্ভণিতে আৰু অষ্টাদশ শতিকাৰ শেষভাগৰ এই সময়ছোৱাত ইংৰাজসকলে অসমৰ সামাজিক, অৰ্থনৈতিক শৈক্ষিক সংঘবদ্ধ কৰি অসমক আগ বঢ়াই নিয়াৰ বাবে যি প্ৰচেষ্টা চলাইছিল তাক গৌণভাৱে তথা নেতিবাচক দৃষ্টিৰে চোৱা উচিত নহয়। বহু ৰাজনৈতিক বিশ্লেষক আৰু শিক্ষাবিদে কেৱল ইংৰাজসকলক শোষকৰ দৃষ্টিৰে উপস্থাপন কৰিবলৈ প্ৰয়াস কৰি আহিছে। নিশ্চিতভাৱে কিছু

ক্ষেত্ৰত ইংৰাজসকলে অসমৰ সম্পদ আহৰণ কৰিলেও অসমৰ যোগাযোগ ব্যৱস্থা, শৈক্ষিক আৰু ঔদ্যোগিক বিকাশৰ ক্ষেত্ৰত এক বিশেষ বৰঙণি আগ বঢ়াইছিল। সাম্প্ৰদায়িক আৰু ঠেক মনোবৃত্তিৰে ইংৰাজৰ শাসনকালক যিসকলে বিচাৰ-বিশ্লেষণ কৰিব খোজে তেওঁলোকেও কিন্তু এটা কথা স্বীকাৰ কৰিব যে অসমীয়া ভাষা-সংস্কৃতি, অসমীয়া জাতিক সুৰক্ষা দিয়াৰ ক্ষেত্ৰত বৰ্তমানৰ স্বাধীন চৰকাৰতকৈও ইংৰাজ চৰকাৰে বেছি যত্ন কৰিছিল। পোনপটীয়া উদাহৰণ হৈছে— এ ডব্লিউ বেণ্টিঙে ১৯২৫ চনৰ ৯ ছেপ্টেম্বৰত ব্যৱস্থাপক সভাত দিয়া ভাষণত স্পষ্টভাৱে উল্লেখ কৰিছিল যে অসমৰ ভূমি সমস্যা সমাধান কৰিবলৈ হ'লে, অসমীয়া ভূমিপুত্ৰসকলক সুৰক্ষা দিবলৈ হ'লে এখন সুকীয়া আইনৰ প্ৰয়োজন। কিন্তু আজিলৈ অসমৰ ভূমিপুত্ৰসকলক ৰক্ষা কৰিবলৈ সুকীয়া আইনৰ প্ৰণয়ন হ'লনে? আমি তাৰ বাবে দুষিম কাক? অকৰ্মণ্য অসমীয়া জাতিয়ে এতিয়াও নিজৰ চেতনাবোধ জগাই তুলিবলৈ সক্ষম নহ'ল।

# জনস্বাস্থ্য

আহোম ৰাজত্বৰ অন্ত পৰাৰ পিছত অসমৰ আৰ্থ-সামাজিক ব্যৱস্থাৰ লগতে জনস্বাস্থ্য আদি দিশ কেনে আছিল সেই সম্পৰ্কে John M'Cosh-এ তেওঁৰ 'Topography of Assam'ত উল্লেখ কৰিছিল। তেওঁৰ মতে, যেতিয়া ব্ৰিটিছে অসম অধিকাৰ কৰিছিল তেতিয়া চাৰিওপিনে এটা অস্বাস্থ্যকৰ পৰিবেশ বিৰাজ কৰিছিল। সেই সময়ত কেইবাজনো ব্ৰিটিছ বিষয়াই বিভিন্ন ৰোগত আক্ৰান্ত হৈ মৃত্যুবৰণ কৰিব লগীয়াতো পৰিছিল। এওঁলোকৰ ভিতৰত মিঃ স্কটৰ মৃত্যু হৈছিল হৃদযন্ত্ৰৰ ৰোগত, Neufvilleৰ মৃত্যু হৈছিল পেটৰ বেমাৰত, Dr. Leslie, Lieutenant Brodie, Captain Cathcart-ৰ মৃত্যু হৈছিল জ্বৰত। সেই সময়ত মেলেৰিয়াৰ প্ৰকোপ বৃদ্ধি পাইছিল। তদুপৰি গুৱাহাটী আৰু গোৱালপাৰাৰ চিপাহীসকলৰ মাজত জ্বৰ আৰু চিফিলিছৰ প্ৰদুৰ্ভাৱ বাঢ়িছিল। বন্দীসকলৰ মাজত জ্বৰ, পেটৰ অসুখ, ডায়েৰীয়া আদিও বৃদ্ধি পাইছিল। কলেৰাই সময়ে সময়ে মহামাৰীৰ ৰূপ লৈছিল। ১৮৩৪ চনত মে' আৰু জুন মাহত কলেৰা মহামাৰীত বহুসংখ্যক লোকে প্ৰাণ হেৰুৱাইছিল। গোৱালপাৰা চহৰতে প্ৰায় তিনিশৰো অধিক লোক এই ৰোগত মৃত্যুবৰণ কৰিছিল। সেই সময়ত গোৱালপাৰা চহৰৰ জনসংখ্যা আছিল পাঁচ হাজাৰ। ১৮৩৪ চনত প্ৰায় ছসপ্তাহ ধৰি কলেৰা ৰোগে সংহাৰ মূৰ্তি ধৰিছিল এই বেমাৰ প্ৰথমতে জামালপুৰত, তাৰ পাছত গোৱালপাৰাত আৰু তাৰ পৰা গুৱাহাটী আৰু বিশ্বনাথলৈ সংক্ৰমিত হৈছিল। মিঃ মেককোছৰ গ্ৰন্থখনত গুৱাহাটী আৰু গোৱালপাৰাৰ বন্দীসকলৰ মাজত ১৮৩৩ চনত মৃত্যুৰ হাৰ সম্পৰ্কে তুলনামূলক তালিকা এখন উল্লেখ আছিল। এই তালিকামতে তেওঁলোকৰ মৃত্যুৰ হাৰ গোৱালপাৰাত ২.৯৫ আৰু গুৱাহাটীত ১৩ শতাংশ বুলি উল্লেখ কৰা হৈছিল। আন এগৰাকী ব্ৰিটিছ গ্ৰন্থকাৰ উইলিয়াম ৰবিনছনে তেওঁৰ গ্ৰন্থ 'Descriptive Account of Assam'ত পেটৰ অসুখ, জ্বৰ, হাঁপানী আদি বিভিন্ন ৰোগত অসমীয়া লোক আক্ৰান্ত বুলি উল্লেখ কৰিছিল। পেটৰ অসুখত ভোগাৰ উপৰি আফিঙৰ প্ৰভাৱ সম্পৰ্কেও তেওঁ এইদৰে উল্লেখ কৰিছিল— 'Upon the whole, the poorer classes seem to be the greatest sufferers from dysentery. The prevalence of the disease, and the great mortality occasioned by it, may be accounted for in the deficiency of food and proper clothing, the use of putrid fish, indigestible furits and vegetables bad water procured from the stagnant pools in the vicinity of their dwelings, the want of the accustomed stimulus of opium, which nearly all partake of, the scantiness of clothing, which renders them peculiarly susceptible of the slightest change of the weather, sleeping on damp floors and the too frequent practice of keeping on wet clothes. The few that rally and partically recover under such circumstances, often fall victims to relapses, brought on by their own apathy and carelessness. Those addicted to the use of opium are much more liable to the disease than those who abstain from it, and to a large portion of the former it usually proves fatal. The truth is, that in

order to procure the drug, the poor people often sell every articles they possess, and were there no other cause, poverty alone, from its distressing influence on both body and mind, would render them liable to all the diseases usually arising from debility.'

তেওঁৰ গ্ৰন্থখনত পুনৰ উল্লেখ কৰিছিল যে অন্যান্য বেমাৰৰ লগতে পেটৰ অসুখ, কলেৰা, বৰ আই, কুষ্ঠ ৰোগ আদিৰ দৰে বেমাৰ অসমীয়া মানুহৰ মাজত প্ৰায়ে দেখা গৈছিল। গড় হিচাপে প্ৰতি চাৰি বছৰৰ মূৰে মূৰে কলেৰা ৰোগে মহামাৰীৰ ৰূপ লৈছিল। ১৮২৫ চনত ব্ৰিটিছ সেনা বাহিনীৰ মাজত এই ৰোগ বিয়পি পৰাত মৃত্যুৰ হাৰ অস্বাভাৱিকভঙ্গৰে বৃদ্ধি পাইছিল। ১৮২৯ চনত কেইবাহাজাৰো লোকৰ কলেৰা ৰোগত মৃত্যু হৈছিল। ১৮৩৩, ১৮৩৫ চনত এই ৰোগৰ প্ৰাদুৰ্ভাৱ বৃদ্ধি পাইছিল যদিও ভয়াৱহ ৰূপ লোৱা নাছিল। ১৮৩৮ চনত ১৮২৯ চনৰ দৰে ভয়াৱহ হৈছিল। কিন্তু নামনি অসমত ইয়াৰ প্ৰভাৱ বেছিকৈ পৰা নাছিল যদিও মটক ৰাজ্যত এই বেমাৰৰ ফলত বহু লোকৰ মৃত্যু হৈছিল। বৰ আইত আক্ৰান্ত হোৱাৰ ফলতো ১৮৩২ চনত বহু লোকৰ মৃত্যু হৈছিল। ১৮৭৯ চনত প্ৰকাশিত ডব্লিউ ডব্লিউ হাণ্টাৰৰ 'A Statistical Account of Assam' নামৰ গ্ৰন্থখনত উল্লেখ কৰা হৈছে ১৮৬৫ চনত কলেৰা ৰোগৰ ফলত দৰং জিলাত প্ৰায় চাৰি শতাংশ লোকৰ মৃত্যু হৈছিল। অৱশ্যে এই হিচাপ তেওঁ অতিৰঞ্জিত বুলি উল্লেখ কৰিছিল। ১৮৭০ চনত কলেৰা ৰোগত প্ৰতি হাজাৰ লোকৰ মাজত ৮জনকৈ লোকৰ মৃত্যু হৈছিল। ১৮৭৪ চনৰ মে', জুন, জুলাই মাহত মঙলদৈ মহকুমাত কলেৰাৰ প্ৰকোপ ভয়াৱহ আছিল। সেই বছৰটোত প্ৰতি হাজাৰ লোকৰ মাজত কলেৰা ৰোগত মৃত্যু হোৱা লোক আছিল ১২.৬ শতাংশ। ১৮৭৪ চনত দৰং জিলাৰ মুঠ জনসংখ্যা আছিল ২,৩৬,০০৯। ইয়াৰ ভিতৰত বেমাৰত মৃত্যু হোৱা লোক আছিল ৮,০৬১জন। ইয়াৰে ২,৯৯৭জনৰ মৃত্যু হৈছে কলেৰা ৰোগত। ১৮৭৫ চনত মৃত্যু হোৱা লোক আছিল ৪,৬৯৯জন। ১৮৭৫ চনত প্ৰথমবাৰৰ বাবে তেজপুৰত এখন দাতব্য চিকিৎসালয় স্থাপন কৰা হৈছিল। নগাঁও জিলাতো কলেৰা ৰোগত সঘনাই জনসাধাৰণ সংক্ৰমিত হৈছিল। কলেৰা ৰোগে সংক্ৰমিত ৰূপ লৈছিল ১৮৬৬, ১৮৬৯ আৰু ১৮৭৪ চনত। ১৮৭৪ চনত জিলাখনত থকা ২,৫৬,৩৯০জন লোকৰ ভিতৰত ৫,২৯৬জন লোকৰ মৃত্যু হৈছিল। ইয়াৰ ভিতৰত কলেৰাত মৃত্যু হৈছিল ৩,১০৬জনৰ, জ্বৰত মৃত্যু হৈছিল ১,২২৬জনৰ। ১৮৭৫ চনত ১,৯৭২জন লোকৰ মৃত্যু হৈছিল। ১৮৭৪ চনত নগাঁও চহৰত ১২১জন লোকৰ মৃত্যু হৈছিল। নগাঁও চহৰৰ দাতব্য চিকিৎসালয়খন আৰম্ভ হৈছিল ১৮৬৩ চনত। লখিমপুৰ জিলাত কলেৰাৰ প্ৰথম আৱিৰ্ভাৱ হৈছিল ১৮৩৪ চনত। ইয়াৰ পাছত ১৮৩৮-৪০, ১৮৫২-৫৩, ১৮৬১-৬২ চনত এই ৰোগে ব্যাপক ৰূপ লৈছিল। ১৮৭৪ চনত মুঠ জনসংখ্যা ১,২১,২৬৭ৰ বিপৰীতে মৃত্যু হোৱা লোকৰ সংখ্যা আছিল ২,০৯০। ইয়াৰ ভিতৰত ৮৫৫জনৰ কেৱল কলেৰা ৰোগত মৃত্যু হৈছিল, জ্বৰত মৃত্যু হৈছিল ৬৯২জনৰ।

কামৰূপ জিলাকো সময়ে সময়ে কলেৰা ৰোগে গ্ৰাস কৰিছিল। বসন্ত ৰোগত মৃত্যু হোৱা লোকৰ সংখ্যা যথেষ্ট আছিল যদিও ছিটাকৰণৰ ব্যৱস্থাই এই ৰোগ হ্ৰাস কৰাত প্ৰভূত পৰিমাণে সহায় কৰিছিল। দুখীয়া শ্ৰেণীৰ লোকসকলে অস্বাস্থ্যকৰ খাদ্য গ্ৰহণ কৰাৰ ফলত প্ৰায়ে ৰোগ সংক্ৰমিত হৈছিল। তদুপৰি আফিঙৰ ব্যৱহাৰৰ ফলত আফিং সেৱনকাৰীসকলৰ স্বাস্থ্য ভয়াৱহভাৱে ভাগি পৰিছিল আৰু অন্যান্য ৰোগতো তেওঁলোক আক্ৰান্ত হৈছিল। ১৮৭৫ চনত কামৰূপ জিলাত এখন দাতব্য চিকিৎসালয় স্থাপন কৰা হৈছিল।

গোৱালপাৰা জিলাতো কলেৰা ৰোগে সংক্ৰমিত ৰূপ লৈছিল। ১৮৬৪ চনত ধুবুৰী মহকুমাত এই ৰোগত বহু লোকৰ মৃত্যু হৈছিল যদিও ইয়াৰ পৰিসংখ্যা চৰকাৰে লাভ কৰা নাছিল। গোৱালপাৰা জিলাত তিনিখন চিকিৎসালয় স্থাপন কৰা হৈছিল। এখন গোৱালপাৰা চহৰত, এখন গৌৰীপুৰত আৰু

এখন লক্ষীপুৰত।

শিৱসাগৰ জিলাত প্ৰধানকৈ জ্বৰ, ডায়েৰীয়া, পেটৰ অসুখ আৰু কলেৰা ৰোগত মানুহ আক্ৰান্ত হৈছিল। ১৮৬৯ চনত প্ৰথমবাৰৰ বাবে শিৱসাগৰ জিলাত কলেৰা ৰোগ আৰম্ভ হৈছিল। ১৮৭৫ চনত শিৱসাগৰ আৰু যোৰহাটত দুখন দাতব্য চিকিৎসালয় স্থাপন কৰা হৈছিল।

১৮৮২-৮৩ চনত প্ৰকাশিত ভেকচিন ছিটাকৰণ (Vaccination) প্ৰতিবেদন মতে কামৰূপ জিলাত ১৮৮১-৮২ চনত ১১,৯৬৬জন, ১৮৮২-৮৩ চনত ৫,৬৮৭জন, নগাঁও জিলাত যথাক্ৰমে ১,৬০৮জন, ২,৫৪৮জনক, দৰঙত ২,৮৬৯জন, ৮,৭১৭জনক, শিৱসাগৰত ৫,৩৯১জন, ৩,১৫৫জনক, লখিমপুৰত ২,১১৩জন, ৩,০৮৭জনক, গোৱালপাৰাত ৫,৮৯০জন, ৬,৯৪০জনক, চাহ বাগিচা এলেকাত ৪,৯৩৭জন, ২২,৪৩জনক ছিটাকৰণৰ ব্যৱস্থা কৰা হৈছিল। ১৮৮২-৮৩ চনত গোৱালপাৰা, কামৰূপ, নগাঁও, দৰং, লখিমপুৰ, ছিলেট আৰু কাছাৰ জিলাত সৰ্বমুঠ ৪,১৯১জন লোকৰ কৃতকাৰ্যতাৰে ছিটাকৰণ হৈছিল।

১৮৮৭-৮৮, ১৮৮৮ ৮৯ চনৰ সময়ছোৱাত গোৱালপাৰা জিলাত ১২,১৪৫ আৰু ১৫৩৪৪জন লোকক ছিটাকৰণ হৈছিল। ঠিক সেইদৰে কামৰূপ জিলাত ১৫,৮৭৯ আৰু ১৫,৮৬৮জন, দৰং জিলাত ১৪২০১ আৰু ১৩,১৭২, নগাঁও জিলাত ১০,৮৭০ আৰু ৯,৫২৬জন, শিৱসাগৰ জিলাত ১৫,৭০৯ আৰু ১৫,৯৫৯জন, লখিমপুৰ জিলাত ৯,১২৪ আৰু ৭,৮৫৪জন, চাহ বাগিচাসমূহত ৫,০৪৬ আৰু ৫,৭৭৯জন লোকৰ ছিটাকৰণ হৈছিল। এই ব্যৱস্থাই সফলতা লাভ কৰাৰ মূলতে আছিল লোকেল বৰ্ডসমূহ। ছিটা লোকৰ নিযুক্তি বৃদ্ধি কৰাৰ সেই সময়ৰ লোকেল বোৰ্ডৰ প্ৰতিবেদনত উল্লেখ কৰা হৈছিল।

১৮৯৬ চনৰ ১৪ ডিচেম্বৰত অসমৰ মুখ্য আয়ুক্তৰ কাৰ্যবিৱৰণীৰ প্ৰতিবেদন মতে ১৮৮৮ চনত ধুবুৰী ডিপোৰ মাজেৰে অহা ৩১,২১৭জন ভগনীয়াৰ ভিতৰত ৭৭১জনে বিভিন্ন আদবাটতে মৃত্যুবৰণ কৰিছিল। ঠিক তেনেদৰে ১৮৮৯ চনত ৩৪,৩৫৪জনৰ ভিতৰত ৩৭৪জন, ১৮৯০ চনত ১৭,১০৭জনৰ ভিতৰত ২২জন, ১৮৯১ চনত ২০,৩১৩জনৰ ভিতৰত ৮৩জন, ১৮৯২ চনত ২৫,০৭৬জনৰ ভিতৰত ২৩৩জন, ১৮৯৩চনত ২২,১৪১জনৰ ভিতৰত ৭জন, ১৮৯৪ চনত ২২,৩১৪জনৰ ভিতৰত ১১৭জন, ১৮৯৫ চনত ১৩,০১৯জনৰ ভিতৰত ১৩৬জনে মৃত্যুবৰণ কৰিছিল কলেৰা ৰোগত। ইয়াৰ পূৰ্বে ১৮৯৬ চনত কলেৰা ৰোগত মৃত্যু হোৱা লোকৰ সংখ্যা অস্বাভাৱিকভাৱে বৃদ্ধি পাইছিল যদিও প্ৰতিবেদনত উল্লেখ কৰা মতে সেই তথ্য চৰকাৰৰ হাতত নাছিল। এইসকল ভগনীয়া আহিছিল চাহ বাগিচাসমূহত শ্ৰমিক হিচাপে কাম কৰাৰ উদ্দেশ্যে। প্ৰতিবেদনখনত উল্লেখ কৰা হৈছিল যে চাহ বাগিচালৈ অহাৰ পথত কলেৰাত মৃত্যু হোৱাৰ ভয়াৱহতাই প্ৰশাসনক চিন্তিত কৰি তুলিছিল। সেয়ে এই সন্দৰ্ভত ব্যৱস্থা লোৱাৰ বাবে ১৮৮২ চনত আছাম লেবাৰ ইমিগ্ৰেচন এক্ট প্ৰণয়ন কৰা হৈছিল।

১৮৯৮ চনত প্ৰকাশিত বছৰেকীয়া চিকিৎসা প্ৰতিবেদনত মতে ১৮৯৬ চনত গোৱালপাৰা জিলাত কলেৰা আৰু মেলেৰিয়াত ১১,১১২জন, ১৮৯৫ চনত ১১,১০৬জন, ১৮৯৬ চনত ১৩,০৮৫জন, ১৮৯৭ চনত ১২,০৩৬জন, ১৮৯৮ চনত কলাজ্বৰত ১৪৩জন, মেলেৰিয়াত ৯,৬৬৩জন লোকৰ মৃত্যু হৈছিল। ঠিক সেইদৰে কামৰূপত যথাক্ৰমে ৮,২২১, ৬,২৯৫, ৯,০৩১, ৯,৯০৯, ১৪৩, ৯,৩৬৩জনৰ, দৰং জিলাত ১০,৬২৯, ১১,১৬৫, ১৩,৫৯৮, ১৫,৫৮৮, ৬০৬, ১৩২৭১জনৰ, নগাঁও জিলাত ৩০,৬৯৩, ২৬,৮৮৪, ২৭,০৫৬, ৩৬,৬৯০, ৪,৮০৬, ২৫,৫১৯জনৰ, শিৱসাগৰ জিলাত ৫,২৫৩, ৬,৪২৮, ৬,৯৯২, ৭,৮৪৭, কলাজ্বৰত মৃত্যু হৈছিল। মেলেৰিয়াত ৭,৯৬৪জনৰ, লখিমপুৰ জিলাত ঠিক তেনেদৰে ২,৬০০, ২,৯১৪, ৩,৭৯৩, ৪,৭৮২জনৰ কলাজ্বৰত মৃত্যু হৈছিল। ইয়াৰ বিপৰীতে মেলেৰিয়াত ৫,৭৪৯ জন লোকৰ মৃত্যু হৈছিল।

১৮৯৮ চনৰ ভেকচিনেছন প্ৰতিবেদন মতে ১৮৯৬-৯৭ চনত গোৱালপাৰা জিলাত ১৯,০৮৬ জনক, ১৮৯৭-৯৮ চনত ২৬,৭০২জনক, ঠিক তেনেদৰে কামৰূপত ২৫,৫২০ আৰু ২৪,০৯১জনক, দৰঙত ১১,৭৯৭ আৰু ১৪,১৩৫জনক, নগাঁও জিলাত ১৩,২০৭ আৰু ১৯,৬৫৯জনক, শিবসাগৰ জিলাত ৪১,২৮৩ আৰু ৩৩,০২৪জনক, লখিমপুৰ জিলাত ১৩,৪১৪ আৰু ১৪,২৭৮জনক, চাহ বাগিচাসমূহত ১৬,২৭৪ আৰু ১১,১৫৪জনক ছিটা দিয়াৰ ব্যৱস্থা গ্ৰহণ কৰা হৈছিল।

প্ৰতিবেদনত উল্লেখ কৰা মতে ১৮৯৭ চনত শিৱসাগৰ আৰু লখিমপুৰ জিলাত বসন্ত ৰোগত মৃত্যু হোৱা লোকৰ সংখ্যা যথেষ্ট পৰিমাণে বৃদ্ধি পাইছিল।

ক'লাজ্বৰৰ আৰম্ভণি কেনেকৈ হ'ল— এই সম্পৰ্কে বিচাৰ কৰি চোৱাটো উচিত হ'ব। কাৰণ কলাজ্বৰৰ ফলতে মধ্য আৰু নামনি অসমৰ জনসংখ্যাৰ গাঁথনিত এক আমূল পৰিবৰ্তন ঘটিছিল। ক'লাজ্বৰ সম্পৰ্কে জনা গৈছিল ১৮৬৯ চনতে। কলাজ্বৰ আছিল মেলেৰিয়াসদৃশ ৰোগ। এই ৰোগ প্ৰথমতে আৰম্ভ হৈছিল গাৰো পাহাৰত। কিন্তু এই ৰোগৰ প্ৰাদুৰ্ভাৱ সম্পৰ্কে সকলোৰে চকু পৰিছিল ১৮৮৩ চনত। গোৱালপাৰা জিলাত অৰ্থাৎ ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত এই জ্বৰৰ ফলত মৃত্যুৰ হাৰ বৃদ্ধি পাইছিল। ফলত চৰকাৰে ক্ষতিগ্ৰস্ত এলেকাত চিকিৎসা সাহায্য আগ বঢ়াবলৈ বাধ্য হৈছিল। জিলাখনৰ চিভিল ছাৰ্জনৰ মতে ক'লাজ্বৰ এটা স্থানীয় নাম। ই একপ্ৰকাৰ মেলেৰিয়া জ্বৰৰ দৰে, পিছে সোঁচৰা নহয়। গাৰোসকলে ক'লাজ্বৰত ভোগা ৰোগীসকলক মদ খুৱাই অজ্ঞান কৰি ৰোগীজন থকা ঘৰটো ৰোগীজনক অসহায় অৱস্থাতে এৰি জ্বলাই দিছিল। ১৮৮৮ চনত এই ৰোগ প্ৰথমতে কামৰূপত দেখা দিছিল। ই ক্ৰমশঃ প্ৰবলতৰ ৰূপ লৈছিল আৰু মৃত্যু হোৱা লোকৰ সংখ্যা ভয়াৱহভাৱে বৃদ্ধি পাইছিল। কিন্তু ক'লাজ্বৰ আৰু অন্য জ্বৰৰ পাৰ্থক্য চিকিৎসকৰ বাহিৰে অইনে নিৰ্ণয় কৰাটো সম্ভৱ নাছিল। পূৰ্বৰ লোকপিয়লৰ পৰিসংখ্যাই প্ৰমাণ কৰিছিল যে গোৱালপাৰা মহকুমাত প্ৰায় ২৯,৬৯৯জন লোক ১৯৮১ চনৰ পাছত হ্ৰাস পাইছিল। ছাৰ এডৱাৰ্ড গেইটেও ক'লাজ্বৰৰ বাবে এই পৰিসংখ্যা হ্ৰাস পোৱা বুলি উল্লেখ কৰিছিল। ঠিক তেনেদৰে কামৰূপ জিলাৰ কিছু অংশ, বিশেষকৈ ব্ৰহ্মপুত্ৰ নদীৰ দক্ষিণ পাৰত এই ভয়াৱহ ৰোগৰ বাবে ১৮৮১-৯১ চনৰ ভিতৰত জনসংখ্যা হ্ৰাস পাইছিল ১১.৮ শতাংশ। এই হ্ৰাসৰ আন এটি কাৰণ হ'ল ক'লাজ্বৰ আক্ৰান্ত অঞ্চলৰ পৰা স্থানীয় বাসিন্দাসকল বিভিন্ন ঠাইলৈ আঁতৰি গৈছিল। সেয়ে ক'লাজ্বৰৰ বাবে কিমান লোক হ্ৰাস পাইছিল নাইবা সেই অঞ্চলৰ পৰা অন্য ঠাইলৈ গুচি যোৱা লোকৰ বাবে কিমানখিনি হ্ৰাস পাইছিল, সেই হিচাপ ৰখাটো সম্ভৱ নাছিল যদিও সামগ্ৰিকভাৱে জনসংখ্যা হ্ৰাস পোৱাটো স্পষ্ট হৈ পৰিছিল। কামৰূপৰ পৰা বাহিৰলৈ যোৱা লোক সহ ১৮৯১ চন পৰ্যন্ত দহ বছৰত জনসংখ্যা হ্ৰাস পাইছিল ১০,২৪৫জন। যদি অস্বাস্থ্যকৰ পৰিৱেশ সৃষ্টি নহ'লহেঁতেন তথা এই সময়ছোৱাত কলেৰাই বিস্তৰ ক্ষতি নকৰিলেহেঁতেন, ১৮৯১ চনত কামৰূপ জিলাৰ জনসংখ্যা বাঢ়িলহেঁতেন ৭৫ হাজাৰ। ক'লাজ্বৰৰ এটা প্ৰধান লক্ষণ এই যে কিছু অঞ্চলত কিছু কালৰ বাবে ইয়াৰ প্ৰাদুৰ্ভাৱ হোৱাৰ পাছত ক্ৰমাগতভাৱে ই অঞ্চলটোৰ পৰা ৰোগ নিশ্চিহ্ন হৈছিল। কামৰূপ জিলাতো ১৮৯২ চনৰ পাছৰ পৰা এই জ্বৰ ক্ৰমাগতভাৱে কমি আহিছিল। কিন্তু কামৰূপৰ পিছতে ই খোপনি পুতি লয় নগাঁও জিলাত। এই ৰোগৰ চিনাক্ত সম্ভৱ হয় আক্ৰান্ত ৰোগাজন মৃত্যুমুখত পৰাৰ পাছতহে। ১৮৮৮ চনত প্ৰথম ক'লাজ্বৰত আক্ৰান্ত হোৱা লোকৰ তথ্য পোৱা গৈছিল নগাঁৱত। সেই সময়ত এই ৰোগ সংক্ৰমিত হৈছিল গুৱাহাটীৰ বিদ্যালয়ত অধ্যয়ন কৰা কিছুসংখ্যক ছাত্ৰৰ পৰা। ৰোগাক্ৰান্ত অইন এটা অঞ্চল আছিল ৰহা। কামৰ সন্ধানত কামৰূপ জিলালৈ গৈ তাৰ পৰা উভতি যোৱা এজন লোক নিজৰ ঘৰ পোৱাৰ পিছত ক'লাজ্বৰত আক্ৰান্ত হৈ মৃত্যুমুখত পৰিছিল। ঠিক তেনেদৰে সংক্ৰমিত হৈ ক'লাজ্বৰ আৰম্ভ হৈছিল নক'লাত। আটাইকেইটা কেন্দ্ৰবিন্দুৰ পৰা ক্ৰমাগতভাৱে ৰোগ সংক্ৰমিত হৈছিল। সেই সময়ত গাঁওবুঢ়াসকলক ৰোগাক্ৰান্ত হৈ মৃত্যু হোৱা লোকৰ হিচাপ ৰাখিবলৈ দিয়া হৈছিল যদিও দৰমহা নোহোৱা গাঁওবুঢ়াসকলে

শুদ্ধ হিচাপ ৰাখিব পৰা নাছিল। কিন্তু নগাঁও জিলাৰ জন্মৰ হাৰ বৃদ্ধিৰ সূচাংকেই প্ৰমাণ কৰে যে চৈধ্য বছৰত জন্মৰ হাৰ বৃদ্ধিৰ কোনো লক্ষণ নাছিল।

১৮৮৭-৯১ চনলৈ যেতিয়া জিলাখনত কলাজ্বৰে আক্ৰমণ কৰা নাছিল, তেতিয়া বছৰি মৃত্যু হৈছিল ৪,৪০৫ জন। যদি এই হাৰ একে থাকিলেহেঁতেন, তেতিয়াহ'লে ন বছৰত অৰ্থাৎ ১৯০০ চনৰ ৩১ ডিচেম্বৰলৈ জিলাখনত সৰ্বমুঠ মৃতকৰ সংখ্যা হ'লহেঁতেন ৩৯,৬,৪৫। দেখা গৈছে যে জ্বৰ আৰু কলাজ্বৰত মৃত্যু হোৱাৰ লোক হৈছিলগৈ ১৩,৮২৪জন। সেয়ে আনুমানিক সিদ্ধান্ত দি'ব পাৰি কলাজ্বৰত মৃত্যু হৈছিল ১৮৯১ চনৰ মুঠ জনসংখ্যা ৩,৪৭,৩০৭ৰ ভিতৰত ১৯০০ চনত মৃত্যু হৈছিল ৫৪,১৭৯জন।

সেই সময়ত জিলাখনৰ উপাযুক্তই দিয়া হিচাপ আছিল উপৰিউক্ত ধৰণৰ। যদি জিলাখনৰ সমগ্ৰ গ্ৰামাঞ্চল কোনোৱে ভ্ৰমণ নকৰে, তেতিয়াহ'লে জিলাখনৰ বৰ্তমান অৱস্থা উপলব্ধি কৰাটো কঠিন। প্ৰায়বিলাক গাঁৱতে ঘৰ-বস্তিসমূহ জনশূন্য আছিল। এনে ক্ষেত্ৰত কম জনসংখ্যাৰ লোকেহে অঞ্চলটো এৰি গুচি গৈছিল। আৰু বহু লোকেই মৃত্যুৰ আগমুহূৰ্তলৈ ঘৰৰ ভিতৰতে পৰি আছিল। লালুং আৰু হোজাইৰ গাঁওসমূহত কোনোৱে গাঁৱৰ পৰা আঁতৰি যাব পৰা নাছিল। আক্ৰান্ত হৈ এইসকল জনজাতিৰ লোক প্ৰায়ভাগেই মৃত্যু মুখত পৰিছিল। খৰিখানাৰ ওচৰত থকা হোজাই গাঁওসমূহৰ লোকসকলৰ প্ৰায়ভাগেই মৃত্যুমুখত পৰিছিল। ডবকাৰ ওচৰৰ পাহাৰীয়া নামনি অঞ্চলত থকা দহৰ পৰা বাৰখন হোজাই গাঁৱৰ লোক সম্পূৰ্ণৰূপে মৃত্যুমুখত পৰিছিল। ব্যৱসায়-বাণিজ্যৰ কেন্দ্ৰবিন্দু ডবকাত এই মৃত্যুৱে আঁচোৰ পেলাইছিল। কাৰণ ইয়াৰ পৰা বিভিন্ন সামগ্ৰী ওচৰ-চুবুৰীয়া অঞ্চললৈ পঠিওৱা হৈছিল। ক'লাজ্বৰৰ ফলত মৃত্যু হোৱা লোকৰ ভয় লগা পৰিসংখ্যাৰ লগতে ইয়াৰ এই ৰোগত মৃত্যু হোৱা বেমাৰৰ লক্ষণসমূহো ভয়াবহ। পুৰুষ লোক এই ৰোগত আক্ৰান্ত হ'লে কমেও তিনি মাহলৈ জীয়াই থাকে। কেতিয়াবা কেতিয়াবা এই সময় দুই বছৰ বা ততোধিক বৃদ্ধি হয়। যদি পৰিয়ালৰ দুই বা তিনিজন লোক আক্ৰান্ত হয়, তেওঁলোকৰ চিকিৎসাৰ বাবে গোটেই পৰিয়াল সৰ্বস্বান্ত হ'ব লগা হয়। কলাজ্বৰত আক্ৰান্ত হোৱা পৰিয়ালৰ লোক মৃত্যুৰ মুখত পৰাৰ লগতে গোটেই পৰিয়ালৰ সদস্যকে সৰ্বস্বান্ত কৰি থৈ যায়। এইক্ষেত্ৰত মোৰ ব্যক্তিগত অভিজ্ঞতাৰ পৰা এটা উদাহৰণ দিব পাৰো। কামপুৰৰ ওচৰৰ খিলানী নামৰ গাঁও এখনত সুন্দৰ খেতিপথাৰ এনেয়ে পৰিত্যক্ত হৈ আছিল। মাটিৰ পট্টাদাৰক মই এই সন্দৰ্ভত প্ৰশ্ন সুধিছিলো। তেওঁ মোক কৈছিল— পৰিয়ালত আমি তিনিজন। মোৰ দেউতা, ডাঙৰ ভাই আৰু মই। তেওঁলোক কলাজ্বৰত ঢুকাল। গৰু, ছাগলী বিক্ৰী কৰি চিকিৎসা কৰিছিলো। এতিয়া মই বেমাৰী। অহা বছৰলৈ ময়ো মৰিম। সেয়ে কেনেকৈ মই খেতি কৰিম? বহুক্ষেত্ৰত একোটা ডাঙৰ পৰিয়ালত কেতিয়াবা বুঢ়াজন বা মহিলা বা দুই-তিনিটা সৰু ল'ৰা-ছোৱালী এৰি থৈ একোটা পৰিয়াল ধ্বংসৰ মুখত পৰিছিল। নগাঁও জিলাৰ বহা, পুৰণিগুদামৰ যিবোৰ ঠাইত মানুহে বসবাস কৰিছিল সি তেতিয়া জনশূন্য হৈ পৰিছিল। তেতিয়া এনে ছবি এখন সামগ্ৰিকভাৱে গোটেই জিলাতে দেখিবলৈ পোৱা গৈছিল। প্ৰায়বোৰ খেতিপথাৰেই আছিল শূন্য। শিলঘাট আৰু কন্দলী মৌজাৰ চহৰৰ বাহিৰে মাটিৰ মূল্য একেবাৰে কমি গৈছিল। মানুহে মাটি কিনিবলৈ এৰিছিল। লোকপিয়লৰ ফলাফলে জিলাখনত যে খাজনা হ্ৰাস কৰিব লাগে সেই কথা প্ৰতিপন্ন কৰিছিল। ব্ৰিটিছ চাহাবজনে বিভিন্ন মৌজা পৰীক্ষা কৰি চাইছিল। এখন মৌজাৰ অৰ্থনৈতিক অৱস্থাৰ সৈতে আন এখন মৌজাৰ কোনো মিল নাছিল।

এই বেমাৰত মৃত্যু হোৱা লোকৰ সংখ্যা আৰু বেমাৰৰ কাৰণ সম্পৰ্কে স্বাস্থ্য বিষয়াসকলেও পৰস্পৰবিৰোধী মত পোষণ কৰিছিল। প্ৰথমতে চেনিটাৰী প্ৰতিবেদনত উল্লেখ কৰা হৈছিল যে এই ৰোগ হ'ল মেলেৰিয়াসদৃশ বিষাক্ত এবিধ ৰোগ আৰু এই ৰোগক ধৰা হৈছিল সৌচৰা ৰোগ বুলি। কিন্তু গোৱালপাৰা জিলাৰ চিভিল ছাৰ্জনে এই বেমাৰ সৌচৰা বুলি প্ৰতিবেদনত উল্লেখ কৰা সিদ্ধান্ত ভুল বুলি দাবী কৰে। ১৮৮৪ চনত ক'লাজ্বৰ সম্পৰ্কে কোৱা হৈছিল যে ই এক স্থানীয় নাম। প্ৰকৃতাৰ্থত

ই মেলেৰিয়া জ্বৰ। ১৮৮৯-৯০ চনত বিশেষজ্ঞ চিকিৎসক কেপ্টেইন গাইলছক কলাজ্বৰ আৰু কুলীবিলাকৰ মাজত হোৱা বেৰিবেৰি ৰোগ অৰ্থাৎ জ্বৰ সোথৰ উৎস সম্পৰ্কে তদন্ত কৰিবলৈ নিয়োগ কৰা হৈছিল। তেওঁ তদন্ত কৰি প্ৰতিবেদত উল্লেখ কৰিছিল যে Anchylostomiasis ৰোগৰ ভিন্ন নাম হ'ল ক'লাজ্বৰ আৰু জ্বৰ সোথ। আৰু এই বেমাৰত ভয়াবহভাৱে হোৱা মৃত্যুৰ কাৰণ হ'ল Dochmius Duodemalis নামৰ এবিধ পেলু। এই পেলু পেটৰ নাড়ী-ভুৰুৰ মাজত সোমাই থাকে। তেওঁৰ সিদ্ধান্ত মতে কলাজ্বৰ এজন বেমাৰীৰ পৰা আন এজন লোকলৈ সংক্ৰমিত হোৱাৰ সম্ভাৱনা খুব কম। প্ৰকৃতাৰ্থত অপৰিষ্কাৰ আৰু অপৰিচ্ছন্নতাৰ বাবেই এই ৰোগৰ বীজাণুসমূহ সংক্ৰমিত হয়। কিন্তু গাইলছৰ সিদ্ধান্ত মিছা বুলি প্ৰমাণিত হয় মেজৰ ডবছনে ৭৯৭জন ৰোগীক পৰীক্ষা কৰি প্ৰমাণ কৰি ৬২০জন লোকৰে Anchylostomiasis ভিন্ন ধৰণৰ বুলি প্ৰমাণিত কৰাৰ পিছত। ১৮৯৬ চনত কেপ্টেইন ৰোজাৰ্চক এই বিষয়ে পুনৰ তদন্ত কৰাৰ বাবে বিশেষ দায়িত্ব দিয়া হৈছিল। তেওঁ বিভিন্ন ধৰণৰ পৰীক্ষা-নিৰীক্ষাৰ অন্তত আৰু বেমাৰৰ লক্ষণসমূহ পৰ্যালোচনা কৰি প্ৰমাণ কৰিছিল যে ক'লাজ্বৰ জীৱৰ মৃত্যুৰ ভয়াৱহ কাৰক। কিন্তু Anchylostomiasis ৰোগত মৃত্যু হোৱাৰ লোকৰ সংখ্যা কম বুলি তেওঁ প্ৰমাণিত কৰিছিল। তেওঁ কেপ্টেইন ৰোজাৰ্চৰ সিদ্ধান্তকেই তুলনামূলকভাৱে শুদ্ধ বুলি ঘোষণা কৰিছিল। পূৰ্বৰ অনুমানৰ লগত এই বেমাৰ সম্পৰ্কীয় অনুমানৰ মিল আছিল। ক'লাজ্বৰ আচলতে মেলেৰিয়া জ্বৰৰ এটা তীব্ৰ ৰূপ বুলি তেওঁ দাবী কৰিছিল। ই এজন বেমাৰী লোকৰ পৰা সুস্থ মানুহলৈ সংক্ৰমিত হ'ব পাৰে বুলিও জনাইছিল তেওঁ। এই সিদ্ধান্ত স্বাস্থ্যসেৱা বিভাগৰ লগত জড়িত লোকসকলেও শুদ্ধ বুলি মানি লৈছিল। তেওঁলোকে ঘোষণা কৰিছিল ক'লাজ্বৰ আৰু বেৰিবেৰি বা Anchylostomiasis একে নহয়। মেলেৰিয়া সংক্ৰমিত হ'ব নোৱাৰে— গাইলছৰ এই মতক কোনেও সমৰ্থন কৰা নাছিল; বৰং গাইলছৰ লেখা বহুতে কঠোৰ ভাষাৰে সমালোচনাহে কৰিছিল। ড° ৰোজাৰ্চে এই জটিল প্ৰশ্নৰ সাঁথৰ উলিয়াই কৈছিল যে অসমত দেখা মেলেৰিয়া সংক্ৰামক ৰোগ। তেওঁ বিশ্বৰ বিভিন্ন ঠাইৰ চিকিৎসা বিজ্ঞানৰ মতসমূহৰ পৰীক্ষা-নিৰীক্ষা কৰি এই মন্তব্য কৰিছিল। Mansons Mosquito Theory-এ এই সন্দৰ্ভত এটা উন্নত বৈজ্ঞানিক সিদ্ধান্তই গোটেই ধ্যান-ধাৰণাতে পৰিৱৰ্তন ঘটাইছিল। মেজৰ ৰোছেও মেলেৰিয়া সংক্ৰমিত হোৱাৰ কাৰণ সম্পৰ্কে তদন্ত কৰি ৰোজাৰ্চৰ সিদ্ধান্তকে মানি লৈছিল। ১৮৯৯ চনত তেওঁ মত প্ৰকাশ কৰিছিল যে ৰোজাৰ্চে কোৱাৰ দৰে ক'লাজ্বৰ হৈছে মেলেৰিয়া জ্বৰ। কিন্তু ক'লাজ্বৰ আৰু মেলেৰিয়া জ্বৰৰ পাৰ্থক্য হৈছে ক'লাজ্বৰ ৰোগীজনৰ শাৰীৰিক অৱস্থা ভয়াৱহভাৱে Cachexiaৰ দৰে হয় আৰু এই বেমাৰ ৰোগীৰ পৰা সুস্থ মানুহলৈ সংক্ৰমিত হ'ব পাৰে। ক'লাজ্বৰৰ আৰম্ভণি ক'ত হৈছিল সেই সম্পৰ্কে তেতিয়াও সকলোৰে মনত দ্বিধাগ্ৰস্ততা আছিল। কেপ্টেইন ৰোজাৰ্চৰ মতে, ক'লাজ্বৰ ৰংপুৰৰ পৰা আহিছিল, য'ত ১৮৭০ চনৰ আৰম্ভণিতে মেলেৰিয়া ভয়াবহভাৱে গা কৰি উঠিছিল। কিন্তু এই সিদ্ধান্ত অনুমানৰ ভিত্তিতহে কৰা হৈছিল। অসম উপত্যকালৈ এই বেমাৰ কেনেকৈ সংক্ৰমিত হৈছিল সেই বিষয়ে কোনেও সঠিক সিদ্ধান্তত উপনীত হ'ব পৰা নাছিল। নগাঁও জিলা শিৱসাগৰৰ পৰা পৃথক আছিল। নগাঁও জিলাৰ পূবে শিৱসাগৰ জিলা। দুয়োখন জিলাৰ একোটা অংশত পাহাৰীয়া আৰু বনাঞ্চল আছিল যদিও দুয়োখন জিলাৰ সীমাত দুই-এজন লোকহে এই ৰোগত আক্ৰান্ত হৈছিল, ইয়াৰ মূল কেন্দ্ৰবিন্দু এই দুখন জিলা নাছিল। এই বেমাৰ ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ বিশ্বনাথতো আৰম্ভ হৈছিল। কিন্তু ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰত এই বেমাৰে প্ৰসাৰতা লাভ কৰা নাছিল। নগাঁও জিলাতো পাছলৈ এই বেমাৰ নোহোৱা হৈছিল।

১৯১১ চনত পূৰ্ব বংগ আৰু অসম প্ৰদেশৰ চৰকাৰে প্ৰকাশ কৰা বছৰেকীয়া অনাময় প্ৰতিবেদন মতে, ১৯০১ চনৰ পৰা ১৯১০ চনলৈকে গোটেই প্ৰদেশখন অৰ্থাৎ পূৰ্ব বংগ আৰু অসম প্ৰদেশত কলেৰা ৰোগত মৃত্যু হোৱা লোকৰ হাৰ আছিল ২.৩ শতাংশ, ১৯১১ চনত ১.১৮ শতাংশ। বসন্ত

ৰোগত .৩১ শতাংশ আৰু .২৫ শতাংশ। প্লেগ বেমাৰত .০০০৪ শতাংশ আৰু .০০০৮ শতাংশ। জ্বৰত মৃত্যু হোৱা লোকৰ হাৰ আছিল ২০.৫০ শতাংশ আৰু ১৮.৮২ শতাংশ। গ্ৰহণী আৰু পেটচলতে মৃত্যু হোৱাৰ হাৰ আছিল .৬৬ আৰু .৬৯ শতাংশ। ১৯০০-১৯০১ চন আৰু ১৯১১ চনত কলেৰা ৰোগত গোৱালপাৰা জিলাত যথাক্ৰমে ২.১৫ আৰু .২৩ শতাংশ লোকৰ মৃত্যু হৈছিল। ঠিক তেনেদৰে কামৰূপত ৪.৪৫ আৰু .৫৪ শতাংশ, দৰং জিলাত ৩.৫৭ আৰু .৫৮ শতাংশ, নগাঁও জিলাত ৩.০৩ আৰু .৩৪ শতাংশ, শিৱসাগৰ জিলাত ২.৪০ আৰু ৪৬ শতাংশ, লখিমপুৰত ১ ৩১ আৰু ১.১৭ শতাংশ। সৰ্বমুঠ যথাক্ৰমে ২.৩৪ আৰু ১.১৮ শতাংশ।

ঠিক তেনেদৰে বসন্ত ৰোগত গোৱালপাৰাত .৩৪ আৰু .২৯ শতাংশ, কামৰূপত ১.২৮ আৰু ৯৭ শতাংশ। দৰঙত ১.১৪ আৰু .৬৩ শতাংশ, নগাঁৱত ১.১৫ আৰু .৬৯ শতাংশ। শিৱসাগৰত .২৬ আৰু .২০ শতাংশ। লখিমপুৰত .১৫ শতাংশ।

জ্বৰত গোৱালপাৰাত ২৪.২৯ আৰু ২৫.৬২ শতাংশ, কামৰূপত ১৪.৯৭ আৰু ১৫.৮৭ শতাংশ, দৰঙত ২০.৪৬ আৰু ১৮.৬৮ শতাংশ, নগাঁৱত ১৫.২৪ আৰু ১৪.৫৬ শতাংশ, শিৱসাগৰত ১১ ১৯ আৰু ৯.৫৯ শতাংশ, লখিমপুৰত ১০.২৩ আৰু ১০.৬০ শতাংশ।

ক'লাজ্বৰত গোৱালপাৰা জিলাত ১৯০২ চনত ৪৯জন, ১৯০৩ চনত ৪৪জন, ১৯০৪ চনত ৬৪জন, ১৯০৫ চনত ৮৬জন, ১৯০৬ চনত ৯০জন, ১৯০৭ চনত ৪৯জন, ১৯০৮ চনত ৩২জন, ১৯০৯ চনত ৮১জন, ১৯১০ চনত ৮৭জন, ১৯১১ চনত ১৩৫জন। ঠিক সেইদৰে কামৰূপত যথাক্ৰমে ১,০১৪, ৬৫১, ৪৫৮, ৪৯৯, ৪৩৮, ৫১৬, ৩৮৬, ৩৭৮, ৪৫০, ৩৫৪জন। দৰঙত ৩,৩৯১, ২,৬৫৭, ১,৬১১, ১,১০৬, ৮৯৮, ৮৪৫, ৬৪৯, ৬৪৩, ৬২৭, ৬৭৯জন। নগাঁও জিলাত ১,৬৯৭, ৯৬০, ৫৯৫, ৩৭৯, ২১৫, ২০৮, ১৪৬, ১৪০, ২২১, ২৮৬জন। শিৱসাগৰত ১৯০৬ চনত ৬জন, ১৯০৭ চনত ১১জন, ১৯০৮ চনত দুজন, ১৯০৯ চনত এজন, ১৯১১ চনত ৩৪জন, লখিমপুৰত ১৯০৫ চনত দুজন, ১৯০৬ চনত ১৭জন, ১৯০৮ চনত পাঁচজন, ১৯১০ চনত ৫০জন, ১৯১১ চনত ১১জন।

গ্ৰহণী আৰু পেটচলা ৰোগত গোৱালপাৰাত জিলাত ১৯০১ চনৰ পৰা ১৯১০ চনলৈ মৃত্যু হোৱা লোকৰ হাৰ হ'ল .৩৬ শতাংশ আৰু ১৯১১ চনত .৪৫ শতাংশ আছিল। কামৰূপ জিলাত ক্ৰমে ১ ৩৪, ১ ১০, দৰং জিলাত ৩ ৮৪, ৪.৫৯ শতাংশ, নগাঁৱত ২ ০০, ১ ৬৪ শতাংশ, শিৱসাগৰ জিলাত ৪ ০৪, ৩.৮০শতাংশ। লখিমপুৰত ৪.৬১, ৪.২৬ শতাংশ।

উক্ত প্ৰতিবেদনত ১৯১১ চনত চাহ বাগিচা এলেকাত জন্মৰ হাৰ ১৯১১ চনত গোৱালপাৰা জিলাত ২৭৭.৮৭ শতাংশ আৰু ১৯১১ চনত মৃত্যুৰ হাৰ ২২৩.০০ শতাংশ, কামৰূপত ১৫.২৫ শতাংশ আৰু ১৯ ০৬ শতাংশ। দৰঙত ২১.২৮ আৰু ২৭.৯০ নগাঁৱত ১৩.৯২ আৰু ২১.৩৫ শতাংশ। শিৱসাগৰত ২৮.৩৫ আৰু ২৪.৭১ শতাংশ। লখিমপুৰত ২৯.৬৪ আৰু ৩৩.৬৩ শতাংশ বুলি উল্লেখ কৰা হৈছিল।

১৯১১ চনত লেফটেনেণ্ট কৰ্নেল ই চি হেৰে উপ-অনাময় আয়ুক্ত কেপ্টেইন ইয়ঙক কামৰূপ জিলাৰ বঢ়িয়া সংমণ্ডলৰ অধীনস্থ অঞ্চলসমূহৰ গাঁওসমূহত কলাজ্বৰৰ উৎপত্তিৰ কাৰণ সম্পৰ্কে তদন্ত কৰি প্ৰতিবেদন দিবলৈ নিৰ্দেশ দিছিল, সেই সম্পৰ্কে কেপ্টেইন ইয়ঙে এখন প্ৰতিবেদন দাখিল কৰিছিল। তদন্ত কালত ১৩খন গাঁও স্থানীয়ভাৱে তদন্ত কৰি উল্লেখ কৰিছিল যে ১১ বছৰৰ ভিতৰত বৰাইগাঁও, জলজলি, ছিগনীবাৰী, কুৰংগবাৰী, ক্ষুদ্ৰ ঘৰখানা, শগুনকুছি, কালাকুছি, জামতোলা, দুবাৰকুছি, কৈকুৰিকুছি, নাওচলি, পথালিকুছি আৰু মৰতুলিত ৮২জন লোকৰ কলাজ্বৰত মৃত্যু হৈছিল।

আনহাতে সর্বভাৰতীয় হিচাপেত ১৯১৫-১৯ চনত অসমৰ জন্মৰ সামগ্ৰিক হাৰ আছিল ৩২.১৯ শতাংশ, ১৯২০ চনত ৩১.৫৩ শতাংশ, ১৯২১ চনত ২৯.৬৩ শতাংশ। ঠিক তেনেদৰে মৃত্যুৰ হাৰ ৩৬.৫৪, ২৮.৯৮, ২৬.৪৮ শতাংশ আছিল। ১৯২১ চনত বছৰেকীয়া স্বাস্থ্য সেবা প্ৰতিবেদনত এই বিষয়ে উল্লেখ কৰা হৈছিল। সেই প্ৰতিবেদনতে গোৱালপাৰাত ১৯২১ চনত চাহ বাগিচাত জন্মৰ হাৰ আছিল ১৮.৪৮ শতাংশ, মৃত্যুৰ হাৰ ১৬.২৩ শতাংশ। ঠিক তেনেদৰে কামৰূপত ১৪.৫৯, ১৪.২০ শতাংশ। দৰঙত ২৪.৭৯, ২৬.২৮ শতাংশ, নগাঁৱত ২২.৯০, ২৫.৬৩ শতাংশ। শিৱসাগৰত ২৫.৪১, ২৩.৬৫ শতাংশ। লখিমপুৰত ৩২.৯৮, ৩৫.২৫ শতাংশ আছিল।

কলেৰা বেমাৰত ১৯১১-২০ চনত ২.৪৬ শতাংশ লোকৰ মৃত্যু হৈছিল। ১৯২১ চনত ১.৮৭ শতাংশ। যথাক্ৰমে বসন্ত ৰোগত .৪৭, .৪০ শতাংশ, জ্বৰত ১৭.১৮, ১৫.৭০ শতাংশ, গ্ৰহণী আৰু পেটচলাত ২.৩৭, ১.৬৮ শতাংশ। কলেৰা ৰোগত গোৱালপাৰাত ১.৯২, ৩.৬৮ শতাংশ। কামৰূপত ৩.২৭, ১.৬৪ শতাংশ, দৰঙত ৩.৫১, .৬৫ শতাংশ, নগাঁৱত ৩.৬৭, ১.৫৪ শতাংশ, শিৱসাগৰত ২.০২, .৩৪ শতাংশ, লখিমপুৰত ১.০১, .২২ শতাংশ। বসন্ত ৰোগত গোৱালপাৰাত .৬১, .৪৮ শতাংশ, কামৰূপত ১.২৪, .২৭ শতাংশ, দৰঙত .৪৪, ২.৩৮ শতাংশ, নগাঁৱত .৩১, .৪০ শতাংশ। শিৱসাগৰত .৫৮, .১০ শতাংশ। লখিমপুৰত .০৮, .০৭ শতাংশ।

জ্বৰত মৃত্যু হোৱাৰ লোকৰ সংখ্যা আছিল গোৱালপাৰাত ৩১.৩৫, ২৭.৯৬ শতাংশ, কামৰূপত ১৮.৮৯, ১৪.৪৯ শতাংশ, দৰঙত ২০.১৪, ১৪.৯৪ শতাংশ, নগাঁৱত ১৯.০৪, ১৭.১৯ শতাংশ. শিৱসাগৰত ১৩.৪৪, ১০.৫২ শতাংশ, লখিমপুৰত ১৩.৩২, ৮.৭৫ শতাংশ। ক'লাজ্বৰত গোৱালপাৰা জিলাত ১৯১২ চনত ১৯২জন, ১৯১৩ চনত ২০৬জন, ১৯১৪ চনত ১৩৮জন, ১৯১৫ চনত ৫৫জন, ১৯১৬ চনত ১৯৬জন, ১৯১৭ চনত ১৫৩জন, ১৯১৮ চনত ৩১৩জন, ১৯১৯ চনত ৩১১জন, ১৯২০ চনত ৬০২জন, ১৯২১ চনত ৫৫৭ জন। ঠিক সেইদৰে কামৰূপত ক্ৰমে ৩৮৫, ২৯৪, ২১৫, ২৮৩, ২৭৭, ২৮৭, ৫৬৪, ৪২৩, ৯৩১, ৭৫৫জন, দৰঙত ক্ৰমে ৫৬৩, ৩৯৯, ৩১৭, ৩১০, ৩২০, ২৪৫, ২৬৩, ১৭১, ২৫৬, ১৬৯জন। নগাঁৱত ক্ৰমে ৩০৮, ৪১৭, ৩৯৩, ৪১৯, ৪৫১, ৫৯১, ৫৬৫, ৫৫৯, ৮৪৬, ১,১৭২জন। শিৱসাগৰত ক্ৰমে ৩১, ২৯, ২৪, ৭, ২৮, ১৮১, ২৩৫, ১৬৮, ১১৪, ১২১জন। লখিমপুৰত ১৯১৪ চনত ৮জন, ১৯১৬ চনত তিনিজন, ১৯১৭ চনত এজন, ১৯১৮ চনত তিনিজন, ১৯১৯ চনত পাঁচজন, ১৯২১ চনত তিনিজন লোকৰ মৃত্যু হৈছিল। উক্ত প্ৰতিবেদনৰ পৰা দেখা গৈছে যে ১৯১২ চনতকৈ ১৯২১ চনত কলাজ্বৰত মৃত্যু হোৱা লোকৰ সংখ্যা বৃদ্ধি পাইছিল।

গ্ৰহণী আৰু পেটচলাত গোৱালপাৰাত ১৯১১-২০ চনত .৪৩ শতাংশ আৰু ১৯২১ চনত .৩৩ শতাংশ লোকৰ মৃত্যু হৈছিল। কামৰূপত ক্ৰমে .৯২, ১ শতাংশ, দৰঙত ৪.২২, ২.৬৩ শতাংশ, নগাঁৱত ১.৬৩, .৮২ শতাংশ। শিৱসাগৰত ৪.২৫, ২.৬৬ শতাংশ। লখিমপুৰত ৪.৮৫, ৩.২৩ শতাংশ লোকৰ মৃত্যু হৈছিল। প্ৰতিবেদনত উল্লেখ কৰা মতে এই বেমাৰত ১৯২০ চনত চাহ বাগিচাত মৃত্যু হোৱা লোক আছিল ৬.৯৫ শতাংশ আৰু ১৯২১ চনত ৫.২৫ শতাংশ। ১৯২১ চনত লখিমপুৰ জিলাত এই বেমাৰত চাহ বাগিচাৰ লোকৰ মৃত্যুৰ হাৰ আছিল ৭.২৭ শতাংশ। আনহাতে কামৰূপ জিলাত আছিল ২.০৫ শতাংশ।

# কানি ৰবৰিহৰ কথা

অসমৰ জনজীৱনৰ ওপৰত ভয়াৱহ প্ৰভাৱ পেলোৱা আফিং অথবা কানি ৰবৰিহৰ বিষয়ে কম-বেছি পৰিমাণে সকলোৱে জানে। আফিঙে আমাৰ জনগাঁথনিৰ ক্ষতি কৰাই নহয়, আফিং সেৱন কৰাৰ ফলত সৃষ্টি হোৱা শাৰীৰিক আৰু মানসিক দুৰ্বলতাৰ সুযোগ লৈ এচামে অসমৰ আন্তঃগাঁথনিৰো ব্যাপক পৰিবৰ্তন সাধন কৰিছিল। আফিং সেৱন কৰাৰ ফলত বহুসংখ্যক লোক দুৰ্বল, কৰ্মহীন হৈ পৰা বাবে অসমীয়া লোকসকলে শ্ৰমৰ মৰ্যাদাক উচিত প্ৰতি মূল্য দিবলৈ পাহৰি গৈছিল। ইয়াৰ সুবিধা লৈছিল অনা-অসমীয়া আৰু বহিৰাগত এচাম লোকে। আজিও অসমীয়া মানুহে কৰ্মদক্ষ আৰু স্বাৱলম্বী হোৱাৰ জোখেৰে নিজক মানসিকভাৱে প্ৰস্তুত কৰিব পৰা নাই। আফিঙে কিদৰে অসমীয়া জনজীৱনত প্ৰভাৱ বিস্তাৰ কৰিছিল, সেই সম্পৰ্কে যদি আমি উল্লেখ নকৰো, তেতিয়াহ'লে অসমৰ আন্তঃগাঁথনিৰ এটা গুৰুত্বপূৰ্ণ অংশ এৰি যোৱা হ'ব। ইংৰাজ অহাৰ পাছত শুভবুদ্ধিসম্পন্ন লোকৰ হেঁচাতেই হওক বা অন্য কাৰণতেই হওক, ক্ৰমাগতভাৱে আফিং নিয়ন্ত্ৰণৰ ব্যৱস্থা ইংৰাজ চৰকাৰে কৰিছিল। আফিং সেৱন আৰু ইয়াৰ বাবে হোৱা ক্ষতিক তাচ্ছিল্য কৰি আনন্দৰাম ঢেকিয়াল ফুকনে ১৮৪৭ চনত 'মিচা সাখি, ভেঁটি, বেস্যা, কানি আৰু সুৰা' নামৰ প্ৰবন্ধ লিখিছিল। তেওঁ এই প্ৰবন্ধৰ জৰিয়তে সামাজিক জীৱনত আটাইতকৈ দুৰ্গুণৰূপে পৰিচিত ব্যৱস্থা বুলি তাচ্ছিল্য কৰিছিল। ১৯৪৬ চনত 'অৰুনোদই' কাকতত কানিৰ বিৱৰণ সম্পৰ্কে এনেদৰে লিখিছিল—

অতি মন্দ বস্তু কানি,  
জি খাই বৰ অগিয়ানি,  
সঞ্চিত বস্তু হই তাৰ হানি,  
মুখে কই কটু বানি।

সকল লোকে থাকে জানি,  
কানি খাই মন্দ প্ৰানি,  
সি ন হই সংসাৰত গিয়ানি,  
কথাই তাৰ অপ্ৰমানি।

তদুপৰি 'অৰুনোদই'ত কানি, ফটিকা আদিৰ ফলত হোৱা সামাজিক ক্ষতিক কেবাটাও গল্প প্ৰকাশিত হৈছিল। ১৮৬১ চনত হেমচন্দ্ৰ বৰুৱাই 'কানীয়াৰ কীৰ্তন' নামৰ নাটক এখন লিখিছিল। এইখন নাটকতো কানিৰ কু-প্ৰভাৱৰ বিষয়ে উল্লেখ কৰা হৈছিল। কানি বা আফিং কেতিয়া কেনেকৈ অসমলৈ আহিল, সেই সম্পৰ্কে বিভিন্নজনে বিভিন্ন মত পোষণ কৰিছিল। কোনো কোনো লোকৰ মতে, সপ্তদশ শতিকাত মোগলসকল অসমলৈ অহাৰ সময়ত তেওঁলোকে আহোম ৰাজপৰিয়ালটোক আফিং উপহাৰ

*হিচাপে পঠিয়াইছিল। কোনো কোনোৰ মতে, ১৭৯২ চনত কেপ্টেইন ৱেল্‌ছে লিখা বিৱৰণীত গৌৰীনাথ সিংহক অতি দুৰ্বল আৰু আফিঙৰ প্ৰতি আসক্ত ৰজা বুলি উল্লেখ কৰিছিল। জন মেককোছ,* উইলিয়াম ৰবিনছন্‌, মিল আদিৰ প্ৰতিবেদনতো অসমত আফিঙৰ ব্যৱহাৰ সম্পৰ্কে উল্লেখ আছে। কোনো কোনোৰ মতে, প্ৰথম ১৭৯৫ চনত কোচ ৰজাই অনা বৰকান্দাজ বাহিনীয়ে বেলতলাত আফিং খেতি আৰম্ভ কৰিছিল। সি যি কি নহওক, ১৮৬০ চনত চৰকাৰে ব্যক্তিগতভাৱে আফিঙৰ খেতি আৰু ইয়াৰ উৎপাদন বন্ধ কৰাৰ বাবে ব্যৱস্থা গ্ৰহণ কৰে। চৰকাৰে এই ব্যৱসায় আওপকীয়াভাৱে নিজৰ হাতত নিছিল। ১৮৬১ চনত আফিং খেতি বন্ধ কৰাক কেন্দ্ৰ কৰি নগাঁও জিলাৰ ফুলগুৰিত কৃষকসকল জাগ্ৰত হৈ চৰকাৰৰ বিৰুদ্ধে আন্দোলন আৰম্ভ কৰিছিল। ইয়াৰ ফলত এজন ইংৰাজ বিষয়াই প্ৰাণ হেৰুৱাব লগা হৈছিল। কৃষকসকলৰ ধাৰণা আছিল যে চৰকাৰে তেওঁলোকৰ আফিঙৰ ওপৰত থকা অধিকাৰ কাঢ়ি ল'ব খুজিছিল। ১৮৭৪ চনত প্ৰথমবাৰৰ বাবে চৰকাৰে প্ৰথমবাৰৰ বাবে অনুজ্ঞা-পত্ৰ মাচুল পদ্ধতি প্ৰৱৰ্তন কৰে। ইয়াৰ পিছত ১৮৭৭-৭৮ চনত মহল পদ্ধতি গ্ৰহণ কৰে। ১৮৭৮ চনত চৰকাৰে 'দ্য অপিয়াম এক্ট' নামৰ এখন আইন প্ৰৱৰ্তন কৰে। ১৯০০ চনত প্ৰকাশিত মুখ্য আয়ুক্তৰ কাৰ্যবিৱৰণীত উল্লেখ কৰা হৈছিল— ১৮৭৬-৭৭ চনত আফিঙৰ ওপৰত শুল্ক ধাৰ্য কৰা হৈছিল ২৪ টকা, ১৮৭৯-৮০ চনত ২৬ টকা, ১৮৮৩-৮৪ চনত ৩২ টকা, ১৮৯০-৯১ চনত ৩৭ টকা। ইয়াৰ ফলত ১৮৮১-৮২ চনত আৰু ১৮৮৪-৮৫ চনত আফিঙৰ ব্যৱহাৰৰ পৰিমাণ এশ মোনলৈ হ্ৰাস পাইছিল। অৰ্থাৎ এই সময়ছোৱাত ১,৫৮২ মোনৰ বিপৰীতে ১,৪৮২ মোন আফিং ব্যৱহাৰ হৈছিল। ১৮৮৮-৮৯ চন আৰু ১৮৯১-৯২ চনত ৪০ মোন আফিং হ্ৰাস পাইছিল। আফিঙৰ খুচুৰা বিক্ৰীৰ দাম বৃদ্ধিৰ লগে লগে ইয়াৰ দোকানৰ সংখ্যাও হ্ৰাস পাইছিল। ১৮৮৩-৮৪ চনত আফিঙৰ দোকান আছিল ১,৩১৮খন। নতুন অনুজ্ঞা-পত্ৰ পদ্ধতি প্ৰৱৰ্তন কৰাৰ পাছত ১৮৯৮-৯৯ চনত এই দোকান ৮০৫খনলৈ হ্ৰাস পাইছিল। ১৮৭৩-৭৪ চনৰ পৰা ১৮৯৯ চনলৈ এই সময়ছোৱাত দোকানৰ সংখ্যা আৰু চৰকাৰী ৰাজহৰ আদায় এনেদৰে হৈছিল— ১৮৭৩-৭৪ চনত আফিঙৰ দোকান আছিল ৫,০৭০খন, আফিং ব্যৱহাৰ হৈছিল ১,৮৫৬ মোন ৩২ সেৰ। ৰাজহ সংগ্ৰহ হৈছিল ১১,৬৬,৪৩৯ টকা। ১৮৯৮-৯৯ চনলৈ এই ২৫ বছৰ সময়ছোৱাত দোকান হ্ৰাস হৈছিল ৭৫১খনলৈ। আফিং ব্যৱহাৰৰ পৰিমাণ হ্ৰাস পাইছিল ১,৩৪২ মোন ৫ সেৰ ৬ চটকলৈ। ৰাজহ আদায় হৈছিল ১৮,৪৮,৬২২ টকা। ইয়াৰ ভিতৰত ১৮৭৩ চনত আফিঙৰ চৰকাৰী মূল্য ২২ আৰু ২৩ টকা কৰা হৈছিল। ১৮৭৫-৭৬ চনত ২৩ আৰু ২৪ টকা কৰা হৈছিল। ১৮৭৬ চনত ২৪ টকা, ১৮৭৯ চনত ২৬ টকা, ১৮৮৩ চনত ৩২ টকা, ১৮৯০ চনত ৩৭ টকা, ১৯১৪ চনত ৪৫ টকা কৰা হৈছিল। ১৯০৫-০৬ চনত আফিং ব্যৱহাৰৰ পৰিমাণ হৈছিল ১,৪১৫ মোন, ৰাজহ সংগ্ৰহ হৈছিল ১৯,৫৫,৭০৬ টকা। ১৯১৯-২০ চনত আফিং ব্যৱহাৰ হৈছিল ১,৭৪৮ মোন আৰু ৰাজহ সংগ্ৰহ হৈছিল ৩৮,৩৭,১২৫ টকা। এফালে দোকানৰ সংখ্যা হ্ৰাস পাইছিল আৰু সময়ে সময়ে আফিঙৰ ব্যৱহাৰৰ পৰিমাণো কম-বেছি হৈছিল। কিন্তু ৰাজহ বৃদ্ধি হৈছিল অস্বাভাৱিকভাৱে। ইয়াৰ কাৰণ সম্পৰ্কে চৰকাৰে উল্লেখ কৰিছিল যে ১৮৮১-৮২ চনত প্ৰদেশখনৰ জনসংখ্যা আছিল ৪৮,৮১,৪২৬। আনহাতে ১৮৯১ চনত ই বৃদ্ধি হৈছিল ৫৪,৩৩,১৯৯লৈ। তদুপৰি আফিঙৰ চৰকাৰী দামো বৃদ্ধি কৰা হৈছিল। ইয়াৰ ফলতে ৰাজহ সংগ্ৰহ পূৰ্বতকৈ অধিক বৃদ্ধি পাইছিল। আফিং ব্যৱহাৰ কৰা লোকৰ সংখ্যাও বাঢ়িছিল জনসংখ্যা বৃদ্ধিৰ লগে লগে। তদুপৰি সময়ে সময়ে কৃষি উৎপাদন বৃদ্ধিৰ লগে লগে আফিঙৰ ব্যৱহাৰো বাঢ়িছিল (প্ৰণিধানযোগ্য যে অসম প্ৰদেশত পৰ্বে অন্তৰ্ভুক্ত হৈ আছিল সুৰমা উপত্যকা, নাগা, খাছী আৰু গাৰো পাহাৰ জিলা। এই হিচাপত গোটেই অঞ্চলটোৰ হিচাপ দাঙি ধৰা হৈছে)। আফিঙৰ ব্যৱহাৰ লখিমপুৰ, শিৱসাগৰ, নগাঁও আৰু দৰঙত সৰ্বাধিক আছিল।

১৮৯৩ চনৰ ৩০ জুনত ভাৰতত আফিঙৰ ব্যৱহাৰ সম্পৰ্কে তদন্ত কৰিবলৈ 'ৰয়েল কমিছন অন অপিয়াম' নামৰ এখন তদন্ত কমিটী গঠন কৰা হৈছিল। ইয়াৰ উদ্দেশ্য আছিল ভাৰত চৰকাৰে আফিং খেতি, ইয়াৰ উৎপাদন আৰু বিক্ৰী হ্ৰাস কৰাৰ ক্ষেত্ৰত লোৱা ব্যৱস্থাৱলীৰ বিবৰণ অধ্যয়ন কৰা। এই কমিটীক ১৮৯৩ চনৰ ২৯ নৱেম্বৰৰ দিনা যোৰহাটৰ সাৰ্বজনিক সভাই এখন স্মাৰকপত্ৰ প্ৰদান কৰিছিল। এই স্মাৰকপত্ৰখন তেতিয়াৰ মুখ্য আয়ুক্তৰ জৰিয়তে দিয়া হৈছিল। ইয়াত অন্যান্য বিষয়ৰ লগতে তলত উল্লেখ কৰা প্ৰসংগও টানি আনিছিল— 'That so far as the people of Assam are concerned the case is still stronger A large proportion of the people have been in the habit of using the drug for centuries. In the time of the Native Government the higher classes of the people also indulged in opium, but when the cultivation of opium in Assam was abolished about 1859, the use of opium has almost gone out of fashion from the higher classes, but the working classes largely make use of the drug as a necessity of life. It is positively adventageous in advanced age and also to those who worked hard and are constantly exposed to the inclemencies of the weather. There is very little abuse of opium,

That if the sale of opium be stopped in Assam, those who now indulge in opium are certain to take to some other stimulant, and they would in natural course take to spirits. The consumption of spirits, it is hardly necessary to remark, would be hundred fold more injurious than opium Drinking is liable to excess, and the misery and distress that would be caused by excessive drinking in a hot climate would be simply appalling.

That the stoppage of the sale of opium will drive the inveterate users of opium of advanced age to certain death and the others to the use of spirits. The energy said to be wasted in opium will be again despolied by the use of spirits. The amount of money spent by the Assam people in buying opium will not be saved and invested in reproductive industry, but will be squandered away in purchasing a positive posion. It may be alleged that religious scruples will come in the way of any large use of spirits. To this the simple answer would suffice that the bulk of those who use opium in Assam have no objection to and often indulge in spirits, and have no religious scruples on that score'

১৮৯৩ চনৰ ফেব্ৰুৱাৰী মাহত মুখ্য আয়ুক্তৰ কাৰ্যবিবৰণীত উল্লিখিত হিচাপ মতে অসমত গাঞ্জাৰ বিক্ৰীৰ পৰিমাণ উল্লেখ কৰা হৈছিল। সেই সময়ত গাঞ্জাৰ বিক্ৰী দৰ নিৰ্ধাৰিত কৰিছিল বংগ চৰকাৰে। ১৮৫৩ চনলৈ বংগত গাঞ্জাৰ ৰাজহ আদায় হৈছিল দুটা পদ্ধতিৰে। এটা পদ্ধতি আছিল গাঞ্জা ডাক দি বিক্ৰী আৰু আনটো আছিল দোকানসমূহৰ পৰা নিৰ্দিষ্ট পৰিমাণে ৰাজহ আদায়। ১৮৫৩ চনত প্ৰতি সেৰ গাঞ্জাৰ বাবদ এটকাকৈ চৰকাৰী ধন ধাৰ্য কৰা হৈছিল। ১৮৫৯-৬০ চনত ইয়াৰ দাম দুটকালৈ বৃদ্ধি কৰা হৈছিল। ১৮৬৪-৬৫ চনত বিভিন্ন ধৰণৰ প্ৰতি সেৰত দাম ধাৰ্য কৰা হৈছিল। যেনে— Flat গাঞ্জাৰ দুটকা, Round গাঞ্জাৰ তিনি টকা, Chur গাঞ্জাৰ চাৰি টকা। অসমতে একেই দাম প্ৰবৰ্তিত হৈছিল। অসমত ১৮৭৪-৭৫ চনত মুঠ ৩৪,৭২৯ সেৰ গাঞ্জা বিক্ৰী হৈছিল। দোকান আছিল ৪১৭খন। ১৮৭৫-৭৬ চনত বিক্ৰী হৈছিল ৩২,৫৮২ সেৰ। দোকান আছিল ৪৬৫খন। ১৮৭৬-৭৭ চনত ২৫,৩৫৬ সেৰ বিক্ৰী হৈছিল আৰু দোকানৰ সংখ্যা আছিল ২৬৭খন। ১৮৭৭-৭৮ চনত ২৫,৬৭৯ সেৰ বিক্ৰী হৈছিল, দোকান আছিল ২৪৮খন। ১৮৭৮-৭৯ চনত ২৩,৪৮১ সেৰ বিক্ৰী হৈছিল, ২৭১খন দোকান আছিল। ১৮৭৯-৮০ চনত ২২,৮২৬ সেৰ বিক্ৰী হৈছিল। দোকান আছিল ২৫১খন। ১৮৮০-৮১ চনত ২৩,৩৩৩ সেৰ বিক্ৰী হৈছিল, দোকান আছিল ২৮২খন। ১৮৮১-৮২ চনত ২২,৯৭৫

সেৰ বিক্ৰী হৈছিল, দোকান আছিল ২৮৬খন। ১৮৮২-৮৩ চনত ২৩,১৭৫ সেৰ বিক্ৰী হৈছিল, দোকান আছিল ২৯৪খন। ১৮৮৩-৮৪ চনত ২৫,৫২৬ সেৰ বিক্ৰী হৈছিল, দোকান আছিল ৩১৯খন। ১৮৮৪-৮৫ চনত ২৫,৩৯৫ সেৰ বিক্ৰী হৈছিল, দোকান আছিল ৩১৪খন। ১৮৮৫-৮৬ চনত ২০,৬২৬ সেৰ বিক্ৰী হৈছিল, দোকান আছিল ৩১৭খন। ১৮৮৬-৮৭ চনত ২৬,৬৭৮ সেৰ বিক্ৰী হৈছিল, দোকান আছিল ৩২১খন। ১৮৮৭-৮৮ চনত ২৪,৫২৫ সেৰ বিক্ৰী হৈছিল, দোকান আছিল ৩২৭খন। ১৮৮৮-৮৯ চনত ২৭,০৯০ সেৰ বিক্ৰী হৈছিল, দোকান আছিল ৩২৮খন। ১৮৮৯-৯০ চনত ২৮,০১২ সেৰ বিক্ৰী হৈছিল, দোকান আছিল ৩২৭খন। ১৮৯০-৯১ চনত ২৯,১৩৯ সেৰ বিক্ৰী হৈছিল, দোকান আছিল ২৮২খন।

দৰং জিলাত আবকাৰী ৰাজহৰ চাৰিভাগৰ তিনি অংশ আহিছিল আফিঙৰ পৰা। ১৮৭৩-৭৪ চনত গোটেই জিলাখনত আফিঙৰ দোকান আছিল ৮৫৬খন। আফিং ব্যৱহাৰ হৈছিল ২৩৭ মোন। ১৮৯৯-১৯০০ চনত আফিং ব্যৱহাৰ হৈছিল ১৭৯ মোন। মেথিৰ প্ৰতিবেদন মতে, ১৮৩৫ চনত আফিঙৰ দাম প্ৰতি সেৰত আছিল ৫ টকা। ১৮৯০ চনত এই দাম ৩৭ টকালৈ বৃদ্ধি হৈছিল। জিলাখনত ১৯০৮-০৯ চনত আফিঙৰ ব্যৱহাৰ ২২২ মোনলৈ বৃদ্ধি পাইছিল। ইয়াৰ পাছৰ দুবছৰত এই পৰিমাণ কমিছিল যদিও ১৯১৩-১৪ চনত বিক্ৰী ২১০ মোনলৈ বৃদ্ধি পাইছিল। ১৯০০-০১ চনত তেজপুৰ মহকুমাত গাঞ্জাৰ দোকান আছিল ৮খন আৰু এই দোকানসমূহলৈ ১২ মোন ১১ সেৰ ৮ চটক গাঞ্জা যোগান ধৰা হৈছিল। ইয়াৰ পৰা চৰকাৰী ৰাজহ আদায় হৈছিল ৪,৪১৬ টকা। ১৯১১-১২ চনত গাঞ্জা যোগানৰ পৰিমাণ বৃদ্ধি পাই হৈছিল ২৫ মোন ২৯ সেৰ। ৰাজহ আদায় হৈছিল ১১,৩১৯ টকা। মঙলদৈ মহকুমাত ১৯০১ চনত গাঞ্জাৰ দোকান আছিল তিনিখন, গাঞ্জা বিক্ৰী হৈছিল তিনি মোন ১৬ সেৰ। ৰাজহ আদায় হৈছিল ১,২২৯ টকা আৰু ১৯১২ চনত গাঞ্জা বিক্ৰী হৈছিল ৫ মোন ৮ সেৰ। ৰাজহ আদায় হৈছিল ২,৩০৫ টকা।

গোৱালপাৰা জিলাত ১৯০১ চনত আফিঙৰ দোকান আছিল ২৬খন। ৰাজহ আদায় হৈছিল ১০,৭৭৩ টকা। আফিং বিক্ৰী হৈছিল ৯ মোন ১৮ সেৰ। গাঞ্জাৰ দোকান আছিল ৩৪খন। গাঞ্জা বিক্ৰী হৈছিল ৪৫ মোন ২৮ সেৰৰ ১৪ চটক। ইয়াৰ পৰা ৰাজহ আদায় হৈছিল ১৪,৬৩০ টকা। ১৯১১ চনত আফিঙৰ দোকান আছিল ১৬খন। আফিং বিক্ৰী হৈছিল ৯ মোন ২১ সেৰ। ৰাজহ আদায় হৈছিল ১০,৮৫৮ টকা। গাঞ্জাৰ দোকান আছিল ৩৪খন। বিক্ৰী হৈছিল ৬৪ মোন ১৩ সেৰ। ৰাজহ আদায় হৈছিল ২৯,৮৭৫ টকা।

নগাঁও জিলাত ১৯০০-০১ চনত আফিঙৰ দোকান আছিল ১৪৪খন। দোকানসমূহলৈ যোগান ধৰা আফিঙৰ পৰিমাণ আছিল ১৩৭ মোন ১১ সেৰ ১ চটক। ৰাজহ আদায় হৈছিল ১,৯৭,৫৩৫ টকা। গাঞ্জাৰ দোকান আছিল ১৪খন। গাঞ্জা যোগান ধৰা হৈছিল ১৯ মোন ১৮ সেৰ। ৰাজহ আদায় হৈছিল ৬,৬১২ টকা। ১৯১১ চনত আফিঙৰ দোকান আছিল ৭৪খন। দোকানসমূহলৈ যোগান ধৰা আফিঙৰ পৰিমাণ আছিল ২৩১ মোন ৯ সেৰ। ৰাজহ আদায় হৈছিল ২,৮০,৩৮২ টকা। গাঞ্জাৰ দোকান আছিল ১১খন। গাঞ্জা যোগান ধৰা হৈছিল ২৯ মোন ৩৬ সেৰ। ৰাজহ আদায় হৈছিল ১২,৭৪৬ টকা।

শিৱসাগৰ জিলাত ১৯০১ চনত আফিঙৰ দোকান আছিল ১৮৯খন। দোকানসমূহলৈ যোগান ধৰা আফিঙৰ পৰিমাণ হৈছে ৩৪২ মোন ৩ সেৰ। ৰাজহ আদায় হৈছিল ৩,৮৯,৯৬৬ টকা। গাঞ্জাৰ দোকান আছিল ৩৭খন। গাঞ্জা যোগান ধৰা হৈছিল ৭৩ মোন ১ সেৰ দুই চটক। ৰাজহ আদায় হৈছিল ২৬,৩০৭ টকা। ১৯১১ চনত আফিঙৰ দোকান আছিল ১০৮খন। দোকানসমূহলৈ যোগান ধৰা আফিঙৰ পৰিমাণ আছিল ৪১২ মোন ১ সেৰ। ৰাজহ আদায় হৈছিল ৫,২৬,৩৩৫ টকা। গাঞ্জাৰ দোকান আছিল ৩৪খন। গাঞ্জা যোগান ধৰা হৈছিল ১৩০ মোন ১৬ সেৰ আঠ চটক। ৰাজহ আদায় হৈছিল ৫৮,৫৭২ টকা।

কামৰূপ জিলাৰ গুৱাহাটীত ১৯০১ চনত আফিঙৰ দোকান আছিল ৯০খন। দোকানসমূহলৈ যোগান ধৰা আফিঙৰ পৰিমাণ আছিল ১০৮ মোন ২৩ সেৰ ১৫ চটক। ৰাজহ আদায় হৈছিল ১,২৩,৮০৪ টকা। গাঞ্জাৰ দোকান আছিল ২৪খন। গাঞ্জা যোগান ধৰা হৈছিল ৪২ মোন ৩ সেৰ। ৰাজহ আদায় হৈছিল ১৫,১৯৬ টকা। ১৯০৯ চনত আফিঙৰ দোকানৰ সংখ্যা হাতত নাই। দোকানসমূহলৈ যোগান ধৰা আফিঙৰ পৰিমাণ আছিল ১৬৮ মোন। ৰাজহ আদায় হৈছিল ১,৮৬,৯৮৮ টকা। গাঞ্জাৰ দোকান আছিল ২০খন। গাঞ্জা যোগান ধৰা হৈছিল ৯৭ মোন ১৩ সেৰ। ৰাজহ আদায় হৈছিল ৪২,৮২৪ টকা। বৰপেটা মহকুমাত ১৯০১ চনত আফিঙৰ দোকান আছিল ২০খন। দোকানসমূহলৈ যোগান ধৰা আফিঙৰ পৰিমাণ হৈছে ৮ মোন ৩৬ সেৰ ১৫ চটক। ৰাজহ আদায় হৈছিল ১০,১৭৪ টকা। গাঞ্জাৰ দোকান আছিল ৭খন। গাঞ্জা যোগান ধৰা হৈছিল ৮ মোন ২৬ সেৰ। ৰাজহ আদায় হৈছিল ২,৯০৯ টকা। ১৯০৯ চনত আফিঙৰ দোকানৰ পৰিসংখ্যা হাতত নাই। দোকানসমূহলৈ যোগান ধৰা আফিঙৰ পৰিমাণ আছিল ১৯ মোন ২১ সেৰ। ৰাজহ আদায় হৈছিল ২২,২৬৬ টকা। গাঞ্জাৰ দোকানৰ পৰিসংখ্যা হাতত নাই। গাঞ্জা যোগান ধৰা হৈছিল ১৩ মোন ২৯ সেৰ। ৰাজহ আদায় হৈছিল ৬,০৪৪ টকা।

লখিমপুৰ জিলাত ১৯০৪-০৫ চনত আফিঙৰ দোকান আছিল ১৪০খন। দোকানসমূহলৈ যোগান ধৰা আফিঙৰ পৰিমাণ আছিল ৩৮২ মোন ১৬ সেৰ। ৰাজহ আদায় হৈছিল ৪,৩৫,৯৩৭ টকা। গাঞ্জাৰ দোকান আছিল ২০খন। গাঞ্জা যোগান ধৰা হৈছিল ৫২ মোন ২ সেৰ। বিক্ৰী ৰাজহ আদায় হৈছিল ২৪,৮৮৩ টকা।

১৯১১-১২ চনত আফিঙৰ দোকান আছিল ৫৫খন। দোকানসমূহলৈ যোগান ধৰা আফিঙৰ পৰিমাণ আছিল ৪২৩ মোন ২০ সেৰ। বিক্ৰী ৰাজহ আদায় হৈছিল ৫,৪১,৯৪৫টকা। গাঞ্জাৰ দোকান আছিল ১৫খন। গাঞ্জা যোগান ধৰা হৈছিল ৬৯ মোন ২৬ সেৰ। বিক্ৰী ৰাজহ আদায় হৈছিল ৩১,০৮৬ টকা।

১৯১৩ চনত ইংৰাজ চৰকাৰে এ ডব্লিউ ব'থামক লৈ আফিং সংক্ৰান্তীয় কমিটী এখন গঠন কৰি দিছিল। এই কমিটীৰ পৰামৰ্শাৱলী মূলতঃ ১৯২৭ চনত প্ৰণয়ন কৰা আফিং আইনত সংযোজন কৰা হৈছিল। কমিটীৰ প্ৰতিবেদনত ব'থামে নিজে এইদৰে উল্লেখ কৰিছিল— 'The small extent, however, to which the educated class discountenance the opium habit at present shows that the support which any severe measures would obtain from public opinion would not be considerable, In this connection the proceedings of an Anti-opium Conference held at Dibrugarh in 1907 and the action taken thereon, are instructive. Two measures were resolved on with the object of combating the evils attendant on the use of opium. One was to submit a memorial to Government, asking for the habit to be checked, the other was to form an "Assam Temperance Association" with permanent committees in each town and subdivision of the Valley. The first measure has been carried out, but nothing whatever has been done towards putting the second into effect.'

স্বাধীনতা আন্দোলনৰ ঢৌ বলাৰ প্ৰাকক্ষণত অসমত কংগ্ৰেছ কৰ্মীসকলে আফিং অৰ্থাৎ কানিৰ বিৰুদ্ধে আন্দোলন আৰম্ভ কৰিছিল। সম্পূৰ্ণ শান্তিপূৰ্ণভাৱে কংগ্ৰেছৰ স্বেচ্ছাসেৱকসকলে আফিং গ্ৰহণ কৰা লোকসকলৰ ঘৰে ঘৰে গৈ আফিঙৰ অপকাৰিতা আৰু ইয়াৰ পৰা হ'ব পৰা ক্ষতিৰ বিষয়ে জনসাধাৰণক সজাগ কৰি তুলিছিল। তেওঁলোকে আনকি আফিঙৰ দোকানসমূহত ধৰ্ণাও দিছিল। আফিঙৰ সম্পৰ্কীয় বিষয়টো পৰ্যালোচনা কৰাৰ কাৰণে সৰ্বভাৰতীয় কংগ্ৰেছ কমিটীয়ে অসম কংগ্ৰেছক এই বিষয়ে তদন্ত কৰি প্ৰতিবেদন প্ৰস্তুত কৰিবলৈ নিৰ্দেশ দিছিল। আৰু সেই অনুসৰি ১৯২৫ চনত

'অসম কংগ্ৰেছ আফিং তদন্ত কমিটী' নামেৰে এখন তদন্ত কমিটী গঠন কৰা হৈছিল। এই কমিটীৰ সভাপতি আছিল কুলধৰ চলিহা। সদস্যসকল আছিল তৰুণৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ, কৃষ্ণনাথ শৰ্মা, অম্বিকাগিৰী ৰায়চৌধুৰী, অমিয় কুমাৰ দাস, ৰোহিণীকান্ত হাতীবৰুৱা লগতে তাৰাপ্ৰসাদ চলিহা, দুৰ্গাপ্ৰসাদ বৰঠাকুৰ, প্ৰসন্ন কুমাৰ বৰুৱা, মৌলবী ফাইজনুৰ আলী, সৰ্বেশ্বৰ বৰুৱা, চন্দ্ৰনাথ শৰ্মা আৰু জ্যোতিষ চন্দ্ৰ দাস। এই কমিটীয়ে সকলো দিশ বিবেচনা কৰি চাৰিটা পৰামৰ্শৱলী আগ বঢ়াইছিল— ইয়াৰ ভিতৰত আছিল, আফিং কেৱল স্বাস্থ্য আৰু বিজ্ঞান বিষয়ক কাৰ্যতহে বিক্ৰী কৰিব লাগে, ৪০ বছৰৰ অধিক বয়সৰ আফিং সেৱনকাৰীসকলৰ ক্ষেত্ৰত পৰিমাণ হ্ৰাস কৰিব লাগে, আফিং অভ্যস্ত ৪০ বছৰ বয়সৰ তলৰ লোকসকলক অসুস্থ বেমাৰী হিচাপে চিকিৎসা কৰিব লাগে। এই তিনিওটা বিষয় পাঁচ বছৰৰ ভিতৰত কাৰ্যকৰী কৰি আফিঙক ভয়াবহ দ্ৰব্যৰ তালিকাত অন্তৰ্ভুক্ত কৰিব লাগে।

# অসমৰ চাহ্ শ্ৰমিক সমাজখন

অসমত চাহগছ আৱিষ্কাৰৰ পাছত চাহ উদ্যোগৰ প্ৰতি আকৰ্ষিত ব্ৰিটিছসকলে ১৮৩৯ চনৰ ফেব্ৰুৱাৰী মাহত লণ্ডনত আসাম টী কোম্পানী স্থাপন কৰে। এই কোম্পানীৰ মূলধন আছিল পাঁচ লাখ পাউণ্ড আৰু দহ হাজাৰ শ্বেয়াৰৰ প্ৰতিটো শ্বেয়াৰৰ মূল্য আছিল ৫০ পাউণ্ড। ইয়াৰে আঠ হাজাৰ শ্বেয়াৰ লণ্ডনত বিক্ৰী কৰা হৈছিল আৰু দুই হাজাৰ শ্বেয়াৰ ভাৰতত বিতৰণ কৰা হৈছিল। কোম্পানী স্থাপন হোৱাৰ লগে লগে আৰু ক্ৰমাগতভাৱে চাহ উদ্যোগৰ লাভজনক ব্যৱসায়ৰ প্ৰতি বহুকেইগৰাকী ইউৰোপীয় আগ বাঢ়ি অহাত অসমত বহুসংখ্যক চাহ বাগিচা গঢ়ি উঠিছিল। চাহ বাগিচা গঢ়ি উঠাৰ লগে লগে চাহ বাগিচাৰ মালিকসকলৰ সন্মুখত প্ৰধান সমস্যা হৈ দেখা দিছিল চাহ শ্ৰমিক সংগ্ৰহৰ বিষয়টো। স্থানীয় লোকসকলৰ ভিতৰত নামনিৰ কিছু বড়ো সম্প্ৰদায়ৰ বাহিৰে আন সম্প্ৰদায়ৰ লোক চাহ বাগিচাত কাম কৰিবলৈ ইচ্ছা প্ৰকাশ কৰা নাছিল। কমসংখ্যক বড়ো লোকে নামনি অসমৰ কিছু চাহ বাগিচাত কাম কৰিলেও এই শ্ৰমিকসকলৰ সংখ্যা পৰ্যাপ্ত নোহোৱাত ভাৰতৰ বিভিন্ন ঠাইৰ পৰা চাহ শ্ৰমিক আমদানি কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিছিল। বিশেষকৈ চোটনাগপুৰ, মাদ্ৰাজ, বেংগল আদিৰ আৰ্থিকভাৱে অতি দুৰ্বল আৰু দুৰ্গত অঞ্চলৰ লোক চাহ শ্ৰমিক হিচাপে আমদানি কৰা হৈছিল কিছুমান দালাল আৰু মধ্যভোগী ঠিকাদাৰৰ জৰিয়তে। দূৰণিবটীয়া এই চাহ শ্ৰমিকসকলক জাহাজেৰে অসমলৈ অনাৰ সময়ত আদবাটতে মৃত্যু হৈছিল অলেখজনৰ। ১৮৬১ চনত লেফটেনেণ্ট কৰ্নেল এইচ ভেটছ নামৰ ন্যায়িক আয়ুক্ত এগৰাকীয়ে চাহ শ্ৰমিকক অসমলৈ লৈ যোৱাৰ পথত হোৱা মৃত্যু আৰু তাৰ অকথনীয় অৱস্থাৰ চাক্ষুষ বিৱৰণ দাঙি ধৰিছিল সেই সময়ৰ অসমৰ আয়ুক্ত এইচ হপকিন্সনলৈ ১ জুনত লিখা চিঠিখনত। তেওঁ লিখিছিল— 'I feel it my duty to notice, that on my late voyage from Calcutta to Gowhatty in the Steamer Madras with cargo boat attached, there were embarked a number of men, women and children engaged as laborers for the Tea Plantations in Upper Assam These poor people appear previous to embarkation, to have had cholera among them, as two deaths, I was told, occurred at the Calcutta Ghaut of those belonging to the gang, and the disease soon became rife among those on board, deaths occourring almost daily and I am given to understand that this is no solitary occurrence among other gangs of Collies sent up by Steamers to the Tea Plantations, thus affording ground to infer that the so very frequent re-appearance of cholera in Assam of late years has been disseminated by these importations of Collies infested with that disease.'

তেওঁ আৰু লিখিছিল আমদানি কৰা কুলীসকলক এই ৰোগৰ পৰা সুৰক্ষা দিবলৈ হ'লে অনাময়

ব্যৱস্থা শক্তিশালী কৰিবই লাগিব— তদুপৰি কলেৰা ৰোগৰ বাহিৰেও অন্য ৰোগৰ পৰা তেওঁলোকে যাতে সুৰক্ষা পায় তাৰ বাবেও তেওঁ পৰামৰ্শ আগ বঢ়াইছিল। চাহ বাগিচাৰ বনুৱা আগমণৰ সময় হোৱা শ্ৰমিকৰ মৃত্যুৱে চৰকাৰক সচকিত কৰি তুলিছিল। ফলত চৰকাৰে ১৮৬৩ চনত প্ৰথম আইন প্ৰণয়ন কৰিবলৈ বাধ্য হয়। এই আইনৰ জৰিয়তে শ্ৰমিককেন্দ্ৰিক (ইমিগ্ৰেচনৰ ওপৰত) পদ্ধতি চৰকাৰে নিয়ন্ত্ৰণ কৰাৰ কৰাৰ লগতে অনাময় ব্যৱস্থা আৰু শ্ৰমিক হিচাপে অহা লোকসকলৰ যাতায়াতৰ উপযুক্ত ব্যৱস্থা গ্ৰহণ কৰিছিল। কিন্তু চাহ শ্ৰমিকৰ শ্ৰম পদ্ধতিৰ ওপৰত চৰকাৰৰ নিয়ন্ত্ৰণ নথকা কাৰণে ১৮৬৫ চনত নতুনকৈ আইন এখন প্ৰণয়ন কৰা হয়। ইয়াৰ পাছত পৰিস্থিতি সাপেক্ষে ১৮৬৩ আৰু ১৮৬৫ চনৰ দুয়োখন আইনৰ সংশোধন ঘটাই ১৮৭০ চনত পুনৰ এখন আইন প্ৰণয়ন কৰা হয়। ইয়াৰ পাছত ১৮৭৩ চনত ১৮৭০ চনৰ আইনখনৰ সলনি নতুন আইন প্ৰণয়ন কৰা হয়। ১৮৮২ চনত পুনৰ ১৮৭৩ চনৰ আইনখন নাকচ কৰি নতুন আইন এখন প্ৰণয়ন কৰা হয়। এই আইনৰ জৰিয়তে ভগনীয়াই হওক বা স্থানীয় লোকেই হওক, চাহ বাগিচাত কৰ্মৰত সকলো শ্ৰমিকৰ বাবে একে পদ্ধতি গ্ৰহণ কৰা হৈছিল। এই আইনখন ১৮৯৩ চনত পুনৰ সংশোধন কৰা হৈছিল। ভাৰত চৰকাৰে ১৮৯১ আৰু ১৮৯৩ চনত চাহ বাগিচাৰ চুক্তি সংক্ৰান্তীয় বিষয়ত এটা নতুন সংশোধিত পদ্ধতি গ্ৰহণ কৰাৰ ব্যৱস্থা কৰিছিল। চৰকাৰৰ এই নীতি সম্পৰ্কে যেতিয়া বিধেয়কখন গৱৰ্ণৰ জেনেৰেল কাউন্সিলত উত্থাপন কৰা হৈছিল, তেতিয়া ছাৰ ফিলিপ হাটছিনে এইদৰে কৈছিল— 'If there was one thing more than another which struck me when I first took up the subject, it was the number of divergent Acts which had followed one another in quick succession. There were at least five in less than twenty years, and the keystone of the advice which I eventually submitted to my colleagues was that we should have no more empirical legislation, but should content ourselves with improving and shaping towards our final object those methods which employers and labourers and others interested had themselves chosen and developed as most suitable to existing conditions.'

১৮৯১ চনৰ ৫ অক্টোবৰত অসমৰ সাতগৰাকী বিষয়াই ভাৰত চৰকাৰলৈ চাহ বাগিচাসমূহত কাম কৰা শ্ৰমিকসকলৰ অৱস্থা সম্পৰ্কে অসমৰ মুখ্য আয়ুক্তই তলত উল্লেখ কৰা মন্তব্যটো কৰিছিল— 'On a tea garden the immigrants get the benefit of house-accommodation, water-supply, and other sanitary arrangements, and medical treatment and diet, if sick in addition to this, they are entitled to wages at the minimum rate of Rs 5 per man and Rs 4 per women, which can be earned by the performance of tasks which from all the available evidence, official and non-official appear to be moderate and reasonable. A family consisting of a man, a woman, and a working child can without difficulty earn Rs. 10 per month between them, if healthy and industrious, they can in many gardens, for eight or nine months of the year earn Rs 20 incomes beyond the reach of the labouring classes in the recruiting districts. The ordinary garden coolie is sure of getting a sufficiency of food and yet being able to save. He can before the expiry of the first term of his contract, embark upon many occupations in addition to his garden labour, which add to his income and enable him to increase his savings. Within a few years of the expiry of his first term of contract he may if hard working and thrifty have saved enough to be in a position to give up tea garden work altogether. If he wishes to settle down to cultivation, there is abundance of land to be had for the trouble of clearing the jungle, which under recent orders he can obtain rent-free for three years, and there are numerous non-agricultural occupations in which natives of the province do not to any considerable extent

engage to which the immigrant can settle [illegible] and from which he can earn a livelihood with little fear of over-competitio[illegible]

১৮৯১ চনত ভাৰতবৰ্ষৰ ছেক্ৰেটাৰী অৱ্ ষ্টেট [illegible]ভাউন্ট ক্ৰছলৈ দিয়া এখন পত্ৰত লেফডাউনকে আদি কৰি পাঁচগৰাকী বিষয়াই অনুপ্ৰৱেশ আইন সংশোধনক কেন্দ্ৰ কৰি প্ৰদান কৰা পৰা [illegible] উল্লেখ কৰিছিল যে ১৮৮২ চনত প্ৰণয়ন কৰা লেবাৰ এণ্ড ইমিগ্ৰেচন আইনখনৰ আগেয়ে চাহ বাগিচাৰ বনুৱাসকলৰ প্ৰতি মাইলত মৃত্যুৰ হাৰ এনেধৰণৰ আছিল— ১৮৭৬ চনত ৫১.১ শতাংশ, ১৮৭৭ চনত ৫০.৯ শতাংশ, ১৮৭৮ চনত ৬৬.১ শতাংশ, ১৮৭৯ চনত ৫০.৯ শতাংশ, ১৮৮০ চনত ৩৫.২ শতাংশ, ১৮৮১ চনত ৩১.৭ শতাংশ। গড় হিচাপে ৪৭.৬ শতাংশ। আৰু ১৮৮২ চনত আইনখন প্ৰণয়ন কৰাৰ পাছত অৰ্থাৎ ১৮৮২ চনত ৩৭.৮ শতাংশ, ১৮৮৩ চনত ৪১.৩ শতাংশ, ১৮৮৪ চনত ৪৩.২ শতাংশ, ১৮৮৫ চনত ৩৬.৮ শতাংশ, ১৮৮৬ চনত ৩৯.৮ শতাংশ, ১৮৮৭ চনত ৩৬.২ শতাংশ, ১৮৮৮ চনত ৩৯.৮ শতাংশ, ১৮৮৯ চনত ৪১.৮, ১৮৯০ চনত ৩৪.৩ শতাংশ। গড় হিচাপে প্ৰতি মাইলত ৩৯ শতাংশ লোকৰ মৃত্যু হৈছিল। আনহাতে ১৮৯১ চনত ৩৬.৮ শতাংশ, ১৮৯২ চনত ৪১.৯ শতাংশ, ১৮৯৩ চনত ৩৩.২ শতাংশ, ১৮৯৪ চনত ৩১.৯ শতাংশ আৰু ১৮৯৫ চনত ৩৩.৬ শতাংশ আছিল। মৃত্যুৰ সংখ্যা বৃদ্ধিৰ কাৰণ হিচাপে উল্লেখ কৰা হৈছিল এনেদৰে— 'Experience has shown beyond a doubt that the garden mortality rises and falls pari passu with importation, and the returns are swelled beyond those of the general population by the deaths of new and unacclimatized coolies. প্ৰতিবেদনত উল্লেখ কৰা মতে — At the same time we observe with great regret that the mortality among new immigrants during the first year or two of their acclimatization in Assam is still lamentably high. This is partly due to the greater prevalence of cholera and beri-beri among them, but chiefly to the change of climate, food, water and conditions of life undergone by the immigrant, coupled with the fact that many of the importations in late years have consisted of coolies, imported chiefly through contractors, physically unfit to stand the climate and work.'

কিন্তু এই অৱস্থাৰ মাজতো চাহ শ্ৰমিকসকলৰ ক্ষেত্ৰত কঠোৰ আইনৰ পৰিবৰ্তে এক নমনীয় আইন প্ৰণয়নৰ বাবে বিভিন্ন মহলে দাবী উত্থাপন কৰিছিল। আনকি লণ্ডনৰ পৰা প্ৰকাশিত 'টাইমছ' আৰু 'ইণ্ডিয়ান ছাৰ্চমেন' কাকততো এই সম্পৰ্কে চৰকাৰক সমালোচনা কৰি বিতৰ্ক আৰম্ভ হৈছিল, যাৰ ফলত নতুন আইন এখনৰ প্ৰয়োজনীয়তাৰ দাবী উত্থাপন হোৱাত ১৯০১ চনত এখন আইন প্ৰণয়ন কৰা হয়। ছাৰ জন এডগাৰে লিখা ১৮৬৩ চনৰ টোকাত উল্লেখ কৰা হৈছিল যে অসমলৈ শ্ৰমিক হিচাপে অহা ৯০ হাজাৰ ভগনীয়াৰ ভিতৰত যাত্ৰাত মৃত্যু হৈছিল পাঁচ হাজাৰজনৰ। ১৮৬৫-৬৬ চনত গড় হিচাপে ৪০ হাজাৰ লোকৰ ভিতৰত ৯,১৪৭জনৰ মৃত্যু হৈছিল আৰু ৩,১৮৭জন পলাই গৈছিল। ১৮৮১ চনৰ লোকপিয়ল মতে অসমৰ চাহ বাগিচাত শ্ৰমিক আছিল মাত্ৰ ৪৫ হাজাৰজন। কিন্তু ক্ৰমাগতভাৱে ১৮৮১ চনত ১,৯০,০০০জনলৈ বৃদ্ধি হৈছিল। ১৮৯১ চনত চাৰি লাখলৈ, ১৯০১ চনত ছয় লাখলৈ ইয়াৰ সংখ্যা বৃদ্ধি পাইছিল। ১৮৭২ চনত এজনো প্ৰাক্তন চাহ বনুৱা নথকা অসমত ১৯০১ চনত তিনি লাখ পাইছিলগৈ।

১৮৫৯ চনত চাহ শ্ৰমিকসকলক লৈ কোনো আইন প্ৰণয়ন নহ'লেও সেই সময়ত চাহ বাগিচাত কাম কৰিবলৈ অস্বীকাৰ কৰা শ্ৰমিকসকলৰ ওপৰত ব্যৱস্থা গ্ৰহণ কৰা হৈছিল ভাৰতীয় দণ্ডবিধি আইনৰ ৪৯২ ধাৰা অনুসাৰে। ১৮৯৭ চনত ৬,৪৩২জনে চাহ বাগিচা এৰি গুচি গৈছিল। ইয়াৰে ৬৯৭জনক গ্ৰেপ্তাৰ কৰা হৈছিল। ঠিক তেনেদৰে ১৮৯৮ চনত ৫,৩০৩জনে চাহ বাগিচা এৰি গুচি গৈছিল। ইয়াৰে

৩৭০জনক গ্রেপ্তাৰ কৰা হৈছিল। ১৮৯৯ চনত ৪,০১০জনে চাহ বাগিচা এৰি গুচি গৈছিল। ইয়াৰে ৪০৫জনক গ্রেপ্তাৰ কৰা হৈছিল। ১৯০০ চনত ৩,৯৪৯জনে চাহ বাগিচা এৰি গুচি গৈছিল। ইয়াৰে ৩৬২জনক গ্রেপ্তাৰ কৰা হৈছিল। ১৯০১ চনত ৪,০৩০জনে চাহ বাগিচা এৰি গুচি গৈছিল। ইয়াৰে ৩০২জনক গ্রেপ্তাৰ কৰা হৈছিল।

প্ৰথম বিশ্বযুদ্ধৰ পাছত অৰ্থাৎ ১৯২০ চনত বিশ্বৰ অৰ্থনৈতিক মন্দাৱস্থাৰ আগলৈকে অসমৰ চাহখেতিৰ ৰমকজমক অৱস্থাই ভাৰতৰ অৰ্থনৈতিক ব্যৱস্থা শক্তিশালী কৰি গঢ়ি তুলিছিল আৰু বিদেশী মুদ্ৰা অৰ্জন কৰাৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। বিশ্বৰ বহু দেশৰ বজাৰ অসমৰ চাহে দখল কৰিবলৈ সক্ষম হৈছিল। কিন্তু আজিলৈকো চাহ বাগিচাৰ শ্ৰমিকসকলৰ অৰ্থনৈতিক অৱস্থাৰ কোনো পৰিৱৰ্তন নোহোৱাটোহে আশ্চৰ্যকৰ কথা। ইয়াৰ মূল কাৰণ হৈছে চাহ বাগিচাৰ মালিকসকলৰ অবিৰত শোষণ আৰু বঞ্চনা।

# অৰ্থনৈতিক অৱস্থা

জন মেককোচে তেওঁৰ গ্ৰন্থত ১৮০৯ চনত বংগ আৰু অসমৰ মাজত ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰত হোৱা লেনদেনৰ বিষয়ে উল্লেখ কৰিছিল। উক্ত গ্ৰন্থত উল্লেখ কৰা অনুসৰি নিমখ, ঘিঁ, চেনি আদিকে ধৰি ১৯বিধ সামগ্ৰী প্ৰদেশখনলৈ আমদানি কৰা হৈছিল। ইয়াৰ ভিতৰত নিমখ আমদানি কৰা হৈছিল ৩৫ হাজাৰ মোন, দাম আছিল ১,৯২,৫০০ টকা। আমদানিকৃত সৰ্বমুঠ সামগ্ৰীৰ বাবে ধনৰ পৰিমাণ আছিল ২,২৮,৩০০ টকা। অসমৰ পৰা ৰপ্তানি হৈছিল ১৩বিধ সামগ্ৰী। ইয়াৰ ভিতৰত মুগা, ছিল্ক, কপাহ, হাতী দাঁত, সৰিয়হ বীজ ইত্যাদি প্ৰধান আছিল। এই সামগ্ৰীৰ মূল্য আছিল ১,৩০,৯০০ টকা। ১৮৩২ চনৰ ২৬ ডিচেম্বৰৰ পৰা ১৮৩৫ চনৰ ১২ এপ্ৰিললৈকে হাদিৰাচকীত ৰখা হিচাপ অনুযায়ী ২৬ ডিচেম্বৰ, ১৮৩২ পৰা ৩০ এপ্ৰিল, ১৮৮২লৈকে ৰপ্তানি হোৱা সামগ্ৰীৰ মূল্য আছিল ১,৪৬,৭৭১ টকা ১৩ অনা ১১ পইচা। ১৮৩৩ চনৰ পহিলা মে'ৰ পৰা ১৮৩৪ চনৰ ৩০ এপ্ৰিললৈকে ৰপ্তানিকৃত সামগ্ৰীৰ মূল্য আছিল ২,৪৯,৩৬৬ টকা ১২ অনা আঠ পইচা। ১৮৩৫ চনৰ পহিলা মে'ৰ পৰা ১২ এপ্ৰিল, ১৮৪৫লৈকে ৩,০৪,১৮৬ টকা, ছয় অনা দহ পইচা। ১৮৭৭-৭৮ চনত বাণিজ্যিক প্ৰতিবেদন মতে, অসম আৰু ওচৰ-চুবুৰীয়া ভূটান, নাগা, মিচিমি, টিৰাপ, লুচাই পাহাৰ আৰু মণিপুৰৰ লগত বৈদেশিক বাণিজ্য চলিছিল। এই সময়ছোৱাত আমদানিকৃত বস্তুৰ মূল্য আছিল ৭,৩৪,২৪৬ টকা আৰু ৰপ্তানিকৃত বস্তুৰ মুঠ মূল্য আছিল ২,৪৭,৯৫০ টকা। উক্ত সময়ছোৱাত অসমলৈ আমদানি কৰা হৈছিল ১,৮৭৮ মোন নিমখ। ইয়াৰ ভিতৰত ১,৭৩৮ মোন নিমখ আহিছিল ভূটানৰ পৰা। ১৮৭৬-৭৭ চনত নিমখ আমদানি কৰা হৈছিল ৩,৭৯৩ মোন।

অসম প্ৰশাসনিক প্ৰতিবেদন ১৮৮০-৮১ মতে, ১৮৭৯-৮০ চনত, ১৮৮০-৮১ চনত ভূটান, টাৱাং, ডফলা পাহাৰ, আবৰ, মিচিমি, খামটি, নগা পাহাৰ টিৰাপ লুচাই পাহাৰ, মণিপুৰ— এইকেইখন ঠাইৰ পৰা আমদানিকৃত সামগ্ৰীৰ মূল্য ৫,০৩,৫৮৪ টকা আৰু ৫,৫২,৩৩৭ টকা। ঠিকে তেনেদৰে এই সময়ছোৱাত মূল্য আছিল ১,৭৩,১২৪ টকা আৰু ২,৮৪,০৪৮ টকা। আমদানিকৃত সামগ্ৰীৰ ভিতৰত আছিল কাঠ, বাঁহ, গৰম কাপোৰ, ঘোঁৰা, গাধ, সোণ, হাতীৰ দাঁত, নিমখ। ৰপ্তানিকৃত সামগ্ৰীৰ ভিতৰত আছিল তামোল-পাণ, আফিং, ছিল্ক ইত্যাদি।

১৮৬৭-৭৭ চনত বংগৰ পৰা অসমলৈ আমদানিকৃত সামগ্ৰীৰ মূল্য আছিল ১,২২,৯৯,৪৫৬ টকা, ১৮৭৭ চনত ১,৫০,৪২,২৫৫ টকা, ১৮৮০-৮১ চনত ১,৬৮,৬৫,৩৭৬ টকা। ঠিক তেনেদৰে ৰপ্তানিকৃত সামগ্ৰীৰ মূল্য আছিল ৩,৬২,১৭,৮৭৮ টকা, ৩,৯৪,৫৩,৮৪৩ টকা, ৩,৫৮,৫২,৯৭৫ টকা।

১৯০৬-০৭ চনত অসমত চাউলৰ দাম আছিল প্ৰতি মোনত চাৰি টকা ১৫ অনা, ১৯০৭-০৮ চনত ৫ টকা আঠ অনা, ১৯০৮-০৯ চনত ৪ টকা ১২ অনা। ঠিক তেনেদৰে মৰাপাটত যথাক্ৰমে ৬ টকা ৩ অনা, ৬ টকা ৯ অনা, ৫ টকা ৫ অনা। সৰিয়হৰ দাম আছিল ৫ টকা ১১ অনা, ৬ টকা ৩ অনা, ৫ টকা ১৩ অনা। গুড়ৰ দাম আছিল ৬ টকা চাৰি অনা, ৫ টকা ৯ অনা, ৫ টকা ৯ অনা।

চাহৰ দাম আছিল ২৯ টকা, ৩৪ টকা আৰু ৩২ টকা।

১৯০৮-০৯ চনৰ বাণিজ্যিক প্ৰতিবেদন মতে, ৰে'ল আৰু নদীৰে পূৰ্ববংগ আৰু অসমলৈ আমদানিকৃত সামগ্ৰী ১৯০৬-০৭ চনত আছিল ২৮,৬৪,৯৯৬ মোন। ইয়াৰ মূল্য আছিল ১৮,৬৬,১৩,৯৭৪ টকা। ৰপ্তানিকৃত সামগ্ৰীৰ পৰিমাণ আছিল ৩১,৫২,৮,৫৯৭ মোন। মূল্য আছিল ৩০,৯৩,২৯,৪১১ টকা। ঠিক তেনেদৰে ১৯০৭-০৮ চনত ২৬,৯৩৭,০৩৭ মোন, মূল্য আছিল ১৯,৬৫,৯৬,৯৫৯ টকা। ৰপ্তানিকৃত সামগ্ৰী আছিল ৩৩,৫৫৭,৯৮৮ মোন, মূল্য আছিল ২৭,২৯,২৬,২৯৫ টকা।

১৯০৮-০৯ চনত আমদানিকৃত সামগ্ৰী ২৫,৮২২,৮৩৮ মোন, মূল্য আছিল ১৮,১১,৮২,৬২৭ টকা। ৰপ্তানিকৃত সামগ্ৰী আছিল ৩৯,৫৩০,৯৫৬ মোন, মূল্য আছিল ২৯,৩৫,৬৬,৩৯৪ টকা।

এই সময়ছোৱাত ইউৰোপৰ পৰা অহা সামগ্ৰীৰ মূল্য প্ৰায় ৬৪.৪ লাখ হ্ৰাস পাইছিল। আনহাতে ভাৰতীয় সামগ্ৰীৰ মূল্য বৃদ্ধি পাইছিল ২১.৯ লাখ টকা। ৰে'ল আৰু নদীৰে অনা চাউল ১,৭১২,০২৪ মোনৰ বিপৰীতে ১৯০৭-০৮ চনত ৩৮,৭১,৪৬৮ মোনলৈ বৃদ্ধি পাইছিল। আনহাতে চিটাগং বন্দৰেদি আমদানি কৰা চাউল ২২,৩৫,১২৩ মোনৰ সৈতে মুঠ আমদানিকৃত চাউলৰ পৰিমাণ ১৯০৮-০৯ চনত ৭৩,২৩,৯২৩ মোন হৈছিলগৈ। আমদানিকৃত চেনিৰ পৰিমাণ হ্ৰাস পাইছিল ২.৭ লাখ মোনলৈ, সৰিয়হৰ তেল ৫,০২৪৬৭ মোনলৈ বৃদ্ধি পাইছিল। লো আৰু তীখাৰ মূল্য হ্ৰাস পাইছিল ১৯৮.২ লাখ টকালৈ। পূৰ্বৰ ১৭,৬০,০৮২ মোনৰ পৰিৱৰ্তে ১৯০৭-০৮ চনত ১৪,৫৬,৮৮৩ মোন কেৰাচিন তেল আমদানি কৰা হৈছিল। আনহাতে, ৰপ্তানিকৃত সামগ্ৰীৰ পৰিমাণ বৃদ্ধি পাইছিল ১৭.৮ শতাংশ। ঠিক তেনেদৰে পূৰ্বতকৈ ইয়াৰ মূল্য বৃদ্ধি পাইছিল ৭.৫ শতাংশ।

১৯০৭ চনৰ পৰা ১৯১২ চনলৈকে পূৰ্ববংগ আৰু অসমলৈ চিটাগং বন্দৰৰ জৰিয়তে আমদানি আৰু ৰপ্তানিকৃত সামগ্ৰীৰ মূল্য আছিল এনেধৰণৰ—১৯০৭-০৮ চনত আমদানিকৃত সামগ্ৰীৰ মূল্য আছিল ৫৩,৫৬,৬৩৩ টকা, ১৯০৮-০৯ চনত ৬১,৩৩,৯৯৪ টকা। ১৯০৯-১০ চনত ৬০,০৩,২০৬ টকা। ১৯১০-১১ চনত ৫৬,২৬,৯৪০ টকা। ১৯১১-১২ চনত ৬৬,০৪,৭৭৮ টকা। ঠিক তেনেদৰে ৰপ্তানিকৃত সামগ্ৰীৰ মূল্য আছিল ৩,৭৯,৪৭,০২২ টকা, ৪,৭৩,০৭,৭৬৪ টকা, ৪,৩৪,৪৩,৭৫৫ টকা, ৪,৪৯,৮৩,৮৬৯ টকা আৰু ৫,৮৪,২১,৫৮৩ টকা। এই তথ্য প্ৰকাশ পাইছিল ১৯১১-১২ চনৰ ভাৰতীয় বন্দৰৰ যোগেৰে বিদেশৰ লগত হোৱা ব্যৱসায়-বাণিজ্য সংক্ৰান্তীয় প্ৰতিবেদনত।

১৮৯৭-৯৮ চনত বাজেটত প্ৰাদেশিক ৰাজহ ধাৰ্য কৰা হৈছিল ৬৭,০০,০০০ টকা। সংশোধিত বাজেটত ইয়াৰ পৰিমাণ হৈছিল ৭২,১৭,০০০ টকা। খৰচৰ শিতানত ধাৰ্য কৰা হৈছিল ৬৮,৩৪,০০০ টকা। সংশোধিত খৰচৰ শিতানত ধাৰ্য কৰা হৈছিল ৭৫,৮৮,০০০ টকা। ১৮৯৮-৯৯ চনৰ বাজেটত প্ৰাদেশিক ৰাজহ ধাৰ্য কৰা হৈছিল ৭৮,৫৪,০০০ টকা। সংশোধিত বাজেটত ইয়াৰ পৰিমাণ হৈছিল ৮৮,৭৭,০০০ টকা। খৰচৰ শিতানত ধাৰ্য কৰা হৈছিল ৮০,৭৭,০০০ টকা। সংশোধিত খৰচৰ শিতানত ধাৰ্য কৰা হৈছিল ৮১,১৭,০০০ টকা। ১৮৯৯-১৯০০ চনৰ বাজেটত প্ৰাদেশিক ৰাজহ ধাৰ্য কৰা হৈছিল ৭১,১০,০০০ টকা। সংশোধিত বাজেটত ইয়াৰ পৰিমাণ হৈছিলগৈ ৭১,৬১,০০০ টকা। খৰচৰ শিতানত ধাৰ্য কৰা হৈছিল ৮১,০৮,০০০ টকা। সংশোধিত খৰচৰ শিতানত ধাৰ্য কৰা হৈছিল ৭৮,৩৬,০০০ টকা। ১৯০০-০১ চনৰ বাজেটত প্ৰাদেশিক ৰাজহ ধাৰ্য কৰা হৈছিল ৭২,৬৭,০০০ টকা। সংশোধিত বাজেটত ইয়াৰ পৰিমাণ হৈছিলগৈ ৭০,৯৮,০০০ টকা। খৰচৰ শিতানত ধাৰ্য কৰা হৈছিল ৭৪,১৭,০০০ টকা। সংশোধিত খৰচৰ শিতানত ধাৰ্য কৰা হৈছিল ৭২,৮৬,০০০ টকা।

১৯০১-০২ চনত বাজেটত প্ৰাদেশিক ৰাজহ ধাৰ্য কৰা হৈছিল ৭৪,৭৪,০০০ টকা। সংশোধিত বাজেটত ইয়াৰ পৰিমাণ হৈছিল ৭২,৮৭,০০০ টকা। খৰচৰ শিতানত ধাৰ্য কৰা হৈছিল ৭২,৮৭,০০০ টকা। সংশোধিত খৰচৰ শিতানত ধাৰ্য কৰা হৈছিল ৭২,০৯,০০০ টকা। ১৯০২-০৩ চনত বাজেটত

প্ৰাদেশিক ৰাজহ ধাৰ্য কৰা হৈছিল ৭৮,৩৭,০০০ টকা। সংশোধিত বাজেটত ইয়াৰ পৰিমাণ হৈছিল ৮৩,৬১,০০০ টকা। খৰচৰ শিতানত ধাৰ্য কৰা হৈছিল ৭৮,৫৮,০০০ টকা। সংশোধিত খৰচৰ শিতানত ধাৰ্য কৰা হৈছিল ৭৩,৮১,০০০ টকা। ১৯০৩ ০৪ চনত বাজেটত প্ৰাদেশিক ৰাজহ ধাৰ্য কৰা হৈছিল ৭৪,৮৬,০০০ টকা। সংশোধিত বাজেটত ইয়াৰ পৰিমাণ হৈছিল ৯৫,৩৬,০০০ টকা। খৰচৰ শিতানত ধাৰ্য কৰা হৈছিল ৮৩,০২,০০০ টকা। সংশোধিত খৰচৰ শিতানত ধাৰ্য কৰা হৈছিল ৮২,০৯,০০০ টকা।

১৮৯৭ চনৰ ১২ জুনত হোৱা ভয়াবহ ভূমিকম্পই অসমত বিস্তৰ এলেকা, বিশেষকৈ নামনি অসমত বিস্তৰ ক্ষতি কৰিছিল। এই সংক্ৰান্তীয় তদন্তৰ প্ৰতিবেদনত প্ৰকাশিত তথ্য অনুসৰি বহুকেইখন চাহ বাগিচা, চৰকাৰী আবাস থানা আদিৰ ক্ষতি হোৱাৰ উপৰি বৰপেটা মহকুমাত ৪৪,৮৬০ বিঘা মাটিৰ আহু ধান নষ্ট হৈছিল। বাওধান নষ্ট হৈছিল ৪,৩৬৪ বিঘা মাটিৰ। গুৱাহাটী মহকুমাত আহু ধান নষ্ট হৈছিল ৯৫,৪৮০ বিঘা মাটিৰ। ঠিক তেনেদৰে বাওধান নষ্ট হৈছিল ৫৩,৬,৭৯০ বিঘা মাটিৰ। মিঃ বি এইচ লীয়ে প্ৰকাশ কৰা প্ৰতিবেদন মতে নগাঁও জিলাতো ক্ষতি হৈছিল যদিও এই ক্ষতিৰ পৰিমাণ কামৰূপতকৈ কম আছিল। নগাঁও জিলাত ভূমিকম্পৰ পৰৱৰ্তী সময়ছোৱাত হোৱা দুটাকৈ বানপানীৰ ফলত ইয়াৰ পাছত হোৱা খৰাং বতৰৰ বাবে ১৮৯৫ ৯৬ চনত প্ৰচুৰ ক্ষতি হৈছিল। তদুপৰি নগাঁও জিলাত সেই সময়ত কলাজ্বৰেও ভয়াবহ ৰূপ লৈছিল। সামগ্ৰিকভাৱে ১৮৯৭ চনৰ ১২ জুনত হোৱা ভূমিকম্পই বেছিকৈ ক্ষতি কৰিছিল কামৰূপ জিলাত।

# ১৮৮৮ চনৰ অসমৰ জনসাধাৰণৰ অৱস্থা

১৮৮৮ চনত ইংৰাজ চৰকাৰে অসমৰ মানুহৰ সামাজিক, আৰ্থিক অৱস্থা সন্দৰ্ভত এখন প্ৰতিবেদন প্ৰস্তুত কৰিছিল। এই প্ৰতিবেদনত অসমৰ সমাজ জীৱনৰ বিভিন্ন দিশ আলোকপাত কৰা হৈছিল তদানীন্তন অৱস্থাৰ পৰিপ্ৰেক্ষিতত। প্ৰতিবেদনখনত অসমীয়া জনসাধাৰণ আৰু অসমৰ অৱস্থা সম্পৰ্কে দীৰ্ঘদিন অসমত কাৰ্যনিৰ্বাহ কৰা এ চি কেম্পবেল আৰু ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাৰ লগতে বিভিন্ন জিলাৰ বিষয়াসকলে তেওঁলোকৰ জিলাৰ সামগ্ৰিক অৱস্থা সম্পৰ্কে উল্লেখ কৰিছিল। প্ৰতিবেদনখন প্ৰস্তুত কৰোঁতে প্ৰথমাৱস্থাত আঠটা প্ৰশ্ন প্ৰস্তুত কৰি সেই সন্দৰ্ভত উত্তৰ বিচৰা হৈছিল। পাছলৈ আৰু দুটা প্ৰশ্ন সংযোজন কৰা হৈছিল। এই প্ৰশ্ন সন্দৰ্ভত বিভিন্ন জিলাৰ বিষয়াসকলৰ পৰা প্ৰতিবেদন বিচৰা হৈছিল আৰু এই প্ৰতিবেদনৰ ভিত্তিত অসমৰ সেই সময়ৰ অৰ্থনৈতিক আৰু সামাজিক অৱস্থাৰ বিৱৰণী এখন প্ৰস্তুত কৰা হৈছিল।

প্ৰশ্নকেইটা আছিল—

1. What grains form the staple food of the people? When are they sown and harvested, and what are the critical times at which rain is essential to each of them, or at which a failure or excessive fall of rain may be mischievous or ruinous?

2. What proportion of cultivated land, and what class of crops is manured yearly, and what is the average weight of manure given to the acre (1) in land constantly manured, (2) in land occasionaly manured? If there is any customary rotation of crops and fallows, state it.

3. What is the ordinary economic condition of the portion of the agricultural population directly engaged in the cultivation of the land and possessing any proprietary or occupancy interest in the land? Illustrate your reply by giving the actual facts as to a few typical instances of such persons taken from four or five different villages in several portions of your district. State, with regard to each, what area of land he holds for tillage or grazing, what his family consists of, what amount of food grain and what value of other produce he raises on an average off his land in a year, what rent or revenue or cesses he pays for his land, what expenses he incurs in hired labour (other than his own labour and that of his family), what amount he spends in a year in purchases of necessaries, which he cannot produce on his land, what kind of house he lives in, how many rooms it posseses, and how many outhouses, what quantity of cattle or other live stock he possesses, what other property, and what stock of grain,

How does he dispose of any surplus income, whether by hoarding or lending money, or investing it in ornaments, or spending it on marriage ceremonies, or otherwise? What are his debts, and to what are they commonly due? State what proportion of the agriculturists of your district you believe to be in debt, and what proportion their average indebtedness bears to their average yearly income. Endeavour to obtain the opinions on these points of well-informed and trustworthy native residents of different sub-divisions, and in submitting such opinions, explain the position of your informants, and the probable means at their command of forming correct conclusions.

4. Describe the tenures of land (proprietary and occupancy) which are most common, and as nearly as you can the area of cultivated land held by each kind of tenure. How far does the character of the tenure appear to affect the economic condition of the person holding it? Are there any conditions of tenure (such for instance, as unrestricted freedom of transfer) which might be changed with advantage to the holder and without injury to other parties?

5. Are the holders of the above tenures in the habit of carrying out material improvements, such as digging wells or channels, necessary in order to use the water in a canal? Are their actions in this respect affected most by the security or insecurity of their tenure, or by their wealth or poverty? Or are there any other reasons which hinder such investments of their labour and capital? What have been the effects of recent Land Improvement Acts? Have they tended to enlarge or narrow the making of advances by Government? Does the condition of the country render it desirable that the operation of these Acts should be facilitated, or their scope enlarged, and are there any apparent difficulties in the way of doing this that could be removed? Is the demand for interest on Government advances obstructive or prohibitory?

6. What is the average price of land per acre? What amount of land on an average is sold every year for arrears of revenue and for decrees of court? What quantity of land has been transferred in your district to non-agricultrural and non-resident landlords?

7. What are the wages usually paid to hired field labourers? Are they paid in kind or money? Give the rates as far as you can for the chief kinds of labour in ordinary years. Is the hired labourer usually able to subsist with fair ease on the grain or other payments he receives at harvest and other periods during the intervals between such payments, or is he frequently forced to borrow and forestall future payments?

8. What is the state of your district as to the activity of commerce? Has it an energetic and enterprising trading class? Do any of the districts subsist mainly on their own resources, and export and import little? Or is there an active and constant ebb and flow of trade?

9. What incidental and collateral sources of income do the people possess, which are not taken into account in assessing revenue, e.g., milk and ghi, breeding of livestock, fowls, silk-worms, &c., weaving of cloths for domestic use, and the like?

10. What facilities have they for adding to their income by labour, either

নিষ্কিখেৰাজ ভূমি ব্যৱস্থা ব্ৰহ্মপুত্ৰ উপত্যকাৰ জিলাকেইখনত আছে। আনহাতে কাছাৰ জিলাত খাজনাৰ সম্পূৰ্ণ ৰেহাই আৰু মিৰাজদাৰী (Mirasdari) ভূমি ব্যৱস্থা আছে। ব্ৰহ্মপুত্ৰ উপত্যকাত এই ভূমিৰ পৰিমাণ হ'ল ৬,১১,২০৬ একৰ। আনহাতে কাছাৰত ৪,৩১,২০৩ একৰ। ইয়াৰ পৰা প্ৰমাণ হয় ভূমি বন্দবস্তি দিয়া কাছাৰৰ ৭৫ শতাংশ আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ ২৫ শতাংশ এলেকাৰ মাটিৰ মালিকসকলে পূৰ্ববংগ, ছিলেট আৰু গোৱালপাৰাৰ স্থায়ী বন্দবস্তিপ্ৰাপ্ত ভূ-স্বামীসকলৰ দৰে দখল কৰি আহিছে। ক্ৰমান্বয়ে ৰায়তী ব্যৱস্থাও এইবোৰ অঞ্চলত আৰম্ভ হৈছে। এই অধিকাৰ প্ৰায় এক শতিকাবো অধিককাল অব্যাহত আছে যদিও তেওঁলোকৰ স্বত্ব সম্পৰ্কে আইনগত কোনো ব্যৱস্থা কৰা হোৱা নাই। ছিলেট আৰু গোৱালপাৰা স্থায়ী বন্দবস্তিৰ ব্যৱস্থা থকা অসমৰ জিলা। ১৮৬৯ চনৰ আইন আজিও প্ৰযোজ্য হৈ আছে যদিও বাস্তৱত এই আইন পুৰণি হোৱা হেতুকে নতুন পৰিস্থিতিত ই অপ্ৰাসংগিক হৈ পৰিছে। ইয়াত ভূমি স্বত্বৰ নথিৰ উপৰি ভূমি দখলৰ অংশীদাৰসকলৰ যুটীয়া দখলদাৰী স্বত্বৰ ক্ষেত্ৰত এজন কৰ্তা নিযুক্তিৰ ব্যৱস্থাও নাই। ইয়াৰ ফলত জিলা প্ৰশাসনে দখল সংক্ৰান্তীয় বিবাদতে প্ৰায় ব্যস্ত থাকিব লগীয়া হৈছে। গোৱালপাৰা জিলাত পূৰ্ববংগৰ জিলাসমূহৰ দৰে জমিদাৰী ব্যৱস্থা আছে। বৰ্তমান অৱস্থাত তেওঁলোকে লাভ কৰি থকা সুবিধা আৰু অধিকাৰসমূহ এই আইনত কিয় অন্তৰ্ভুক্ত কৰা হোৱা নাই সেইটো মই বুজা নাই। তদুপৰি গোৱালপাৰাত ৰায়তী স্বত্ব ব্যৱস্থাই আইনগত ৰূপ নোলোৱাৰ বাবে মই আশ্চৰ্যান্বিত হৈছো। সেয়ে এই বিলখনৰ পক্ষে আৰু বিপক্ষে ক'ব লগীয়া মতামত মই ব্যক্ত কৰিছো। মই ভাবো, বাছনি কমিটীয়ে এই সন্দৰ্ভত নিশ্চয় কিছু সংশোধনী আৰু পৰিবৰ্তন কৰিব। তেতিয়া মই মোৰ মতামত পুনৰ প্ৰকাশ কৰিম।'

১৯০৮ চনৰ ১৮ জানুৱাৰীৰ দিনা হোৱা বৈঠকত দুজন নতুন সদস্য পি জি মেলিছাছ আৰু পি চি লিয়নে সদস্য হিচাপে শপত গ্ৰহণ কৰিছিল। দুয়োজন আছিল ইংৰাজ বিষয়া। এই বৈঠকত দুলাল চন্দ্ৰ দেৱে শিক্ষা সংক্ৰান্তীয় প্ৰস্তাব উত্থাপন কৰিছিল। সভাত পূৰ্ববংগ, অসম ৰায়তী সংশোধনী বিল ১৯০৭, বাছনি কমিটীলৈ পঠিওৱাৰ বাবে উত্থাপন কৰা হৈছিল আৰু সকলো সদস্যৰ সন্মতিক্ৰমে এই প্ৰস্তাব গৃহীত হৈছিল। সিদিনাৰ সভাতেই পি চি লিয়নে সদনক জনাইছিল যে বিত্তীয় সচিবগৰাকীয়ে ফেব্ৰুৱাৰী মাহৰ কোনোবা এটা দিনত অনানুষ্ঠানিকভাবে ১৯০৮-০৯ চনৰ বাজেট সন্দৰ্ভত সদস্যসকলৰ লগত আলোচনা কৰিব আৰু ব্যৱস্থাপক সভা অনুষ্ঠিত হোৱাৰ আগেয়ে এল জে কেৰখ্বই প্ৰস্তাৱিত বাজেট সংক্ৰান্তীয় আৱশ্যকীয় তথ্য আদি বিতৰণ কৰিব। ইয়াৰ পৰৱৰ্তী বৈঠক অনুষ্ঠিত হৈছিল ১৯০৮ চনৰ ২৫ মাৰ্চত। এই বৈঠকত ১৯০৮-০৯ চনৰ বিত্তীয় প্ৰতিবেদন দাখিল কৰা হৈছিল। প্ৰতিবেদন দাখিল কৰিছিল এল জে কেৰখ্বই।

১৯০৮ চনত ৬ এপ্ৰিল অনুষ্ঠিত বৈঠকত মহাৰাজা গিৰিজা নাথ ৰয়ে অসম উপত্যকাৰ পৰা আদায় হোৱা ১৯০৬-০৭, ১৯০৭-০৮ আৰু ১৯০৮-০৯ বিত্তীয় বৰ্ষৰ ৰাজহৰ হিচাপ এই প্ৰদেশত সংযোজিত নতুন জিলাসমূহৰ পৰা পৃথকে দেখুৱাব লাগে বুলি কৰা প্ৰশ্নৰ উত্তৰত বিত্ত বিভাগৰ দায়িত্বত থকা এল জে কেৰখ্বই জনাইছিল যে লেফটেনেণ্ট গৱৰ্ণৰে এনে অনুৰোধ গ্ৰহণ কৰিব খোজা নাই। সিদিনাৰ বৈঠকত গিৰিজা নাথ ৰয়, মৌলবী ছৈয়দ নবাব আলী চৌধুৰী, ৰায়বাহাদুৰ সীতানাথ ৰয় আদিয়ে পূৰ্ববংগৰ বিভিন্ন সমস্যা বিশেষকৈ সমবায় সমিতি, গ্ৰামাঞ্চলত উপ-পঞ্জীয়ক নিয়োগ, যোগাযোগৰ ব্যৱস্থা আদি বিষয়ক সামৰি কেবাটাও প্ৰশ্ন উত্থাপন কৰিছিল। সেইদিনাই 'পূৰ্ববংগ আৰু অসম ৰায়তী সংশোধনী বিল ১৯০৭' বাছনী কমিটীৰ প্ৰতিবেদনসহ মিঃ ছেভেজে উত্থাপন কৰিছিল। ইয়াৰ পাছত এই বিল সন্দৰ্ভত গিৰিজা নাথ ৰয়, ৰায় বাহাদুৰ সীতানাথ ৰয় আদিয়ে অনা কেইবাটাও সংশোধনী আলোচনাৰ অন্তত নাকচ হয় আৰু বিলখন আইনলৈ ৰূপান্তৰ কৰা হয়। বিলখনৰ আলোচনা কালত সকলো সদস্যই জমিদাৰ আৰু ৰায়তৰ বিভিন্ন সমস্যা, অসুবিধা আদি চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

১৯০৮ চনৰ ৭ এপ্ৰিলৰ দিনা অনুষ্ঠিত বৈঠকত ১৯০৮-০৯ চনৰ দ্বিতীয় বিবৰণী সম্পৰ্কত মিঃ উডে ভাষণ দি অসমত ৰে'ল সেৱা ব্যৱস্থা প্ৰৱৰ্তনৰ সুবিধা-অসুবিধাসমূহ চৰকাৰক অৱগত কৰিছিল। তেওঁ ভাষণত এফ জে ই স্প্ৰিং নামৰ ভাৰত চৰকাৰৰ পৰামৰ্শদাতা(কনচাল্টিং) অভিযন্তাজনে ১৮৯৬ চনত দাঙি ধৰা পৰামৰ্শাৱলীৰ প্ৰতিও সদস্যসকলৰ দৃষ্টি আকৰ্ষণ কৰিছিল। স্প্ৰিঙে পূৰ্বেও উল্লেখ কৰা প্ৰতিবেদনখনত প্ৰদেশখনৰ যোগাযোগ ব্যৱস্থা উন্নীত কৰিবলৈ হ'লে পাতলীয়া ৰে'ল লাইন প্ৰতিষ্ঠাৰ নীতি প্ৰৱৰ্তন কৰিব লাগিব বুলি পৰামৰ্শ দিছিল। স্প্ৰিঙৰ পৰামৰ্শ আছিল এনেধৰণৰ—'The Lines on which this policy should be based, that is, by the setting aside by the local Government of a yearly sum to be employed in guaranteeing interest to the Imperial Government on a loan which would be employed in constructing a certain mileage of Feeder lines.' Wood-এ তেওঁৰ ভাষণত পুনৰ এইদৰে উল্লেখ কৰিছিল—'Mr. Robertson in his report of 1903 gives his opinion that public capital will not be attracted for Railway making in India with a less guaranteed interest than 4 percent on the original capital.' তেওঁ লগতে কৈছিল— 'It is true that in Assam where Feeder Railways will nearly always serve the tea interests and derive a large proportion of their revenue from both inward an outward traffic to tea gardens considerable support should be expected from the tea interest under a reasonable guarantee, but this will hardly be sufficient to ensure the subscription of all necessary capital the balance of which must be looked for from the public or if it be made possible from the investment of trust funds for which a better rate of interests than that obtainable by investement in Port Trust or Municipal securities is much sought after.'

মিঃ উডে পাতলীয়া ৰে'ল লাইন অসমত উপযুক্ত হ'ব বুলি উল্লেখ কৰি তলৰ চৰ্তসমূহ দাঙি ধৰিছিল—

(1) The proposed line located on the ordnance map should be divided into sections according to the density of the population and with a width of 6 miles on either side on which with the addition of township population the traffic may be calculated for the first 6 years

(2) But the population should not include tea garden labour; Tea being treated together with any mills or other special Industries and the actual figures of inward and outward traffic to tea gardens being taken with their 'lead' over the line.

The figures arrived at thereby may well be checked by statistics of traffic taken over a given period on the Roads and Rivers serving the district to be fed by the light line.

Leaving the portion of the province on the west of the Brahamaputra, that portion served by the Assam Bengal Railway naturally divides itself into two districts North and South of the Hill section which should be separately grouped for construction purposes.

তেওঁ পাহাৰীয়া খণ্ডৰ উত্তৰে ফৰকাটিঙৰ পৰা গোলাঘাট জিলালৈ ১৫ মাইল, যোৰহাট আদিৰ পৰা শিৱসাগৰ-গোলাঘাট জিলাৰ দিছাংমুখলৈ ২০ মাইল, চাপৰমুখ নতুবা কামপুৰৰ পৰা নগাঁও জিলালৈ ২০ মাইল, গুৱাহাটীৰ পৰা ডেকনাবিলৈ ২৪ মাইল আৰু পাহাৰীয়া খণ্ডৰ দক্ষিণে বদৰপুৰৰ পৰা হাইলাকান্দিলৈ ১৬ মাইল, শিলচৰৰ পৰা দুৱাৰবন্দলৈ ২২ মাইল, শিলটিকৰ পৰা লালবজাৰলৈ ২২ মাইল, কৰিমগঞ্জৰ পৰা চন্দ্ৰকছিৰা হৈ কান্দিবাজাৰ আৰু মুকুন্দাচেৰালৈ ৪৩ মাইল ৰে'ল সেৱা প্ৰৱৰ্তনৰ পৰামৰ্শ আগ বঢ়ায়। ৰে'ললাইন নিৰ্মাণৰ ক্ষেত্ৰত ঠিকাদাৰ বা উদ্যোগীসকলক সাধাৰণতে ৰে'ল বিভাগৰ

নিয়ম অনুসাৰে এইকেইটা সুবিধা দিব লাগিব। সুবিধাসমূহ হৈছে— বৰ্তমান থকা পথসমূহ মুকলিকৈ ব্যৱহাৰ, চৰকাৰী মাটি কোনোধৰণৰ ৰাজহ নিদিয়াকৈ ব্যৱহাৰ, স্লীপাৰ, দলং আৰু বিল্ডিঙৰ বাবে বিনামূলীয়াকৈ কাঠ যোগান আৰু তিনি শতাংশ পোনপটীয়া গেৰাণ্টী দিব লাগিব। উল্লিখিত প্ৰথম, দ্বিতীয় আৰু তৃতীয়টো চৰ্ত পূৰণ কৰাত অসুবিধা নাই যদিও তিনি শতাংশ গেৰাণ্টী স্থানীয় প্ৰশাসনসমূহে এই প্ৰকল্পসমূহৰ ক্ষেত্ৰত দিব পাৰিব বুলি মই নাভাবো। সেয়ে মই ফিডাৰ লাইন নিৰ্মাণৰ ক্ষেত্ৰত ব্যক্তিগত উদ্যোগীক দিয়াটো সুবিধাজনক হ'ব বুলি ভাবো। কাৰণ অসমৰ লোকেল ব'ৰ্ডসমূহৰ গেৰাণ্টী সম্পৰ্কত তেওঁলোকৰ কি ক্ষমতা আছে এই সম্পৰ্কত মই স্পষ্ট নহয়। তেজপুৰত চলি থকা পাতলীয়া ৰে'ল সেৱা কিছুক্ষেত্ৰত সফল হৈছে আৰু এই ৰে'ল সেৱাৰ পৰা ৰে'ল নিৰ্মাণৰ বাবে খৰচ হোৱা মূলধনৰ পাঁচ শতাংশকৈ আদায় দি থকা হৈছে। যোৰহাট ষ্টেট লাইন তুলনামূলকভাৱে সিমান কৃতকাৰ্য হোৱা নাই। কেইবছৰমানৰ পৰা এই লাইনৰ আয় সন্দৰ্ভত মই পৰীক্ষা কৰি চাই দেখিছো যে এই লাইনৰ পৰা হোৱা আয়ে আনকি এই লাইন নিৰ্মাণৰ ক্ষেত্ৰত হোৱা খৰচৰ ধনো উলিয়াব পৰা নাই। সেয়ে মই ভাবো, যিহেতু ৰে'লৱে লাইন সংক্ৰান্তত দিব লগা খৰচো দিয়াটো সম্ভৱ নহয়, সেয়ে এইক্ষেত্ৰত তলৰ চৰ্তসমূহ গ্ৰহণ কৰাটো মই উচিত।

(1) The line was originaly made as a feeder to the Brahamaputra river and as such should have carried a fair traffic, especially in tea and much of this would have been carried with maximum lead. In its present state however it is a feeder to both River and Railway with a curtailed and insufficient lead to both and with a loss of traffic from gardens in the immediate vicinity of the Assam-Bengal Railway.

(2) The expenses of maintenance at the river terminus are great on account of the shifting Ghat.

(3) There appears to be a want of subsidiary feeder communications to tea gardens and groups of gardens to which special facilities might be given by better roads or light tram lines for bullock traction. This is a point which requires most careful attention in considering future feeder lines.

(4) I see little use in maintaining the double connection with both Moriani and Titabar on the Assam-Bengal Railway. I can not imagine that this induces much increase of traffic while the upkeep and cost of working must be considerable .

(5) The original capital cost seems to have been very high though this does not of course affect the present proportion of 'Gross' and 'Net' earnings.

তেওঁ আৰু কৈছিল— 'মই ভাবো যে ২০ মাইল দীৰ্ঘত্বৰ পাতলীয়া ফিডাৰ লাইনৰ দ্বাৰাই বেছি লাভান্বিত হ'ব পৰা নাযাব। সেয়ে মই পৰামৰ্শ আগ বঢ়াইছো যে যিবোৰ জিলাত জনসংখ্যা বেছি, সেই অঞ্চলত কম খৰচত পাতলীয়া ৰে'ল লাইনৰ ব্যৱস্থা কৰিব লাগে। ইয়াক ট্ৰাম গাড়ীৰ দৰে ব্যৱহাৰ কৰিব পাৰি আৰু অসমত এই লাইনৰ খৰচ পকী ৰাস্তাতকৈও কম হ'ব। ইয়াৰ ফলত জনসাধাৰণ লাভান্বিত হোৱাৰ উপৰি খৰচৰ মাত্ৰাও ভালেখিনি কম হ'ব।' ইত্যাদি।

বাজেট বিতৰ্কত খাজা মহম্মদ আজগৰ, মৌলবী চৈয়দ নবাব আলী চৌধুৰী, ৰায়বাহাদুৰ সীতানাথ ৰয় আদিয়ে অংশগ্ৰহণ কৰিছিল। তেওঁলোকে অসমৰ বিভিন্ন বিভাগৰ উন্নয়ন সম্পৰ্কে কোনোধৰণৰ বক্তব্য দাঙি ধৰা নাছিল; বৰং সীতানাথ ৰয়ে অসম ফ্ৰণ্টিয়াৰ পুলিচৰ খৰচৰ বাবে ৰখা ৮,৬০,০০০ টকাৰ ব্যয় সন্দৰ্ভত প্ৰশ্নহে উত্থাপন কৰিছিল। এই ধন ৰাজকীয় ভঁৰালৰ পৰা অহাটো উচিত

আছিল বুলি তেওঁ উল্লেখ কৰিছিল । কিন্তু আৰ এইচ হেগুৱাৰ্ছনে তেওঁৰ ভাষণত উল্লেখ কৰিছিল যে যোগাযোগৰ উন্নয়নৰ বাবে ফিডাৰ লাইন ব্যৱস্থা অতিকৈ আৱশ্যক। সেয়ে তেওঁ অসমৰ সেইবোৰ জনবসতিপূৰ্ণ আৰু পিছপৰা অঞ্চলসমূহৰ উন্নয়নৰ বাবে আৱশ্যকীয় ধন যোগান ধৰাৰ ওপৰত গুৰুত্ব দিছিল। ৰে'লৱাইন নিৰ্মাণৰ ক্ষেত্ৰত অসমৰ লোকেল ব'ৰ্ডৰ সলনি প্ৰাদেশিক ফাণ্ড দ্বাৰা আৱশ্যকীয় ধনৰ গেৰাণ্টী দিব লাগে বুলিও তেওঁ পৰামৰ্শ দিছিল।

তেওঁ আৰু উল্লেখ কৰিছিল— এই সংস্থাসমূহক নিজাববীয়াকৈ টকা আইনগতভাৱে ধাৰে লোৱাৰ ক্ষমতা প্ৰদান কৰাৰ সময় উপস্থিত হৈছে। বৰ্তমান অৱস্থাত ব'ৰ্ডসমূহে শিক্ষাৰ প্ৰসাৰৰ ক্ষেত্ৰত ধন খৰচ কৰিব লগীয়া হোৱা কাৰণে বিশেষ অসুবিধাৰ সন্মুখীন হৈছে। প্ৰাথমিক শিক্ষাৰ ক্ষেত্ৰত লোকেল ব'ৰ্ডে কৰা খৰচৰ পথ যদি অন্যান্য প্ৰাদেশিক অনুদানেৰে কৰিব পৰা যায়, তেন্তে যাহ'লে এই অসুবিধা ক্ৰমান্বয়ে নোহোৱা হ'ব। শিক্ষা বিভাগৰ দায়িত্বত থকা বিষয়া পি চি লিয়নে সদস্যসকলে বাজেটৰ ওপৰত দিয়া তেওঁৰ বিভাগৰ ভাষণৰ উত্তৰ প্ৰদান কৰি কৈছিল যে ছাৰ বেম্ফিল্ড ফুলাৰৰ পৃষ্ঠপোষকতাত প্ৰাইমাৰী স্কুলসমূহৰ ছাত্ৰ-ছাত্ৰীৰ বাবে সুন্দৰ পাঠ্যক্ৰম যুগুত কৰা হৈছে আৰু এই পাঠ্যক্ৰমসমূহ ইতিমধ্যে প্ৰণয়ন কৰা হৈছে। তেওঁ লগতে উল্লেখ কৰিছিল যে পূৰ্ববংগ আৰু অসমৰ সংস্কৃত টোলসমূহ বংগৰ সংস্কৃত টোলৰ শ্ৰেণীয়াকৈ সাহায্য প্ৰদান কৰা হৈছে। আবকাৰী আৰু ষ্টাম্প বিভাগৰ দায়িত্বত থকা বিষয়া পি জি মেলিৱাছে তেওঁৰ বিভাগৰ বাজেট বিতৰ্কত উত্তৰত অংশগ্ৰহণ কৰি কৈছিল যে আবকাৰী ৰাজহ বৃদ্ধি হোৱাৰ দুটা কাৰণৰ প্ৰথমটো হৈছে জনসংখ্যা বৃদ্ধি আৰু দ্বিতীয়তে, জনসাধাৰণৰ ক্ৰয় ক্ষমতা। বৰ্তমান জনসংখ্যা অস্বাভাৱিকভাৱে বৃদ্ধি পাইছে। বিশেষকৈ অন্য কিছু কাৰণৰ বাবে ব্ৰহ্মপুত্ৰ উপত্যকা আৰু ৰাজশ্বাহী অঞ্চলৰ জনসংখ্যা বৃদ্ধি পাইছে। ইয়াৰে এটা কাৰণ হৈছে- নতুন ভগনীয়াৰ অনুপ্ৰৱেশ। এই ভগনীয়াসকলে সাধাৰণতে দেশীয় সুৰা ব্যৱহাৰ কৰে। ইয়াৰ ফলত আবকাৰী ৰাজহ বৃদ্ধি পাব পাৰে। ১৯শ শতিকাৰ মাজভাগতে মধ্য অসমত হোৱা ক'লাজ্বৰ, প্ৰাকৃতিক দুৰ্যোগ, ভূমিকম্প আৰু বানপানীৰ ফলত অসমৰ অৰ্থনৈতিক অৱস্থা ভাঙি যোৱাই নহয়, জনসংখ্যাৰ হাৰো কমিছিল ফলত আফিঙৰ পৰা সংগৃহীত ৰাজহ এই জিলাসমূহত হ্ৰাস পাইছে। এইবোৰ অঞ্চলত সম্প্ৰতি স্বাভাৱিক জন্মৰ হাৰ বৃদ্ধি পাইছে আৰু আজি কিছু বছৰ ধৰি আৰ্থিক অৱস্থাৰো উন্নতি হৈছে। ফলত আফিঙৰ ৰাজহ ক্ৰমাগতভাৱে বৃদ্ধি হৈছে। ১৯০৬-০৭ চনত পূৰ্ববংগৰ জিলাসমূহৰ আৰ্থিক হতাশাজনক অৱস্থাৰ বাবে গাঞ্জাৰ ৰাজহ কমকৈ আদায় হৈছিল। আনকি আদালত মাচুল আৰু ষ্টাম্পৰ ৰাজহো কমকৈ আদায় হৈছিল ১৯০৭-০৮ চনত এই অৱস্থাৰ পৰিবৰ্তন হৈছে। তথাপি গাঞ্জাৰ ৰাজহৰ ক্ষেত্ৰত ঘাটি এতিয়াও পূৰণ কৰিব পৰা নাই। বিত্তীয় সচিবগৰাকীয়ে ১৯০৫ আৰু ১৯০৬ চনত উক্ত শিতানত যিমানখিনি ৰাজহ আদায় হৈছিল, সেই ৰাজহ ১৯০৮ আৰু ১৯০৯ চনত প্ৰায় ৫০ হাজাৰ টকা কমিব বুলি উল্লেখ কৰিছিল। প্ৰশাসনিক নীতিৰ পৰিবৰ্তনৰ ফলত দেশীয় সুৰাৰ ৰাজহ বাঢ়িছিল। আনহাতে টকাৰ মূল্যৰ অস্থিৰতা হেতু কেবাবছৰো ধৰি কৃষিজাত সামগ্ৰীৰ মূল্য বৃদ্ধি পোৱা বুলি ভাষণত উল্লেখ কৰিছিল। শ্ৰমিকৰ দৰমহাৰ হাৰো সামান্য বৃদ্ধি পাইছিল আৰু টকাৰ মূল্য হ্ৰাস হৈছিল। ফলত আবকাৰী ৰাজহ সামান্যহে বাঢ়িছিল। সেই সময়ত অসম উপত্যকাত আফিঙৰ ব্যৱহাৰ ১৯০৫ আৰু ১৯০৬ চনৰ পৰা বৃদ্ধি হোৱা বুলি উল্লেখ কৰিছিল। কিন্তু ১৯০৭ ০৮ চনত ১৯০৫ আৰু ১৯০৬ চনৰ তুলনাত খেতিৰ উৎপাদন বৃদ্ধি হোৱা নাছিল। সেয়ে উজনি অসমত পাছৰ বছৰত আফিঙৰ পৰা ৰাজহ কমকৈ আহিব বুলি চৰকাৰীভাৱে তেওঁ ঘোষণা কৰিছিল।

তেওঁ লগতে কৈছিল, বস্তুৰ যোগান হ্ৰাস আৰু মূল্যবৃদ্ধি এই দুয়োটা সমস্যা কেতিয়াবা একে ঠাইতে নহ'বও পাৰে। কেতিয়াবা কোনো অঞ্চলত যোগান একে থাকিলেও বস্তুৰ মূল্যবৃদ্ধি হ'ব পাৰে। কেতিয়াবা বস্তুৰ মূল্যবৃদ্ধি হয় অঞ্চলটোৰ আৰ্থিক বিসংগতিৰ ফলত। কেতিয়াবা আকৌ খাদ্যশস্যৰ

উৎপাদন কম হ'লেও মূল্যবৃদ্ধি হয় আৰু উৎপাদন বৃদ্ধিৰ হাৰ কমাৰ লগে লগে উৎপাদিত সামগ্রীৰ চাহিদা বাঢ়ে। এই দুয়োটা অৱস্থা সমন্বয়কাৰী নহয়।

মাননীয় সভাপতি মহোদয়, আবকাৰী ৰাজহৰ দিশত অসম উপত্যকা ৰাজশ্বাহী, কাছাৰ প্রদেশখনৰ বাবে গুৰুত্বপূর্ণ অঞ্চল। এই অঞ্চলৰ পৰা তিনিভাগৰ দুই অংশ আৰু চাৰিভাগৰ তিনি অংশ আবকাৰী ৰাজহ আদায় হয়। ইয়াৰে বাহিৰেও গাঞ্জাৰ ৰাজহ আছে। গাঞ্জাৰ পৰা আবকাৰী বিভাগৰ পাঁচভাগৰ চাৰি অংশ ৰাজহ আদায় হয়। আফিঙৰ ৰাজহ আদায় হয় দহভাগৰ ন অংশ। যেতিয়াই শস্যৰ উৎপাদন বৃদ্ধি পায়, তেতিয়াই খেতিয়কসকলে উৎপাদিত শস্য বিক্রী কৰি অধিক ধন লাভ কৰে আৰু ইয়াৰ ফলত তেওঁলোকে অধিক পৰিমাণে নিচাযুক্ত দ্রব্য ক্রয় কৰাৰ ফলত ইয়াৰ বিক্রী বৃদ্ধি পায়। আবকাৰী বিভাগৰ আফিং আৰু দেশীয় মদে জনসাধাৰণক বেছিকৈ ক্ষতিগ্রস্ত কৰে। মই এইক্ষেত্রত খেজুৰৰ পৰা তৈয়াৰ কৰা তাৰি বা আমদানিকৃত মদৰ কথা উল্লেখ কৰিব খোজা নাই। কাৰণ এইবিধ মদ কিছু উন্নতমানৰ। মই আগেয়ে উল্লেখ কৰিছো, গাঞ্জাৰ ৰাজহ কিছু বছৰ ধৰি হ্রাস পাইছে। ১৯০৮-০৯ চনত ইয়াৰ ৰাজহ বৃদ্ধি পাব বুলি উল্লেখ কৰা হৈছিল। হয়তো এইবছৰ খেতি ভাল হ'লে গাঞ্জাৰ ৰাজহ বৃদ্ধি পাব পাৰে। এইক্ষেত্রত মই সম্পূর্ণ তথ্য নোপোৱা পর্যন্ত খতিয়ান দিব খোজা নাই। চাৰিভাগৰ তিনি অংশ আবকাৰী ৰাজহ আহে অসম উপত্যকাৰ আফিঙৰ পৰা। তদুপৰি অসমৰ খেতিয়কসকলে মৰাপাট খেতি আৰু লা ব্যৱসায়ৰ জৰিয়তে তেওঁলোকৰ আয় বৃদ্ধি কৰিছে। এই ৰাজহ বৃদ্ধিৰ কাৰণ খেতিয়কৰ উৎপাদিত সামগ্রী বৃদ্ধিৰ লগতে ইয়াৰ পৰা পোৱা সামগ্রীৰ বর্ধিত দাম। মিকিৰ পাহাৰ হ'ল লা উৎপাদনৰ মূল ঘাটি। এই পাহাৰীয়া অঞ্চলৰ জনসাধাৰণে লা বিক্রী কৰি পোৱা ধনৰাশি কেনেদৰে খৰচ কৰিব তাক লৈ বেছি চিন্তিত। মই পোৱা তথ্যৰ ভিত্তিত ক'ব পাৰো যে আফিঙৰ ব্যৱহাৰ বিশেষকৈ কিছুমান জাতি আৰু জনগোষ্ঠীয় লোকৰ উপৰি পাহাৰীয়া আৰু বননি অঞ্চলত বাস কৰা লোকৰ মাজত বহু বেছি। এইসকল লোকে যোৱা শতিকাত আর্থিক মন্দাৱস্থাত ভুগিছে। সর্বসাধাৰণৰ ধাৰণা যে আফিং স্বাস্থ্যৰ বাবে উপকাৰী। সেয়ে মই জনাত তেওঁলোকে কুইনাইনৰ দৰে আফিং ব্যৱহাৰ কৰে। আবকাৰী ৰাজহ ক্রমান্বয়ে বাঢ়িছে। ইয়াৰ মূল কাৰণ জনসংখ্যা বৃদ্ধি, টকাৰ মূল্য হ্রাস, প্রশাসনিক ব্যৱস্থা, প্রদেশখনৰ কিছু অংশত শ্রমিকৰ মজুৰিৰ হাৰ বৃদ্ধি আৰু কিছু অংশত ধানৰ মূল্য বৃদ্ধি। খেতিয়কসকলৰ আয় বৃদ্ধিয়ে জনসাধাৰণৰ আর্থিক স্বচ্ছলতা বঢ়াইছে। এইবোৰ কাৰণতেই তেওঁলোকে এই ধৰণৰ সামগ্রী ক্রয় কৰি আনন্দ লভিব খোজে। অসমৰ কেইটামান জাতিয়ে এতিয়াও সভ্যতাৰ পোহৰ পাবলৈ বাকী আছে। সেয়ে তেওঁলোকে তেওঁলোকৰ আয়ৰ ধন আফিঙত খৰচ কৰিব বিচাৰে। অসমীয়া মানুহৰ সাময়িক আর্থিক উন্নতিয়ে একাংশ অসমীয়া খেতিয়কক এলেহুৱা কৰাও দেখা গৈছে। আর্থিকভাৱে দুর্বল হৈ পৰা হেতু কিছুসংখ্যক লোকে ইতিমধ্যে আফিং বাদ দিছিল। তেওঁলোকে পুনৰ এই অভ্যাসলৈ ঘূৰি যাব পাৰে। যিকোনো সম্প্রদায়লৈ এই অভ্যাস বিয়পিব পাৰে। অসমীয়া মানুহৰ লগত থকা দীর্ঘদিনীয়া সম্পর্ক, তেওঁলোকৰ প্রতি থকা দুর্বলতাৰ বাবে মই গোটেই ব্যৱস্থাটোৰ বিষয়ে তদন্ত কৰি আছো।'

পি জি মেলিছাছে পুনৰ কৈছিল— 'কিছুসংখ্যক সদস্যই অসমৰ আয় আৰু বংগৰ পৰা সংযোজিত জিলাসমূহৰ ৰাজহৰ আয় সুকীয়াকৈ দেখুৱাবলৈ দাবী জনাইছে। এই ক্ষেত্রত মই স্পষ্টভাৱে ক'ম যে পূর্ববংগৰ জিলাসমূহৰ পৰা আদায় হোৱা ৰাজহ তেওঁলোকে ভবাৰ দৰে সৰহ নহয়; বৰং জনসংখ্যাৰ হিচাপত এই ৰাজহ কমহে। অসম উপত্যকাৰ বর্তমানৰ জনসংখ্যা ৩০ লাখ। কিন্তু অসমতকৈ ঢাকা আৰু ৰাজশ্বাহী অংশত তিনি-চাৰিগুণতকৈয়ো বেছি। শিৱসাগৰ জিলাই আটাইতকৈ সৰহ ৰাজহ আদায় দিয়ে। ৰাজহ আদায় দিয়া তালিকাত তেওঁলোক তৃতীয় স্থানত আছে। আনহাতে অসমৰ অন্যান্য জিলা ৰাজহ আদায়ৰ ক্ষেত্রত পিছপৰি থকা নাই। মূল কথা হৈছে জনসংখ্যা। অসমত স্থায়ীভাৱে বসবাসৰ বাবে উত্তৰ আৰু পূর্ববংগৰ জিলাসমূহ তথা চাম্বাল পৰগণা আৰু ছোটানাগপুৰৰ পৰা প্রব্রজন

আৰম্ভ হৈছে। কাৰণ অসমত প্ৰব্ৰজনৰ কম সুবিধা হ্যছে। সেয়েহে অসম উপত্যকা ভৱিষ্যতলৈ ৰাজহৰ ক্ষেত্ৰত এক মূল্যবান আৰু গুৰুত্বপূৰ্ণ অঞ্চল বুলি বিবেচিত হ'ব। ইয়াৰ উপৰি নতুন প্ৰদেশখনলৈ সংযোজিত বংগৰ জিলাসমূহৰ অতিৰিক্ত জনসংখ্যাৰ বাবে অসম দ্বিতীয়খন ঘৰ হ'ব। কাৰণ জনসংখ্যা বৃদ্ধিৰ লগে লগে এইকেইখন জিলাত জীয়াই থকাটোৱেই তেওঁলোকৰ বাবে সমস্যা হৈ পৰিছে।'

এই বাজেট ভাষণৰ উত্তৰত এল জে কেৰখাই কৈছিল—মিঃ হেণ্ডাৰছন, মিঃ ৰেথকার্ট আৰু মিঃ উডে যোগাযোগৰ উন্নয়নৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ মন্তব্য আগ বঢ়াইছে। আমি ইতিমধ্যে গড়কাপ্তানি বিভাগে নগাঁৱত পাতলীয়া ৰে'ল আঁচনি কাৰ্যকৰীকৰণৰ ক্ষেত্ৰত প্ৰাথমিক তদন্ত আৰম্ভ কৰিছো। মিঃ হেণ্ডাৰছনে উল্লেখ কৰিছে যে অসমৰ লোকেল ব'ৰ্ডসমূহক ধন ধাৰলৈ লোৱাৰ অধিকাৰ দিব লাগে আৰু স্থানীয় কৰৰ ওপৰত অতিৰিক্ত চাৰি পাইকৈ সংগ্ৰহ কৰি এই ধন গেৰাণ্টী হিচাপে দিব লাগে। তেওঁ উত্থাপন কৰা প্ৰশ্নটো অতি জটিল। কাৰণ অসমৰ লোকেল ব'ৰ্ডসমূহ আইন মতে গঠিত হোৱা নাই। তেওঁলোকক ধন ধাৰে লোৱাৰ বাবে অধিকাৰো দিয়া হোৱা নাই। এইক্ষেত্ৰত আইন প্ৰণয়ন কৰাটো প্ৰয়োজনীয় যাতে উক্ত আইনৰ জৰিয়তে তেওঁলোকে নতুন নতুন কৰ আৰোপ কৰিব পাৰে।

ৰায় বাহাদুৰ সীতানাথ ৰয়ে দিয়া ভাষণৰ উত্তৰত বিত্ত সচিবগৰাকীয়ে কৈছিল---'সন্মানীয় পি জি মেলিছাহে ৰাজহৰ ক্ষেত্ৰত অসম কিমান গুৰুত্বপূৰ্ণ সেই সন্দৰ্ভত ইতিমধ্যে সভাত দাঙি ধৰিছিল। অসম আৰু পূৰ্ব বংগৰ জিলাসমূহত পৃথক্‌ভাবে কিমান ৰাজহ আদায় হয়, এই সম্পৰ্কে দেখুৱাবলৈ আৱশ্যকীয় তথ্য মোৰ হাতত নাই। মাননীয় সদস্যসকলে বোধ কৰো নাজানে পুৰণি বিত্তীয় চুক্তি অনুসাৰে অসমে বছৰি ১২ লাখ টকা ইম্পেৰিয়েল ৰাজহ পায় আৰু ১৯০৪-০৫ চন পৰ্যন্ত পাবলৈ বাকী থকা ধনৰ পৰিমাণ ২৫ লাখ টকা। এই টকা অসমৰ বাবে খৰচ কৰা হ'ব। কিন্তু পূৰ্ববংগৰ জিলাসমূহ অসম উপত্যকাৰ লগত চামিল হৈ নতুন প্ৰদেশ হোৱাৰ পাছত অসমে পাব লগা এই ধনখিনি আৰম্ভণি বাকী ধনৰ সৈতে লগ লগাই দিয়া হৈছে। ইতিমধ্যে সেই ধন খৰচ কৰা হৈছে। মই এইক্ষেত্ৰত দৃঢ়ভাৱে ক'ব খুজিছো, অসমৰ ক্ষেত্ৰত আমি বিশেষ অনুকম্পা দেখুওৱা নাই। যদি দাবী কৰাৰ দৰে অকল পূৰ্ববংগৰ জিলাসমূহৰ উন্নয়নৰ ক্ষেত্ৰত আমি গুৰুত্ব দিওঁ, তেতিয়াহ'লে অসম ক্ষতিগ্ৰস্ত হ'ব। এনেধৰণৰ মানসিকতা আমি ৰোধ কৰিবলৈ চেষ্টা কৰিম। আমি অসম আৰু পূৰ্ববংগৰ জিলাসমূহৰ ক্ষেত্ৰত সমানে মনোযোগ দিম। অসমৰ বাবে পূৰ্ববংগৰ জিলাসমূহ ক্ষতিগ্ৰস্ত হৈছে বুলি ভবা ধ্যান-ধাৰণা সম্পূৰ্ণ ভুল। তেওঁলোকে জানিও চকু মুদা কুলিৰ ভাও ধৰিছে। তেওঁলোকে পাহৰি গৈছে কলেজসমূহকে ধৰি শিক্ষাৰ উন্নয়নৰ বাবে পূৰ্ববংগৰ জিলাসমূহত চৰকাৰে ধন খৰচ কৰাৰ বিষয়ে। পাহৰি গৈছে পূৰ্ববংগৰ জিলা ব'ৰ্ডসমূহলৈ সহজ মূল্যত আৰ্থিক সাহায্য দি থকাৰ কথা। আৱৰ্কী, ভৱন নিৰ্মাণ, ঢাকাত কেন্দ্ৰীয় ফাৰ্ম স্থাপন, চিতাগঙত বন্দৰ, মাদৰীপুৰ ভিল ৰাস্তা আদিৰ ক্ষেত্ৰত চৰকাৰে ধন যোগান ধৰিছে সেইবোৰ মনত ৰাখিছে নে নাই? তদুপৰি ঢাকা নগৰপালিকাক আৰ্থিক সাহায্য দিয়াৰ প্ৰতিশ্ৰুতি দিয়া হৈছে। কিন্তু অসমৰ ক্ষেত্ৰত যোৱা চাৰি বছৰত নিচেই কম ধনেৰে জনহিতকৰ কামসমূহৰ আৰম্ভণি কৰা হৈছে। কিন্তু ইয়াৰ তুলনাত পূৰ্ববংগৰ জিলাসমূহত জনহিতকৰ কামৰ বাবে মাত্ৰাধিক ধন খৰচ কৰাহৈছে। সদ্যহতে এই তথ্য প্ৰকাশ কৰাৰ পৰা মই বিৰত থাকিলো।' ইয়াৰ পাছতে সভাপতিয়ে তেওঁৰ বছৰৰ অন্তত দিবলগীয়া ভাষণ আগ বঢ়ায়। তেওঁৰ বক্তব্যত অসম সম্পৰ্কে কোনো উল্লেখযোগ্য বিষয় উত্থাপন কৰা নাছিল বাবে তেওঁৰ ভাষণ আলোকপাত কৰা নহ'ল।

১৯০৯ চনৰ ২২ ফেব্ৰুৱাৰীৰ দিনা মাণিক চন্দ্ৰ বৰুৱা, মৌলবী ছৈয়দ চামছুল হুদা, কুমাৰ ৰণেন্দ্ৰ নাৰায়ণ ৰয় আৰু মিঃ স্মিনাৰে ব্যৱস্থাপক সভাৰ সদস্য হিচাপে শপত গ্ৰহণ কৰে। সিদিনাৰ সভাত সভাপতিয়ে চাহ উদ্যোগৰ প্ৰতিনিধি মিঃ ডব্লিউ স্মিনাৰে, অসমৰ প্ৰতিনিধি মাণিক চন্দ্ৰ বৰুৱা, কুমাৰ ৰণেন্দ্ৰ নাৰায়ণ ৰয় আৰু মৌলবী চৈয়দ চামছুল হুদাক ব্যৱস্থাপক সভাৰ প্ৰতিনিধি হিচাপে আদৰণি

জনাই চমু ভাষণ দিছিল। মাণিক চন্দ্ৰ বৰুৱাই প্ৰথম দিনাৰ সভাতে কটন কলেজৰ বি এ শ্ৰেণীৰ পাঠ্যক্ৰম আৰম্ভ কৰাৰ কি ব্যৱস্থা গ্ৰহণ কৰিছে, কটন কলেজক বিশ্ববিদ্যালয়ে বিজ্ঞান আৰু আইনৰ পাঠ্যক্ৰম খোলাৰ বাবে স্বীকৃতি দিয়া, অসমৰ লোকেল ব'ৰ্ডক আইনগত মৰ্যাদা কেতিয়া দিয়া হ'ব, ভোটাৰ আৰু প্ৰাৰ্থীৰ অৰ্হতা সম্পৰ্কীয় সংশোধনী আদি প্ৰশ্নৰ উত্তৰ বিচাৰিছিল। ইয়াৰ উপৰি তেওঁ প্ৰাদেশিক সেৱাৰ চাকৰিত ২০৫জন লোকৰ নিযুক্তিৰ বিপৰীতে অসমীয়া লোক মাত্ৰ ১৪জনকহে দিয়া হৈছে নেকি বুলিও জানিব বিচাৰিছিল। কটন কলেজ সন্দৰ্ভত সোধা প্ৰশ্নৰ উত্তৰত পি চি লিয়নে কটন কলেজক বি এ শ্ৰেণী খোলাৰ বাবে অনুমতি তেতিয়ালৈকে কলিকতা বিশ্ববিদ্যালয়ে প্ৰদান কৰা নাছিল বুলি কৈছিল। অৱশ্যে চৰকাৰে স্বীকৃতিৰ বাবে দাখিল কৰা প্ৰস্তাৱটো ভাৰত চৰকাৰে গুৰুত্বসহকাৰে বিবেচনা কৰি আছে। 'আশা কৰা হৈছে অহা পাঠ্যক্ৰমৰ আৰম্ভণিৰ সময়ছোৱাত বি এ শ্ৰেণীৰ পাঠ্যক্ৰম আৰম্ভ কৰাৰ বাবে স্বীকৃতি পোৱা যাব।' তেওঁ সোধা আন এটা প্ৰশ্ন আছিল যে কটন কলেজত বুৰঞ্জী শিকোৱাৰ বাবে কোনো ধৰণৰ ব্যৱস্থা নাই নেকি? ইয়াৰ উত্তৰত পি চি লিয়নে কৈছিল— 'কটন কলেজত ১৯জন ছাত্ৰই ইণ্টাৰমিডিয়েট ক্লাছত বুৰঞ্জীক বিষয় হিচাপে লৈ পৰীক্ষা দিবলৈ সাজু হৈছে। কিন্তু বিশ্ববিদ্যালয়ে ১৯০৯ চনৰ জুনৰ পাছত ইণ্টাৰমিডিয়েট শ্ৰেণীত বুৰঞ্জীৰ স্বীকৃতি বাহাল নাৰাখিব। কাৰণ প্ৰথম বাৰ্ষিকত এই বিষয়ৰ কোনো এজন ছাত্ৰ নাই। লোকেল ব'ৰ্ড সন্দৰ্ভত দিয়া উত্তৰত এল জে কেৰশ্বই কৈছিল যে সদ্যহতে অসমৰ লোকেল ব'ৰ্ডসমূহক আইনগত মৰ্যাদা দিয়াৰ প্ৰস্তাৱ নাই। অসমৰ লোকেল ব'ৰ্ড মেনুৱেলত নিৰ্ধাৰিত গ্ৰামাঞ্চলৰ নিৰ্বাচনী পদ্ধতি সংশোধন কৰাৰ বিষয়টো ছাৰ চাৰ্লছ বেইলীৰ দৃষ্টিগোচৰ হৈছে আৰু বিষয়টো মতামতৰ বাবে অসম উপত্যকাৰ জিলাসমূহৰ আয়ুক্তলৈ পঠিওৱা হৈছে। লেফটেনেণ্ট গৱৰ্ণৰে এই বিষয়টো যদি কোনো বিশেষ প্ৰস্তাৱ থাকে তেতিয়াহ'লে বিবেচনা কৰিব। মাণিক চন্দ্ৰ বৰুৱাই নিয়োগৰ লগতে আন এটা গুৰুত্বপূৰ্ণ প্ৰশ্ন উত্থাপন কৰিছিল। প্ৰশ্নটো আছিল যে প্ৰাদেশিক অসামৰিক সেৱাৰ উপপ্ৰতিসমাহৰ্তাৰ চাকৰিৰ ক্ষেত্ৰত অসমৰ বাবে বেছি সংখ্যক পদ সংৰক্ষিত কৰাৰ লগতে বয়সৰ সীমা ৪০ বছৰলৈকে হ্ৰাস কৰা হ'ব নেকি? ইয়াৰ উত্তৰত পি চি লিয়নে কৈছিল—'নিৰ্দিষ্ট অনুমোদিত আঁচনি অনুসাৰে পোনপটীয়াকৈ প্ৰাদেশিক সেৱাত অৰ্হতাসম্পন্ন প্ৰাৰ্থী নিযুক্তি দিয়া হয়। লেফটেনেণ্ট গৱৰ্ণৰে তলতীয়া সেৱাৰ পৰা পদোন্নতিৰ ক্ষেত্ৰত ৪০ বছৰৰ নিৰ্ধাৰিত সীমা নাইকিয়া কৰাৰ বাবে ভাৰত চৰকাৰক নিয়ম সংশোধনৰ পৰামৰ্শ দিয়া নাই। সিদিনাৰ সভাত গিৰিজা নাথ ৰায় বাহাদুৰে যোগাযোগ, শিক্ষা, কৃষি আৰু মৌলবী চৈয়দ চামছুল হুদাই মুছলমানৰ তালাক ব্যৱস্থাৰ পঞ্জীয়ন, খাদ্যশস্যৰ ক্ষতিপূৰণৰ ভাত্তাৰ ওপৰত প্ৰশ্ন উত্থাপন কৰিছিল। ইয়াৰ উপৰি মৌলবী নবাব আলী চৌধুৰী আদিয়ে মেলেৰিয়াত মৃত্যু, মুছলমান সম্প্ৰদায়ৰ লোকক আমোলাৰ চাকৰিত নিযুক্তি, ঢাকা মৈমনসিং ৰে'ল সেৱা ব্যৱস্থা সন্দৰ্ভত প্ৰশ্ন উত্থাপন কৰিছিল। এই প্ৰশ্নবোৰ আছিল পূব বংগকেন্দ্ৰিক। সিদিনাৰ সভাতে Eastern Bengal and Assam General Clauses Bill 1908 উত্থাপনৰ অনুমতি বিচাৰিছিল মিঃ ডব্লিউ টিউন'নে।

২৫ মাৰ্চ ১৯০৯ত বহা বৈঠকত এইচ লেমেছুৰিয়েৰ চি আই ই নতুন সদস্য হিচাপে বৈঠকত উপস্থিত হৈছিল। এই বৈঠকত মৌলবী চৈয়দ নবাব আলী চৌধুৰীয়ে কৃষি ফাৰ্মসমূহত পৰীক্ষামূলকভাবে Manihot নতুবা Cassava খেতি আৰম্ভ কৰাৰ বিষয়ে প্ৰশ্ন উত্থাপন কৰিছিল। ইয়াৰ উত্তৰত পি চি লিয়নে কৈছিল যে Cassavaক খাদ্য হিচাপে ব্যৱহাৰ কৰা কথা ভাৰতৰ কৃষি বিভাগৰ কৰ্তৃপক্ষই ভালকৈ জানে। এই খেতি ভাৰতবৰ্ষৰ বিভিন্ন ঠাইৰ লগতে বিশেষকৈ অসমত কৰা হয়। অলপতে যোৰহাটৰ পৰা ৰে'লযোগে বহু পৰিমাণৰ Cassavaৰ শিপা পঞ্জাবলৈ পঠিওৱা হৈছে। লেফটেনেণ্ট গৱৰ্ণৰে এই খেতিৰ সম্প্ৰসাৰণ কৰা সন্দৰ্ভত বিশেষজ্ঞৰ লগত আলোচনা কৰিব যাতে ইয়াৰ উৎপাদন বৃদ্ধি কৰাৰ ক্ষেত্ৰত চৰকাৰে উৎসাহিত কৰিব পাৰে। মৌলবী নবাব আলী চৌধুৰীয়ে বকৰগঞ্জত হোৱা জ্বৰ, ঢাকাত

ইঞ্জিনীয়াৰিং স্কুল, কুলাউৰা, ছিলেট ৰে'ল লাইন আদি প্রশ্ন উত্থাপন কৰিছিল। মিঃ ডব্লিউ টিউনৰ্নে Eastern Bengal and Assam General clauses Bill 1908 বিল সম্পৰ্কত বাছনী কমিটীয়ে দিয়া প্রতিবেদন সংশ দাখিল কৰিছিল। তদুপৰি এই সভাত পূর্ববংগ আৰু অসম আবকাৰী বিল উত্থাপনৰ অনুমতি বিচাৰিছিল পি জি মেলিছাছে। তেওঁ তেওঁৰ ভাষণত উল্লেখ কৰিছিল- 'এই বিলখন সম্পৰ্কত আমি বিভিন্নজনৰ পৰামৰ্শ পাইছো। বিল সম্পৰ্কীয় সকলো দিশ আলোচনা কৰাৰ বাবে গঠন কৰা কমিটীখনত মাণিক চন্দ্র বৰুৱাকো অন্তর্ভুক্ত কৰা হৈছিল। এই বিলখন সম্পৰ্কত প্রথমাৱস্থাত আপত্তি উঠিছিল যদিও এই আপত্তি বেছি গুৰুত্বপূর্ণ নহয়।' তেওঁ পুনৰ কৈছিল— 'Perhaps the nearest approach to such objection was a representation from the Duars Planters' Association, supported by an opinion to the same effect from the Assam Branch of the Indian Tea Association, which seemed to be founded on the idea that interference with free brewing of pachwai by tea coolies might be contemplated, such as might dishearten tea garden labour and deter emigrants from coming to the tea districts. No change in this direction is, however, made by the Bill, which leaves the position as to pachwai exactly as before' তেওঁ আৰু কৈছিল যে বিলখনৰ ৭৩ নং ধাৰা মতে প্ৰয়োজন সাপেক্ষে স্থানীয় প্রশাসনে Pachwai, তাৰি আৰু কনবীয়া ভাঙৰ ক্ষেত্রত বেহাইৰ ব্যৱস্থা কৰিব পাৰিব। সিদিনাৰ সভাতেই বিলখন মতামতৰ বাবে বিতৰণৰ ব্যৱস্থা কৰাৰ কথা মিঃ মেলিছাছে ঘোষণা কৰিছিল। সিদিনাই এল জে কেৰশ্বই ১৯০৯-১০ বিত্তীয় বৰ্ষৰ প্রতিবেদন ব্যৱস্থাপক সভাত দাখিল কৰিছিল।

৬ এপ্রিল, ১৯০৯ত অনুষ্ঠিত সভাত মাণিক চন্দ্র বৰুৱাই প্রশ্নোত্তৰ কালত চৰকাৰৰ পৰা জানিব বিচাৰিছিল — অসমত আফিং আৰু ভাঙৰ ব্যৱহাৰ, শিক্ষা বিভাগত অসমীয়া লোকৰ নিযুক্তি, 'কৰ্ট অব্ ৱাৰ্ডছ' আইন অসমলৈ সম্প্রসাৰণ, স্থানীয় নিকায় ইত্যাদি সম্পৰ্কে বৰুৱাই আফিং আৰু গাঞ্জা এই দুয়োবিধ বিষাক্ত দ্রব্যৰ ব্যৱহাৰ কমোৱাৰ বাবে চৰকাৰে কি ব্যৱস্থা লৈছে বুলি প্রশ্ন কৰাত এল জে কেৰশ্বই আফিঙৰ ব্যৱহাৰ হ্রাস কৰাৰ বাবে ১৯০৯ চনৰ পৰা ব্যৱস্থা গ্রহণ কৰা বুলি জানিবলৈ দিছিল। নতুন ব্যৱস্থাৰ জৰিয়তে এইবিধ সামগ্ৰীৰ চৰকাৰী দাম যে বৃদ্ধি কৰা হৈছিল সেই কথাও অৱগত কৰিছিল। দ্বিতীয়তে, লাইচেন্সপ্রাপ্ত খুচুৰা বিক্রী দোকানৰ সংখ্যা হ্রাস আৰু চৰকাৰে প্রতি সেৰ আফিঙৰ মূল্য ৩৭ টকাৰ পৰা ৪০ টকালৈ বৃদ্ধি কৰা বুলিও জনাইছিল। তেওঁ লগতে এই ব্যৱস্থাৰ ভিতৰত উজনি অসমৰ জিলাসমূহক সামৰি লোৱা, ১৯০৫-০৬ চনৰ ৬৮৩খন লাইচেন্সপ্রাপ্ত খুচুৰা দোকান ১৯০৯-১০ চনত ৪০১খন কৰা হৈছিল বুলি উল্লেখ কৰিছিল। ইংৰাজ বিষয়াজনে লগতে জনাইছিল যে গাঞ্জাৰ ব্যৱহাৰ বৃদ্ধি সম্পৰ্কত চৰকাৰ সেই সময়ত সম্পূর্ণ জ্ঞাত নাছিল। ৰাজহ ব'ৰ্ডে গাঞ্জাৰ ব্যৱহাৰ সম্পৰ্কীয় বিষয়টো তদন্ত কৰিছিল। সেই সময়ত অসম উপত্যকাত ১৩৪খন চৰকাৰী অনুজ্ঞাপ্রাপ্ত খুচুৰা দোকান আছিল। অৱশ্যে ১৯০৫-০৬ চনৰ পৰা এই অনুজ্ঞাপ্রাপ্ত দোকানৰ সংখ্যা ১২খন হ্রাস কৰা হৈছিল।

মাণিক চন্দ্র বৰুৱাই প্রাদেশিক শিক্ষা সেৱাৰ ৫১টা পদৰ নিযুক্তিত কি কাৰণে অসমীয়া স্নাতক লোকক নিযুক্তি দিয়া নহ'ল তথা আন আন অসমীয়া উপযুক্ত স্নাতকক প্রাদেশিক শিক্ষা সেৱাত নিযুক্তি দিয়াৰ ক্ষেত্রত চৰকাৰে কি ব্যৱস্থা গ্রহণ কৰিছিল, সেই সম্পৰ্কে জানিব বিচৰাত পি চি লিয়নে কৈছিল যে এই সেৱাত অসমীয়া লোকে নিযুক্তি নোপোৱাৰ কাৰণ হৈছে বিভাগীয় নিয়মমতে এনে নিযুক্তি পাবলৈ হ'লে যি অৰ্হতাৰ প্ৰয়োজন তেনে অৰ্হতাসম্পন্ন লোক অসমত যথেষ্ট কম। চৰকাৰে অসমীয়া স্নাতকক শিক্ষা বিভাগত চাকৰি দিবলৈ ইচ্ছুক বুলিও তেওঁ দাবী কৰিছিল। সিদিনাৰ সভাতেই বাজেট বিতৰ্কত অংশগ্রহণ কৰি অসমৰ পৰা নিৰ্বাচিত চাহ বাগিচাৰ প্রতিনিধি ডব্লিউ ছিনাৰে কৈছিল যে অসমৰ উন্নয়নৰ কাৰণে ৰে'লৰে ব্যৱস্থা সম্প্রসাৰণ কৰাটো অতি আৱশ্যক। তদুপৰি লোকেল ব'ৰ্ডসমূহৰ ক্ষেত্ৰতো যাতে চৰকাৰে মনোযোগ দিয়ে আৰু প্রদেশখনৰ উন্নয়নৰ স্বাৰ্থত প্রয়োজনীয় ধন

আবণ্টন দিয়ে তাৰ বাবে তেওঁ অনুৰোধ জনাইছিল। সিদিনাৰ সভাতে বাজেট বিতৰ্কত অংশগ্ৰহণ কৰি মাণিক চন্দ্ৰ বৰুৱাই এটা দীঘলীয়া ভাষণেৰে ব্যৱস্থাপক সভাত অসমৰ সামূহিক সমস্যাৰ ছবি এখন দাঙি ধৰিছিল। বৰুৱা প্ৰদত্ত ভাষণটো তলত হুবহু উল্লেখ কৰা হ'ল।

'Your Honour, it is my first and foremost duty to tender, on behalf of my countrymen, their heartfelt gratitude to Your Honour's Government for the appointment of one of their Mumber to this council, and being myself the recipient of the great honour, I beg to express my own sense of deep obligation to Your Honour. I am also deeply indebted to the Assamese members of the Local Boards, who to a great extent represent the people of Assam, for unanimously electing me as their representative, and also to those European and Bengali friends of mine who very kindly supported me.

'The presence of a worthy representative of the Tea Industry in Council also affords me and my countrymen great satisfaction. It is superfluous for me to state here that, were it not for the Tea Industry, Assam would not have been what she is today. The planting community have been the pioneers of progress and enlightenment in Assam. Their example has stimulated a number of my countrymen to follow an independent and honourable profession and I am glad and thankful to say that at the present moment, though their number is samll, there are some Assamese tea planters, who are doing a lucrative business and occupying a much coveted position, and that with the brighter prospects of the Industry, the number is sure to increase.

'These considerations led the Assam Association to request His Honour Sir Charles Bayley, in the address presented to him at Gauhati, to give two permanent seats, one to an Assamese and the other to a member of the planting community, on the Council. Sir Charles Bayley received the representation of the Association in a very sympathetic spirit and was good enough to hold out hopes to them that, with the expansion of the Council under the new reform scheme, there would be no conflict of interests between the two communities in the matter of their representation in the Council. This large and grand measure, the reform scheme, has now been announced, and for that all Indian is profoundly grateful to Government. It is regarded by the people as the Magna Charta of their rights and privileges, and as it is calculated to confer solid and substantial benefits on them, its progress and development will be most keenly watched. The appointment of the Hon'ble Mr. S. P. Sinha, Advocate General of Bengal, as a Member of the Viceroy's Executive Council, which has given universal satisfaction, though no way connected with the proposed reform scheme, is no doubt a very bold step, and it unmistakeably shows that Govrnment is determined to carry out the scheme in its entirety and in the spirit in which it was conceived. The most difficult part of the scheme will be to devise means for the adequate representation of all classes and interests. Class representation may be inconsistent with the principles of the elective system pure and simple, but this is against the instincts and traditions of a large number of people residing in different parts of India. The Muhammadan community by timely and powerful advocacy have gained their point, and we, the Assamese, have every reason to believe that the interests of Assam will also receive attention and due consideration at the hands of Your Honour.

'The present occasion, being the first instance of Assam being allowed a seat on the Legislative Council, affords the Assamese their first opportunity to express publicly their very loyal and deep-rooted devotion to the British Crown and to thankfully acknowledge the manifold blessings conferred on them since the dark days of the Burmese invasions which would have reduced the Province to a state of devastation but for the timely intercession of the British Government who saved us by assuming the Government of our Province I desire, therefore, to refer briefly to the condition of the people of Assam in the early days of British rule.

'A very correct and graphic account was given by General Jenkins in his letter No. 275, dated the 23rd May 1853, from which I quote the following extracts

'When, therefore, we assumed the charge of Assam, nothing could possibly be more unpromising than the state of the country. The small remnant of the people had been so harassed and oppressed by the long civil and internal wars that followed the accession of Raja Gaurinath Singh in 1780 down to 1826, that they had almost given up cultivation and lived on jungle roots and plants, and famine and pestilence carried off thousands that had escaped the sword and captivity. All men of rank, the heads of the great Ahom and priestly families had retired to the one district of Goalpara, having with little exception lost the whole of their property. With the nobility and gentry retired a vast body of the lower classes The former mostly returned to Assam after our occupation, but large numbers of the latter never returned and their descendants form still a large part of the population of Habraghat and Koontaghat

'The whole traffic of the country has consequently fallen into the hands of Kayahs and Bengalis, and in the manner it has been managed, the Assamese have had to pay maximum prices and received only minimum profits, for those experienced traders have usually taken advantage of the necessities of our raiyats, and made them advances at an almost incredible interest for impossible returns, and then ruined the defaulters in the Civil Courts

'Notwithstanding its greatly impoverished and depopulated state, and the disadvantage of being beyond all trade, having no connection with any other Province of the Empire, and only savages as its neighbours, Assam has greatly recovered its cultivation and much of its internal prosperity It has had to labour, however, under other difficulties in its progress, the greatest perhaps of which has been the utter impoverishment of every man of rank in the country, first by the sequestration of their *pykes* and next by the emancipation of their slaves These formed the estate of the native gentry, who are not generally landed proprietors, and though they had in many instances small patrimonial farms, that is, estates which they had originally cleared from jungle, called *Khats*, they were unable to cultivate these when their slaves were liberated, and they have with small exception either thrown them up or allowed them to be sold for arrears of revenue and debts

'I have nothing to suggest on the amount or mode of taxation. The rates, I think, should not be increased I am aware that it has been proposed occassionally to have a greater variety of rates on the land, but any attempt at a minute valuation of lands or crops cannot in my opinion be followed by any benefit to the Government, and must be harassing and unsatisfactory to the people. Our rates are considered to be

low average rates, that will not be felt oppressive on any lands, and under most circumstances of soils and localities will be very light. The introduction of a supposed real valuation of lands, with reference to their kinds and the facilities of disposing of the produce, has been advocated, but I think any such scheme will be fallacious for the most part, however conducted, and would be very apt to run into maximum rates for all lands.

'Amongst the causes which have retarded the progress of improvement in the Province, perhaps the greatest will be found in the small quantity of the revenue of the Province which is now expended in it. The people having been deprived of their own Government, the money that would have been spent amongst them by their courts and military and civil establishments is now largely drawn out of the country, and the trade being solely in the hands of the Marwari traders, the profits mostly go to enrich Rajputana, and do not accumulate in this Province.

'The measures for accelerating the progress of the Province I need only here touch upon very briefly. A systematic improvement of the main roads is one of the most obvious means we have. A regular outlay of a certain percentage of the revenue in the repairs and construction of the roads would not only remedy a very great defect in the present state of the Province, but as all the money so laid out would be spent on the agricultural population, nothing would be more calculated to advance the clearing of land than such an expenditure. Not only would the wastes be rendered accessible, but the people would have the means of clearing them put into their hands.

'A great obstacle now to the clearing of wastes is the want of communication between these tracts and the cultivated districts, whenever this is removed, clearances will take place. The outlay on roads, if the works be regularly conducted and permanently established, and be not again allowed to fall into disrepair, will as certainly be returned to Government by increased revenue as the money which has been expended on canals in the Western Provinces. The people cannot settle amongst wastes that are cut off from all communication with the present villages, but wherever the jungles are opened out, colonization does and will take place.'

'It is clear that the people of Assam, specially the gentry, had to begin life under the British Government under the most unfavourable and discouraging circumstances. Robbed of all their wealth and property by the Burmese, deprived of their only means of subsistence by the sequestration of their *pykes* and the emancipation of their slaves, associated with foreigners whose only object was to monopolise the trade of the country and to take away all the money from it, cut off from the rest of the world, without any facilities of communication, despised as barbarians by the people of the neighbouring and more advanced Provinces, the upward march of the Assamese as a race was beset with insuperable difficulties. Their path was no doubt rendered somewhat easier by the paternal care and helping hand of Government for which they cannot be too grateful. One of the first and most beneficent acts of the Government was the step taken by the late General Matthie, Judicial Commissioner of Assam, of sending some intelligent Assamese young men to Calcutta, at the expense of Government to prosecute their studies. The next step taken was the inauguaration of the old mauzadari system to afford partial redress to a number of

the ancient gentry who had been deprived of their slaves that constituted all their wealth. In those early days down to 1861, the mauzas were small in size and afforded lucrative appointment to a large number of persons and were considered a sort of petty zamindaris which gave some social position to the mauzadars. But gradually when punctuality in payment of the Government demand before the end of an official year, arbitrarily fixed, without any regard to the convenience of the raiyats, came to be insisted upon with greater strictness, and when, with a view to reduce the cost of collection, the size of the mauzas was increased with varying rates of commission, these offices ceased to be lucrative. With the increase in the size of the mauzas consequent on the reduction of their number, collection became more difficult and the mauzadars had, therefore, to borrow, often times at exhorbitant rates of interest, to pay the Government revenue in time. Thus their offices proved a source of ruin in many cases. I may here express a hope in passing that the existing defects of the mauzadari system will receive the attention of Your Honour's Government and be remedied

'Another great effort made by the Government of that time for the amelioration of the people of this benighted Province, was the establishment of two High Schools, one at Gauhati and the other at Sibsagar, so long ago as the middle of the 19th century. It may be observed that High Schools were established in Assam almost at the same time as the University was founded in Bengal and in pursuance of the same educational despatch from England. But in Assam high education has not made such rapid progress as in Bengal and the causes are not far to seek. A very unfortunate mistake made by Government was the imparting of instruction to our youths through the medium of a foreign vernacular, viz the Bengali language, which drawback was so prominently brought to the notice of Government, but without result, by that foremost Assamse, the late Anandaram Dhekial Phukan, so long ago as 1853 This no doubt was the result of Assam having been placed under the Government of Bengal till 1874 and its education having mainly been in the hands of Bengalis, residing in Assam, whose interest it was to ignore the Assamese language. Thus the progress of Assam in educational and other matters was retarded to a considerable extent by the fact of its having been amalgamated with Bengal during the early days of British rule. In those days, as I have noticed above, Assam was more unfavourably circumstanced than ever and therefore required more attention than the Government of Bengal occupied with the larger administrative problems of that vast Province could devote to a comparatively unimportant and out-of-the-way place like Assam. Thus, most of the excellent suggestions made by General Jenkins about the improvement of the Province by reclaiming the vast wastes and establishing easy means of communication throughout, was not acted upon by Government. A very large percentage of the provincial revenue was expended elsewhere at the sacrifice of our most urgent requirements and the best of our interests, notwithstanding General Jenkins's timely and emphatic protests. Nothing was done for the protection or improvement of the indigenous industries of the Province, and the land revenue went on increasing thus rendering extension of cultivation to a large extent almost impossible.

'The year 1874 in which Assam was constituted a separate Province with a Chief

Commissioner at its head, marks an era of progress and prosperity in its history. It was after this period that several important measures calculated to do lasting good to the Assamese were inaugurated. The first of these measures was the establishment of a very liberal system of senior and junior scholarship by Sir Charles Elliott, and this enabled many of our young men to proceed to Calcutta and qualify themselves in the University. Next, Sir Henry Cotton, with his keen foresight and great sympathy with the people, gave employment to all the unemployed graduates of Assam and thereby materially strengthened and improved the tone of the executive services. He further earned the everlasting gratitude of the Assamese by giving them a second-grade college which has given a real stimulus to high education. It is most gratifying to note that since the opening of this college the number of Assamese students yearly passing the F. A. Examination is increasing by leaps and bounds.

'Sir Bampfylde Fuller, in his most laudable desire to improve the condition of the Assamese, had the Assamese language recognised by the Calcutta University, and this has infused a new life, as it were, into the rising generation of Assam. He further emphasised the principle of 'Assam for the Assmese' by officially recording in unambiguous words the exclusive rights of the children of the soil to the public services of their country.

'It will thus be seen that the real progress of Assam commenced, although very slowly, after years of inactivity, from the date on which she was constituted a separate Province under a Chief Commissioner.

'Now that Assam has again been annexed to a part of Bengal, we are naturally reminded of the early days of British rule during which our best interests were overlooked. It has been truly remarked by Lieutenant-Colonel Gurdon, Commissioner of the Assam Valley, that 'both the Ahoms and the Assamese Hindus are in great danger of being elbowed out of all Government as well as industrial employments by the people of Eastern Bengal. Lieutenant-colonel Gurdon also seems to apprehend that not only our language, but we ourselves, are in great danger of being crushed out unless special measures are taken to protect us. And it is for such special measures that we earnestly appeal to your Honour, and we have every reason to believe that Your Honour will take an indulgent view of our case and see that being in the minority our interests are duly protected.

'If in the dispensation of State patronage Assam looks forward for some concessions at Your Honour's hands, it is because she was almost neglected and kept in the dark for a period extending over three quarters of a century of British rule and an unduly large percentage of her revenue was spent in keeping up a more advanced system of Government in other parts of India, while very little was done to bring her into line with the sister Provinces. Her claims to a greater share in the public services and the representative institutions of Government are based not on sentimental grounds but on sound economic reasons, because she contributes one-third of the total revenue of Eastern Bengal and Assam as the following table will show :

Ordinary land revenue, 1907-08 Assam Valley Rs. 49,13,217, Eastern Bengal & Surma Valley Rs. 1,38,49,313. Total 1,87,62,530;

Miscellaneous land revenue 1907-08 Assam Valley Rs. 2,16,676, Eastern Bengal & Surma Valley Rs. 9,44,235 Total Rs. 11,60,911;

Excise revenue 1907-08 Assam Valley Rs. 36,49,603, Eastern Bengal & Surma Valley Rs 30,55,061 Total Rs. 67,04,664;

Total Assam Valley Rs. 87,73,496. 33 per cent. Eastern Bengal & Surma Valley Rs. 1,78,48,609. 67 per cent.

According to the test of population Assam should contribute less than 10 percent. of the total Provincial revenues, *whereas* she actually contributes over 33 percent, thus showing that she is over four times more heavily taxed than the other and more fortunate part to the enlarged Province. The disparity of taxation between the two parts of the new Province has all the more been felt in consequence of Assam being by far the poorer of the two, enjoying, as she does, only a small or a rather insignificant share, in the public services, in return.

"Our young men have taken full advantage of the educational facilities now afforded to them. The number of competent Assamese is rapidly increasing and is likely to increase still more with the establishment of a first grade college in Assam, for which act we are so grateful to Your Honour. It is therefore to be hoped that Your Honour will not allow them, to use Colonel Gurdon's words, to be elbowed out of Government and industrial employments.

"Turning now to the Financial Statement made by the Honourable the Financial Secretary, nothing could be more candid or more satisfactory than the explanation which he has given and for which he deserves our best thanks. He has dealt with the subject in a thoroughly business like way, and the lucidity of his exposition has enabled us to understand many points which required clearing up. Several unfortunate circumstances have contributed to the very large deficit which the Budget shows, but such a result occasionally is inevitable We have to deal with more variable than constant factors in making a forecast of our receipts and expenditure, and consequently any deficit in a particular year should not disappoint us. All that the Government has to do is to meet in the best way possible the existing temporary difficulties and find out, if possible, means which may prevent a recurrence of such a state of affairs in the future. This has no doubt been clearly explained in the proper place and the masterly exposition of the Hon'ble the Finance Minister leaves nothing to be desired.

"And here I must remark that Government should not look forward for any large increase of revenue from the existing cultivated area of land. The policy of increasing the land revenue at every resettlement without reference to the productive power of the land or the condition of the people, is most objectionable. An enormous increase in revenue may be obtained from the vast area of culturable waste land in the Province, a fact which was so prominently brought to the notice of Government by the late General Jenkins so far back as 1853, and was again brought to notice by Sir Henry Cotton about twelve years ago. It is not my purpose here to enter into the details of the scheme or to discuss the terms of the settlement. The subject has no doubt been dealt with in a masterly way by Sir Henry Cotton and his successors, and surely a workable scheme can now be framed by Government.

"As regards the excise revenue, every body should wish for its decrease, and

*sooner or later the Government must be prepared to relinquish a large amount of this income. It has been stated in the Financial Statement that one of the causes which tended to reduce excise receipts was a fall in the price of lac in Assam and of jute* in the Dacca Division. This shows that the consumption of opium in Assam is to some extent dependent upon the income to the people. When their income falls, the consumption of opium also falls. When their income increases, the consumption also increases. Does this not prove that by reducing the supply of opium, its consumption can also be reduced and thus opium eating people partially reclaimed?

"The suggestions made by the Honourable the Financial Secretary for meeting our present difficulties are, generally speaking, very good. Although I still hold that the Partition in its present shape was a mistake and although I am strongly of opinion that by the Partition Assam has suffered the most, yet I am entirely in accord with the Honourable the Financial Secretary when he says that it would be unwise to postpone the permanent establishment of the headquarters of the Government at Dacca a day longer than can be helped, and as a matter of business it would be wasteful not to complete the smaller unfinished works. I need hardly say that the inconvenience not only to Government but also to the public caused by the present incomplete arrangements for the conduct of business has been very great, and the sooner these are remedied the better it will be for all concerned. The accommodation and convenience of the Members of Your Honour's Council deserve also Your Honour's consideration. There must certainly be strong objection to the increase of Public Works grant by transfer from the civil side of the Budget. But considering the fact that there are certain items of expenditure on the civil side of the Budget, as pointed out by the Honourable the Financial Secretary, which can stand over for some time, and considering the absolute necessity of having the buildings &c., at Dacca finished as soon as possible, the transfers suggested may, I think, be made.

"The recommendations made by the Honourable the Financial Secretary in the 19th paragraph of his speech are very sound. But I believe he wants to reduce the communication grants by about $2^1/_2$ lakhs only as a temporary measure, the reduction to be recouped, if possible, next year. Although no provision has been made for raising the Cotton College to a first grade one, yet I understand that a sufficient sum for its maintenance will be forthcoming from savings from other heads in the event of the neccessary sanction being received."

এই সভাত বাজেট সন্দৰ্ভত ভাষণ দাঙি ধৰিছিল মৌলবী ছৈয়দ নবাব আলী চৌধুৰী, মহাৰজা গিৰিজানাথ ৰয়ে। নবাব খাজা চলিমউল্লা বাহাদুৰে তেওঁৰ ভাষণত কৈছিল— 'অসম বাৰ্মাৰ দৰে ৰাজহৰ সম্ভাৱনাসম্পন্ন অঞ্চল। ইয়াৰ বনাঞ্চল আৰু খনিজ সম্পদ আৰু সাৰুৱা মাটিয়ে নিশ্চয়কৈ চৰকাৰক লাভান্বিত কৰিব। চৰকাৰে ইয়াৰ উন্নয়নৰ বাবে মনোযোগ দিয়াৰ লগতে প্ৰয়োজনীয় ধন খৰচ কৰিবও লাগিব। ইয়াৰ পিছতে বিভিন্ন বিভাগৰ বিষয়াসকলে নিজৰ নিজৰ বিভাগ সন্দৰ্ভত বক্তৃতা প্ৰদান কৰিছিল। এই বিষয়াসকলৰ ভিতৰত আছিল এইচ লেমেছুৰিয়েৰ, পি চি লিয়ন আৰু পি জি মেলিছ্যছ, এইচ ছেভেজ, এল জে কেৰশ্ব আদি। সদস্যসকলে দাঙি ধৰা বিভিন্ন পৰামৰ্শ আৰু যুক্তিৰ তেওঁলোকে উত্তৰ দিছিল। পি চি লিয়নে তেওঁৰ ভাষণত মাণিক চন্দ্ৰ বৰুৱাই ৰাজহ সন্দৰ্ভত দাঙি ধৰা প্ৰশ্নৰ উত্তৰ

দি কৈছিল— 'মাণিক চন্দ্ৰ বৰুৱাই প্ৰতিটো ভূমি বন্দবস্তিৰ সময়তে মাটিৰ উৎপাদনক্ষমতা বিচাৰ নকৰাকৈ ৰাজহ বৃদ্ধি কৰাৰ চৰকাৰী নীতি আপত্তিজনক বুলি দাঙি ধৰা বক্তব্য যুক্তিপূৰ্ণ। চৰকাৰৰ এনেধৰণৰ যুক্তিৰ প্ৰতি সহমত প্ৰকাশ কৰি তেওঁ সদনাই ৰাজহ বৃদ্ধিৰ বিৰোধিতা কৰিছে। অলপতে হৈ যোৱা শিৱসাগৰ, কামৰূপ আৰু নগাঁৱত ভূমি বন্দবস্তিৰ সময়ত এইটো প্ৰতীয়মান হৈছে যে বৰ্তমান অৱস্থাত ভূমি ৰাজহৰ নিৰ্ধাৰিত মূল্য সাল-সলনিৰ কোনো প্ৰয়োজন নাই। কাৰণ ইতিমধ্যে ব্ৰহ্মপুত্ৰৰ বানৰ ফলত জনসাধাৰণ ক্ষতিগ্ৰস্ত হোৱাৰ উপৰি ক'লাজ্বৰৰ বিধ্বংসী ৰূপে সকলোৰে মাজত ত্ৰাসৰ সৃষ্টি কৰিছে। ৰাজ্যখনত থকা পতিত মাটিসমূহ অনাবাদী হৈ থকা কাৰণে সেই মাটিৰ ৰাজহ চৰকাৰে পোৱা নাই। ইতিমধ্যে ৰাজহ ব'ৰ্ডৰ সদস্যসকলৰ সৈতে আলোচনা কৰি প্ৰদেশখনৰ উন্নয়নৰ বাবে নানা পদ্ধতি গ্ৰহণ কৰা হৈছে। আমি আশা ৰাখিছো ক্ৰমাগতভাৱে প্ৰদেশখনৰ উন্নয়নৰ দিশত এই পদক্ষেপে সহায় কৰিব। মাননীয় সদস্যগৰাকীয়ে এক বিশাল এলেকাৰ নতুন প্ৰদেশ এখনৰ ক্ষেত্ৰত শাসনৰ পৰা কোনো সহায় নাপাব বুলি যি আশংকা কৰিছে, মোৰ অনুমান সেই ধাৰণা কিছুদিন পাছত তেওঁলোকৰ মনৰ পৰা আঁতৰি যাব। অসমৰ জনসাধাৰণে জিলা, মহকুমা আৰু চৰকাৰৰ মুখ্য কাৰ্যালয়ত নিজৰ প্ৰতিনিধি বা বিষয়া নথকা হেতু তেওঁলোকৰ অভাব-অভিযোগসমূহ বিবেচনা কৰা নহ'ব বুলি যি শংকা আৰু সন্দেহ কৰিছে সেয়াও বাস্তৱসম্মত নহয়। অসমীয়া লোকৰ যিকোনো অভাব-অভিযোগৰ ক্ষেত্ৰত চৰকাৰে প্ৰয়োজনীয় গুৰুত্ব দিব বুলিও মই নিশ্চিতি প্ৰদান কৰিছো।' আবকাৰী বিভাগৰ দায়িত্বত থকা পি জি মেলিচাছে তেওঁৰ উত্তৰত কৈছিল যে মাণিক চন্দ্ৰ বৰুৱাই ভাং আৰু আফিং সন্দৰ্ভত কৰা প্ৰশ্নকেইটাত ব্যৱহাৰ কৰা বাক্য আৰু শব্দবোৰে আন ঠাইৰ সাধাৰণ মানুহৰ মাজত এনে ধাৰণা এটা সৃষ্টি কৰিব যেন অসমৰ লোকসকলে এনেবোৰ ৰাগিয়াল সামগ্ৰী গ্ৰহণৰ বাবে আগ্ৰহান্বিতহে। আনহাতে চৰকাৰেও যেন ইয়াৰ ব্যৱহাৰ ৰোধ কৰাৰ কাৰণে প্ৰয়োজনীয় পদক্ষেপ আগ বঢ়োৱা নাই।

পি চি লিয়নে পুনৰ কৈছিল— 'মই প্ৰথমতে অসম উপত্যকাৰ বহু পুৰণি সমস্যা আফিং সন্দৰ্ভত মোৰ ক'ব লগীয়াখিনি উত্থাপন কৰিছো। নিঃসন্দেহে গোটেই বিশ্বতে ৰাগিয়াল বস্তুৰ প্ৰতি আগ্ৰহ বাঢ়িছে। সম্ভৱতঃ অসমতো যোৱা কেইবছৰমান ধৰি অসমীয়া মানুহৰ আৰ্থিক অৱস্থা কিছু স্বচ্ছল হোৱা বাবে এনে আগ্ৰহ বৃদ্ধি পাইছে। পিছে অধিকাংশ অসমীয়া মানুহৰ মাজত আফিং সেৱনৰ অভ্যাস নাই। কিছুসংখ্যকে জ্বৰ আৰু অন্যান্য বেমাৰৰ প্ৰতিষেধক হিচাপে কুইনাইনৰ দৰে আফিং ব্যৱহাৰ কৰে। ভাং উত্তৰ আৰু পূৰ্ববংগত বেছিকৈ ব্যৱহাৰ হয়। মাননীয় সদস্যসকলৰ বহুতে নিশ্চয় জানে অধিক আফিং ব্যৱহাৰ হয় পাহাৰ আৰু পৰ্বতৰ নামনি অঞ্চলত। সেইবোৰ অঞ্চলত সাধাৰণতে বিভিন্ন ধৰণৰ জ্বৰে সৰ্বসাধাৰণক আক্ৰান্ত কৰে। তদুপৰি গাঁও অঞ্চলত সিঁচৰতি হৈ থকা খেতিয়কসকলে আফিং বেছিকৈ ব্যৱহাৰ কৰে। যিসকলে অসমৰ আফিং ব্যৱহাৰৰ অতীত ইতিহাস জানে, তেওঁলোক নিশ্চয় অসম উপত্যকাত আফিঙৰ ব্যৱহাৰ কমোৱাৰ বাবে চৰকাৰে কি কি ব্যৱস্থা গ্ৰহণ কৰিছে সেই বিষয়েও অৱগত। ১৮৬০ চনলৈ অসমত আফিং খেতি বা আফিং উৎপাদনৰ ক্ষেত্ৰত কোনোধৰণৰ নিষেধাজ্ঞা নাছিল। ১৮৫৩ চনত মিলে দিয়া প্ৰতিবেদনত উল্লেখ কৰিছে— 'সেই সময়ত পুৰুষ, মহিলা আৰু ল'ৰা-ছোৱালীৰ মাজত ভয়াবহভাৱে আফিং সেৱনৰ অভ্যাস গঢ়ি উঠিছিল। ১৮৬০ চনত ইয়াৰ ওপৰত নিষেধাজ্ঞা আৰোপ কৰা হৈছিল।' তেতিয়াৰে পৰা ১৯০১ চনলৈ আফিং সেৱনকাৰীৰ সংখ্যা ক্ৰমশঃ হ্ৰাস পাবলৈ ধৰে। চৰকাৰে আফিং সেৱন হ্ৰাস কৰাৰ বাবে তলত দিয়া ব্যৱস্থাসমূহ গ্ৰহণ কৰি আহিছে।

১) আফিঙৰ দাম ক্ৰমান্বয়ে বঢ়াই এতিয়া সেৰেপ্ৰতি ৪০ টকা কৰিছে।

২) খুচুৰা ব্যৱসায়ৰ অনুজ্ঞাপত্ৰৰ সংখ্যা কমোৱা হৈছে। ১৮৭৪ চনত মুখ্য আয়ুক্তৰ অধীনলৈ সমগ্ৰ অসমৰ কৰ্তৃত্ব অহাৰ সময়ত প্ৰদেশখনত ৫,০০০খন আফিঙৰ দোকান আছিল। বৰ্তমানৰ অসম অংশত এই দোকান হ্ৰাস পাই হৈছে মাত্ৰ ৫০০খন।

৩) বিগত কিছুদিনৰ পৰা আফিং নিষিদ্ধ অঞ্চলসমূহত চৰকাৰী সাহায্য বৃদ্ধি কৰা হৈছে। অৱশ্যে অকল আফিঙৰ ব্যৱহাৰ নিষিদ্ধকৰণৰ বাবেই নহয়, অন্য দিশসমূহতো ব্যৱস্থা গ্ৰহণ কৰা হৈছে। ১৮৬৮ আৰু ১৮৯৯ চনত ভূমি ৰাজহ ৩০ আৰু ৪০ শতাংশকৈ বৃদ্ধি কৰাৰ ফলত সৰ্বসাধাৰণ লোকৰ আয় কিছু পৰিমাণে কমি যোৱাৰ বাবে তেওঁলোকে আফিঙৰ দৰে বিলাসী বস্তু কিনাৰ ক্ষেত্ৰত বাধা আহি পৰিছে।

৪) অনাহূতভাৱে উনবিংশ শতিকাত নামনি আৰু মধ্য অসমত হোৱা ভয়াবহ ক'লাজ্বৰৰ ফলত অসমীয়া লোকৰ সংখ্যা অস্বাভাৱিকভাৱে হ্ৰাস পাইছিল। বান, ভূমিকম্প আৰু বেমাৰেও অসমীয়া মানুহক কঙাল আৰু দুৰ্বল কৰি পেলাইছিল। উল্লিখিত কাৰণসমূহৰ বাবে ১৯০১ চনলৈ আফিঙৰ ব্যৱহাৰ কমি গৈছে যথেষ্ট পৰিমাণে।

১৯০১ চনৰ পাছত অসমৰ আঞ্চলীয়া পৰিস্থিতিৰ কিছু পৰিবৰ্তন ঘটিছে। খেতিৰ উৎপাদন বৃদ্ধি পাইছে। ফলত আফিং সেৱনকাৰীৰ সংখ্যাও বাঢ়িছে। ১৯০৩ চনৰ পৰা অসমৰ জিলাসমূহত ভূমি পুনৰ বন্দোবস্তিৰ কাম আৰম্ভ হৈছে। এই বন্দোবস্তিৰ ফলত লখিমপুৰ জিলাক বাদ দি বাকী চাৰিখন জিলাৰ ভূমি ৰাজহ পূৰ্বৰ দৰে একে আছে। ১৯০৫ চনৰ পাছৰ সময়ছোৱাত উৎপাদিত সামগ্ৰীৰ অভাৱনীয় মূল্যবৃদ্ধিৰ ফলত (মূলতঃ মাটিৰ খাজনা বৃদ্ধি নকৰাৰ ফলত) খেতিয়কসকলৰ উপাৰ্জন বাঢ়িছিল। সাময়িকভাৱে আৰ্থিক উন্নতি হোৱাৰ ফলত অসমীয়া ৰাইজ আফিঙৰ দৰে বিলাসী সামগ্ৰীৰ প্ৰতি অধিক পৰিমাণে আকৰ্ষিত হয়। যোৱা বছৰ মিকিৰ মৌজাত লাৱ মূল্য কমাৰ ফলত অঞ্চলটোত আফিঙৰ ব্যৱহাৰ কিছু কমা পৰিলক্ষিত হৈছে। বাকী অঞ্চলত এনে হ্ৰাসৰ পৰিমাণ একেবাৰে কম।

চৰকাৰ এইক্ষেত্ৰত শুই থকা নাই। যিমানেই আফিঙৰ ব্যৱহাৰ বাঢ়িব, সিমানেই ইয়াৰ ওপৰত অধিক নিষিদ্ধকৰণৰ ব্যৱস্থা অধিক দৃঢ় কৰা হ'ব। মাননীয় বিত্ত সচিবে উল্লেখ কৰিছে যে ১৯০৫ চনপৰ্যন্ত আফিঙৰ দোকান ৮৮৩খনৰ পৰা ৪০১খনলৈ কমোৱা হৈছে। বৰ্তমান আফিঙৰ চৰকাৰী মূল্য সেৰেপ্ৰতি ৩৭ টকাৰ পৰা ৪০ টকা কৰা হৈছে। বৰ্তমান চৰকাৰে এইখিনি কৰিব পাৰিছে যদিও অধিক কঠোৰ ব্যৱস্থা লোৱাৰ ক্ষেত্ৰত কিছু অসুবিধাও আছে। প্ৰথমতে যিবোৰ অঞ্চলত চৰকাৰে আফিং হ্ৰাস কৰাৰ কাৰণে ব্যৱস্থা লৈছিল আৰু কৃতকাৰ্য হৈছিল, সেইবোৰ অঞ্চলৰ অসমীয়া মানুহে আফিঙৰ পৰিবৰ্তে গাঞ্জা ব্যৱহাৰ কৰিবলৈ লৈছে। এইক্ষেত্ৰত কি ব্যৱস্থা গ্ৰহণ কৰিব পাৰি সেই বিষয়ে আবকাৰী আয়ুক্ত আৰু মই পৰামৰ্শ যুগুত কৰি আছো। যদি এটা বদ অভ্যাস বাধা দিবলৈ যাওঁতে অন্য এটা বদ অভ্যাস গ্ৰহণ কৰে, ইয়াৰ দ্বাৰা কোনোধৰণৰ লাভ নহ'ব। কিছু পৰিমাণে আফিঙতকৈ গাঞ্জা উন্নতমানৰ মাদক দ্ৰব্য— এই বিষয়ে পতিয়ন নিয়াবলৈ আমাৰ হাতত তেনেধৰণৰ তথ্য নাই। গাঞ্জা ভয়াবহ হ'লেও ই সহজলভ্য আৰু ইয়াক নিয়ন্ত্ৰণ কৰিবলৈকো বেছি কষ্টকৰ। তদুপৰি ৰাজ্যখনৰ বিভিন্ন ঠাইত গাঞ্জা উৎপাদিত হয়। পাহাৰীয়া গাঞ্জা সহজতে অসম উপত্যকাৰ সমতল ভূমিলৈ চোৰাংভাৱে অনাৰ সুবিধা পৰ্যাপ্ত।

আফিঙৰ অবৈধ আমদানি বিপজ্জনক। যদি অবৈধ সামগ্ৰীবিধৰ স্থানীয় দৰ উচ্চ হয় আৰু যদি এইবিধ সামগ্ৰী পোৱাত বাধা দিয়া হয়, তেতিয়াহ'লে আফিঙৰ ব্যৱহাৰ ৰোধ কৰাত সুবিধা হ'ব। আমাৰ চৰকাৰী দাম বা নিৰিখ আফিং উৎপাদিত জিলাসমূহতকৈ বেছি। তদুপৰি যোগাযোগ ব্যৱস্থা সহজ হোৱাৰ বাবে গোপনে এইবিধ সামগ্ৰীৰ সৰবৰাহ কৰিব পাৰে। আমাৰ বহু সদস্যই নিশ্চয় জানে, বাৰ্মাত আফিঙৰ ব্যৱহাৰ নিষিদ্ধ কৰা হৈছে। তথাপি বাৰ্মালৈ প্ৰচুৰ পৰিমাণে আফিং চোৰাংভাৱে সৰবৰাহ হৈ আছে। তাত পুলিচ আৰু অন্যান্য লোকক আফিঙৰ নিষিদ্ধকৰণৰ ব্যৱস্থা কৰাৰ বাবে নিয়োজন কৰা হৈছে। অসমত আমি এনেধৰণৰ ব্যৱস্থা গ্ৰহণ কৰিব খোজা নাই। মোক কিছু অসমীয়া বিষয়াই পৰামৰ্শ দিছে আফিঙৰ দাম বৃদ্ধি কৰিব নালাগে। ইয়াৰ কাৰণ হিচাপে তেওঁলোকে উল্লেখ কৰিছে যে যদি

আফিঙৰ চৰকাৰী দাম বঢ়াই দিয়া হয় আৰু দোকানৰ সংখ্যা কমাই দিয়া হয়, তেতিয়া আফিং কমকৈ ব্যৱহাৰ কৰা অসমীয়া লোকসকল ক্ষতিগ্ৰস্ত হ'ব। কাৰণ তেওঁলোকে ঔষধ হিচাপেহে আফিং ব্যৱহাৰ কৰে। মই চৰকাৰক এইক্ষেত্ৰত অধিক কঠোৰ ব্যৱস্থা লোৱাৰ পৰিবৰ্তে দুই-তিনি বছৰলৈ স্থিতাৱস্থা বাহাল ৰখাৰ পৰামৰ্শ দিছো।

গাঞ্জাৰ ব্যৱহাৰ কামৰূপ আৰু শিৱসাগৰ জিলাত শেহতীয়াকৈ আৰম্ভ হৈছে। ১৯০৫ চনলৈ গাঞ্জাৰ ব্যৱহাৰ সম্পৰ্কে বিশেষ তথ্য আমাৰ হাতত নাই। যিহেতুকে গাঞ্জা অসমৰ বাবে নতুন মাদক দ্ৰব্য, সেয়েহে এই সন্দৰ্ভত কোনো তথ্য চৰকাৰে ৰখা নাই। ভগনীয়া লোকসকল গাঞ্জাৰ প্ৰতি অধিক আসক্ত। কাৰণ তেওঁলোকৰ নিজৰ দেশত গাঞ্জাৰ বহুল ব্যৱহাৰ আছে। তেওঁলোকে গাঞ্জা ব্যৱহাৰ কৰাৰ ফলত অসমত কেনেধৰণৰ প্ৰভাৱ বিস্তাৰ কৰিছে, সেই সম্পৰ্কে তদন্তৰ ব্যৱস্থা কৰা হ'ব। তদুপৰি গাঞ্জা আফিঙৰ কিমান দূৰ বিকল্প হ'ব পাৰে, সেই বিষয়েও অনুসন্ধান কৰা হ'ব। মই ব্যক্তিগতভাৱে অসমৰ পৰা আফিঙৰ ব্যৱহাৰ নোহোৱা কৰিব বিচাৰিছো। মোৰ মতে, ই সমাজৰ বৰবিহ। বিতৰ্কত অংশগ্ৰহণ কৰি এইচ ছেভেঞ্জে ছৈয়দ নবাব আলী চৌধুৰীয়ে দিয়া ভাষণৰ উত্তৰত তেওঁ কৈছিল যে নবাব আলী চৌধুৰীয়ে অসমত পৰি থকা পতিত মাটিসমূহত খেতি কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিবলৈ দিয়া পৰামৰ্শৰ প্ৰতি দৃষ্টিগোচৰ হৈছে। চৰকাৰে অসমত সহজলভ্য চৰ্তত খেতিৰ প্ৰসাৰতা বঢ়োৱাৰ বাবে উৎসাহিত কৰি আহিছে আৰু ইতিমধ্যে এইক্ষেত্ৰত সাফল্য লাভ কৰা হৈছে। বিশেষকৈ চাহ বাগিচাৰ সংলগ্ন মাটিসমূহত এই ব্যৱস্থা কৃতকাৰ্য হৈছে। বাহিৰৰ পৰা অহা মানুহখিনিক চাহ বাগিচাৰ কিছু আঁতৰৰ পিছপৰা অঞ্চলত বিশেষ সুবিধা দিয়াৰ বিষয়েও চৰকাৰে বিবেচনা কৰি আছে। এই অঞ্চলসমূহত বাহিৰৰ পৰা অহা মানুহখিনিক আকৰ্ষণ কৰিবলৈ কিছু সময় লাগিব। নামঘৰ হাবিৰ ওচৰত এনেধৰণৰ আঁচনি গ্ৰহণ কৰা হৈছিল, কিন্তু এই আঁচনি ফলপ্ৰসূ নহ'ল। ঠিক তেনেধৰণে এই আঁচনি অন্য অঞ্চলটো কাৰ্যকৰী হোৱা নাই। এই ব্যৱস্থাৰ পৰিবৰ্তন ঘটাবলৈ হ'লে ৰাস্তা আৰু ৰে'লৱে ব্যৱস্থা সহজলভ্য কৰিব লাগিব। মৈমনসিং জিলাৰ পৰা অহা বাহিৰৰ ভগনীয়াসকলে গোৱালপাৰা জিলাৰ ব্ৰহ্মপুত্ৰৰ চৰসমূহত বসতি কৰিবলৈ লৈছে। প্ৰকৃততে এই ভূমি জমিদাৰৰ অধীনত আছিল। পূব দুৱাৰ্ছত বাহিৰৰ লোকসকলক বসতি দিয়াৰ যি আঁচনি গ্ৰহণ কৰা হৈছিল, সেই আঁচনিও কৃতকাৰ্য নহ'ল।

ব্যৱস্থাপক সভাৰ সভাপতিয়ে সভাৰ মোখনি মাৰি দিয়া ভাষণত কয়— 'মাণিক চন্দ্ৰ বৰুৱাই বাজেট ভাষণত উল্লেখ কৰা অসমীয়া জনসাধৰণে পূৰ্ববংগৰ জনসাধাৰণতকৈ বেছি বোজা ল'ব লগা বুলি কোৱা কথা শুদ্ধ নহয়। তেওঁৰ ভাষণত কেৱল প্ৰদেশখনৰ অসম অংশই দিয়া কৰ সম্পৰ্কেহে উল্লেখ কৰিছে। কিন্তু পূৰ্ববংগৰ অন্য শিতানত ৰাজকোষলৈ দিয়া অৰিহণা বেছি। ভূমি ৰাজহ শিতানত সংগৃহীত ধন সম্পৰ্কত বৰুৱাই যি তথ্য দাঙি ধৰিছে, সেই তথ্য বৰুৱাই নজনাকৈ দাঙি ধৰিছে। কাৰণ তেওঁ বোধ কৰো নাজানে যে অসমত চৰকাৰ হ'ল মাটিৰ মালিক আৰু যি ৰাজহ পোৱা যায় সেই ৰাজহ হ'ল সম্পূৰ্ণ ভাৰা (Rent) সদৃশ। যদিও বাজেটত মাটিৰ খাজনা হিচাপে দেখুওৱা হৈছে, এইটো প্ৰকৃততে ভাৰা কৰৰ নিচিনা। অসমৰ ৰায়তসকলে পূৰ্ববংগৰ ৰায়তসকলতকৈ কম কৰ আদায় দিয়ে। আনহাতে ইয়াৰ সলনি তেওঁলোকে পাব লগাতকৈয়ো বেছি সুবিধা গ্ৰহণ কৰি আহিছে। আনকি পূৰ্ববংগৰ ভূ-স্বামীসকলতকৈয়ো ৰায়তসকলে বেছি অধিকাৰ ভোগ কৰি আহিছে। ৰায়তসকলে যেতিয়ালৈকে কৰ আদায় দিয়ে, তেতিয়ালৈকে তেওঁলোকৰ নিজৰ স্বত্ব দখল সুৰক্ষিত হৈ থাকে। তদুপৰি তেওঁলোকে বেদখল কৰি ৰখা মাটিৰ সম্পূৰ্ণ আৰু শুদ্ধ তথ্য ৰখাৰ ব্যৱস্থাও আছে যাতে এই সম্পৰ্কে ওচৰ-চুবুৰীয়াৰ লগত মাটি সংক্ৰান্তত কোনোধৰণৰ কাজিয়া-পেচাল হ'ব নোৱাৰে নতুবা অন্যায়ভাৱে মাটিৰ দখলৰ পৰা আঁতৰাব নোৱাৰে। পূৰ্ববংগৰ জমিদাৰৰ হাতত বা তেওঁৰ কৰ্মচাৰীসকলৰ হাতত যেনেকৈ কৃষক বা ৰায়তৰ স্বাধীনতা বা অধিকাৰ সদায়ে খৰ্ব বা ক্ষতিগ্ৰস্ত হৈ আহিছে, অসমৰ ক্ষেত্ৰত তেনেধৰণৰ অন্যায়

অবিচাৰ কৰা নহয়। কাৰণ অসমত অনধিকাৰৰ দখল আৰু দাবীৰ ব্যৱস্থা নাই। অসমৰ পৰা কম বা বেছি পৰিমাণৰ যি ভূমি ৰাজহ চৰকাৰৰ ভঁৰাললৈ আহিছে, ইয়াৰ বাহিৰে অসমৰ জনসাধাৰণক ক্ষতি কৰিব পৰাকৈ কোনো কৰ বা খাজনাও নতুনকৈ আদায় কৰাৰ কথা চৰকাৰে ভবা নাই। খেতিৰ মাটি অনুযায়ী কৰ বা খাজনা বেলেগ বেলেগ হয় যদিও বৰ্ধিত হাৰত খাজনা আদায় কৰিলেহে কৃষকৰ ওপৰত হেঁচা পৰে । যেতিয়া খেতিৰ উপাৰ্জন বাঢ়ে, তেতিয়াই খাজনাৰ পৰিমাণ বৃদ্ধি পায়। কিন্তু খাজনাৰ হাৰ বৰ্তমান অৱস্থাত বঢ়োৱা নাই; বৰং এই হাৰ পূৰ্ববংগতকৈ বহুত কম কৰিহে ৰখা হৈছে।'

১৯১০ চনৰ ৪ জানুৱাৰীত ব্যৱস্থাপক সভাৰ বৈঠক অনুষ্ঠিত হৈছিল। এই বৈঠকত সদস্যৰ সংখ্যা বৃদ্ধি কৰা হৈছিল। কাৰণ ১৯০৯ চনত 'কাউঞ্চিল আইন'ৰ সংশোধন কৰা হৈছিল। অধিক অঞ্চলৰ পৰা সৰহসংখ্যক সদস্য অন্তৰ্ভুক্ত কৰাৰ উদ্দেশ্যেই 'ব্যৱস্থাপক সভা'ৰ পৰিসৰ বৃদ্ধি কৰা হৈছিল। সভাত সভাপতিত্ব কৰিছিল লেফটেনেণ্ট গৱৰ্ণৰ ছাৰ হেৰে। উপ-সভাপতি আছিল পি জি মেলিছাছ। সদস্যৰ সংখ্যা আছিল সভাপতি আৰু উপ-সভাপতিক বাদ দি ৩৪। সিদিনাই ব্যৱস্থাপক সভা পৰিচালনাৰ বাবে 'ৰুল্‌ছ ফৰ কণ্ডাক্ট অৱ্ বিজিনেছ' আৰু 'পূৰ্ববংগ আৰু অসম আবকাৰী বিল' সংক্ৰান্তত বাছনী কমিটী গঠন কৰা হৈছিল। এই বাছনী কমিটীত মাণিক চন্দ্ৰ বৰুৱাক অন্তৰ্ভুক্ত কৰা হৈছিল। এইখিনিতে প্ৰণিধানযোগ্য যে এইখন ব্যৱস্থাপক সভালৈ অসমৰ পৰা মাণিক চন্দ্ৰ বৰুৱাৰ উপৰি ৰজা প্ৰভাত চন্দ্ৰ বৰুৱা আৰু ৰায়বাহাদুৰ ভুবনৰাম দাস, মৌলবী চৈয়দ আব্দুল মজিদ সদস্যৰূপে মনোনীত হৈছিল।

১৯১০ চনৰ ১৪ মাৰ্চত পুনৰ ব্যৱস্থাপক সভা অনুষ্ঠিত হৈছিল। এই সভাত অন্য ছজন সদস্যই নতুনকৈ শপত গ্ৰহণ কৰিছিল। সেই সদস্যকেইজন আছিল মহাৰাজা গিৰিজানাথ ৰয়, কুমাৰ মহেন্দ্ৰৰঞ্জন ৰয়, এন ডি বেটছন বেল, দুলাল চন্দ্ৰ দেৱ ৰয়, নবীন চন্দ্ৰ দাস, ডব্লিউ জে ৰিড। সিদিনাৰ সভাত মাণিক চন্দ্ৰ বৰুৱাই অসমৰ 'লোকেল ব'ৰ্ড' আইনখন সংশোধন কৰাৰ বিষয়ে প্ৰশ্ন উত্থাপন কৰিছিল। এই আইনখনক এটা ন্যায়সংগত মৰ্যাদা প্ৰদান কৰোৱাটোৱেই তেওঁৰ উদ্দেশ্য আছিল। তেওঁ গুৱাহাটীলৈ পূৰ্ববংগৰ ৰাজ্যিক ৰে'লৱে লাইন সম্প্ৰসাৰণ কৰা কাৰ্যক প্ৰশংসা কৰাৰ বিপৰীতে গোৱালপাৰা, দলগোমা, খলাবন্ধা, পলাশবাৰী, মঙলদৈ আৰু তেজপুৰ আদিলৈ ডাক আৰু যাত্ৰীসকলক কঢ়িয়াই নিয়াৰ ক্ষেত্ৰত কি ব্যৱস্থা কৰিছে বুলি প্ৰশ্ন উত্থাপন কৰিছিল। লোকেল ব'ৰ্ড সম্পৰ্কত উত্থাপিত প্ৰশ্ন সন্দৰ্ভত বিভাগটোৰ দায়িত্বত থকা বিষয়া এল জে কেৰশ্বই কৈছিল— 'বিকেন্দ্ৰীকৰণ কমিছন আয়োগে সেই গোটেই বিষয় সন্দৰ্ভত উত্তৰ দি থৈছে। ইয়াৰ প্ৰতিবেদন ইতিমধ্যে প্ৰকাশ পাইছে। প্ৰতিবেদনখনত স্থানীয় স্বায়ত্ত শাসন সম্পৰ্কত বহু গুৰুত্বপূৰ্ণ পৰামৰ্শ আগ বঢ়াইছে। চৰকাৰে এই পৰামৰ্শৱলী বিবেচনা কৰাৰ পাছতহে ব্যৱস্থা গ্ৰহণ কৰিব পৰা যাব। ৰে'লৰ প্ৰসাৰণ সম্পৰ্কে সোধা প্ৰশ্নৰ উত্তৰত বিভাগৰ বিষয়া বেংকেছ গাইথাৰে কৈছিল যে গুৱাহাটীলৈ ৰে'লৱে লাইন সম্প্ৰসাৰণ হোৱাৰ পিছত দলগোমা ডাকঘৰক গোৱালপাৰাৰ লগত সংযোজন কৰা হৈছে আৰু বাৰ্ণাছ লাইনৰ দ্বাৰা যোগাযোগৰ ব্যৱস্থা কৰা হ'ব। পাছত একেদৰে অভয়াপুৰী ৰে'ল ষ্টেচনৰে সংযোগ কৰা হ'ব। খলাবন্ধা ডাকঘৰক প্ৰশাসনিক ব্যৱস্থাৰ বাবে ব্যৱহাৰ কৰা হৈছিল যদিও এতিয়া বন্ধ হৈছে। বৰপেটা ডাকঘৰ পৰা খলাবন্ধালৈ ডাক সেৱা আগ বঢ়াই অহা হৈছে। আনহাতে পলাশবাৰীলৈ অহা ডাক পাণ্ডু ঘাটত সলনি কৰা হয় বাৰ্ণাছৰ দ্বাৰা। বাৰ্ণাছৰ দ্বাৰা মঙলদৈলৈকো দিনত দুবাৰকৈ ডাক সেৱা আগ বঢ়াই থকা হৈছে। তেজপুৰৰ ডাক চাপৰমুখলৈ ৰে'লেৰে লৈ যোৱা হয়। তাৰ পাছত বাৰ্ণাছৰ দ্বাৰা নগাঁও হৈ লাওখোৱাঘাটেৰে নদী পাৰ কৰাই কঢ়িয়াই নিয়া হয়। গোলকগঞ্জৰ পৰা গুৱাহাটীলৈ পূৰ্ববংগ ৰাজ্যিক ৰে'লেৱে সেৱা মুকলি কৰিলেও ষ্টিমাৰ কোম্পানীৰ সেৱা অব্যাহত থাকিব আৰু যাত্ৰীসকলে পূৰ্বৰ দৰে একে সুবিধা লাভ কৰি থাকিব।'

বৰুৱাই অসমীয়া লোকক আমোলা হিচাপে নিযুক্তি দিয়া সন্দৰ্ভতো প্ৰশ্ন উত্থাপন কৰিছিল।

তেওঁ প্ৰশ্ন কৰিছিল— যোৱা ৪ তাৰিখৰ অধিৱেশনত অসমৰ আমোলাসকলক নিযুক্তি দিয়া বিষয় তালিকা দাখিল কৰা হৈছে, সেই নিযুক্তিত সকলো বিভাগকে সামৰি লোৱা হৈছে নে নাই? ভেতিয়া এই বিভাগৰ দায়িত্বত থকা বিষয়া নাথানে কৈছিল যে সকলো বিভাগকে সামৰি লোৱা কথাটো সত্য। এই সংক্ৰান্তত্ব বৰুৱাৰ দ্বিতীয় প্ৰশ্নৰ উত্তৰ দি তেওঁ কৈছিল যে অসম উপত্যকাৰ আমোলা পদবোৰত চৰকাৰে যথেষ্টসংখ্যক লোকক নিযুক্তি দিছিল; য'ত অসমীয়াসকলৰ নিযুক্তি পোৱাৰ অধিকাৰ আছে, তাত বিদেশী লোকক চৰকাৰে নিযুক্তি দিছে। এই সন্দৰ্ভত ছাৰ বেমফিল্ড ফুলাৰে জাননী দিছিল। এই জাননীখন কাৰ্যকৰী কৰিব বুলি বাৰে বাৰে ঘোষণা কৰাও হৈছিল। ইয়াৰ পাছত চৰকাৰে কি ব্যৱস্থা গ্ৰহণ কৰিছে? তাৰ উত্তৰত মিঃ নাথানে কৈছিল— '১৯০৩ চনৰ ১৭ নৱেম্বৰত মুখ্য আয়ুক্তই গ্ৰহণ কৰা প্ৰস্তাৱত এই সম্পৰ্কীয় নীতিৰ কথা উল্লেখ আছে। বিশেষকৈ আয়ুক্ত, বিচাৰপতি আৰু জিলা কাৰ্যালয়সমূহৰ ক্ষেত্ৰত এই নীতি মানি অহা হৈছে। আন কাৰ্যালয় সম্পৰ্কে কি ব্যৱস্থা গ্ৰহণ কৰিছে, সেই বিষয়ে মোৰ হাতত তথ্য নাই। ইয়াৰ উপৰি মাণিক চন্দ্ৰ বৰুৱাই অসমৰ মৌজাদাৰসকলৰ মৰ্যাদা বৃ সন্দৰ্ভত কৰা প্ৰশ্নৰ উত্তৰ দি তেওঁ কৈছিল যে এই বিষয়টো বহুদিন ধৰি চৰকাৰ আৰু ৰাজহ বিভাগৰ দৃষ্টিগোচৰ হৈ আহিছে। কিন্তু মাননীয় সদস্যগৰাকীয়ে উল্লেখ কৰাৰ দৰে তেনে নিৰ্দিষ্ট কোনো প্ৰস্তাৱ চৰকাৰে পোৱা নাই।'

সিদিনাৰ সভাত ৰায়বাহাদুৰ ভুবনৰাম দাসে প্ৰশ্ন কৰিছিল যে অসম স্কুল মেনুৱেলৰ নিয়মমতে অসম আৰু পূৰ্ববংগৰ জিলাসমূহৰ কোনো এজন ছাত্ৰই হাইস্কুলৰ এটা শ্ৰেণীতে দুবছৰ পঢ়িব নোৱাৰে। সেই ব্যৱস্থা এতিয়াও কাৰ্যকৰী হৈ আছে নে নাই? পূৰ্ববংগত যদি এই নিয়ম কাৰ্যকৰী হৈ থকা নাই, তেন্তে অসমত এই নিয়ম কিয় কাৰ্যকৰী কৰি ৰখাৰ উদ্দেশ্য কি? দ্বিতীয় প্ৰশ্নটো আছিল— চৰকাৰে যদি অনুগ্ৰহ কৰি ইতিমধ্যে এই নিয়ম বন্দ কৰা নাই, তেনেহ'লে এই নিয়ম বন্দ কৰিবনে? ইয়াৰ উত্তৰত নাথানে কৈছিল— 'সদস্যগৰাকীয়ে কোৱাৰ দৰে আসাম মেনুৱেলৰ কোনো নিয়ম বা বিধান কাৰ্যকৰী হৈ থকা নাই। আসাম স্কুল মেনুৱেলৰ অনুচ্ছেদ ১৭০ত এনেদৰে উল্লেখ আছে— 'Subject to Articles 62 and 169, a boy should win promotion annually. It is inexpedient to keep at a school a boy who fails to win promotion from his class in two years; and Inspectors should see that this is not generally done, save where the pupil fails to secure promotion not through laziness but through natural aptitude.' মূলতঃ দুয়োখন প্ৰদেশৰ পাৰ্থক্য থকাৰ বাবেই এই নিয়ম পূৰ্ববংগৰ জিলাসমূহত প্ৰযোজ্য কৰা হোৱা নাই। বৰ্তমানৰ প্ৰদেশ গঠন হোৱাৰ পূৰ্বতে এই বিধান বা নিয়ম অসমত দীৰ্ঘদিন কঠোৰভাৱে বলবৎ আছিল।'

ভুবনৰাম দাসৰ পাছৰ প্ৰশ্নৰ উত্তৰত তেওঁ কৈছিল যে চৰকাৰে বৰ্তমান অৱস্থাত এই নিয়ম বন্দ কৰিব খোজা নাই। কাৰণ ই ছাত্ৰ-ছাত্ৰীৰ বাবে প্ৰয়োজনীয় আৰু উপকাৰী। ভুবনৰাম দাসৰ ইয়াৰ পাছৰ প্ৰশ্নটো আছিল চৰকাৰে 'দ্য টাইমছ অব্ আসাম'ৰ ২৮ জানুৱাৰীৰ সংখ্যাৰ এটা অভিযোগ। কাকতখনত কোৱা হৈছিল যে ছাত্ৰ-ছাত্ৰী সংখ্যা সৰহ হোৱাৰ বাবেই নগাঁও হাইস্কুলত বহসংখ্যক ছাত্ৰ-ছাত্ৰীক তলৰ শ্ৰেণীত নামভৰ্তি কৰাৰ অনুমতি দিয়া হোৱা নাই। তেওঁ লগতে জনাইছিল যে অসমৰ বহুসংখ্যক হাইস্কুলত একে কাৰণতেই ছাত্ৰ-ছাত্ৰীসকলক ভৰ্তি কৰাৰ ক্ষেত্ৰত অনুমতি প্ৰদান কৰা হোৱা নাই। তদুপৰি তেওঁ কৈছিল যে কোনো ছাত্ৰকে যাতে ভৰ্তিকৰণৰ সুবিধাৰ পৰা বিমুখ কৰিব লগীয়া নহয়, তাৰ বাবে বিশ্ববিদ্যালয়ৰ নতুন নিয়ম অনুসৰি চৰকাৰে হাইস্কুলৰ শিক্ষক বৃদ্ধি বা তেনে শক্তিশালী কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিছে নেকি? ইয়াৰ উত্তৰত নাথানে কৈছিল যে চৰকাৰৰ ১৯১০ চনৰ ২৮ জানুৱাৰীৰ বাতৰিৰ প্ৰতি দৃষ্টি আকৰ্ষণ হৈছে। দ্বিতীয়টো প্ৰশ্নৰ উত্তৰত কৈছিল যে ছাত্ৰ-ছাত্ৰী বৃদ্ধি হোৱাৰ লগতে শ্ৰেণীকোঠাৰ অভাৱৰ বাবে কিছুসংখ্যক ছাত্ৰ-ছাত্ৰীক ভৰ্তিকৰণৰ পৰা বঞ্চিত কৰাৰ বিষয়টো চৰকাৰ

জ্ঞাত নহয়, সেয়ে এই বিষয়ে চৰকাৰে তদন্ত কৰিব। তৃতীয় প্ৰশ্নৰ উত্তৰত কৈছিল যে চৰকাৰে বিত্তীয় পৰিস্থিতি বিবেচনা কৰি হাইস্কুলৰ শ্ৰেণী কোঠা বঢ়োৱা আৰু শিক্ষক বঢ়োৱাৰ বিষয়টো বিবেচনা কৰিব। ভুবনৰামে দাসে লগতে আফিং সেৱন কৰা লোকৰ সংখ্যা লোকপিয়লৰ সময়ত সংগ্ৰহ কৰিব লাগে বুলি উত্থাপন কৰা প্ৰশ্নৰ উত্তৰত মিঃ কেৰশ্বই চৰকাৰে এই বিষয়ত বিবেচনা কৰাৰ বিষয়ে ভবা নাই বুলি উল্লেখ কৰিছিল। সিদিনাৰ সভাতে ১৯১০-১১ চনৰ বিত্তীয় বিৱৰণী এই বিভাগৰ দায়িত্বত থকা বিষয়া কেৰশ্বই দাখিল কৰিছিল।

সিদিনাই পি চি লিয়নে তেওঁৰ দায়িত্বত থকা ভূমি ৰাজহৰ খৰচৰ সংশোধনী প্ৰতিবেদন দাখিল কৰিছিল। তেওঁ উল্লেখ কৰিছিল যে ১৯১০-১১ চনত এই শিতানত ধাৰ্য কৰা ধনৰ পৰিমাণৰ প্ৰকৃত ৰাজহতকৈ দুই লাখ বৃদ্ধি পাইছিল। ঠিক তেনেদৰে পি জি মেলিছাছে ষ্টাম্প নিৰ্ধাৰিত কৰ, বৈজ্ঞানিক আৰু অন্যান্য সৰু বিভাগ, যেনে— সমবায় আদি বিভাগৰ খৰচৰ প্ৰতিবেদন দাঙি ধৰিছিল। মেজৰ ডব্লিউ এম কেণ্ডীয়ে উত্থাপন কৰিছিল আবকাৰী ৰাজহ আৰু খৰচৰ প্ৰতিবেদন। এল জে কেৰশ্বই সুৰ্কীয়াকৈ বন বিভাগৰ ৰাজহ আৰু খৰচৰ বিৱৰণী দাঙি ধৰিছিল। ডব্লিউ এম কেণ্ডীয়ে পঞ্জীয়নৰ ৰাজহ আৰু খৰচ, আৰ নাথানে ভূমি ৰাজহ, সাধাৰণ প্ৰশাসন আৰু আইন বিভাগৰ খৰচ, লগতে পুলিচ বিভাগৰ ৰাজহ আৰু খৰচ, এইচ ছাৰ্পে শিক্ষাৰ ৰাজহ আৰু খৰচ, এল জে কেৰশ্বই স্বাস্থ্য আৰু অসামৰিক কাম-কাজৰ ৰাজহ আৰু খৰচ, কৰ্ণেল আৰ এন কেম্পবেলে স্বাস্থ্য শিতানৰ খৰচ, আৰ নাথানে বৈজ্ঞানিক আৰু অন্য সৰু বিভাগৰ ৰাজহ আৰু খৰচ, এল জে কেৰশ্বই প্ৰিণ্টিং আৰু ষ্টেচনাৰী আৰু অন্যান্য খৰচৰ প্ৰতিবেদন দাখিল কৰিছিল। তদুপৰি ডব্লিউ বেংকছ গাইথাৰে ক্ষুদ্ৰ জলসিঞ্চন ব্যৱস্থা, ৰে'লৱে সেৱা প্ৰৱৰ্তনৰ খৰচ, অসামৰিক বিভাগীয় কাম-কাজৰ খৰচৰ ব্যাখ্যা দাঙি ধৰিছিল। পিচি লিয়নে 'ৰুলছ ফৰ কণ্ডাক্ট অব্ লেজিছলেটিভ বিজিনেছ' বিধানৰ বাছনী কমিটীয়ে দিয়া প্ৰতিবেদন সদনত দাখিল কৰিছিল আৰু বাছনী কমিটীয়ে দিয়া সংশোধনী প্ৰস্তাৱ উত্থাপন কৰে। তেওঁ ৰাজহ বিভাগৰ বিষয়ে ব্যাখ্যা কৰি দিয়া ভাষণত উল্লেখ কৰিছিল যে ১৯০৯-১০ চনত প্ৰকৃত ৰাজহ আদায় ধাৰ্য কৰা ধনৰ বিপৰীতে ১৯১০-১১ চনত দুই লাখ টকা বৃদ্ধি হৈছিল।

পি জি মেলিছাছে কৈছিল যে সেই সময়ত ভূমি ৰাজহৰ পাছতে ষ্টাম্পৰ পৰা পোৱা ৰাজহে দ্বিতীয় স্থান অধিকাৰ কৰিছিল। সেই বছৰৰ বাবে ধাৰ্য কৰা এই ধন আছিল ১,০৫,৪০,০০০ টকা। ১৯১০-১১ চনৰ বাবে আয়কৰ শিতানত কৰ আদায় ধাৰ্য কৰা হৈছে ১২,৭০,০০০ টকা। ১৯০৫-০৬ চনত প্ৰথম প্ৰাদেশিক বাজেটত আয়কৰ প্ৰায় ৩ লাখ পোৱা গৈছিল। ৰাজহ যেনেকৈ বাঢ়িছিল, খৰচ তেনেকৈ ১৩ হাজাৰ টকালৈ বৃদ্ধি পাইছিল। পি জি মেলিছাছে লগতে উল্লেখ কৰে সমবায় সমিতিসমূহৰ সংখ্যা হঠাতে বৃদ্ধি পোৱাৰ কথা। ১৯০৫ চনত ১৯খন সমবায় সমিতি গঠনৰ বিপৰীতে সমিতিৰ বাঢ়িছিল ৩২০খনলৈ। আবকাৰী বিভাগৰ দায়িত্বত থকা বিষয়া মেজৰ ডব্লিউ এম কেণ্ডীয়ে উল্লেখ কৰিছিল এনেদৰে—'১৯১০-১১ চনৰ বিত্তীয় বৰ্ষত এই বিভাগৰ ৰাজহ সংগ্ৰহৰ বাবে ধন ধাৰ্য কৰা হৈছিল মুঠ ৭৫ লাখ টকা। পূৰ্বতে ৭৪,০৮,০০০ টকা সংগ্ৰহ হ'ব বুলি অনুমান কৰা হৈছিল। এই শিতানত কিমান ধন সংগ্ৰহ হ'ব এই সম্পৰ্কে অৱশ্যে এতিয়াই পূৰ্বাভাস কৰিব নোৱাৰি। ৰাজশ্বাহী আৰু অসম উপত্যকাৰ জিলাসমূহত এতিয়ালৈকে ভাতীত তৈয়াৰ কৰা সুৰাৰ ব্যৱহাৰ আশা কৰা ধৰণে হোৱা নাই। অসমত যোৱা বছৰৰ ১ এপ্ৰিলৰ পৰা প্ৰতি সেৰ আফিঙৰ দাম তিনি টকাকৈ বৃদ্ধি কৰাৰ ফলত ৰাজহৰ ক্ষেত্ৰত হতাশাজনক প্ৰভাৱহে পৰিলক্ষিত হৈছে। তদুপৰি খুচুৰা ব্যৱসায়ীৰ সংখ্যা কমোৱাৰ ফলত আফিং সেৱনকাৰীৰ সংখ্যা কমোৱাটোও চৰকাৰী সিদ্ধান্তৰ এটা সুফল বুলি আমি ক'ব পাৰো। ইয়াৰ উপৰি নগাঁও, খাছী-জয়ন্তীয়া পাহাৰ অঞ্চলত লা ব্যৱসায় কমি অহাৰ পাছত মিকিৰসকলে পৰ্যাপ্ত আফিং গ্ৰহণ কৰিব পৰা নাই। তথাপি আমি আশা ৰাখিছে, বাজেটত ধাৰ্য কৰা ৭৫ লাখ টকা সংগ্ৰহ

কৰিব হ'ব। কাৰণ অকল আমি অনুজ্ঞা-পত্ৰৰ মাচুল হিচাপে তিনি লাখ টকা আদায় কৰিব পাৰিম। গাঞ্জা আৰু আফিঙৰ বিপৰীতে ধাৰ্য ৰাজহ আদায়ৰ ক্ষেত্ৰত আমি কিছু আশা দেখিছো। ইয়াৰ কাৰণ হ'ল আশাব্যঞ্জক বৃদ্ধিৰ উৎপাদন। পূৰ্ববংগৰ জিলাসমূহ, খাছীয়া-জয়ন্তীয়া পাহাৰ আৰু উত্তৰ কাছাৰ মহকুমাত আফিঙৰ চৰকাৰী দাম বৃদ্ধি কৰাৰ ফলত কিছু অসুবিধাৰ সৃষ্টি হৈছে। আনহাতে খাদ্যশস্যৰ মূল্য হ্ৰাস হোৱাৰ ফলত অসমৰ খেতিয়কসকলেও আফিং ক্ৰয়ৰ ক্ষেত্ৰত কিছু ক্ষতিগ্ৰস্ত হ'ব। তথাপি গাঞ্জা খেতিৰ কাম ইতিমধ্যে শেষ হৈছে। এইবাৰৰ এই খেতিৰ উৎপাদন কিছু পৰিমাণে ভাল। কিন্তু বৰ্তমান বছৰৰ দৰে অহা বছৰো ইয়াৰ পাইকাৰী বিক্ৰীৰ দৰ কিছু কমিব পাৰে।'

এল জে কেৰশ্বই বন বিভাগৰ বাজেট ব্যাখ্যা কৰি কৈছিল— 'বৰ্তমান প্ৰদেশখনত সংৰক্ষিত বনাঞ্চল আছে ৬ হাজাৰ বৰ্গমাইলৰো অধিক। শ্ৰেণীভুক্ত নোহোৱা বনাঞ্চল আছে প্ৰায় ২৯ হাজাৰ বৰ্গ মাইল। এই বনাঞ্চলসমূহৰ পৰা পোৱা ৰাজহ আৰু খৰচ ভাৰত চৰকাৰ আৰু আমাৰ মাজত সমানে ভাগ হয়। বনাঞ্চলৰ পৰা উৎপাদিত আৰু বিদেশলৈ ৰপ্তানি কৰা সামগ্ৰীৰ ওপৰত বহুওৱা শুল্ক এক বনাঞ্চলৰ অন্যতম আয়। ইয়াৰ উপৰি কাঠ, তেল, লাৰ পৰা পোৱা ৰাজহ, মাচুল আদিয়েই বন বিভাগৰ আয়ৰ উৎস। এই শিতানত খৰচ ১,০২,০০০ৰ পৰা ১০,৩৫,০০০ টকালৈ বৃদ্ধি কৰিব খুজিছো। ইয়াৰে ৫,৩৬,০০০ টকা এই বিভাগৰ বিভিন্ন কামৰ বাবে, বিশেষকৈ বন সংৰক্ষণ আৰু প্ৰশাসনিক ব্যৱস্থাৰ বাবে ধাৰ্য কৰা হৈছে। এই বিভাগত ১৯০৭-০৮ চনত ৰাহি হৈছিল ৬,৩০,০০০ টকা। ১৯০৮-০৯ চনত ৫,৫৫,০০০ টকা। বৰ্তমান বছৰত হৈছে ৪,৭৬,০০০ টকা। অহা বছৰলৈ আমি ধাৰ্য কৰিছো ৫,৭৩,০০০ টকা। ডব্লিউ এম কেণ্ডীয়ে পঞ্জীয়ন বিভাগৰ ৰাজহ খৰচ আৰু আয়ৰ শিতান উল্লেখ কৰি কয় যে ১৯১০-১১ চনত আনুমানিক এই বিভাগৰ ধন সংগ্ৰহ ধাৰ্য কৰা হৈছে ১০,৩০,০০০ টকা। বৰ্তমান বছৰত ধাৰ্য কৰা হৈছিল ১০,২৫,০০০ টকা। খৰচৰ শিতানত বৰ্তমান বছৰত ৬,২৬,০০০ টকাৰ সলনি অহা বছৰ ৬,৪৯,০০০ টকা ধাৰ্য কৰা হৈছে।'

আৰ নাথানে তেওঁৰ ভূমি ৰাজহ, সাধাৰণ প্ৰশাসন আইন বিভাগৰ ওপৰৰ লগতে জে'ল আৰু পুলিচ বিভাগৰ ৰাজহ সংগ্ৰহ আৰু খৰচৰ বিষয়ে ব্যাখ্যা কৰি কৈছিল—'জে'লৰ শিতানৰ খৰচক দুটা ভাগত ভগোৱা হৈছে। এটা হৈছে জে'ল পৰিচালনা আৰু জে'লৰ পৰা হোৱা উৎপাদন। জে'লৰ খৰচৰ শিতানত ৮,৫০,০০০ টকা ধাৰ্য কৰা হৈছে। এই ধন পূৰ্বতকৈ ৭০,০০০ টকা কম। জে'লত উৎপাদিত হোৱা সামগ্ৰীসমূহৰ পৰা পোৱা ধন সংগ্ৰহৰ পৰিমাণ হ'ল ১৯০৮-০৯ চনত ১,২৪,০০০ টকা। ১৯০৯-১০ চনত ১,৪৩,০০০ টকা আৰু ১৯১০-১১ চনত ১,১৯,০০০ টকা। আৰক্ষী শিতানত খৰচ ধাৰ্য কৰা হৈছে ৫৫,৫০,০০০ টকা। এই ধন বৰ্তমান বছৰতকৈ ৩,০০,০০০ টকা বেছি। ১৯০৬-০৭ চনতকৈ ১৬,১৫,০০০ টকা বেছি। ইয়াৰ ভিতৰত ৰে'লৱে পুলিচৰ খৰচৰ বাবে ১ লাখ টকাতকৈ অলপ বেছি ধন ধাৰ্য কৰা হৈছে আৰু মিলিটেৰী পুলিচৰ শিতানত ধাৰ্য কৰা হৈছে ১১,৫০,০০০ টকা। শিক্ষাৰ দায়িত্বত থকা এইচ ছাৰ্পে উল্লেখ কৰিছিল যে শিক্ষা শিতানত চৰকাৰী শিক্ষানুষ্ঠানসমূহে মাচুলযোগে অৱদান যোগাইছে ২,৬২,০০০ টকা। এই ধনেই বিভাগটোৰ দ্বাৰা সংগৃহীত মুঠ ধন। কিন্তু খৰচৰ শিতানত ১৯০৬-০৭ চনত শিক্ষা শিতানত খৰচ হৈছিল ১২,২৭,০০০ টকা। পাছৰ বছৰত ১৭ লাখ। ১৯০৮-০৯ চনত আছিল ২১,৬৮,০০০ টকা। বৰ্তমান বছৰত এই খৰচৰ শিতানত ধাৰ্য কৰা হৈছে ২৩,৩৪,০০০ টকা, সংশোধিত হিচাপত এই ধন ২৪ লাখলৈ বৃদ্ধি পায়। ১৯১০-১১ চনত ধাৰ্য কৰা হৈছে ২৭,০১,০০০ টকা। তেওঁ ভাষণত লগতে উল্লেখ কৰিছিল যে ঢাকা আৰু ৰাজশাহী কলেজৰ লগত অসমৰ কটন কলেজকো প্ৰথম শ্ৰেণীলৈ উন্নীত কৰা হৈছিল। তেওঁ অসমৰ প্ৰাথমিক শিক্ষা ব্যৱস্থাটো বৰ্ড পদ্ধতিৰ বুলিও জানিবলৈ দিছিল। ১৯০৫-০৬ চনত ৰাজকীয় অনুদানেৰে নতুন স্কুল নিৰ্মাণৰ বাবে অসমক এক লাখ টকা দিয়া হৈছিল। বৰ্তমান অৱস্থাত উত্তৰ লখিমপুৰ মধ্য ইংৰাজী স্কুলক

উচ্চ পৰ্যায়লৈ উন্নীত কৰাৰ বাবে ব্যৱস্থা গ্ৰহণ কৰা হৈছে। তদুপৰি অসমত কিছু পিছপৰা স্কুলৰ বাবে ১০ হাজাৰ টকা ধাৰ্য কৰা হৈছে।

স্বাস্থ্য শিতানৰ বাজেটৰ বিষয়ে ব্যাখ্যা কৰি এল জে কেৰশ্বই বিভাগটোৱে গ্ৰহণ কৰা বিভিন্ন আঁচনিৰ কথা উল্লেখ কৰিছিল। তেওঁ শ্বিলঙত এজন সহকাৰী স্বাস্থ্য বিষয়া নিযুক্তি দিয়াৰ কথা উল্লেখ কৰিছিল যদিও ৰাজ্যখনৰ অইন অংশৰ স্বাস্থ্য সেৱাৰ উন্নতিৰ ক্ষেত্ৰত ল'ব লগীয়া আঁচনিসমূহৰ বিষয়ে কোনো কথা উল্লেখ কৰা নাছিল।

নাথানে কৃষি শিতানত হ'ব লগীয়া ব্যয়ৰ বাজেট উত্থাপন কৰিছিল। কিন্তু এই বাজেটত অসমৰ বাবে যুগুত কৰা কোনো বিশেষ আঁচনিৰ কথা উল্লেখ কৰা নাছিল। ইয়াৰ বিপৰীতে ৰে'লৱে বিভাগৰ দায়িত্বত থকা ডব্লিউ বেংক গাইথাৰে উল্লেখ কৰি কৈছিল— 'মঙলদৈ আৰু নগাঁৱত পাতলীয়া ৰে'লৱে ব্যৱস্থা প্ৰবৰ্তন কৰাৰ বাবে জৰীপ চলোৱা হৈছে। এই দুয়োটা অঞ্চলৰ জৰীপ অন্ত হোৱাৰ পাছতে কাম আৰম্ভ হ'ব। জুন মাহত নগাঁৱৰ ৰেল'ৱে আঁচনি সম্পৰ্কীয় মিঃ দে টিভ'লিৰ প্ৰতিবেদন ব্যৱস্থাপক সভাৰ সদস্যসকলে পাইছিল । চৰকাৰে কেৱল নগাঁও প্ৰকল্পৰ প্ৰতিবেদনহে পাইছে। মঙলদৈ আৰু নগাঁৱৰ জৰীপৰ বাবে খৰচৰ শিতানত ধাৰ্য কৰা হৈছে যথাক্ৰমে ৯,৮৫০ টকা আৰু ১০,৫২৯ টকা।'

তেওঁ মঙলদৈ প্ৰকল্প সন্দৰ্ভত জনাইছিল যে চৰকাৰে ইতিমধ্যে গুৱাহাটীৰ পৰা ৰঙিয়া হৈ টংলালৈ পূৰ্ববংগ ৰাজ্যিক ৰে'লেৱে লাইন সম্প্ৰসাৰণৰ সিদ্ধান্ত গ্ৰহণ কৰিছে। কাৰণ টংলা হৈছে জিলাখনৰ চাহ উৎপাদনৰ অন্যতম গুৰুত্বপূৰ্ণ কেন্দ্ৰ। ইয়াৰ পূৰ্বৰ বছৰত অসম আৰু বংগৰ বিভিন্ন পাতলীয়া ৰে'লৱে সেৱাৰ জৰীপৰ বাবে ২৫,০০০ টকা ধাৰ্য কৰা হৈছিল। এই জৰীপ কৰা হৈছিল পাতলীয়া ৰে'ল সেৱাৰ ব্যৱস্থাপনাৰ পৰা ফিডাৰ লাইন লৈ পৰিবৰ্তিত কৰাৰ বাবে। ইয়াৰ ভিতৰত আছিল হাইলাকান্দি প্ৰকল্প। এই প্ৰকল্পৰ অন্তৰ্ভুক্ত লাইন আছিল ছিয়ালটিকৈহে হাইলাকান্দিৰ পৰা কাছাৰৰ লালাবাজাৰ পৰ্যন্ত, দুৱাৰবন্দ প্ৰকল্পৰ অন্তৰ্ভুক্ত আছিল শিলচৰৰ পৰা দুৱাৰবন্দ আৰু টিকালপুৰ প্ৰকল্পৰ অন্তৰ্ভুক্ত আছিল শিলচৰৰ পৰা টিকালপুৰলৈ। তেওঁ লগতে অসামৰিক গড়কাপ্টানি বিভাগৰ কাম-কাজ সম্পৰ্কেও খতিয়ান দাঙি ধৰিছিল। তেওঁ লগতে জনাইছিল নতুন প্ৰদেশ গঠন হোৱাৰ আগেয়ে এই বিভাগত অসমৰ বাবে ধন ধাৰ্য কৰা হৈছিল ২১,৭১,০০০ টকা। ইয়াৰে ১২,৯১,০০০ টকা আছিল প্ৰশাসনিক আৰু মেৰামতিৰ শিতানৰ খৰচ। ৮,৮০,০০০ টকা ধাৰ্য কৰা হৈছিল নতুন পথ নিৰ্মাণ শিতানত। ১৯০৩-০৪, ১৯০৪-০৫ চনত কেৱল ২১ লাখ আৰু ২৪ লাখ টকাহে ধাৰ্য কৰা হৈছিল। পূৰ্ববংগ আৰু অসম প্ৰদেশ হিচাপে গঠন হোৱাৰ পাছত ১৯০৫-০৬ চনত ৩২,৫০,০০০ টকা, ১৯০৭-০৮ চনত ৫২ লাখ, ১৯০৮-০৯ চনত ৫৯ লাখ আৰু বৰ্তমান বছৰত ৫৩,৫০,০০০ টকা ধাৰ্য কৰা হৈছিল। 'গড় হিচাপে যোৱা পাঁচ বছৰৰ হিচাপ কৰিলে গড়কাপ্টানি বিভাগত অসমৰ ক্ষেত্ৰত ২৩ লাখ টকা আৰু পূৰ্ববংগৰ ক্ষেত্ৰত ২৪,৩৫,০০০ টকা খৰচ কৰা হৈছে। পুৰণি কামৰ বাবে ১৯০৫-০৬ চনত খৰচ কৰা হৈছিল প্ৰায় ১৬,৬০০০ টকা। অসমৰ বাবে খৰচ কৰা হৈছিল ৯ লাখ টকা। ১৯০৯-১০ চনত গোটেই প্ৰদেশখনৰ বাবে ২৩ লাখ টকা খৰচ কৰা হৈছে। মেৰামতি কামৰ শিতানত ১৯০৪ চনত খৰচ কৰা হৈছিল অসমত ৭,৩০,০০০ টকা। ১৯০৬-০৭ চনত পূৰ্ববংগ আৰু অসমত খৰচ কৰা হৈছে ৮,৩০,০০০ টকা। ১৯০৯-১০ চনত খৰচ কৰা হৈছে ১২ লাখ টকা। প্ৰতিষ্ঠান শিতানত অসম খণ্ডত খৰচ কৰা হৈছিল ৫,২৫,০০০ টকা ১৯০৪ চনত। পূৰ্ববংগ আৰু অসমত ১৯০৬-০৭ত খৰচ কৰা হৈছিল ৭,৭০,০০০ টকা। ১৯০৯-১০ চনত ৯,৫০,০০০ টকা। এই বছৰৰ শেষত আমাৰ সমুদায় খৰচ হ'ব ৫৩,৩৬,০০০ টকা। এই বছৰৰ অন্তত প্ৰতিষ্ঠান শিতানত সৰ্বমুঠ খৰচ হ'ব ২২,৮৮,০০০ টকা আৰু বাকী ধন অৰ্থাৎ ৩০,৪৮,০০০ টকা খৰচ অন্যান্য কামৰ শিতানত। অহা বছৰত সৰ্বমুঠ ধান ধাৰ্য কৰা

হৈছে ৫৪,১৮,০০০ টকা, ইয়াৰে ২৪,৩২,০০০ টকা বাধ্যতামূলক শিক্ষানত খৰচ হ'ব। কেৱল ২৯,৮৬,০০০ টকা কামৰ বাবে ধাৰ্য কৰা হৈছে। ইয়াৰ ভিতৰত বেছি ধন খৰচ হ'ব ডিমাপুৰ, মণিপুৰ Cart ৰাস্তাত।' — বিষয়াজনে কৈছিল।

১৯১০ চনৰ ১৫ মাৰ্চত বহা বৈঠকত উত্থাপন কৰা হৈছিল 'পূৰ্ববংগ আৰু অসম আবকাৰী বিল ১৯০৯ চন'। এই সন্দৰ্ভত বাছনী কমিটীয়ে দিয়া প্ৰতিবেদন সদস্যৰ উত্থাপন কৰে এই বিভাগৰ দায়িত্বত থকা বিষয়া পি জি মেলিছাছে। তেওঁ অন্যান্য বিষয়ৰ লগতে তাৰী উৎপাদন কৰা গছৰ ওপৰত কৰ লগোৱাৰ সন্দৰ্ভতো এক সংশোধনী প্ৰস্তাৱ উত্থাপন কৰে। এই সংশোধনী অনুসৰি বিশেষ অঞ্চলৰ বাহিৰে যিবোৰ অঞ্চল চৰকাৰে চিনাক্ত কৰে, সেই অঞ্চলত অনুজ্ঞাপত্ৰপ্ৰাপ্ত লোককহে নিৰ্ধাৰিত গছৰ পৰা তাৰী উলিওৱাৰ অধিকাৰ দিয়াৰ কথা আছিল। এইক্ষেত্ৰত তেওঁলোকৰ পৰা স্থানীয় প্ৰশাসনে কৰ আদায় কৰিব। এই সংক্ৰান্তীয় বিতৰ্কত ভাগ লৈছিল ছৈয়দ নবাব আলী চৌধুৰী, মহাৰাজ গিৰিজানাথ ৰয় আদিয়ে। পূৰ্ববংগ আৰু অসম আবকাৰী আইনৰ ওপৰত শাস্তি বিধানৰ ব্যৱস্থা থকা অনুচ্ছেদ ৫৩ৰ পৰা ৫৭লৈ আৰু ৬০, ৬১, ৬৬ অনুচ্ছেদৰ সংশোধনী প্ৰস্তাৱ আনিছিল মাণিক চন্দ্ৰ বৰুৱাই। মাণিক চন্দ্ৰ বৰুৱাই ৯ অধ্যায়ৰ ৫৩, ৫৪, ৫৫, ৫৬, ৫৭ আৰু ৬০ (১) ধাৰাৰ সংশোধনীৰ ওপৰত দিয়া সম্পূৰ্ণ ইংৰাজী ভাষণ আছিল এনেধৰণৰ—

## 14 March 1910
## Discussion on the Eastern Bengal & Assam Excise Bill 1909
## CLAUSES 53 TO 57 AND 60.

The Honb'le Mr. Manik Chandra Barua moved that from clauses 53, 54, 55, 56, 57 and 60 (1) in Chapter IX- Penalties and Procedure, the words 'with imprisonment for a term which may extend to three months, or' and also the words 'or with both' be omitted He said–

'Your Honour, I have very little to add to what I have already stated on the subject, but I will say this much In the notes on clauses appended to the Bill it is stated 'that the punishment of fine and simple imprisonment in default has been found insufficient, and it is therefore proposed that in the case of more serious offences offenders should be liable to imprisonment of either description in lieu of, or in addition to, fine.'

'It would have been more satisfactory if a statement had been produced showing the total number of prosecutions under the excise law, the number in which a conviction was obtained and the number in which the maximum penalty was imposed. together with the opinions, if any of the trying Magistrates regarding the adequacy or inadequacy of the punishments passed But this was not done. On the contrary, we are asked to take it for granted that the Magistrates will exercise a sound discretion and not pass excessive sentences. But my experience points to a different conclusion. I remember a case which occurred a long time ago. A man had been fined in the sum of Rs. 100 by a senior Magistrate, because a wild *ganga* plant was found on his compound, an appeal was preferred to the Judge, by no means an acquitting or lenient Judge, and the fine was reduced to Rs. 25 Still I should say, the punishment was excessive. A very small fine, say, Rs. 5, would have sufficiently marked the illegality of the act. This is by no means an isolated case, and I am sure many more similar cases will be found out on enquiry.

'The line of argument taken by the Committee on the Excise Bill is not a new one. When in his anxiety to have the Bengal Municipal Bill passed into law, Sir George Campbell had adopted a similar course, he received a crushing reply from. Lord Northbrook. His Excellency observed that 'no feeling of confidence in the discretion of any man, in whose hands the administration of a law may for the time being be placed' would in His Excellency's opinion justify him in assenting to a measure to any essential provisions of which he entertains such serious objections as he does to some of those contained in the Bengal Municipal Bill.

'I believe I can safely say that offences committed under the excise law are not more serious that those committed under the Vaccination Act. When the Vaccination Bill was before the Imperial Council on the 9th July 1880. His Excellency the Marquis of Ripon doubted very much whether imprisonment should be a punishment for offences under the Vaccination Bill. His Excellency said that he 'was not sufficiently acquainted with Indian Lagislation to know what was regarded as ordinary severity in this country. but he certainly thought a punishment of six months' imprisonment rather severe, and if his memory served him right, there is no similar power taken in the English law. You could prosecute from time to time for continued disobedience, but there was no power that he was aware of for punishment' ...... His only doubt was whether six months was not a very severe punishment. He thought that simple imprisonment as provided for under clause(a) of the section was of itself a very serious matter, but the penalty under clause(d), now that Mr. Stokes had pointed it out, became more severe.

'The Hon'ble Mr. Stokes suggested the insertion of the word 'simple' before 'imprisonment' which was accepted and the Bill was passed.

'The materials I have placed before the Council will, I believe, clearly show how we should proced in the matter, and I trust that my Hon'ble colleagues will vote for my amendment or at least support me in moving that the imprisonment should be simple and not rigorous.'

## Clause 61

The Hon'ble Mr. Manik Chandra Barua moved that sub-clauses(d) and(e) be omitted from caluse 61 and that separate clause be added putting (d) and (e) and prescribing 'shall be summarily dismissed or punished with fine which may extend to five hundred rupees.' He said–

'Your Honour, in spite of the weight and volume of opposition to the insertion of these sub-clauses, they were retained by the Select Committee with a very slight safeguard, for which the people are no doubt thankful to Government, but which falls far short of the requirements of the case. At present all Excise officers, namely Inspectors and Sub-Inspectors, are recruited from Extra Assistant Commissioners and Sub-Deputy Collectors in the general line. So long they are in the general line there is no fear of their being hauled up before a Magistrate for neglect of duty or cowardice, whatever it may mean, and sentenced to a term of rigorous imprisonment. But immediately they are transferred, may be for a short time, to the Excise Department, they will find that a Damocles sword is hanging over their heads. I would ask, is this just and fair? Why make the lives of these officers so miserable? Summary

dismissal or a heavy fine seems to be quite a sufficient punishment for such offences '

## Clause 66

The Hon ble Mr Manik Chandra Barua moved that in clause 66 the word 'first' be substituted for the word "second" He said

"Your Honour, I think it is superfluous for me to say that all appeals from convictions by second and third-class Magistrates lie to District Magistrates who are the District collectors and also the Excise Collectors under the Excise Bill, and, as such, they are more or less intersted in all excise matters and excise cases It is, therefore, extremely desirable that appeals from covictions by the court of the first instance in excise cases should be heard by an officer not at all connected with the Excise Department, and the only person so unconnected is the Distric Judge It therefore follows that all excise cases should be tried by only first class Magistrates so that appeals may lie to the District Judge"

মাণিক চন্দ্ৰ বৰুৱাই অসম আবকাৰী বিলৰ ধাৰা ৫৩, ৫৪, ৫৫, ৫৬ ৫৭, ৬০, ৬১ আৰু ৬৬ৰ ওপৰত অনা সংশোধনীৰ প্ৰস্তাৱ ব্যৱস্থাপক সভাই নাকচ কৰিছিল।

১৯১০ চনৰ ৫ এপ্ৰিলত ব্যৱস্থাপক সভা পুনৰ অনুষ্ঠিত হৈছিল। এই সভাত প্ৰশ্নোত্তৰ কালৰ পাছতেই বাজেট সন্দৰ্ভত বিতৰ্ক হৈছিল। এই বাজেট বিতৰ্কত ৰায়বাহাদুৰ সীতানাথ ৰয়, ছৈয়দ নবাব আলী চৌধুৰী, নবীন চন্দ্ৰ দাস, খাজা ছলিমুল্লা, শৰদিন্দু নাৰায়ণ ৰায় মৌলবী মহম্মদ ইছমাইল খান চৌধুৰী, আৰ এইচ এ গুৱাৰছন, বিনোদ কুমাৰ ৰায়চৌধুৰী, অনংগ মোহন সাহা, ৰায়বাহাদুৰ খাজা মহম্মদ ইউছুফ আদিৰ সগতে ভুবনৰাম দাস, মাণিক চন্দ্ৰ বৰুৱা, বাৰ্নিন উডছ, মিঃ স্কিনাৰে অংশগ্ৰহণ কৰিছিল। অসম সম্পৰ্কে কেৱল চাৰিজন সদস্যই তেওঁলোকৰ ভাষণ উল্লেখ কৰিছিল সেইদিনাৰ সভাত উডছে নামবৰ হাবি, বংগৰ সুন্দৰবন, বাকাৰগঞ্জ আদি অঞ্চলৰ পতিত মাটিসমূহ সাধাৰণ লোকক সংস্থাপিত কৰাৰ বাবে প্ৰস্তাৱ আগ বঢ়াইছিল। তেওঁ উল্লেখ কৰিছিল 'যিহেতু উজনি অসমৰ ৰে'লৰে যোগাযোগ ব্যৱস্থা উন্নত হৈছে, সেয়ে চৰকাৰৰ ৰাজহ বৃদ্ধিৰ স্বাৰ্থত সেইবোৰ অঞ্চলত পৰি থকা পতিত মাটিসমূহ আবণ্টন দিব লাগে আৰু মানুহক সংস্থাপিত কৰিব লাগে।' ভুবনৰাম দাসে তেওঁৰ ভাষণত এল জে কেৰষক এখন সুন্দৰ বাজেট উপহাৰ দিয়াৰ বাবে ধন্যবাদ জনাইছিল। তেওঁ অসমত মাছৰ উৎপাদন বৃদ্ধিৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিবলৈকো আবেদন জনাইছিল। সগতে কৈছিল যে প্ৰয়োজন অনুসৰি উন্নত পদ্ধতিৰে মাছৰ সুৰক্ষাৰ বাবে বিষয়া নিয়োগ কৰিব লাগে। তেওঁ গ্ৰামাঞ্চলৰ পানী যোগান ব্যৱস্থা উন্নত নহয় বুলিও অভিযোগ কৰিছিল। তদুপৰি কৈছিল যে গুৱাহাটী লোকেল ব'ৰ্ডে যোৱা দুই-তিনি বছৰৰ ভিতৰত চৰকাৰে দিয়া অতিৰিক্ত সাহায্য যথাক্ৰমে ১২,৫০০ আৰু ১৭,৫০০ টকাৰে পানী যোগানৰ ক্ষেত্ৰত উল্লেখনীয় কাম কৰিছে। একেদৰে মঙলদৈ মহকুমাৰ প্ৰতিও দৃষ্টি নিক্ষেপ কৰিবলৈ তেওঁ চৰকাৰক আহ্বান জনাইছিল। 'অনাময় আঁচনিৰ বাবে অনাময় ব'ৰ্ডে দিয়া ৮০,০০০ টকা যথেষ্ট নহয়। ইয়াৰ বাবে বহু ধনৰ প্ৰয়োজন। এই বিষয়ত চৰকাৰে বিহীত ব্যৱস্থা গ্ৰহণ কৰিব লাগে। ঢাকাত নিৰ্মিত চৰকাৰী ভৱনৰ বাবে সমুদায় ধন আদায় দিয়াটো চৰকাৰৰ দূৰদৰ্শী কাম হৈছে। সেয়েহে এই ভৱন যথাসম্ভৱ সোনকালে সমাপ্ত কৰিব লাগে। ভূমিকম্পৰ ১০ বছৰ পাছতো অসমৰ বিভিন্ন ঠাইত বিশেষকৈ কামৰূপ জিলাৰ জনসাধাৰণৰ মনৰ পৰা এই আতংক আঁতৰা নাই। এতিয়াও বহু গুৰুত্বপূৰ্ণ পথৰ যোগাযোগ ব্যৱস্থা ভয়াবহ হৈ আছে। লোকেল ব'ৰ্ডৰ আয়েৰে এই কাম সম্পূৰ্ণ কৰাটো সম্ভৱ নহয়। লোকেল ব'ৰ্ডৰ উপাধ্যক্ষ হিচাপে মাণিক চন্দ্ৰ বৰুৱাই এই বিষয়ে আপোনাৰ দৃষ্টি আকৰ্ষণ কৰি আহিছে।

মই পুনৰবাৰ আবেদন জনাইছো, চৰকাৰে ৰে'ল আৰু পথ যোগাযোগৰ ব্যৱস্থা সম্পূৰ্ণ কৰি তোলক। এই কাম সোনকালে কৰিলে জনসাধাৰণ চৰকাৰৰ ওচৰত কৃতজ্ঞ হ'ব। শদিয়াৰ পৰা পৰশুৰামকুণ্ডলৈ পথ নিৰ্মাণৰ বিষয়েও চৰকাৰৰ ওচৰত আবেদন জনাই অহা হৈছে। মই ভাবো এই পথ নিৰ্মাণ সোনকালে সম্পূৰ্ণ হ'ব আৰু তীৰ্থযাত্ৰীসকলৰ অসুবিধা দূৰ হ'ব। নগাঁও জিলাৰ যোগাযোগ ব্যৱস্থা এতিয়াও সীমিত হৈয়েই আছে। কামপুৰৰ পৰা নগাঁও হৈ শিলঘাটলৈ ৰে'লৱে লাইন প্ৰৱৰ্তন কৰাৰ বিষয়ে চিন্তা-চৰ্চা চলি আছে। এই বাজেটৰ গুৰুত্বপূৰ্ণ ইতিবাচক কামটো হ'ল হ'ল শিক্ষাৰ শিতানত পৰ্যাপ্ত ধন ধাৰ্য। ব্যৱস্থাপক সভা ছাৰ্গৰ ওচৰত কৃতজ্ঞ। তেওঁ আগ বঢ়োৱা সাহসী বক্তৃতাৰ বাবেও আমি ধন্যবাদ জনাইছো। বংগৰ ধনী আৰু জমিদাৰসকলে শিক্ষা প্ৰসাৰৰ বাবে ধনৰ সাহায্য আগ বঢ়ায়। কিন্তু আমাৰ অসমত চৰকাৰেই ভূ-স্বামী। ৰাজ্যখনৰ সমুদায় লোক কোনোমতেহে বৰ্তি আছে। সাধাৰণ দুখীয়া মানুহৰ সীমিত মাহেকীয়া উপাৰ্জনৰে শিক্ষাৰ বাবে ধন খৰচ কৰাৰ সামৰ্থ নাই। কোনো কোনো ঠাইত ৰাইজৰ উদ্যোগত শিক্ষানুষ্ঠান স্থাপন হৈছে যদিও সেইবোৰ সময়ত ধনৰ অভাৱৰ বাবে বন্ধ হৈ গৈছে। ভাৰত চৰকাৰে এই শিক্ষানুষ্ঠান স্থাপনৰ ক্ষেত্ৰত অন্যান্য ৰাজ্যত কি ব্যৱস্থা লৈছে, সেয়া আমাৰ লক্ষণীয় নহয়। আমাৰ অনুৰোধ চৰকাৰে অসমৰ প্ৰতিখন জিলা আৰু সদৰ-মহকুমাত চৰকাৰী হাইস্কুল স্থাপন কৰক। মঙলদৈ আৰু বৰপেটাত জনসাধাৰণে তেওঁলোকৰ হাইস্কুল চৰকাৰীকৰণৰ বাবে দাবী জনাই আহিছে। সদৰ-মহকুমা নহ'লেও গুৰুত্বপূৰ্ণ অঞ্চল উত্তৰ লখিমপুৰ, নলবাৰী আৰু গোলাঘাটৰ হাইস্কুলকেইখনকো চৰকাৰী হাইস্কুল হিচাপে স্বীকৃতি দিব লাগে। সকলো হাইস্কুল একেদিনাই প্ৰতিষ্ঠা কৰা সম্ভৱ নহয়। কিন্তু পৰ্যায়ক্ৰমে অসমত চৰকাৰী স্কুল প্ৰতিষ্ঠা কৰিব লাগে। আবকাৰী ৰাজহ হ্ৰাস পোৱাটো আনন্দৰ কথা হৈছে। মাণিক চন্দ্ৰ বৰুৱাই যোৱা বাজেট অধিৱেশনৰ সময়ত দিয়া ভাষণৰ সৈতে মই একমত যে আফিঙৰ ব্যৱহাৰ বৃদ্ধিৰ বিৰুদ্ধে চৰকাৰে ক্ৰমাগতভাৱে ব্যৱস্থা গ্ৰহণ কৰিব লাগিব। যাতে আফিং সেৱন কৰা লোকসকলে এই ব্যৱস্থা গ্ৰহণৰ ফলত মাদক দ্ৰব্যবিধৰ প্ৰতি অনীহা প্ৰকাশ কৰে।

মাণিক চন্দ্ৰ বৰুৱাই তেওঁৰ ভাষণত কৈছিল—'আবকাৰী বিল ইতিমধ্যে আইনলৈ ৰূপান্তৰিত হৈছে। এইক্ষেত্ৰত মই পি জি মেলিছাহক ধন্যবাদ দিছো। কিছু গুৰুত্বপূৰ্ণ সংশোধনী বাছনী কমিটীয়ে গ্ৰহণ কৰিছে। যদি শাস্তিমূলক ব্যৱস্থা হ্ৰাস কৰিব পৰা গ'লহেঁতেন তেতিয়া হ'লে জনসাধাৰণে নিশ্চয় আৰু আনন্দিত হ'লহেঁতেন। মই শিক্ষা বিভাগৰ দায়িত্বত থকা বিষয়া ছাৰ্পক ধন্যবাদ জনাইছো শিক্ষা সম্পৰ্কে তেওঁ আগ বঢ়োৱা বক্তব্যৰ বাবে। এইক্ষেত্ৰত মই ক'ব খুজিছো, অসম কেতিয়াও মুছলমানৰ শাসনৰ অধীনত নাছিল। আভ্যন্তৰীণ কন্দলৰ বাবে মানসকল অহাৰ আগলৈকে অসম স্বাধীন আছিল। সবাতোকৈ উল্লেখনীয় কথা যে ব্ৰিটিছ চৰকাৰে শাসন কৰাৰ পিছত তেওঁলোকে ব্যৱস্থা গ্ৰহণ কৰিছিল শিক্ষাৰ ক্ষেত্ৰত। বিশেষকৈ ইংৰাজী মাধ্যমেৰে শিক্ষা প্ৰদান কৰাৰ ফলত অসমৰ জনসাধাৰণ বহুক্ষেত্ৰত উপকৃত হৈছে। আন এক আনন্দৰ কথা হ'ল কটন কলেজক প্ৰথম শ্ৰেণীৰ কলেজ হিচাপে মৰ্যাদা দিয়াটো। এই কলেজক কলিকতা বিশ্ববিদ্যালয়ে সকলো বিষয়তে স্বীকৃতি প্ৰদান কৰাটো আমাৰ বাবে গৌৰৱৰ কথা। মই আশা ৰাখিছো যে অনাৰ্চ বিষয়ৰ ক্ষেত্ৰতো সোনকালে স্বীকৃতি প্ৰদান কৰিব। অসমৰ সকলো জিলাতে হাইস্কুল আছে যদিও যোৰহাটৰ বাহিৰে অইন কোনো মহকুমাত চৰকাৰী হাইস্কুল নাই। এই ক্ষেত্ৰত মই উত্তৰ লখিমপুৰৰ কথাকে উনুকিয়াব খুজিছো। উত্তৰ লখিমপুৰৰ পৰা যোৰহাট বা ডিব্ৰুগড়লৈ যোৱাৰ বাবে কোনো ৰে'লৱে যোগাযোগো হৈ উঠা নাই। সেয়ে সেই মহকুমাত এখন চৰকাৰী হাইস্কুলৰ অতি প্ৰয়োজন। যোৰহাট মহকুমাত যদিও ব্যক্তিগত হাইস্কুল আছে তথাপি চৰকাৰী হাইস্কুল এখনৰ অতি প্ৰয়োজন। ঘনশ্যাম বৰুৱাৰ নেতৃত্বত গোলাঘাটৰ ৰাইজে এই সন্দৰ্ভত এখন স্মাৰক-পত্ৰ চৰকাৰৰ হাতত দাখিল কৰিছে। এই স্মাৰকপত্ৰৰ দাবীসমূহ বিবেচনা কৰাটো দৰকাৰ। মঙলদৈ

আৰু বৰপেটাত চৰকাৰী সাহায্যপ্ৰাপ্ত হাইস্কুল আছে। কিন্তু এই স্কুলৰ অৱস্থা সন্তোষজনক নহয়। জমিদাৰসকলৰ অধীনস্থ গোৱালপাৰা আৰু গৌৰীপুৰ হাইস্কুলৰ সৈতে অসমৰ আন স্কুলৰ অৱস্থা লক্ষ্য কৰিলে ইয়াঁৰ পাৰ্থক্য দেখ দেখ কৈ ওলাই পৰিব। নলবাৰী কামৰূপৰ এখন উল্লেখযোগ্য ঠাই। পূৰ্বতে ই সদৰ মহকুমা আছিল। বৰ্তমান অৱশ্যে মহকুমা নহয়। কিন্তু সম্ভৱতঃ জিলাখন ভিতৰত নলবাৰীয়েই আগ বঢ়া। তাত লোকেল ব'ৰ্ড স্থাপন কৰা মাইনৰ স্কুলখনেই আটাইতকৈ উৎকৃষ্ট শিক্ষানুষ্ঠান। এই স্কুলত প্ৰায় চাৰিশ ল'ৰা-ছোৱালী আছে আৰু বহুসংখ্যক ল'ৰা-ছোৱালীক কোঠালীৰ অভাৱৰ বাবে ভৰ্তি কৰিব পৰা নাই। যোৰহাট হাইস্কুলৰ বাহিৰে অসমৰ কোনো এখন হাইস্কুলতে নলবাৰী মাইনৰ স্কুলৰ সমান ছাত্ৰ-ছাত্ৰী নাই। আমি এইচ ছাৰ্পৰ ওচৰত ঋণী। অসমৰ সকলো বিদ্যালয়ৰ উপ-পৰিদৰ্শক আৰু সহকাৰী পৰিদৰ্শক হিচাপে অসমীয়া লোকক নিযুক্তি দিয়াটো আমাৰ বাবে গৌৰৱৰ বতৰা। মই জনাত অসমৰ সকলো চৰকাৰী হাইস্কুলত অসমীয়া স্নাতকসকলক প্ৰধান শিক্ষক হিচাপে নিযুক্তি দিয়াৰ মত পোষণ কৰা হৈছে। অসমত বৰ্তমান সীমিত সংখ্যক স্নাতক আছে। মই নিঃসন্দেহ যে তেওঁলোকৰ সেৱা এইক্ষেত্ৰত ব্যৱহাৰ কৰা হ'ব। তেওঁ লগতে কয় যে অসমৰ লোকেল ব'ৰ্ডৰ অধীনত থকা চিকিৎসালয়সমূহৰ অৱস্থাত অতি শোচনীয়। এই চিকিৎসালয়সমূহত শিক্ষিত আৰু অভিজ্ঞ চিকিৎসকৰ দৰকাৰ। মোৰ চৰকাৰৰ ওপৰত বিশ্বাস আছে আৰু এইক্ষেত্ৰত বিহিত ব্যৱস্থা গ্ৰহণ কৰিব। মই চৰকাৰৰ ওচৰত এই কাৰণেই বাধিত যে অসমত আমোলাসকলৰ বিভিন্ন পদবীৰ নিযুক্তি সম্পৰ্কীয় তালিকাখন প্ৰকাশ দিছে। ইয়াত কিমানজন অসমীয়া লোকে কি কি পদবীত কাম কৰি আছে তাৰ আভাস পাব পাৰো। ইয়াৰ পৰা দেখা গৈছে যে ১০০ টকা বা তাৰ উৰ্ধৰ দৰমহাৰ চাকৰিৰ ক্ষেত্ৰত সৰ্বমুঠ ৩০টা পদৰ বিপৰীতে অসমীয়া লোকে পাইছে ১২টা পদ ৫০ টকাৰ পৰা ১০০ টকালৈ দৰমহা নিৰ্ধাৰিত সৰ্বমুঠ ১৭৬টা পদৰ বিপৰীতে অসমীয়াই পাইছে ৯৮টা। ৫০ টকা দৰমহাৰ তলৰ পদৰ ক্ষেত্ৰত ৪৬৩ টা পদৰ বিপৰীতে অসমীয়া লোকে পাইছে ৩২৯টা। এই নিয়োগ অসমীয়া লোকৰ বাবে মুঠেই উৎসাহজনক নহয়। অসমত বহুসংখ্যক শিক্ষিত লোক আছে যিসকলে বৰ্তমান অৱস্থাত বিদেশী লোকসকলে দখল কৰি থকা চাকৰিসমূহত নিযুক্তি লাভ কৰাৰ যোগ্যতা আছে।' সেইদিনাৰ সভাত বৰুৱাই অসমৰ মৌজাদাৰৰ সমস্যা, যোগাযোগ আৰু পানী যোগান ব্যৱস্থাৰ উন্নতিকৰণৰ বাবেও ব্যৱস্থা ল'বলৈকো চৰকাৰক অনুৰোধ জনাইছিল। অৱশেষত তেওঁ অসমৰ তিনিজন প্ৰতিনিধিক ব্যৱস্থাপক সভাত প্ৰতিনিধিত্ব কৰাৰ সুযোগ দিয়াৰ বাবে চৰকাৰক কৃতজ্ঞতা জ্ঞাপন কৰিছিল। এই আঁচনি প্ৰণয়নৰ লগতে অসমৰ জনসাধাৰণ প্ৰতি সহানুভূতিশীল হোৱা বাবে মাননীয় সদস্য পি চি লিয়নকো তেওঁ কৃতজ্ঞতা জনাইছিল। 'বৰ্তমান অসমে পোৱা তিনিটা ব্যৱস্থাপক সভাৰ প্ৰতিনিধিৰ পদ হয়তো সদায় পোৱাটো সম্ভৱ নহ'ব পাৰে। সেইকাৰণে অন্ততঃ দুটা স্থায়ী প্ৰতিনিধিৰ পদ অসমীয়া লোকৰ বাবে নিৰ্ণয় কৰাৰ বাবে আবেদন জনালো।'— বৰুৱাই অনুৰোধ জনাইছিল।

বৰুৱাই দিয়া সম্পূৰ্ণ ভাষণটো আছিল এনেধৰণৰ—

'Your Honour, the Council is greatly indebted to the Financial Secretary, the Hon'ble Mr L J Kershaw, for his most lucid and admirable budget statement. All the subjects have been handled in a masterly way and the points that required clearing up have been fully explained

'It is said that our province is a burden to the other provinces and a drain upon the resources of the country In support of this, it is asserted that the capital expenditure for constructing the buildings and making other improvements in the town, which was estimated at 20 lacs of rupees, has come to about a crore of rupees and more expenditure has to be incurred and the current annual expenditure has

exceeded the estimate by 76,50,000 of rupees. I entirely dissociate myself from those who see nothing good in the adminstration or affairs of the new Province, who criticise every measure in a carping spirit or whose object is to prolong the bitterness of the controversy or transfer it to new fields. But when the financial position of our province has been discussed in the supreme Legislative Council and when a statement has been made by Government on the subject, it is, I think necessary that the real state of things should be laid before our Council with such remarks as the Hon'ble the Financial Secretary may think proper. I cannot, however, persuade myself to believe that only twenty lacs of rupees had been provided for capital expenditure for turning out Dacca as the capital of the new province. Nor can I believe that when the Province has been properly equipped, its income will not be sufficient to meet the current recurring expenditure and make such other contributions to the Imperial Government as may be necessary.

'I am glad to say that I served on all the select Committees and my best thanks, are due to the Hon'ble Members of the Board of Revenue, and to my Hon'ble collegues for giving me an opportunity to render my humble services in the deliberations of the different committees. Some objections were made regarding the shortness of time allowed for sending notices of resolutions and amendments, etc, to the Secretary to the Council. But with a Council of more than 40 members, scattered all over the Province, difficulty will always arise in this and other respects unless the members make it a point to come to Dacca at least 2 or 3 days before the meeting to acquaint themselves with the programme of the business and discuss all important matters. Your Honour's rule has been made memorable by the constitution of the enlarged Council under the Reform Scheme. The sound advice which Your Honour gave us in Your Honour's stateman-like speech in welcoming us to Your Honour's Council is still ringing in our ears. It has made a deep impression on our minds, for which we are highly thankful to Your Honour. May I be permitted to say that it will be a graceful act on the part of Your Honour to provide your Honour's councillors with residential quarters, a library and a reading room where they can meet and converse together and receive visitors. Without proper accommodation and without due facilities for meeting together, and obtaining all necessary papers and information, Your Honour's councillors cannot do their work cheerfully and with efficiency. 'The Excise Bill, which has been passed into law, does not, I believe, compare unfavourabl with that passed in the Bengal Council. I am grateful to the Hon'ble Mr. P.G.Melitus, the president of the Committee, and to other members for accepting some of my important amendments. It would have given great satisfaction to the public if the committee had been able to relax the rigour of the penal clauses of the Bill. As stated in my speech in moving the amendments the principle which should guide us as regards punishments, in legislating in matters of this kind, has been laid down with a masterly hand by distinguished statesmen to whose authority I am content to appeal. I hold no brief from offenders under the excise laws. Let them receive all the punishment they deserve ; but what I say is this, that it should not be excessive or out of all proportion to the offence committed.

'It is, however, a matter of satisfaction to us that the Excise Department is under the Hon'ble Major W.M. Kennedy, who enjoys the confidence of the people and whose sympathy for them is to well-known.

'We are much indebted to the Hon'ble Mr. H.Sharp, the Director of Public Instruction, for his most interesting and able exposition of all matters connected with the education of the Province. I may here remark that the people of Assam, who were never subject to the Moslem rule and maintained their independence till civil dissensions gave ascendency to the Burmese, have enjoyed an unprecedented security of life and property, for which they cannot but be too grateful to Government But the most positive advantage conferred upon the people by the British Government is the education imparted through the medium of the English language. Any action therefore on the part of Government to improve and diffuse education, which the most civilising agency and which cements in indissoluble bonds of union the relation of the rulers and the ruled, awakens their liveliest interest It is therefore a matter of great rejoicing to us that the Cotton College has been raised to the status of a first-grade one and affiliated to the University in all the subjects. We shortly expect the affiliation in honours also The increased hostel accommodation and the necessary instructions for admission, namely, first Assamese, second domiciled, and third foreigners, given by the Director of Public Instruction to the Principal of the College will, I doubt not, remove all difficulties in the matter Further concessions and further improvements are only a question of time When I speak of the College I must also speak of its nursery beds, which feed and support it Let us see if these are sufficient and whether the growth of the seedlings is healthy or not I am afraid many more are wanted and the health of the seedlings depends upon the sites selected and the persons employed to nurse them Although there are Government High Schools in every district of Assam, yet I regret to say that, barring Jorhat, there is not a subdivision having a Government High School Take the case of North Lakhimpur This is an outlying and most neglected subdivision There is no communication by rail either to Dibrugarh or to Jorhat and consequently a Government High School is indispensably necessary here and there is a great demand for it The Golaghat sub-division, although it has a private High School, also sadly wants a Government High School A very strong case has been made out by the people of this subdivision, and the memorial submitted by their leader Sreejut Ghanashyam Borooah deserves every consideration The subdivisions of Mangaldai and Barpeta have aided High Schools, but their financial position is so unsatisfactory and the management in consequence, is so defective that they may collapse at any time To maintain an institution like these with the interest derived from a small capital lent to private individual at a high rate, seems to me to be the height of folly. Subscriptions are generally unreliable and from my experience of the working of the grant-in aid system I can honestly say that it is only an incentive to fudging. The Zamindari High Schools at Goalpara and Gauripur are placed altogether on a different footing, and this clearly illustrates the difference between Goalpara and the remaining districts of Assam and the disadvantages under which the latter labour.

'Nalbari is a most important place in Kamrup It was formerly a subdivision, though not now, but it is perhaps the most advanced locality in the district. The minor school there maintained by the Local Board is the most efficient of all such schools It contains about 400 boys, and more cannot be admitted for want of accommodation Barring the Jorhat High School, there is not a single High School

১৯১০ চনত ২,১০৬টা আছিল। ইয়াৰ বাহিৰেও ১৯০৯ চনৰ আপীলৰ গোচৰৰ সংখ্যা ৩৭টা, ১৯১০ চনত ৩৬টা থকাৰ কথা তেওঁ দোহাৰিছিল। প্ৰভাত চন্দ্ৰ বৰুৱাই সেই দিনাৰ ব্যৱস্থাপক সভাত বানপানীৰ পৰা কৃষি পথাৰ ৰোধ কৰাৰ কাৰণে ব্যৱস্থা গ্ৰহণ কৰিবলৈ চৰকাৰক আবেদন জনাইছিল। তেওঁ লগতে কৈছিল যে ১৮৯৭ চনত হোৱা ভূমিকম্পই নামনি অসমৰ খেতিপথাৰকে আদি কৰি বৃহত্তৰ অঞ্চল ক্ষতিগ্ৰস্ত কৰিছিল। ইয়াৰ উপৰিও তেওঁ জনাইছিল যে ব্ৰহ্মপুত্ৰ উপত্যকাৰ জিলাসমূহৰ পানী যোৱা নলা-নৰ্দমাসমূহ মেৰামতি কৰাৰ প্ৰতি চৰকাৰে গুৰুত্ব আৰোপ কৰিছিল। চৰকাৰে কামৰূপ জিলাৰ পাগলাদিয়া নৰঙৰ খাৰাই আৰু নোনাই নদী খন্দা কামো আৰম্ভ কৰিছিল।

সিদিনাৰ সভাতেই মিঃ ডব্লিউ জে ৰীডে ১৯১১-১২ চনৰ বাজেট সদনত দাখিল কৰিছিল। সেই হিচাপ অনুসৰি উক্ত বছৰত চৰকাৰৰ মুঠ আয় আছিল ইম্পিৰিয়েল চৰকাৰৰ পৰা নিয়ম অনুসৰি পাব লগীয়া ১,৭৩,২৮,০০০ টকা প্ৰাদেশিক চৰকাৰৰ মুঠ আয় ৩,২৪,০৯,০০০ টকা মিলি সৰ্বমুঠ ৰাজহ ৪,৯৭,৩৭,০০০ টকা। প্ৰাদেশিক ৰাজহ সংগ্ৰহৰ লগত আৰম্ভণিৰ বাকী থকা ধন ৭০,৮০,০০০ টকা লগ লাগি ৰাজহৰ মুঠ ধন আছিল ৩,৯৪,৮৯ ০০০ টকা। বাজেটত ইম্পিৰিয়েল ৰাজহৰ ভিতৰত আফিঙৰ পৰা সংগৃহীত ধনৰ পৰিমাণ ৬০,২৫,০০০ টকাও সন্নিবিষ্ট আছিল। প্ৰাদেশিক চৰকাৰে আবকাৰী ৰাজহ সংগ্ৰহ কৰিছিল ৭৯,৩০,০০০ টকা। প্ৰাদেশিক ৰাজহৰ খৰচৰ শিতানত দেখুওৱা হৈছিল ৩,৩৬,৮০,০০০ টকা। ঘাটি আছিল ১২,৭১,০০০ টকা। সামৰণিত বাকী দেখুওৱা হৈছিল ৫৮,০৯,০০০ টকা।

সেই সময়ত মুঠ ভূমি ৰাজহ আদায় হৈছিল ২,০৬,৪০,০০০ টকা। এই ভূমি ৰাজহ ইম্পিৰিয়েল চৰকাৰে আৰু প্ৰাদেশিক চৰকাৰে সমান সমানকৈ ভাগ কৰিছিল যদিও কেইটিমান শিতানৰ ভূমি ৰাজহ প্ৰাদেশিক চৰকাৰেই ৰাখিছিল বাবে প্ৰদেশখনৰ অংশ হৈছিলগৈ ১,১৬,৯৩ ০ ০০ টকা। আনহাতে ইম্পিৰিয়েল চৰকাৰৰ ভাগত পৰিছিল ৮৯,৪৭,০০০ টকা

সিদিনাই বাজেট বিতৰ্ক আৰম্ভ হৈছিল এই বাজেট বিতৰ্কৰ আৰম্ভণি কৰিছিল মৌলবী ছৈয়দ নবাব আলী চৌধুৰীয়ে। তেওঁ পূৰ্ববংগৰ মুছলমানৰ সমস্যা কৃষি সমবায় আদি বিষয়বোৰ আলোচনা কৰিছিল। চাহশিল্পক প্ৰতিনিধিত্ব কৰা মিঃ ডব্লিউ ফ্ৰেজাৰে তেওঁৰ ভাষণত উল্লেখ কৰিছিল- চাহ উদ্যোগে অসমৰ মাটিত প্ৰচুৰ অৰ্থ ব্যয় কৰি ইয়াৰ বিকাশ সাধন কৰাই নহয়, সামগ্ৰিকভাৱে অসমৰ উন্নয়নত সহায় কৰিছে। সেয়ে এই উদ্যোগৰ প্ৰতি চৰকাৰ সহানুভূতিশীল হ'ব লাগে। এই বিতৰ্কত শৰবিন্দু নাৰায়ণ ৰায়েও অংশগ্ৰহণ কৰিছিল পূৰ্ববংগৰ পৰা অহা প্ৰায়বোৰ প্ৰতিনিধিয়ে তেওঁলোকৰ ভাষণত পূৰ্ববংগ আৰু ছিলেট জিলাৰ উন্নয়নক অধিক প্ৰধান্য দি বক্তৃতা প্ৰদান কৰিছিল। মুছলিম সম্প্ৰদায়ৰ প্ৰতিনিধিসকলে মুছলমানৰ সমস্যা, হিন্দু প্ৰতিনিধিসকলে হিন্দু সম্প্ৰদায়ৰ বিভিন্ন অভাব-অভিযোগৰ বিষয়ে উল্লেখ কৰি নিজ নিজ ভাষণ সামৰিছিল। পূৰ্ববংগৰ পৰা অহা প্ৰায়বোৰ সদস্যৰে অসম উপত্যকাৰ প্ৰতি আছিল অৱজ্ঞাৰ মনোভাব। অসমক প্ৰতিনিধিত্ব কৰা ৰায়বাহাদুৰ ভুবনৰাম দাসে সিদিনাৰ বাজেট বিতৰ্কত অংশগ্ৰহণ কৰিছিল। যোগাযোগৰ ক্ষেত্ৰত অসমৰ বাবে মাথোঁ ৩০,০০০ টকা ধাৰ্য কৰাত অসন্তুষ্টি প্ৰকাশ কৰি তেওঁ কৈছিল---'ৰাজ্যখনৰ যাতায়াত ব্যৱস্থা অতি পুতৌ লগা। অন্য অংশৰ কথা মই নাজানো, কিন্তু অসমৰ যোগাযোগ ব্যৱস্থাৰ উন্নয়নৰ বাবে বাবে লাখ লাখ টকাৰ প্ৰয়োজন অকল গুৱাহাটী লোকেল ব'ৰ্ডৰ বাবেই ৪-৫ লাখ টকা অনুমোদন জনোৱা উচিত। আনহাতে কলেৰা আদি মহামাৰীয়ে বিভিন্ন জিলাৰ ভিতৰুৱা অঞ্চলৰ বহু লোকৰ প্ৰাণ লৈছে। ইয়াৰ কাৰণ হ'ল বিশুদ্ধ খোৱাপানী অভাব। গ্ৰামাঞ্চলৰ খোৱাপানীৰ ব্যৱস্থা উন্নীতকৰণৰ কাৰণে ব্যৱস্থা গ্ৰহণ কৰিব লাগে। তদুপৰি নগৰসমূহতো খোৱাপানী যোগানৰ ব্যৱস্থা কৰাৰ প্ৰতি দৃষ্টি দিব লাগে। তেওঁ কৈছিল— 'মই মঙলদৈ আৰু যোৰহাটৰ বিষয়ে উল্লেখ কৰিব খুজিছো। এই দুয়োখন ঠাইত বিশুদ্ধ খোৱাপানীৰ ব্যৱস্থা

এতিয়ালৈ হোৱা নাই। গুৱাহাটীৰ মানুহে সৰ্বাধিক পৰিমাণৰ কৰৰ বোজা ভৰিব লগীয়া হৈছে। বোধকৰো গুৱাহাটীবাসীয়ে দিব লগীয়া কৰৰ বোজা ভাৰতৰ ভিতৰতে সৰ্বাধিক। চহৰৰ খিলঞ্জীয়া সৰ্বসাধাৰণ লোকসকল অতি দুখীয়া। সেয়ে এই বিষয়টো চৰকাৰে গভীৰভাৱে বিবেচনা কৰিব লাগে। গৰু-ম'হ সহ নেপালৰ পৰা অহা ভগনীয়াসকলে খেতিয়কসকলৰ ভীষণ অসুবিধাৰ সৃষ্টি কৰিছে। কাৰণ তেওঁলোকক জনবসতিপূৰ্ণ গাঁওসমূহৰ নিচেই ওচৰতে সংস্থাপিত কৰা হৈছে। নেপালীসকলে তেওঁলোকৰ গৰু-ম'হবোৰ এৰি দিয়াৰ ফলত খেতি পথাৰৰ নষ্ট হৈ আহিছে। যদি কোনোবা খেতিয়কে গৰু-ম'হবোৰ বন্ধ কৰি ৰাখে, তেতিয়া নেপালীবোৰে একগোট হৈ গাঁৱৰ মানুহক আক্ৰমণ কৰে। তেনেকুৱা ঘটনা ঘটিছে বৰপেটা, মঙলদৈ আৰু ডিব্ৰুগড়ত। মই এই কথা ক'ব খোজা নাই যে নেপালীসকলক অসমৰ পৰা বহিষ্কাৰ কৰক। মই কেৱল ক'বলৈ বিচাৰিছো গো-চৰণীয়াৰ বাবে চৰকাৰে সৰহ মাটি সংৰক্ষিত কৰি ৰাখক। আৰু এই মাটি খেতিপথাৰৰ পৰা আঁতৰত সংৰক্ষিত কৰাৰ ব্যৱস্থা কৰক। এই কথাও নিৰ্ধাণৰ কৰি দিয়া উচিত যাতে নেপালীসকলে নিৰ্দিষ্ট সীমাৰ বাহিৰলৈ যাব নোৱাৰে।'

অসমত আফিং আৰু গাঞ্জাৰ ব্যৱহাৰ ৰোধ কৰাৰ অৰ্থে দোকানৰ সংখ্যা কমোৱাৰ ব্যৱস্থা গ্ৰহণ কৰা বাবে মই চৰকাৰক ধন্যবাদ জনাইছো। এইক্ষেত্ৰত মই আৰু পৰামৰ্শ দিব বিচাৰিছো যে আফিং আৰু গাঞ্জা বিক্ৰী কৰাৰ ক্ষেত্ৰত এজন মানুহক কেৱল মাত্ৰ এক তোলাৰ পৰা ৫ তোলাকৈহে বিক্ৰী কৰিবলৈ অনুমতি প্ৰদান কৰিব লাগে। অসমত শিক্ষাৰ প্ৰসাৰৰ বাবে চৰকাৰে ব্যৱস্থা লৈছে। এই ব্যৱস্থাৰ বাবে চৰকাৰক ধন্যবাদ জনাইছো। ৰাজ্যৰ প্ৰাথমিক শিক্ষকসকলৰ দৰমহাৰ বিষয়টোও চালিজাৰি চোৱা উচিত, যাতে এওঁলোকৰ দৰমহা বৃদ্ধি কৰাৰ ব্যৱস্থা কৰিব পাৰি। এইক্ষেত্ৰত মই আৰু এটা বিষয়ত দৃষ্টি আকৰ্ষণ কৰিব খুজিছো। সেইটো হৈছে 'উইলিয়ামছন ফাণ্ড'ৰ পৰিচালনা প্ৰসংগ। এসময়ৰ গোলাঘাটৰ বাসিন্দা মহান ইউৰোপিয়ান চাহ খেতিয়ক উইলিয়ামছনে অসম উপত্যকাৰ জনসাধাৰণৰ হিতাৰ্থে লাখৰো অধিক টকা এৰি থৈ গৈছে। তেওঁৰ সম্ভৱতঃ উদ্দেশ্য আছিল অসমৰ স্থানীয় লোকসকলে প্ৰথমতেই কাৰিকৰী শিক্ষা লওক আৰু পুথিভঁৰালৰ বিভিন্ন কিতাপ-পত্ৰ অধ্যয়ন কৰি সাধাৰণ জ্ঞান লাভ কৰক। তেওঁ এৰি থৈ যোৱা ইচ্ছাপত্ৰৰ ভিত্তিত শিৱসাগৰ জিলাত প্ৰথমতে কাৰিকৰী শিক্ষাৰ শ্ৰেণী আৰম্ভ হৈছিল যদিও সুফল নোপোৱাত বন্ধ কৰি দিব লগীয়া হ'ল। ইয়াৰ পিছত ডিব্ৰুগড়ত তেওঁ এৰি থৈ যোৱা ধনৰ সুতেৰে শিল্পবিদ্যা শিক্ষাৰ স্কুল এখন স্থাপন কৰা হ'ল। সেইখনো কাৰ্যতঃ বন্ধ হ'ল ১৯০৪ চনত। তেতিয়াৰে পৰা এই ধনৰ এটা অংশ অসমৰ কিছুমান ৰাজহুৱা পুথিভঁৰালৰ বাবে অনুদান হিচাপে দি অহা হৈছে। কিছু অংশ ধনেৰে কাৰিকৰী শিক্ষা গ্ৰহণ কৰা ছাত্ৰ-ছাত্ৰীসকলৰ বাবে জলপানিৰ ব্যৱস্থা কৰা হৈছে। মোৰ সন্দেহ নাই যে এই ধনৰ অপপ্ৰয়োগ হৈছে। কিন্তু মই ক'ব খুজিছো যে এই ধনৰ সুফল আমাৰ ৰাজ্যৰ লোকসকলে এতিয়ালৈ পোৱা নাই। বংগৰ দৰে অসমত এতিয়াও পুথিভঁৰাল সঁচা অৰ্থত ব্যৱহাৰ হোৱা নাই। সেয়ে এই পুথিভঁৰাল অসমৰ নগৰসমূহত স্থাপন কৰিব লাগে। শিক্ষানবিচসকলৰ জলপানিৰ ধন কেৱল এটা শ্ৰেণীয়েহে পাইছে। সেই কাৰণে এই ধন যাতে জনসাধাৰণৰ স্বাৰ্থত সুফলভাৱে প্ৰয়োগ হয়, তাৰ ব্যৱস্থা কৰিবলৈ মই চৰকাৰক অনুৰোধ জনাওঁ। মই বিশ্বাস কৰো যে উইলিয়ামছনে এই ধন অসমৰ স্থানীয় বাসিন্দাসকলৰ সুবিধাৰ বাবে দিছিল এখন ইচ্ছাপত্ৰৰ জৰিয়তে। কিন্তু চৰকাৰে নতুন নিয়ম প্ৰৱৰ্তন কৰি অসমত বাস কৰা সকলো ছাত্ৰ-ছাত্ৰীৰ বাবে জলপানি মুকলি কৰিছে। আনকি অসমৰ বাহিৰৰ লোককো এই জলপানিৰ বাবে নিৰ্বাচিত কৰা আমি দেখিছো। আনহাতে কিছুমান এনে ছাত্ৰকো এই জলপানি দিয়া হৈছে যিসকল আৰ্থিকভাৱে যথেষ্ট স্বচ্ছল। ইয়াৰ ফলত অসমৰ প্ৰকৃত খিলঞ্জীয়া লোকসকল বঞ্চিত হ'ব। অসমৰ সকলো স্থানীয় লোকেই এই ন্যাসৰ পৰা সুবিধা পাব লাগে। কেৱল মাত্ৰ এটা শ্ৰেণীৰ বাবে এই ন্যাস নহয়। সেয়ে মই ভাবো এই ধন ব্যৱহাৰ হ'ব লাগে এক উদ্দেশ্যধৰ্মী চিন্তা-চৰ্চাৰে। এইক্ষেত্ৰত অসুবিধাও আছে, তথাপি মোৰ বিশ্বাস গোটেই

সিদ্ধান্ত গ্ৰহণ কৰাৰ আগতে অসমৰ খিলঞ্জীয়াসকলৰ বৃহত্তৰ স্বাৰ্থৰ কথা বিবেচনা কৰিব লাগে। চৰকাৰে এই ন্যাসৰ যিসকল হিতাধীকাৰী তেওঁলোকৰো মতামত লোৱাটো দৰকাৰ। এই ব্যৱস্থাটো অসমৰ জনসাধাৰণে আগ্ৰহেৰে গ্ৰহণ কৰিব। কাৰণ তেওঁলোকে নিজৰ নিজৰ যুক্তিসমূহ এই ধন খৰচ কৰা সন্দৰ্ভত আগ বঢ়াব পাৰিব। চৰকাৰে মেলেৰিয়া প্ৰতিৰোধ কৰাৰ কাৰণে লোৱা ব্যৱস্থাৰ বাবে মই ধন্যবাদ জনাইছো। কুইনাইন টেবলেট ইতিমধ্যে বিতৰণ কৰা হৈছে। ইয়াৰ দ্বাৰা সুফল পোৱা যাবই। কিন্তু দুখেৰে জনাব লগা হৈছে যে ক'লাজ্বৰ নতুনকৈ গোলাঘাট মহকুমাত পুনৰ আৰম্ভ হৈছে। ১৮৮৪ চনত এই ৰোগ যেতিয়া নামনি অসমত আৰম্ভ হৈছিল, তেতিয়া কিন্তু উজনি অসমত ইয়াৰ প্ৰাদুৰ্ভাব হোৱা নাছিল। কিন্তু এতিয়া উজনি অসমৰ এখন মহকুমাত আৰম্ভ হৈছে। এই ৰোগ যাতে অধিক সম্প্ৰসাৰিত হ'ব নোৱাৰে, তাৰ বাবে চৰকাৰে ব্যৱস্থা গ্ৰহণ কৰা উচিত। পূৰ্বৰ অভিজ্ঞতাৰ ভিত্তিত চৰকাৰৰ বেছি কাৰ্যকৰী ব্যৱস্থাৰে এই ভয়াবহ ৰোগৰ সম্প্ৰসাৰণ ৰোধ কৰিব লাগে।'

বিতৰ্কত অংশগ্ৰহণ কৰি মাণিক চন্দ্ৰ বৰুৱাই ১৯০৯ চনত তেওঁ দিয়া ভাষণত জেনেৰেল জেনকিন্সৰ ১৮৫৩ চনৰ ২৩ মে'ত লিখা চিঠিখনত উল্লেখ কৰা বিষয়সমূহ পুনৰাবৃত্তি কৰে। চিঠিখনত অসমৰ যোগাযোগৰ দুৰৱস্থা আৰু এই বাধাৰ বাবে বিস্তীৰ্ণ অঞ্চলত পৰি থকা পতিত মাটিসমূহ জংঘলমুক্ত কৰিব পৰা নাই বুলি উল্লেখ কৰা হৈছিল। তেওঁ লগতে উল্লেখ কৰিছিল যে ১৮৫৩ চনত যি কথা জেনকিন্সে উল্লেখ কৰিছিল, সেয়া অপৰিবৰ্তিত অৱস্থাতে আছে। উল্লেখ্য যে ১৮৯৭ চনৰ বৰ ভূমিকম্পই ক্ষতিগ্ৰস্ত কৰাৰ পাছত নামনি অসমত যোগাযোগ ব্যৱস্থা সম্পূৰ্ণ ভাঙি পৰিছিল। সেয়ে এই যোগাযোগ ব্যৱস্থাৰ উন্নতি কৰাৰ প্ৰয়োজন হৈছিল। আনকি সাধাৰণ সময়তো অসমৰ বেছিভাগ পথৰ ৰাস্তা ঘাট আৰু দলংসমূহ বুৰ গৈছিল। সাধ্যানুসাৰে বাজাৰলৈ পথত দূৰ যোগাযোগকৈ ওখ কৰিব লাগে। এই সন্দৰ্ভত প্ৰদেশখনৰ বিভিন্ন অঞ্চলৰ পৰা বিশেষকৈ চাহ উদ্যোগৰ লগত জড়িত নেতৃস্থানীয় ইউৰোপিয়ান চাহ খেতিয়কসকলে আপত্তি দৰ্শাই আহিছে। বাট পথৰ উন্নয়নৰ ক্ষেত্ৰত গড়কাপ্তানী বিভাগ আৰু লোকেল বৰ্ডৰো দায়িত্ব আছে। তেওঁলোকে যৌথভাৱে কাৰ্যকৰী আঁচনি দাখিল কৰিব লাগিব। সন্দেহ নাই চৰকাৰে ৰেল যোগাযোগৰ ওপৰত যথেষ্ট গুৰুত্ব দিছে। ইতিমধ্যে সিংহজানিৰ পৰা বাহাদুৰবাদলৈ ৰেল লাইন নিৰ্মাণৰ কাম চলি আছে। এই ক্ষেত্ৰত মই জানিব পাৰো নে সম্ভৱতঃ কেতিয়াৰ পৰা এই কাম আৰম্ভ কৰা হ'ব। ইয়াৰ দ্বাৰা অসমৰ আৰু ৰাজশাহীৰ যাত্ৰীসকলক কেনেধৰণৰ সহায় লাভ হ'ব। নগাঁৱৰ কলঙৰ ওপৰত এখন দলঙৰ অভাৱ ৰাইজে অনুভৱ কৰিছে। এই অভাৱ সোনকালে দূৰ কৰিব বুলি আশা ৰাখিছো। আনহাতে কামপুৰৰ পৰা শিলঘাটলৈ পাতলীয়া ৰেল নিৰ্মাণৰ বাবে কেতিয়া চূড়ান্ত সিদ্ধান্ত লোৱা হ'ব সেই লৈ জনসাধাৰণ উদ্বিগ্ন হৈ আছে। নগাঁও নগৰ ৰেলৰে আৰু টেলিগ্ৰাফিক যোগাযোগৰ ক্ষেত্ৰত বিশ্বৰ সৈতে বিচ্ছিন্ন হৈ আছে। এই ক্ষেত্ৰত সোনকালে ব্যৱস্থা গ্ৰহণ কৰাটো অতি প্ৰয়োজন। অসমত নদী যোগাযোগ ব্যৱস্থাৰ ভূমিকা গুৰুত্বপূৰ্ণ। ষ্টীমাৰ কোম্পানীসমূহে এই সেৱাৰ ক্ষেত্ৰত উল্লেখনীয় কাম কৰি আছে। ইয়াৰ বাবে চৰকাৰে তেওঁলোকক উৎসাহিত কৰা উচিত। অসমত ৰেল আৰু ষ্টীমাৰ দুয়োটা ব্যৱস্থাৰে আৱশ্যক। আমি চৰকাৰে শিক্ষাৰ ক্ষেত্ৰত গ্ৰহণ কৰা ব্যৱস্থাৰ বাবে কৃতজ্ঞ। বিশেষকৈ স্কুল আৰু কলেজৰ শিক্ষাৰ সম্প্ৰসাৰণৰ বাবে। মই এইক্ষেত্ৰত উইলিয়ামছন ফাণ্ড সম্পৰ্কে দুআষাৰ ক'ব বিচাৰিছো। বিশাল মনৰ অধিকাৰী এইগৰাকী ব্যক্তিয়ে অসমৰ উপত্যকাৰ লোকসকলৰ সুবিধাৰ বাবে বৃহৎ পৰিমাণৰ টকা দান দি থৈ গৈছিল। ইয়াৰ কাৰণ আছিল অসমৰ লোকসকল শিক্ষাৰ ক্ষেত্ৰত পিছপৰা। সেয়ে তেওঁ বোধকৰো ভাবিছিল অসম উপত্যকাৰ লোকসকলে প্ৰথমে কিছু কাৰিকৰী জ্ঞান গ্ৰহণ কৰক আৰু পুথিভঁৰালৰ কিতাপ অধ্যয়ন কৰি সাধাৰণ জ্ঞান লওক। অসমৰ উজনিত কাৰিকৰী স্কুল স্থাপন হ'ল লগতে জলপানিৰ ব্যৱস্থাও কৰা হ'ল। কিন্তু অৱশেষত ভাল ফল নোপোৱা বাবে ইয়াক বন্ধ কৰা হ'ল। এই গোটেই বিষয়টো নাথানৰ সভাপতিত্বত

অনুষ্ঠিত ঔদ্যোগিক সম্মিলনত উত্থাপিত হৈছিল। মই সেই সভাত দিয়া ভাষণখিনিকে পুনৰ উল্লেখ কৰিব খুজিছো। কাৰিকৰী স্কুল কৃতকাৰ্য নোহোৱাৰ মূলতে হৈছে এই স্কুল স্থাপনৰ আগতে কোনোধৰণৰ পৰীক্ষামূলক ব্যৱস্থা গ্ৰহণ কৰা নহ'ল। কাৰণ গোটেই আঁচনিখনৰ পৰিচালনা আৰু তদাৰকীৰ ব্যৱস্থাত কিছু খুঁত আছিল। এতিয়া অৱস্থাৰ পৰিবৰ্তন হৈছে। সেয়ে উপযুক্ত পৰিচালনা আৰু উপযুক্ত কাৰিকৰী ব্যৱস্থাৰে এই আঁচনি গ্ৰহণ কৰিলে ফল পোৱাৰ আশা কৰিব পাৰি। এইক্ষেত্ৰত কটন কলেজৰ কথাকে মই উল্লেখ কৰিব খুজিছো। ১৮৬৬ চনত গুৱাহাটীত এখন দ্বিতীয় শ্ৰেণীৰ কলেজ (তেতিয়া অৱশ্যে হাইস্কুল বুলি কোৱা হৈছিল) স্থাপন হৈছিল। মই জনাত প্ৰথম বছৰৰ প্ৰথম পৰীক্ষাত কলা বিভাগত এজন ছাত্ৰই পাছ কৰিছিল। দ্বিতীয় বছৰত ছাত্ৰৰ সংখ্যা চাৰিজন হৈছিল। তৃতীয় বছৰত তিনিজন ছাত্ৰ কৃতকাৰ্য হৈছিল। চতুৰ্থ বছৰত কৃতকাৰ্য হোৱা ছাত্ৰৰ সংখ্যা এজনলৈ নামি আহে। ইয়াৰ পাছত কোনো এজন ছাত্ৰ কৃতকাৰ্য হ'ব নোৱাৰিলে। কৰ্নেল কিটিংছ আছিল অসমৰ প্ৰথম মুখ্য আয়ুক্ত। তেওঁ হাইস্কুলখন বন্ধ কৰি দিছিল। তেওঁ মতামত দিছিল—পৰীক্ষাৰ ফলাফলে এই হাইস্কুলখন বন্ধ কৰাৰ একমাত্ৰ যুক্তিসংগত কাৰণ। তদুপৰি বিত্তীয় নাটনিলৈকো লক্ষ্য কৰা হৈছিল। মুখ্য আয়ুক্তই হয়তো ভাবিছিল যে অসমীয়া ছাত্ৰসকলে অসমৰ বাহিৰৰ পৃথিৱীখন বেছিকৈ দেখাৰ সুযোগ গ্ৰহণ কৰক। আমাৰ ছাত্ৰসকলে বাহিৰৰ পৃথিৱীখন প্ৰায় ২৫ বছৰ দেখিলে। বহুসংখ্যক ছাত্ৰ অধ্যয়নৰ বাবে কলিকতালৈ গৈছিল। কিন্তু পৰীক্ষাৰ ফলাফল আছিল সময়ে সময়ে দুখ লগা। অৱশেষত বহু আবেদন-নিবেদন আৰু কঠোৰ যুদ্ধ কৰাৰ পিছত দ্বিতীয় শ্ৰেণীৰ কলেজ এখন অসমত পুনৰ প্ৰতিষ্ঠা হ'ল। এইক্ষেত্ৰত পি জি মেলিছাছ, মিঃ এফ জে ম'নাহন আৰু কৰ্নেল পি আৰ টি গৰ্ডনে আমাৰ লগত আন্তৰিকতাৰে সহযোগ কৰিছিল আৰু সকলোধৰণৰ সহায়-সহযোগিতা আগ বঢ়াইছিল। আজি কটন কলেজৰ পৰীক্ষাৰ ফলাফল কি? কটন কলেজৰ পৰীক্ষাৰ ফলাফল উৎকৃষ্ট হোৱাৰ বাবে বাবে ছুডমাৰ্ছন, তেওঁৰ সহযোগীসকল আৰু মাননীয় এইচ ছাৰ্পক মই ধন্যবাদ জনাইছো। কটন কলেজ ছাৰ হেন্ৰী কটনৰ স্মাৰক। তেৰেঁই এই কলেজখন স্থাপন কৰিছিল, যাৰ বাবে এই কলেজখনৰ নামকৰণ কৰা হৈছিল তেওঁৰ নামেৰে। আৰু আন এগৰাকী বিয়য়া ছাৰ বেমফিল্ড ফুলাৰ। যিগৰাকী বিষয়াৰ যৎপৰোনাস্তি চেষ্টাৰ ফলত ই প্ৰথম শ্ৰেণীৰ কলেজলৈ উন্নীত হোৱাৰ পথ প্ৰশস্ত হ'ল। তদুপৰি এইখন কলেজ মাননীয় সভাপতি মহোদয়ৰো স্মাৰকস্বৰূপ। তেওঁৰ চেষ্টাত এইখন কলেজ এখন প্ৰথম শ্ৰেণীৰ শিক্ষানুষ্ঠান হৈছিল আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা সকলো বিষয়তে স্বীকৃতি লাভ কৰিবলৈ সমৰ্থ হৈছিল।

পুথিভঁৰালৰ বাবে কিছু ধন ধাৰ্য কৰা হৈছে। মই ভাবো, এইক্ষেত্ৰত গুৱাহাটীৰ কাৰ্জন পুথিভঁৰাল সম্পূৰ্ণ কৃতকাৰ্য হৈছে। ইয়াৰ পিছত ধুবুৰীৰ পুথিভঁৰালো কৃতকাৰ্য হৈছে। কিন্তু অন্য পুথিভঁৰালসমূহ কম-বেছি পৰিমাণে অকৃতকাৰ্য হৈ আছে। সকলো পুথিভঁৰালতে ধনৰ অনুদান দিয়াতকৈ কিয় কাৰ্জন পুথিভঁৰালত আমি বেছি ধন অনুদান নিদিওঁ কিয়? এই পুথিভঁৰালৰ লগত প্ৰস্তাৱিত নতুন ভৱনত এটা নতুন শাখা সংগ্ৰহালয় স্থাপন কৰিব লাগে, য'ত অসমীয়া পুথি, মুদ্ৰা আদি সংৰক্ষিত কৰি ৰাখিব পাৰি। বিস্মৃতিৰ গৰ্ভত লুকাব খোজা পুৰণি গ্ৰন্থসমূহ আৰু বিভিন্ন বস্তু যাতে আমি সংৰক্ষণ কৰি অসমীয়া ভাষা-সংস্কৃতিৰ ভঁৰাল উন্নত কৰাৰ ক্ষেত্ৰত অৱদান যোগাব পাৰো তাৰ ব্যৱস্থা কৰিব লাগে। কাৰ্জন হলৰ নিৰ্মাণ ইমান লেহেমীয়া কিয় হৈছে সেই বিষয়ে মই চৰকাৰৰ পৰা জানিব পাৰোনে? মই জনাত চৰকাৰী অনুদান দিয়া হৈছে, মাটিও অধিগ্ৰহণ কৰা হৈছে। ইয়াৰ পাছতো কিয় কাম আৰম্ভ হোৱা নাই? মোৰ বিশ্বাস— চৰকাৰে অন্ততঃ চাৰি বা পাঁচ হাজাৰ নতুবা তাতকৈ বেছি ধন অতিৰিক্ত শাখাৰ বাবে ধাৰ্য কৰিব। মই মোৰ প্ৰথম বাজেট ভাষণত উল্লেখ কৰিছিলো যে প্ৰদেশখনৰ অন্য অংশৰ লোকতকৈ অসমৰ লোকসকলে বেছি কৰ আদায় দিব লাগে। এই সন্দৰ্ভত মই তথ্যও দাখিল কৰিছিলো। কিন্তু মাননীয় মহোদয়ে এই বিষয়ত বিশেষ গুৰুত্ব দিব নুখুজিলে। মোৰ যুক্তি হৈছে — অসমে গোটেই

প্ৰদেশখনত ৩৩% ৰাজহৰ অবদান আগ বঢ়ায়। জনসংখ্যাৰ হিচাপত আমাৰ অবদান প্ৰকৃততে ১০%ৰ কম হ'ব লাগে। আনহাতে উন্নয়নৰ ক্ষেত্ৰত আমি ৰাজহৰ বেছি অংশ ধন পাব লাগে। অসমৰ ভূমি ৰাজহৰ নিয়মাৱলী সম্পৰ্কে মই উল্লেখ কৰিব খুজিছো যে ইয়াত খেতিয়কৰ স্বত্বক সম্পূৰ্ণভাৱে আওকাণ কৰা হৈছে। এই নিয়মাৱলীখন প্ৰথম অৱস্থাত ড্ৰাফট্ কৰিছিল ছাৰ উইলিয়াম এৱাৰ্ডে। সেই সময়ত তেওঁ অসম উপত্যকাৰ জিলাসমূহৰ বিচাৰ আযুক্ত আছিল আৰু গৱৰ্ণৰ জেনেৰেলে ইয়াক আইনত ৰূপান্তৰ কৰিছিল। Viceregal legislative Council-ত এই আইনখন উত্থাপিত হোৱা নাছিল আৰু আইনখনৰ সম্পৰ্কে জনসাধাৰণৰ পৰা কোনোধৰণৰ পৰামৰ্শও গ্ৰহণ কৰা নাছিল। মই জনাত সেই সময়ৰ মুখ্য আযুক্ত ছাৰ চাৰ্লছ ইলিয়টে অনিচ্ছাকৃতভাৱে এই নিয়মাৱলীখন চৰকাৰৰ ওচৰলৈ প্ৰেৰণ কৰিছিল। সেয়ে ছাৰ বেমফিল্ড ফুলাৰে এইখন নিয়মাৱলী একপক্ষীয় বুলি উল্লেখ কৰিছিল দীৰ্ঘদিনৰ পিছত দেখা গৈছে আইনখন এতিয়াও দোষযুক্ত। এই নিয়মাৱলীত লাখেৰাজ নিষ্পিখেৰাজ, দেৱোত্তৰ ব্ৰহ্মোত্তৰ মাটিৰ মালিক স্বত্ব তলতীয়া স্বত্ব সম্পৰ্কে ব্যাখ্যা শুদ্ধভাৱে কৰা হোৱা নাই। দলৈসকলে মন্দিৰৰ মাটিসমূহ নিজৰ সুবিধাৰ বাবে জধে মধে নিজৰ স্বাৰ্থ আগত ৰাখি লগত দি আছিছে। সেয়ে এই নিয়মাৱলীৰ সংশোধনৰ প্ৰয়োজন হৈ পৰিছে।' অসমৰ সেই সময়ৰ আৰ্থ সামাজিক পটভূমিত মাণিক চন্দ্ৰ বৰুৱাৰ এই ভাষণ অতিকৈ গুৰুত্বপূৰ্ণ আছিল। মহৎ মনীষীসকলে যে সকলো সময়তে অসমীয়াৰ স্বাৰ্থক আগস্থান দিছিল ভাষণটো তাৰেই প্ৰোজ্জ্বল নিদৰ্শন

মাণিক চন্দ্ৰ বৰুৱাৰ ব্যৱস্থাপক সভাত প্ৰদত্ত সম্পূৰ্ণ ভাষণটো আছিল এনেধৰণৰ The Hon'ble Manik Chandra Barua said

Your Honour the present is perhaps the best and most prosperous budget which the Hon'ble Mr L J Kershaw has ever been able to lay before the Council His explanatory statements are models of lucidity and apposite knowledge These have proved to be of great help to us and for which we are indeed much indebted to him After making liberal provisions for the expenditure under the different heads, he has been able to show a very large surplus In allotting this amount to the various works the bare necessities of the people such as water supply communication, medical relief sanitation, education, require the first consideration of Government It is I think essentially necessary that all the District and Local Boards should submit a statement for their requirements for the above objects and the Financial Department should prepare a scheme for providing for the expenditure spread over a number of years The Boards will then know exactly what grant they will receive from Government every year and will be able to make a plan for executing the principal original works in order of their importance The crying wants of the people in the above respect cannot be removed in a year or a number of years, but a definite scheme should be made by setting apart a substantial sum every year to alleviate the sufferings of the people by doing some real and permanent work

The word communication is a very comprehensive term It means communication by road by rail, and by river I will deal with all the three confining my remarks generally to Assam

"In my budget speech for the year 1909, I gave a long quotation from a very thoughtful and most interesting letter written by General Jenkins to Government on the 23rd May 1853 I will reproduce here an extract from it - 'The measures for acclerating the progress of the province, I need only here touch upon very briefly A systematic improvement of the main roads is one of the most obvious means we have A regular outlay of a certain percentage of the revenue in the repairs and

construction of the roads would not only remedy a very great defect in the present state of the province, but as all the money so laid out would be spent on the agricultural population, nothing would be more calculated to advance the clearing of land than such an expenditure. Not only would the wastes be rendered accessible, but the people would have the means of clearing them put into their hands.

'A great obstacle now to the clearing of wastes is the want of communication between these tracts and the cultivated districts; whenever this is removed, clearance will take place. The outlay on roads, if the works be regularly conducted and permanently established, and be not again allowed to fall into disrepair, will as certainly be returned to Government by increased revenue as the money which have been expended on canals in the Western Provinces. The people cannot settle amongst wastes that are cut off from all communications with the present villages, but wherever the jungles are opened out, colonization does and will take place.

What was true in 1853, is more true now. Whether from the magnitude of the work requiring an enormous outlay or for want of sufficient and accurate information at the disposal of Government, this branch of the work has not received that attention which it deserves.

Almost all the roads throughout the province require substantial improvement and especially those in the lower districts of Assam which were seriously damaged by the earthquake of 1897. Even an ordinary flood submerges all low-lying lands, and communications by roads throughout the greater part of the districts are stopped in the rainy weather. Wherever possible, the roads should be raised above the highest flood level, and those portions which become impassable in the rainy season should be metalled.

Complaints on this subject have reached me from different parts of the province and notably from some leading European gentlemen of the planting community.

A heavy responsibility rests upon the Public Works Department and Local Boards and they should both combine and submit a workable scheme to Government. I must here allude to the very heavy loss which the province has sustained by the sudden and untimely death of the late Hon'ble Mr. W. Banks-Gwyther, Secretary to the Government in the Public Works Department– a gentleman of sterling qualities who had made himself acquainted with the requirements of some of the Local Boards and only waited for funds to take the necessary action.

With that great forethought which characterized his most remarkable career, General Jenkins observed 'that the outlay on roads, if the work be regularly conducted and permanently established, and be not again allowed to fall into disrepair, will as certainly be returned to Government by incresed revenue as the money which have been expended on canals in the Western Provinces.' I will remind the Hon'ble the Financial Secretary that by making cartable roads he can very sensibly reduce the allowance for grain compensation. The statistics at the disposal of the Government will prove this clearly. It is no doubt true that in some towns in Assam, for instance, at Jorhat, the prices of food-grains do not fall notwithstanding the fact that there are good roads there. I have ascertained the cause of this, and I am told by some members of the planting community that all rice required for the tea gardens was formerly imported from Bengal; but it is now to a great extent purchased locally which has kept up the price.

No doubt Government is paying more attention to communications by rail It is satisfactory that the construction of the railway from Singhjani to Bahadurabad has been taken on hand May I ask for some further information regarding the probable time the construction will take, its speed, the convenience it will afford to passengers from Assam and Rajshahi, and the facilities it will give to the merchants by establishing a system of through booking with the Steamer Companies?

People are very anxious to know if any final decision has been arrived at regarding the construction of a light railway from Kampur to Silghat

The inconvenience which the inhabitants of Nowgong feel for want of this as well as that of a bridge over the Kolong, is very great and which should be removed as soon as possible

The town of Barpeta has remaind cut off from the outer world and railway and telegraphic communications are most urgently needed there

It is to be regretted that Government is not disposed to do anything to connect Sibsagar with the Assam-Bangal Railway

The foregoing considerations illustrate the necessity of having our Local Boards reconstituted and placed on a legal basis If they had the borrowing power, something might have been done in the directions indicated above

Before leaving this subject, I would bring to the notice of Government the many accidents to men and cattle on the Gauhati section of Eastern Bengal State Railway, owing mainly to the line being not fenced and occasionally perhaps to careless driving The train stops for two or three minutes at some of the stations, thus causing great inconvenience to passengers notably at Nalbari which is one of the most important stations on the line

Situated as Assam is she cannot do without river communication The Steamer Companies have been doing splendid services and they deserve every encouragement at the hands of Government to enable them to continue in their good work and make such improvement from time to time as may seem necessary Although, since the opening of the Gauhati section of the Eastern Bengal State Railway their steamers are not carrying the mails yet they are running their steamers daily for the convenience of passengers and goods

We require both railways and steamer and any conflict between the two causes great hardship to the people The inconvenience and annoyance to which the passengers have been subjected by the arbitrary closing of the through booking system via Dhubri by the Eastern Bengal Railway authorities are known to Government and I would earnestly entreat Your Honour to take such steps in your power as will secure a harmonious working between the two May I be permitted here to throw out some suggestions -

"These are (1) that through booking should be opened at those ghats which are connected by railway and steamer such as Fulchari, Dhubri, Amingaon, Kokilamukh etc and the Railway Company should, whenever necessary, make a line over the chur, (2) that all rivers falling into the Brahamaputra and the Ganges should, as far as possible, be cleared of snags and other obstructions by Public Works Department to enable small draft steamers and country boats to ply in them (3) that all feeder roads leading to the ghats should be kept in a good state by the Local Boards or

by Government; (4) that the arrival and departure of both trains and steamers should be so timed as not to cause any incovenience to the passengers.

A sifting enquiry into the matter by a strong and representative Committee will bring to light the inconvenience and disadvantages to which the public have been put and the difficulties which the mahajans have experienced.

It is a matter of great regret that the river water which was formerly pure and wholesome should have now become polluted and for the most part unfit for drinking. This is entirely due to the earthquake. The beds of the rivers have been raised; the water is not so deep now as it was before, and consequently the current being not strong, the dead bodies and rubbish thrown into the rivers cannot be carried away. The precaution that dead bodies should either be burnt or buried and not thrown into the rivers, is often neglected; and there are numerous instances of cholera breaking out in those places where a large number of dead bodies are stuck to the shore. The silting up of tanks by the earthquake has made the supply of good drinking water more scarce. It has, therefore, become necessary to make tanks and wells for supplying the want. Of course, there are some rivers and tanks which contain good drinking water. But the greater part of the country is without them. Captain Gourlay I.M.S., when he was Deputy Sanitary Commissioner, made a tour throughout the North Bank of Kamrup and after visiting the different localities and making the necessay inquiries, made a very interesting report stating where the supply of good drinking water is needed. The needs of the other districts also should be similarly ascertained, a comprehensive scheme should be drawn up by the Sanitary Board and action should be taken accordingly.

Tanks may be excavated, wells may be sunk, but the difficulty is how to keep the water unpolluted. The fencing of tanks and prosecutions for defilement of water might help us to a small extent . But unless the people know that impure water is a kind of posion and that cleanliness conduces to health, it is hopeless to expect any satisfactory result.

It was remarked by Sir Steuart Bayley in one of the resolutions that to teach a man the principles of sanitary science, was as difficult as to teach a school boy. What cannot be taught by lessons, can be better elucidated by actual result.

This brings me to the question of medical relief. It is a notorious fact that it is utterly insufficient; thousands and thousands of people die of cholera and other epidemic diseases without receiving any medical relief either from inaccessibility of such relief or for poverty. Take for example the Gauhati subdivision of the Kamrup district. It contains about six lacs of people, 350 miles of roads, and an area bout 2,600 square miles. There are only six dispensaries, or a dispensary to a lacs of people. Fifty-eight miles of roads and to an area of 433 square miles. Had the number of dispensaries been quadrupled still these would have proved insufficient. There are numerous instances of doctors refusing medical aid to patients for their inability to pay the medical fee. Unless the doctors are much better paid, we cannot expect that they should treat cases gratis.

Nowadays we here much of free primary education, but do not hear anything about free medical relief. A man must live, and live healthily before he can learn to read. I would earnestly appeal to Government that some scheme for giving free

medical aid to the sufferers should be devised Of course it will require a large expenditure, but I believe people will not object to pay a cess for this purpose provided the money thus raised is strictly applied to giving free medical aid

We are highly grateful to Government for their unceasing efforts to improve all kinds of education imparted in shools and colleges But I desire to speak a few words in connection with the Williamson Fund That large hearted gentleman bequeathed a munificent sum for the benefit of the natives of the Assam Valley Districts Seeing that they were very backward in point of education, he perhaps thought that they should at first receive some technical education and obtain general knowledge by reading books in the libraries Technical classes with scholarships attached to them were accordingly opened in Upper Assam, but these had to be closed for unsatisfactory results This point was raised at the Industrial Conference held last year under the able presidency of the Hon'ble Mr R Nathan CIE I will repeat here what I said then If the technical school failed it was because that the experiment was made a little too early and because that there was some defect in the plan, management, and supervision Things have very much changed now With better equipment, better materials, and better management much better results might be expected

Take for instance the case of the Cotton College So far back as 1866, a second grade college then called a high school, was established at Gauhati I believe, in the first year one student passed the first Examination in Arts in the second year the number rose to four, in the third year three were successfull in the fourth year the number dwindled down to one After that not a single student could pass Colonel Keatinge the first Chief Commissioner of Assam, abolished the high school It was remarked that the results of the high school justified its abolition which however was necessitated by financial exigencies The Chief Commissioner thought that the Assamese students should see some thing more of the world outside Assam Our students had ample opportunities of seeing the outer world for more than a quarter of a century Large numbers went down to Calcutta to prosecute their studies, but the results of the examinations from time to time were extremely unsatisfactory After a good deal of representation and hard fight a second grade college was re established I am grateful here to say that the Hon'ble Mr P G Melitus C I E , The Hon'ble Mr F J Monahan and the Hon'ble Colonel P R T Gurdon heartily cooperated with us in the matter and lent us their powerful support What is the result of the Cotton College now ? Thanks to Mr Sudmerson and his staff, thanks to the Hon'ble Mr Sharp, the controlling agency, the results of the Cotton College have from time to time been brilliant and indeed we could not expect for anything better

The Cotton College is a monument to the name of Sir Henry Cotton by whom it was established and whose name it bears a monument to the name of Sir Bamfylde Fuller who took so much interest in its welfare and who paved the way to its being raised to a first grade one, and a monument to the name of Your Honour who has actually raised it to a first-grade institution and got it affiliated to the Calcutta University, in nearly all the subjects amidst almost insuperable difficulties It is a standing signal of high education to the Assamese to stimulate their scholastic emulation for years to come Its affiliation in Political Economy and in honours and

the fixing of the centre of the B.Sc. Examination here, will meet the present requirements of the students.

Similarly, I say that a technical school at Gauhati on more rational and better workable lines would be a success.

It should however, be borne in mind that the interest of the fund should be exclusively devoted to only such objects as would benefit the natives of the Brahmaputra Valley and consequently all scholarships from the fund should be given to them.

A certain amount has been spent in establishing libraries. These are no doubt useful institutions, but these should be started only in those places where there is a real demand for them. The most successful library is, I believe, the Curzon Library at Gauhati. Next to it is the Dhubri Library and the other libraries are more or less a failure. Instead of spending money on all the libraries, why not give a larger amount to the Curzon Library and improve it? It strikes me that the Curzon Library might be made much more useful. A wing might be added to the proposed new building, which will form a kind of museum, where old Assamese puthies, copper plates, coins, etc. might be kept. It is very desirable that these should be rescued from oblivion and which, when properly deciphered, will prove to be a most valuable addition to the Assamese literature.

May I enquire why the construction of the Curzon Hall has so long been delayed? I understand the money has been sanctioned and the land acquired, and I do not know what further hitch there is in the matter. I trust Your Honour will be pleased to grant Rs. 4,000 or Rs.5,000 more for the additional wing proposed.

I am obliged to Governmnet for the statement of ministerial appointments held by Assamese in the different offices of Government. The figures given there will clearly show why I asked for the statement. I sincerely trust, Government will be pleased to redress the inequality.

In my first budget speech I had occasion to remark that Assam is much more heavily taxed than the other and more fortunate part of the enlarged province and gave figures in support of my statement. Your Honour took exception to my remark on the ground that had dealt with a part of the taxation of the province and omitted to take into account large payments made in Eastern Bengal. I believe I could not make myself sufficiently understood. My contention is that as Assamese contribute over 33 percent of the total Provincial revenues (which, I believe, cannot be denied), whereas, according to the test of population, she could contribute less that 10 percent, she is entitled to a much larger share of revenue for improvement of her material condition. I thankfully admit that the Assamese raiyats are on the whole better off than their brethren in Bengal. Under the benign rule of the British Government, the people of Assam have enjoyed an unprecedented security of life and property. They are deeply grateful to Your Honour for Your Honor's scrupulous regard for their rights and interests, a positive proof of which was found in the fact that on a representation being made by the Assam Association. Your Honour did not hesitate to alter the form of the patta, which was objectionable in many respects.

Besides the khas raiyats, there is a pretty large class of men who hold lands under more favourable tenures and whose interests are not properly safeguarded in

the Assam Land and Revenue Regulation, and indeed in some respect the rights of the ordinary raiyats have also been ignored.

This Regulation was drafted by Sir William Ward while he was Judge Commissioner of the Assam Valley Districts, and passed into law by the Governor General. No Bill was introduced in the Viceregal Legislative Council to discuss the provisions of the Act, nor was as far as I am aware, any criticism asked from the public. It was I believe, with some reluctance that Sir Charles Illiott, the then Chief Commissioner forwarded the Regulation for the sanction of Government, and it is said that Sir Bampfylde Fuller called it an one-sided measure. A long time has elapsed since the passing of the Regulation. In the meantime, numerous cases have sprung up where the regulation has been found defective or insufficient.

The rights of proprietors, tenants and sub-tenants of lakheraj, nispikheraj, debatter, and brahmattar lands have not been properly defined. The dolois or managers of the temples indiscriminately lease out temple lands for their own benefit. I believe the time has now come for amending the Land and Revenue Regulation and for making a rent law for Assam.

In making this representation I feel keenly my disadvantage in being unversed in law. I may receive a crushing reply from the law officers of the Government, nevertheless I feel bound to place before Your Honour the common sense view of the matter.

From the time of my entering into the Council, I have been calling the attention of Government to improve the position and prospects of the mauzadars. I know Government has taken the matter into their careful consideration. In my last budget speech I quoted Your Honour's reassuring remarks on the working of the mauzadari system in the Land Revenue Administration Report for the year 1908-1909. Similar observations are also made in the report for the last year. 'Your Honour has simply echoed the public opinion in hoping that care is being taken to see that the revenue is actually being collected punctually and that payments are not made from borrowed money, or the new generation of mauzadars will be involved in financial embarrassment, which were the ruin of the old.' I have no doubt that the high officers of Your Honour's Government entrusted with the task will give effect to Your Honour's wishes.

The announcement, that their Gracious Majesties, the King Emeprot and the Queen Empress, will hold the Coronation Darbar at Delhi in December next, has filled the hearts of the people with utmost joy. The people of India are longing to have a sight of their Gracious Majesties. It is impossible to imagine how grand will be the event how brilliant the functions, and how far-reaching and permanent the benefits to the people, and I have no doubt that Assam will enjoy a full share of the advantages. This unique event will form a brilliant chapter in the world's history and future historians will be able to record that from this time there has been peace prosperity and happiness throughout the land.

As this is perhaps the last meeting of the Council over which Your Honour presides, I consider it my duty and it is no doubt a great pleasure to me to tender, on behalf of the people of Assam, their most grateful thanks for the special interest taken by Your Honour for their welfare. Whether in the matter of education, or

representation in the Council, or appointments to Government services, or their material advancement, their case has at all times received sympathetic consideration from Your Honour's Government. When Your Honour took the reins of your high office, there was a menacing cloud in the political as well as the financial horizon. With great tact, judgment, patience and ability Your Honour has made the sky clear, and left a rich legacy to Your Honour's successor. A safe voyage home and a long life and prosperity in your native land, is the earnest prayer of the people."

ভুবনৰাম দাস আৰু মাণিক চন্দ্ৰ বৰুৱাই বাজেটত বিভিন্ন বিষয়ক লৈ দিয়া ভাষণ সন্দৰ্ভত বিষয়াসকলে নিজৰ নিজৰ বিভাগৰ বিষয়ে উত্তৰ দান কৰিছিল। শিক্ষা সম্পৰ্কে উত্তৰ দিছিল মিঃ এন এল হলৱাৰ্ডে। তেওঁ ৰায়বাহাদুৰ ভুবনৰাম দাসে দিয়া পৰামৰ্শ, যেনে— নিম্ন শ্ৰেণীৰ শিক্ষকসকলৰ দৰমহা বৃদ্ধি সম্পৰ্কে দাঙি ধৰা বক্তব্য সন্দৰ্ভত উত্তৰ দি কৈছিল— 'সদস্যগৰাকীয়ে সম্পূৰ্ণকৈ তলৰ শ্ৰেণীৰ শিক্ষকৰ কোনো ব্যাখ্যা নকৰিলে। সেয়েহে মই নিশ্চিত নহয় তেওঁ তলৰ শ্ৰেণীৰ শিক্ষকৰ অৰ্থ হাইস্কুল নে প্ৰাথমিক বিদ্যালয়ৰ ক্ষেত্ৰত কৰিছে। যদি তেওঁ হাইস্কুলৰ শিক্ষকসকলৰ কথা উল্লেখ কৰিছে, তেতিয়াহ'লে মই জনাওঁ যে তেওঁলোকৰ দৰমহা বৃদ্ধিৰ বাবে ইতিমধ্যে বিভাগে নতুন হাইস্কুলীয়া শিক্ষা আঁচনি প্ৰবৰ্তন কৰি ১৯০৯ চনৰ জুলাই মাহতে চৰকাৰৰ ওচৰত প্ৰতিবেদন দাখিল কৰিছে। এই কথা পি চি লিয়নে মাণিক চন্দ্ৰ বৰুৱাৰ প্ৰশ্নৰ উত্তৰতেই উল্লেখ কৰিছিল। অসমীয়া স্নাতকসকল পঞ্চাশ টকা মাননিত শিক্ষক প্ৰশিক্ষণ স্কুলত ভৰ্তি হ'বলৈ ইচ্ছুক নহয়। এই ধন ১৯০৭ চনৰ জুলাই মাহত স্থানীয় চৰকাৰে অনুমোদন দিছিল। আনকি অসমীয়া স্নাতকসকলে ৭৫ টকাৰ পৰা ১০০ টকীয়া দৰমহাৰ চাকৰিও গ্ৰহণ কৰিবলৈ ইচ্ছুক নহয়। যদি মাননীয় সদস্যগৰাকীয়ে প্ৰাথমিক স্কুলৰ শিক্ষকসকলৰ কথা উল্লেখ কৰিছে, তেতিয়াহ'লে তেখেতক মই জনাব খুজিছো যে সদ্যহতে প্ৰাথমিক স্কুলৰ শিক্ষকসকলৰ বহল ভিত্তিত শিক্ষক প্ৰশিক্ষণ আঁচনি এখনো গ্ৰহণ কৰা হৈছে। এই সম্পৰ্কে মই যোৱা ব্যৱস্থাপক সভাত উল্লেখ কৰিছিলো। উইলিয়ামছন ফাণ্ড সন্দৰ্ভত কওঁ যে ৰায়বাহাদুৰ ভুবনৰাম দাস আৰু মাণিক চন্দ্ৰ বৰুৱাই উলিয়ামছন ফাণ্ডৰ ব্যৱহাৰৰ ক্ষেত্ৰত আপত্তি দৰ্শাইছে। ৰায়বাহাদুৰ ভুবনৰাম দাসে সেই ফাণ্ডৰ বিতৰণ ব্যৱস্থা পুনৰ বিবেচনা কৰাৰ বাবে এখন কমিটী গঠন কৰাৰ কথা উল্লেখ কৰিছে। মাণিক চন্দ্ৰ বৰুৱাই দাবী কৰিছে ফাণ্ডৰ মূল উদ্দেশ্যেৰ লগত সংগতি ৰাখি ব্ৰহ্মপুত্ৰ উপত্যকাৰ লোকৰ স্বাৰ্থতহে ধনৰাশি ব্যৱহাৰ কৰিব লাগে। যোৱা কাউন্সিলৰ সভাত মহোদয়ে প্ৰস্তাৱ দিছিল যে উক্ত ধনৰ জমা থকা সুতৰ টকাৰে অসমীয়া ডেকাক ভাৰতীয় অসামৰিক সেৱাৰ পৰীক্ষা নতুবা ভাৰতীয় স্বাস্থ্য সেৱাৰ পৰীক্ষাৰ বাবে প্ৰস্তুত কৰি তোলাৰ বাবে তেওঁলোকক বাহিৰলৈ পঠিয়াব লাগে। পাছলৈ এই প্ৰস্তাৱ প্ৰত্যাহাৰ কৰা হৈছে। মাননীয় সদস্যসকলৰ অসমীয়া ল'ৰাক উচ্চ শিক্ষাৰ বাবে প্ৰোৎসাহিত কৰাৰ প্ৰতি থকা ইচ্ছাৰ প্ৰতি মোৰো সহানুভূতি আছে। কিন্তু মোৰ স্পষ্ট মত হ'ল যিহেতু তেওঁ ইচ্ছাপত্ৰত এনেধৰণৰ শিক্ষাৰ বাবে ধন খৰচ কৰাৰ কথা উল্লেখ কৰা নাই, সেয়েহে তেনে পৰামৰ্শ গ্ৰহণযোগ্য হ'ব নোৱাৰে। আইনৰ ফালৰ পৰাও তেনে পৰামৰ্শই দিয়া হৈছে। মাণিক চন্দ্ৰ বৰুৱা আৰু ৰায়বাহাদুৰ ভুবনৰাম দাসে উল্লেখ কৰিছিল যে ইচ্ছাপত্ৰত দান দি থৈ যোৱা ধন কেৱল অসম উপত্যকাৰ লোকৰ ক্ষেত্ৰতহে ব্যৱহাৰ হ'ব, এই কথা শুদ্ধ নহয়। উইল কৰা ব্যক্তিজনে উইলৰ ধনৰ সুফল লাভ কৰাৰ ক্ষেত্ৰত কোনোধৰণৰ সীমাবদ্ধতা উল্লেখ কৰা নাই। তেওঁ উইলত অসম প্ৰদেশ আৰু অসম প্ৰদেশৰ স্থানীয় লোক বুলিহে উল্লেখ কৰিছে। সেই কাৰণে ইয়াৰ পৰা বুজিব পাৰি, অসম প্ৰদেশ বুলিলে পাহাৰীয়া জিলাকেইখনকো অন্তৰ্ভুক্ত কৰা হৈছে। কাৰণ এই পাহাৰীয়া জিলাকেইখন সেই সময়ত অসম প্ৰদেশৰ ভিতৰুৱা আছিল। উইলিয়ামছনৰ ইচ্ছাপত্ৰৰ মতে শিক্ষা নবিচৰ ক্ষেত্ৰত পাহাৰীয়া জিলাৰ স্থানীয় লোকসকলৰ বাবেও এই ধন খৰচ কৰিব পাৰি। তদুপৰি মাননীয় সদস্যসকলে ধাৰণা উচিত

নহয় যে এই ধন কেৱল অসম উপত্যকাত বসবাস কৰা স্থানীয় লোকৰ স্বাৰ্থৰ বাবেহে ব্যৱহাৰ কৰিব পাৰে। এই ধন বিতৰণ ব্যৱস্থা পুনৰ বিবেচনা কৰা বাবে এখন কমিটী গঠন কৰাৰ যি প্ৰস্তাৱ দিছে, সেই সন্দৰ্ভত মই ক'ব খুজিছো যে সেয়া গ্ৰহণযোগ্য নহয়। কাৰণ ইতিমধ্যে এইখন প্ৰদেশত কাৰিকৰী আৰু ঔদ্যোগিক শিক্ষা ব্যৱস্থা নতুনকৈ প্ৰৱৰ্তনৰ প্ৰস্তাৱ চলিছে। এই ধনৰ পূৰ্ণ প্ৰয়োগৰ দ্বাৰা বাংলা পুৰুষভজনৰ মূল উদ্দেশ্য সফল কৰি তোলাই আমাৰ উদ্দেশ্য। ১৯০ চনৰ ঔদ্যোগিক সম্মিলনত অসম আৰু প্ৰদেশখনৰ অন্য অংশত কাৰিকৰী আৰু ঔদ্যোগিক অনুষ্ঠান স্থাপনৰ বাবে প্ৰস্তাৱ লোৱা হৈছিল, যদি এই ধৰণৰ প্ৰতিষ্ঠান স্থাপন হয়, তেতিয়াহ'লে অসমৰ জনসাধাৰণ বিশেষভাৱে লাভান্বিত হ'ব বুলি আমি আশা কৰিব পাৰো। সম্মিলনৰ প্ৰস্তাৱত এনে ধৰণৰ অনুমোদন দিয়া হৈছে ... পৰা উলিয়ামছন ফাণ্ডৰ পৰা কাৰিকৰী শিল্পৰ বাবে দিয়া শিক্ষা নাবিচৰ দৰমহা সম্পূৰ্ণৰূপে উইলত উল্লিখিত চৰ্ত মতে খৰচ কৰা হ'ব। এই ধন খৰচ কৰা হ'ব কাৰিকৰী আৰু ঔদ্যোগিক স্কুলৰ ক্ষেত্ৰত আৰু লগতে ঢাকাত থকা কেন্দ্ৰীয় প্ৰতিষ্ঠানত প্ৰশিক্ষণ লোৱা শিক্ষাৰ্থীসকলৰ বাবে।

যোগাযোগ বিভাগৰ দায়িত্বত থকা মেনাৰ স্মিথে কৌন্সিলত মাননীয় সদস্য বৰুৱাই বাক্তাখনত যোগাযোগ ব্যৱস্থাৰ উন্নয়নৰ আৱশ্যকতাত গুৰুত্ব দিছে। এইক্ষেত্ৰত স্থানীয় প্ৰশাসনে পথ যোগাযোগৰ উন্নয়নৰ ক্ষেত্ৰত কি ব্যৱস্থা গ্ৰহণ কৰিব লাগে, সেই বিষয়ে নিৰ্দেশ অৱগত ... যোৱা বছৰ প্ৰায় ৫,৬১,০০০ টকাকৈ পথ উন্নয়নৰ বাবে খৰচ কৰি অহা হৈছে। ইয়াৰে সিংহভাগ ধন অসমত খৰচ কৰা হৈছে। এই বছৰত নতুন পথৰ বাবে ৭২০... টকা দাবী কৰা হৈছে যাৰে ১৬,০০০ টকা অসমে পাব আৰু ৩০,০০০ টকা অতিৰিক্ত ... অসমৰ বাবে নিৰ্ধাৰণ কৰা হৈছে ১৯১১-১২ চনত অসমে সমুদায় ৯৬,০০০ টকা পাব। প্ৰদেশখনৰ যিবোৰ পথৰ কাম সম্পূৰ্ণ হোৱা নাই সেই পথসমূহৰ বাবে দাবী কৰা হৈছে প্ৰায় তিনি লাখ টকা। যোৱা বছৰত থকা অসম্পূৰ্ণ কামবিলাক সম্পূৰ্ণ হ'লে ... অৱশ্যে পথ যোগাযোগৰ উন্নয়নৰ বাবে নতুন ... দাবী কৰিব পৰা যাব। মাননীয় সদস্যগৰাকীয়ে সিংজান আৰু বাহাদুৰবাদৰ ৰে'ল যোগাযোগ সম্পৰ্কে প্ৰশ্ন উত্থাপন কৰিছে, মই আশা কৰিছো যে ৰে'ল যোগাযোগৰ অসম্পূৰ্ণ কামবিলাক ... সম্পূৰ্ণ হ'ব। ... কামপুৰ শিলঘাট প্ৰস্তাৱিত ৰে'ল লাইন সম্পৰ্কীয় প্ৰশ্ন উত্থাপন কৰিছে ... নিৰ্দেশ কৰিছিলো যে এই সন্দৰ্ভত যোৱা প্ৰাৰম্ভিক সমীক্ষাৰ কাম ... পাইছে। যিমানদূৰ পৰা যায় এই ৰে'ল লাইন নিৰ্মাণৰ দায় ব্যক্তিগত প্ৰতিষ্ঠানক নিৰ্দিষ্ট চৰ্তৰ ভিত্তিত দিয়া হ'ব। নদী যোগাযোগ সন্দৰ্ভত মই ক'ব বিচাৰিছো যে স্থানীয় প্ৰশাসনে ষ্টিমাৰ কোম্পানীসমূহক নদী যাতায়াত ব্যৱস্থা সুচল কৰাৰ বাবে ধন দিয়াৰ ব্যৱস্থা কৰিছে যাতে প্ৰদেশখনত নদী যোগাযোগ ব্যৱস্থা অব্যাহত থাকে কাৰণ এইখন প্ৰদেশত এই ব্যৱস্থা অতিকৈ প্ৰয়োজনীয়। বৰপেটাত পথ আৰু ডাকঘৰ বিভাগৰ বহিৰ্বিশ্বৰ লগত যোগাযোগ নথকা সম্পৰ্কে বক্তব্য আৰু দাসে তেওঁলোকৰ ভাষণত উল্লেখ কৰিছিল। বৰপেটাৰ লগত সৰভোগ আৰু সৰুপেটাত থকা পূৰ্ববংগ বাণিজ্যিক ৰে'লৰে ষ্টেচনক পথ যোগাযোগেৰে সংযুক্ত কৰাৰ বাবে গ্ৰহণ কৰা আঁচনিখনৰ ক্ষেত্ৰত ইতিমধ্যে প্ৰশাসনিক অনুমোদন পোৱা গৈছে। আনকি লোকেল বৰ্ডক উত্তৰ ট্ৰাংক ৰোডৰ পৰা ৰে'লৱে ষ্টেচনলৈ সৰু পথ নিৰ্মাণৰ বাবে পৰামৰ্শ দিছিল। ইয়াৰ উপৰি বৰপেটাৰ পৰা উত্তৰ ট্ৰাংক ৰোডলৈ পথ নিৰ্মাণৰ বাবে স্থানীয় প্ৰশাসনেও বিবেচনা কৰি আছে। বৰপেটাত টেলিগ্ৰাফ অফিচ স্থাপন কৰাৰ বাবে টেলিগ্ৰাফ বিভাগ সন্মত হৈছে। স্থায়ী ভৱন নিৰ্মাণ নোহোৱালৈকে সম্প্ৰতি অস্থায়ী ভৱনত অতি সোনকালে কাম আৰম্ভ কৰিব লাগে বুলি আয়ুক্তই কঠোৰ নিৰ্দেশনা দিছে। এই নিৰ্দেশনা টেলিগ্ৰাফ বিভাগলৈ বিবেচনাৰ বাবে পঠিওৱা হৈছে। মাননীয় সদস্য ভুবনৰাম দাসে গুৱাহাটীৰ পানী যোগান ব্যৱস্থা সম্পৰ্কে উল্লেখ কৰিছে। পৰিদৰ্শক বিষয়াৰ পৰা পোৱা প্ৰতিবেদন মই নিজে অধ্যয়ন কৰি জানিব পাৰিছো যে এই কামৰ যথেষ্ট অগ্ৰগতি হৈছে। এই কাম সম্পূৰ্ণ হ'লে গড়কাপ্তানি বিভাগক

চোৰা-চিতা কৰাৰ বাবে দায়িত্ব দিয়া হ'ব। কাৰ্জন হলৰ নিৰ্মাণ সম্পৰ্কে মই জনাব খুজিছো যে এই বছৰতে ইয়াৰ নিৰ্মাণৰ কাম আৰম্ভ হ'ব।'

প্ৰশাসনিক বিভাগৰ দায়িত্বত থকা বিষয়া আৰ নাথানে মাণিক চন্দ্ৰ বৰুৱাই দিয়া ভাষণৰ উত্তৰত তেওঁৰ বিভাগৰ ভাগত পৰা অংশটোৰ উত্তৰ দি কৈছিল—'মাণিক চন্দ্ৰ বৰুৱাই অসমীয়া লোকৰ নিযুক্তি সম্পৰ্কে কেবাবাৰো প্ৰশ্ন উত্থাপন কৰিছে। তেওঁ সদায় আপত্তি জনাই আহিছে যে সচিবালয় আৰু অন্যান্য বিভাগসমূহৰ মুখ্য কাৰ্যালয়ত নিযুক্তিপ্ৰাপ্ত অসমীয়া লোকৰ সংখ্যা কম। মই ব্যৱস্থাপক সভাৰ যোৱা অধিবেশনত এই সম্পৰ্কত তথ্য দাঙি ধৰিছিলো। সেই তথ্য অনুসাৰে ইয়াৰ শতকৰা হাৰ হ'ল ৭.২ শতাংশ। আনহাতে জনসংখ্যাৰ তুলনাত হিচাপ কৰিলে অসমীয়া চাকৰিপ্ৰাপ্ত লোক হয়গৈ ৮.৫ শতাংশ। অসমক পূৰ্ববংগৰ জিলাসমূহৰ লগত তুলনা কৰিলে অসমীয়া শিক্ষিত লোকৰ হাৰ উৎসাহজনক নহয়। সেয়ে কেতিয়াবা কেতিয়াবা দুই-এজন বিষয়াক সুৰমা ভেলীৰ পৰা নিযুক্তি দিব লগা হৈছে। কিন্তু মই জনাত তেওঁলোকৰ সংখ্যা যথেষ্ট কম। এই বৈষম্য আঁতৰোৱাৰ বাবে অসমীয়াসকলে ব্যৱস্থা গ্ৰহণ কৰিব, বিষযাসকলে নহয়। অসমীয়াসকলে নিজৰ ঘৰৰ পৰা আঁতৰত থাকি চাকৰি কৰিবলৈ ইচ্ছুক নহয়। মুখ্য কাৰ্যালয়সমূহৰ বিষয়াসকলে বহু ক্ষেত্ৰত অসমীয়া লোকক কেৰাণী চাকৰিত নিযুক্তি দিয়াত পোৱা অসুবিধা সম্পৰ্কেও আমাক জনাই আহিছে। চৰকাৰক ভৰসা কৰাতকৈ অসমীয়া লোকসকলে নিজকে উপযুক্ত কৰি গঢ়ি তোলক, যাতে সচিবালয় আৰু আন বিভাগৰ মুখ্য কাৰ্যালয়সমূহত নিযুক্তিৰ ক্ষেত্ৰত তেওঁলোকৰ সংখ্যা বঢ়াব পাৰে।

মাননীয় মিঃ লেমেছুৰিয়েৰে মাণিক চন্দ্ৰ বৰুৱাই ভাষণত অসমৰ ৰাজহ ব্যৱস্থা সম্পৰ্কে উল্লেখ কৰা বিষয়ৰ ওপৰত উত্তৰ দি কৈছিল— 'মাণিক চন্দ্ৰ বৰুৱাই অসমৰ মাটিৰ ৰায়ত, ভূস্বামী আৰু অসম উপত্যকাত বিশেষ চুক্তিত মাটি দখল কৰি থকা লোকসকলৰ ক্ষেত্ৰত প্ৰযোজ্য থকা আইন ব্যৱস্থা সম্পৰ্কে ভাষণত উল্লেখ কৰিছে। বৰুৱাই বোধ কৰো ভুলকৈ উল্লেখ কৰিছে যে অসমৰ ভূমি ৰাজহ নিয়মাৱলী আইনখন প্ৰণয়ন কৰাৰ আগেয়ে সৰ্বসাধাৰণ ৰাইজৰ মতামত গ্ৰহণ কৰা নাছিল। কিন্তু মই সম্পূৰ্ণ তথ্যপাতি অধ্যয়ন কৰিছো আৰু জানিব পাৰিছো যে এই আইন প্ৰণয়ন কৰাৰ সময়ত জিলা বিষয়াসকল, বিভিন্ন অনুষ্ঠানৰ কৰ্মকৰ্তা আৰু জনগোষ্ঠীয় সংগঠনৰ বিষয়ববীয়াসকলৰ লগত আলোচনা কৰা হৈছিল। তেওঁলোকৰ মতামতৰ ভিত্তিত খচৰা নিয়মাৱলী প্ৰণয়ন কৰা হৈছিল। কিন্তু মই এইটো স্বীকাৰ কৰিছো যে যোৱা ২৫ বছৰত বিশেষ পৰিবৰ্তন হৈছে। আজি নহয় কাইলৈ ইয়াৰ সংশোধনীও দৰকাৰ হ'ব। মই সদস্যসকলক নিশ্চয়তা দি কৈছো যে প্ৰথমবাৰৰ বাবে এই বিষয়টো উত্থাপিত হৈছে যদিও লেফটেনেণ্ট গৱৰ্ণৰ আৰু জ্যেষ্ঠ বিষয়াসকলে বিষয়টো সন্দৰ্ভত গভীৰ মনোযোগ দিছে। জটিল প্ৰশ্নটো হৈছে অসমত যথেষ্ট পৰিমাণে অনাবাদী ভূমি পৰি আছে। সেই ভূমিসমূহ দখল কৰিবলৈ অসমীয়া মানুহ ইচ্ছুক নহয়। ফলত নিজা চৰ্তত এই মাটিসমূহৰ পট্টা দি অহা হৈছে। এই চৰ্তবোৰ মূলতঃ মৌখিক আৰু ইয়াক আইনগত ৰূপ দিয়াটো সম্ভৱ নহয়। পূৰ্বৰে পৰা চলি অহা প্ৰথা এটাক আইনৰ জৰিয়তে বাধা আৰোপ কৰিবলৈ গ'লে প্ৰদেশখনৰ ভূমি পট্টনৰ ক্ষেত্ৰত এক অমংগলীয়া পৰিৱেশৰহে সৃষ্টি হ'ব। এই সন্দৰ্ভত চৰকাৰৰ পক্ষৰ পৰা তদন্ত কৰিবলৈ দিয়া হৈছিল। তদন্তৰ প্ৰতিবেদনত উল্লেখ কৰা হৈছিল যে যদি সদ্যহতে এই সন্দৰ্ভত আইন প্ৰণয়ন কৰা হয়, তেতিয়াহ'লে ছিলেট আৰু গোৱালপাৰাৰ ক্ষেত্ৰত তেনেকুৱা আইন প্ৰণয়নৰ দাবী আহিব। মাননীয় সদস্যগৰাকীয়ে এইক্ষেত্ৰত তেওঁৰ হাতত থকা তথ্যৰ লগতে আন আন খুটি-নাটি সম্পৰ্কে ৰাজহ ব'ৰ্ডক অৱগত কৰিলে ব'ৰ্ডৰ পৰামৰ্শ মতে চৰকাৰে আইনখনৰ সংশোধনীৰ ব্যৱস্থা কৰিব।'

মিঃ ডব্লিউ ৰীডে ভুবনৰাম দাসে অসমৰ চহৰসমূহ, বিশেষকৈ মঙলদৈ আৰু যোৰহাটৰ পানীযোগান ব্যৱস্থা যথোপযুক্ত নহয় বুলি কৰা অভিযোগ সন্দৰ্ভত জনাইছিল এইদৰে—'ইতিমধ্যে

অনাময় ব'ৰ্ডে দুয়োখন চহৰৰ বাবে আঁচনি প্ৰস্তুত কৰিছে। মাননীয় সদস্যগৰাকীয়ে গোলাঘাট মহকুমাত ক'লাজ্বৰ পুনৰ আৰম্ভ হোৱা কথা উল্লেখ কৰিছে। তেওঁ সম্ভৱতঃ জানে যে ইতিমধ্যে ভাৰত চৰকাৰে মেজৰ গ্ৰীষ্টোম্যৰক এই সম্পৰ্কে তদন্ত কৰাৰ বাবে অসমলৈ পঠিয়াইছে। তেওঁৰ লগত স্বাস্থ্য বিভাগৰ তলতীয়া বিষয়াৰ দল এটাও আছিল। তেওঁ ইতিমধ্যে অনাময় ব'ৰ্ডক ইয়াৰ প্ৰতিবেদন দাখিল কৰিছে অৱশ্যে এই প্ৰতিবেদনৰ প্ৰতিলিপি চৰকাৰে পোৱা নাই। চৰকাৰে ক'লাজ্বৰ ৰোধ কৰাৰ বাবে সম্ভৱপৰ সকলো ব্যৱস্থা গ্ৰহণ কৰিব।'

শেষত সভাপতিয়ে তেওঁৰ ভাষণত আন বিষয়সমূহত গুৰুত্ব প্ৰদানৰ লগতে ৰায়বাহাদুৰ ভুবনৰাম দাস আৰু মাণিক চন্দ্ৰ বৰুৱাই পানী যোগান আৰু পথ উন্নয়নৰ বাবে চৰকাৰৰ ওচৰত হেঁচা প্ৰয়োগ কৰা সন্দৰ্ভত নিজৰ মন্তব্য কৰে। তেওঁ কয় যে এইক্ষেত্ৰত চৰকাৰে যথাসম্ভৱ সকলো কাৰ্যৰ বাবে সাজু হৈছে। 'এই দুয়োটা বিষয়ত আমি আৱশ্যকীয় ধনৰ ব্যৱস্থা কৰিম। মই মিঃ ডব্লিউ টি কেথকাৰ্টৰ লগত সহমত প্ৰকাশ কৰিছো যে যোগাযোগ উন্নয়নৰ বাবে ধনৰ ব্যৱস্থা কৰিব লাগে।'

১৯১২ চনৰ ৫ ফেব্ৰুৱাৰীত অনুষ্ঠিত বৈঠকত এন ব'নহাম কাৰ্টাৰ, জে এফ গ্ৰনিঙে শপত গ্ৰহণ কৰিছিল। এইখন সভাত সভাপতিত্ব কৰা ছাৰ চাৰ্লছ ষ্টুৱাৰ্ট বেইলীয়ে পূৰ্বে লেফটেনেণ্ট গৰ্বনৰ হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। সিদিনাৰ সভাত মাণিক চন্দ্ৰ বৰুৱাই উত্থাপন কৰা প্ৰশ্নটোত কৈছিল – বিগত তিনি বছৰত জে'লত আবদ্ধ হৈ থকা লোকসকলৰ বিভিন্ন ৰোগত আক্ৰান্ত হৈ মৃত্যু হোৱাৰ ঘটনা বৃদ্ধি হোৱা কথাটো সঁচানে? এইখন প্ৰদেশত বংগতকৈ এই হাৰ বেছি নেকি? যদি সঁচা হয় তেতিয়াহ'লে জে'লত যোগান ধৰা খাদ্য অস্বাস্থ্যকৰ নেকি? তদুপৰি জে'লসমূহৰ খাদ্য তালিকাত মাছৰ পৰিমাণ কমোৱা বাবে এই অৱস্থাৰ সৃষ্টি হৈছে নেকি? ইয়াৰ উত্তৰত জে এফ গ্ৰনিঙে চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিছিল। মৃত্যু আৰু অসুস্থতাত ভোগা কয়দীৰ হাৰ সম্পৰ্কে 'পূৰ্ববংগ আৰু অসম কাৰাবাস প্ৰশাসনিক প্ৰতিবেদন ১৯০৮-১০'ত সবিশেষ উল্লেখ কৰা হৈছিল বংগত মৃত্যু আৰু অসুস্থতাত ভোগা ৰোগীৰ হাৰ ১৯০৯-১০ চনত যথেষ্ট কম আছিল কাৰাবাসত মৃত্যু হোৱাৰ মূল কাৰণ আছিল পেটৰ অসুখ, যক্ষ্মা আৰু জে'লৰ কাৰাবন্দীৰ সংখ্যা বৃদ্ধি। ১৯০৫ চনৰ পৰা দৈনিক কাৰাবন্দীসকলৰ সংখ্যা বৃদ্ধি পাই এহাজাৰ হৈছিলগৈ। যোৰহাটত ১০০ কাৰাবন্দী ৰখাৰ ব্যৱস্থা কৰা হৈছিল। কমিল্লা আৰু বগুৰাত নতুনকৈ দুখন জে'ল নিৰ্মাণ কৰা হৈছিল সম্ৰাটৰ অভিষেক উপলক্ষে ১১০০জন কয়দীক মুক্ত কৰি দিয়াৰ পাছত জে'লত কাৰাবন্দী হ্ৰাস হোৱা বুলিও প্ৰতিবেদনখনত উল্লেখ কৰা হৈছিল। তথাপি ঢাকা আৰু বৰিশাল কাৰাবাসত অতিৰিক্ত কয়দী থকাৰ কথাও প্ৰতিবেদনখনত উল্লেখ কৰা হৈছিল।

মাণিক চন্দ্ৰ বৰুৱাই আন কেইটিমান প্ৰশ্ন কৰিছিল– তেওঁ ১৯০৯-১০ চনত চিটাগাং জিলাত ছজন লোকক কাৰাবাস দিয়া সন্দৰ্ভত ৰাজহ ব'ৰ্ডে কৰা তদন্তৰ ফলাফল কি হ'ল, মৌজাদাৰসকলৰ মৰ্যাদা বৃদ্ধি কৰা গাখীৰ যোগান আৰু গো-চৰণীয়া পথাৰ তথা কামপুৰৰ পৰা শিলঘাটলৈ কিডাৰ ৰে'লৱে লাইন ব্যৱস্থাৰ প্ৰৱৰ্তন সন্দৰ্ভত প্ৰশ্ন কৰিছিল। লগতে প্ৰাদেশিক সেৱা আৰু ভাৰত চৰকাৰৰ অধীনত অসমীয়া লোকৰ নিযুক্তি, শিৱসাগৰৰ পৰা যোৰহাটলৈ জিলা সদৰ কাৰ্যালয় স্থানান্তৰ, যোৰহাট হাইস্কুলৰ বছৰেকীয়া পৰীক্ষাত উত্তীৰ্ণ হোৱা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা সম্পৰ্কেও প্ৰশ্ন কৰিছিল। তেওঁ উল্লেখ কৰিছিল যে ১৯১২ চনৰ ৬ জানুৱাৰীত আৰু ১৯১১ চনৰ ২৪ ডিচেম্বৰত যথাক্ৰমে 'টাইমছ অৱ আছাম' আৰু 'এডভোকেট অৱ্ আছাম' কাকতত প্ৰকাশ পাইছে যে ১৯১১ চনৰ বাৰ্ষিক পৰীক্ষাত যোৰহাট হাইস্কুলত সৰ্বমুঠ ৫৫০গৰাকী ছাত্ৰ-ছাত্ৰীৰ বিপৰীতে ১৪০গৰাকী উত্তীৰ্ণ হৈছে আৰু ১০০গৰাকী ছাত্ৰক তলৰ শ্ৰেণীলৈ নমাই দিয়া হৈছে। ইয়াৰ উত্তৰত আৰ নাথানে কৈছিল— '৪৮৪গৰাকী ছাত্ৰ-ছাত্ৰীৰ ভিতৰত ২২৪গৰাকী উত্তীৰ্ণ হৈছে আৰু বিভিন্ন দিশ চালি জাৰি চাই ৩২গৰাকীক তলৰ শ্ৰেণীলৈ নমাই দিয়া হৈছে।' এই সম্পৰ্কে তেওঁ এখন বিৱৰণী সিদিনাৰ সভাত দাখিল কৰিছিল। সেই বিৱৰণী

*মতে, দশম শ্ৰেণীত ১৯০৯ চনত ২৩গৰাকী ছাত্ৰ আছিল, ১৯১০ চনত ৪৭গৰাকী,* ১৯১১ চনত ৩৭গৰাকী ছাত্ৰ-ছাত্ৰী আছিল। নৱম শ্ৰেণীত ১৯০৯ চনত ৪০গৰাকী ছাত্ৰ-ছাত্ৰীৰ বিপৰীতে ৮গৰাকী ছাত্ৰ-ছাত্ৰী ইংৰাজী ভাষাত উত্তীৰ্ণ হয়, ২৩গৰাকী অনুত্তীৰ্ণ হৈ ৰয়, ১৯১০ চনত ৪৬গৰাকী ছাত্ৰ-ছাত্ৰীৰ বিপৰীতে ইংৰাজী ভাষাত ১১গৰাকী উত্তীৰ্ণ হয়, ৯গৰাকী অনুত্তীৰ্ণ হয়, ১৯১১ চনত মুঠ ছাত্ৰ-ছাত্ৰী ৪৩গৰাকীৰ ভিতৰত ৮গৰাকী ইংৰাজী ভাষাত উত্তীৰ্ণ হয়, ৩গৰাকী অনুত্তীৰ্ণ হয়, দুগৰাকীক তলৰ শ্ৰেণীলৈ নমাই দিয়া হয়। অষ্টম শ্ৰেণীত ১৯০৯ চনত সৰ্বমুঠ ছাত্ৰ-ছাত্ৰী আছিল ৫৬গৰাকী, উত্তীৰ্ণ হয় ৯গৰাকী, অনুত্তীৰ্ণ হয় ২৭গৰাকী, ১৯১০ চনত মুঠ ছাত্ৰ-ছাত্ৰী আছিল ৫৬গৰাকী, উত্তীৰ্ণ হয় ৩গৰাকী, অনুত্তীৰ্ণ হয় ২৯গৰাকী, ১৯১১ চনত মুঠ ৬২গৰাকী ছাত্ৰ-ছাত্ৰী আছিল, ইংৰাজীত উত্তীৰ্ণ হয় ১৬গৰাকী, অনুত্তীৰ্ণ হয় এগৰাকী, ১০গৰাকীক তলৰ শ্ৰেণীলৈ নমাই দিয়া হয়। সপ্তম শ্ৰেণীত ১৯০৯ চনত মুঠ ছাত্ৰ-ছাত্ৰী আছিল ৬৭গৰাকী, ইংৰাজীত উত্তীৰ্ণ হয় ১৪গৰাকী, অনুত্তীৰ্ণ হয় ২৭গৰাকী, ১৯১০ চনত মুঠ ছাত্ৰ-ছাত্ৰী আছিল ৭৬গৰাকী, ১৩গৰাকী ইংৰাজীত উত্তীৰ্ণ হয়, ৩৩গৰাকী অনুত্তীৰ্ণ হয়। ১৯১১ মুঠ ছাত্ৰ-ছাত্ৰী আছিল ৭৩গৰাকী, উত্তীৰ্ণ হয় ২৮গৰাকী, অনুত্তীৰ্ণ হয় ৩গৰাকী, চাৰিগৰাকীক তলৰ শ্ৰেণীলৈ নমাই দিয়া হয়। ষষ্ঠ শ্ৰেণীত ১৯০৯ চনত মুঠ ছাত্ৰ-ছাত্ৰী আছিল ৪৮গৰাকী, ইংৰাজীত উত্তীৰ্ণ হয় ২১গৰাকী, অনুত্তীৰ্ণ হয় ২২গৰাকী, ১৯১০ চনত মুঠ ছাত্ৰ-ছাত্ৰী আছিল ৬০গৰাকী, ইংৰাজীত উত্তীৰ্ণ হয় ১১গৰাকী, অনুত্তীৰ্ণ হয় ২৮গৰাকী। ১৯১১ চনত মুঠ ছাত্ৰ-ছাত্ৰী আছিল ৭১গৰাকী, ইংৰাজী ভাষাত উত্তীৰ্ণ হয় ১৫গৰাকী, অনুত্তীৰ্ণ হয় ১১গৰাকী, ১০গৰাকীক তলৰ শ্ৰেণীলৈ নমাই দিয়া হয়। পঞ্চম শ্ৰেণীত ১৯০৯ চনত মুঠ ছাত্ৰ-ছাত্ৰী আছিল ৬০গৰাকী, ইংৰাজীত উত্তীৰ্ণ হয় ২৮গৰাকী, অনুত্তীৰ্ণ হয় ২২গৰাকী। ১৯১০ চনত ছাত্ৰ-ছাত্ৰী আছিল ৭২গৰাকী, ইংৰাজী ভাষাত উত্তীৰ্ণ হয় ৩৭গৰাকী, অনুত্তীৰ্ণ হৈ ৰয় ২১গৰাকী। ১৯১১ চনত মুঠ ছাত্ৰ-ছাত্ৰী আছিল ৭১গৰাকী, ইংৰাজী ভাষাত ২৫গৰাকী উত্তীৰ্ণ হয়, ৮গৰাকী অনুত্তীৰ্ণ হয়, ৩গৰাকীক তলৰ শ্ৰেণীলৈ নমাই দিয়া হয়। চতুৰ্থ শ্ৰেণীত ১৯০৯ চনত ছাত্ৰ-ছাত্ৰী আছিল ৫৯গৰাকী, ইংৰাজীত উত্তীৰ্ণ হয় ২৯গৰাকী, অনুত্তীৰ্ণ হয় ২৩গৰাকী। ১৯১০ চনত মুঠ ছাত্ৰ-ছাত্ৰী ৫৯গৰাকী, ইংৰাজীত উত্তীৰ্ণ হয় ২৯গৰাকী, অনুত্তীৰ্ণ হয় ১৭গৰাকী। ১৯১১ চনত মুঠ ছাত্ৰ-ছাত্ৰী আছিল ৮৫গৰাকী, ইংৰাজীত উত্তীৰ্ণ হয় ৫০গৰাকী, অনুত্তীৰ্ণ হয় ১১গৰাকী, ২গৰাকীক তলৰ শ্ৰেণীলৈ নমাই দিয়া হয়। তৃতীয় শ্ৰেণীত মুঠ ছাত্ৰ-ছাত্ৰী আছিল ১৯০৯ চনত ৩১গৰাকী, উত্তীৰ্ণ হয় ২৫গৰাকী, অনুত্তীৰ্ণ হয় ৬গৰাকী। ১৯১০ চনত ছাত্ৰ-ছাত্ৰী আছিল ৬০গৰাকী, উত্তীৰ্ণ হয় ৪৯গৰাকী, অনুত্তীৰ্ণ হয় ৪গৰাকী, ১৯১১ চনত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৭৯গৰাকী, ইংৰাজী ভাষাত উত্তীৰ্ণ হয় ৩৮গৰাকী, অনুত্তীৰ্ণ হয় ৭গৰাকী। সৰ্বমুঠ ১৯০৯ চনত ৩৮৪গৰাকী, উত্তীৰ্ণ হয় ১৩৪গৰাকী, অনুত্তীৰ্ণ হয় ১৫০গৰাকী, ১৯১০ চনত মুঠ ছাত্ৰ-ছাত্ৰী আছিল ৪৭৬গৰাকী, উত্তীৰ্ণ হয় ১৬২গৰাকী, অনুত্তীৰ্ণ হয় ১৪১গৰাকী, ১৯১১ চনত মুঠ ছাত্ৰ-ছাত্ৰী আছিল ৫২১গৰাকী, উত্তীৰ্ণ হয় ১৮০গৰাকী, অনুত্তীৰ্ণ হয় ৪৪গৰাকী। এই তিনিওটা বছৰত সৰ্বমুঠ ৩২গৰাকী ছাত্ৰ-ছাত্ৰীক তলৰ শ্ৰেণীলৈ নমাই দিয়া হৈছিল। ১৯০৯ চনত গড় হিচাপে ২৫ শতাংশ নম্বৰ পালেই উত্তীৰ্ণ হৈছিল। ১৯১০ আৰু ১৯১১ চনত সৰ্বনিম্ন গড় নম্বৰ ২৪ শতাংশ নিৰ্ধাৰণ কৰা হৈছিল।

সেই সভাতেই ৰায় বাহাদুৰ ভুবনৰাম দাসে কটন কলেজত অনাৰ্ছ বিষয়ৰ পাঠ্যক্ৰম মুকলি কৰাৰ বাবে কলিকতা বিশ্ববিদ্যালয়ে স্বীকৃতি প্ৰদান কৰিব নে নাই এই সম্পৰ্কে প্ৰশ্ন উত্থাপন কৰিছিল। তদুপৰি শিৱসাগৰৰ পৰা যোৰহাটলৈ জিলাৰ মুখ্য কাৰ্যালয় স্থানান্তৰ, গুৱাহাটীৰ নলা-নৰ্দমা আঁচনি আৰু গোলাঘাটত আৰম্ভ হোৱা ক'লাজ্বৰ ৰোধৰ ব্যৱস্থা সম্পৰ্কে চৰকাৰৰ পৰা জানিব খুজিছিল। তদুপৰি তেওঁ উলিয়ামছন ফাণ্ড সম্পৰ্কত পুনৰ প্ৰশ্ন উত্থাপন কৰিছিল। ইয়াৰ উত্তৰত আৰ নাথানে কৈছিল— 'যোৰহাটত এই ফাণ্ডৰ টকাৰে এখন কাৰিকৰী স্কুল স্থাপনৰ বাবে এখন আঁচনি প্ৰস্তুত কৰি উলিওৱা

হৈছে। তদুপৰি চৰকাৰে সিদ্ধান্ত গ্ৰহণ কৰিছে যে উইলিয়ামছন ফাণ্ডৰ সুতৰ টকা ক'ত, কেনেকৈ ব্যৱহাৰ কৰা হ'ব, সেই সম্পৰ্কে আঁচনি প্ৰস্তুত কৰাৰ বিষয়টো পুনৰ বিবেচনা কৰা উচিত বুলি চিন্তা-চৰ্চা চলি আছে। ১৯১০-১১ চনত উইলিয়ামছন ফাণ্ডৰ টকাৰ সুত হয়গৈ ১২,১৮৭ টকা।' সেইদিনাৰ সভাত চৰকাৰী হাইস্কুলসমূহৰ পৰিচালনা সমিতিত বেচৰকাৰী সদস্য নিযুক্তি দিব লাগে বুলি ভুবনৰাম দাসে কৰা দাবী নাথানে নাকচ কৰিছিল। গুৱাহাটী আৰু নগাঁও চহৰৰ মাজেৰে আৰু গধাখহনীয়াৰ পৰা সুৰক্ষা দিব লাগে বুলি দাবী কৰাৰ লগতে বৰপেটাত টেলিগ্ৰাফ অফিচ স্থাপন কৰাৰ বাবেও তেওঁ অনুৰোধ জনাইছিল। সেই সভাতে এইচ লেমেছুৰিয়েৰে 'পূৰ্ববংগ আৰু অসম মিলিটাৰী পুলিচ বিল ১৯১১' উত্থাপন কৰি এইক্ষেত্ৰত ব্যৱস্থাপক সভাৰ প্ৰস্তাৱ আদি উত্থাপনৰ বাবে অনুমতি বিচাৰিছিল।

ইয়াৰ পাছৰ সভাখন অনুষ্ঠিত হৈছিল ১৮ মাৰ্চ, ১৯১২ চনত। এই সভাত কেইখনমান বিল, বিশেষকৈ জলপাইগুৰি লেবাৰ বিল, চিতাগাং পৰ্ট কমিছনাৰ বিল উত্থাপন কৰা হৈছিল। সিদিনাই সভাপতিৰ ভাষণৰ পাছত সদন অনিৰ্দিষ্ট কাললৈ স্থগিত ৰখা হৈছিল।

মুখ্য আয়ুক্তৰ অধীনত অসম প্ৰদেশৰ বাবে সুকীয়াকৈ ব্যৱস্থাপক সভা এখন গঠন কৰাৰ কথা। ১৯১১ চনৰ ১২ ডিচেম্বৰত ইংলেণ্ডৰ সম্ৰাট পঞ্চম জৰ্জে দিল্লীত উপস্থিত হৈ ৰাজ দৰবাৰত ঘোষণা কৰিছিল। এই ঘোষণা অনুসৰি অসম পুনৰ সুকীয়া প্ৰদেশৰূপে গঠিত হয় আৰু নতুন ব্যৱস্থাপক সভা গঠন কৰা হয়। এই ব্যৱস্থাপক সভাৰ প্ৰথমখন বৈঠক অনুষ্ঠিত হৈছিল ১৯১৩ চনৰ ৬ জানুৱাৰীত, শ্বিলঙৰ চৰকাৰী ভৱনত। সভাত সভাপতিত্ব কৰিছিল ছাৰ আৰ্চডেল আৰ্লে। তেওঁ তেতিয়া অসমৰ মুখ্য আয়ুক্ত হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল।

**প্ৰথম অসম ব্যৱস্থাপক সভাৰ সদস্যসকল আছিল :**

১) ছাৰ আৰ্চডেল আৰ্ল — সভাপতি
২) কৰ্নেল পি আৰ টি গৰ্ডন -- উপ-সভাপতি
৩) মিঃ এফ চি হেনিকাৰ - সদস্য
৪) মিঃ ডব্লিউ জে ৰাড -- সদস্য
৫) মেজৰ ডব্লিউ এম কেণ্ডী -- সদস্য
৬) কৰ্নেল আৰ এল কেম্পবেল -- সদস্য
৭) ডব্লিউ এম চি এম ষ্টুৱাট -- সদস্য
৮) মি জে আৰ কানিংহাম - সদস্য
৯) মিঃ জে এফ গ্ৰাহাম — সদস্য
১০) ৰায়বাহাদুৰ পদ্মনাথ গোহাঞিবৰুৱা — সদস্য
১১) মিঃ এ বি হকিন্স — সদস্য
১২) ৰজাবাহাদুৰ প্ৰভাত চন্দ্ৰ বৰুৱা — সদস্য
১৩) ৰায়বাহাদুৰ দুলাল চন্দ্ৰ দেৱ — সদস্য
১৪) ৰায়বাহাদুৰ ৰমণীমোহন দাস -- সদস্য

**বাহিৰৰ নিৰ্বাচিত প্ৰতিনিধিসকল :**

১৫) মাণিক চন্দ্ৰ বৰুৱা, ১৬) ৰায়বাহাদুৰ ফণীধৰ চলিহা, ১৭) কামিনী কুমাৰ চন্দ — মিউনিচিপালিটীৰ নিৰ্বাচিত প্ৰতিনিধি সদস্য, ১৮) তৰুণৰাম ফুকন, ১৯) বাবু নলিনীকান্ত ৰায় দস্তিদাৰ — ভূমি মালিকৰ প্ৰতিনিধি সদস্য, ২০) ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা, ২১) ৰায়বাহাদুৰ সীতানাথ মোহন দাস — লোকেল বৰ্ডৰ প্ৰতিনিধি সদস্য, ২২) খানবাহাদুৰ আব্দুল মজিদ, ২৩) ছাৰ ছৈয়দ মহম্মদ চাদুল্লা — মুছলমান প্ৰতিনিধি সদস্য, ২৪) চি টি ফৰ্বছ ২৫) ডব্লিউ টি কাথকাৰ্ট, ২৬) চি এল গ্ৰিংগল —

চাহবাগিচাৰ প্ৰতিনিধি সদস্য।

প্ৰথমখন ব্যৱস্থাপক সভাত ২৩জন সদস্য উপস্থিত আছিল। ডব্লিউ টি কাথকাৰ্ট, দুলাল চন্দ্ৰ দেৱ আৰু মিঃ এ এল প্লেফেয়াৰ পিছৰখন বৈঠক অৰ্থাৎ ১৩ মাৰ্চৰ বৈঠকতহে শপত গ্ৰহণ কৰিছিল। প্ৰথমখন বৈঠকত সভাপতি ছাৰ আৰ্চডেল আৰ্লে সদস্যসকলে শপত লোৱাৰ পাছত সকলোকে উদ্দেশ্যে কৰি কৈছিল— 'মই অসমৰ প্ৰথমখন ব্যৱস্থাপক সভাৰ সদস্যসকলক আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছো। এই সভাত মই নতুন ব্যৱস্থাপক সভাৰ নতুন প্ৰতিনিধি হিচাপে আপোনালোকক সম্বোধন কৰিব খোজা নাই, কাৰণ অসমে কেইবাবছৰো ধৰি ব্যৱস্থাপক সভালৈ সদস্য নিৰ্বাচিত কৰি আহিছে। বৰ্তমানৰ ব্যৱস্থাটো হৈছে গাঁথনিগত পৰিবৰ্তন। এই পৰিবৰ্তনৰ ফলত সংশ্লিষ্ট অঞ্চলৰ উন্নয়নৰ দিশত অধিক মনোযোগ দিব পৰা যাব। তদুপৰি জনসাধাৰণে সৰহসংখ্যক প্ৰতিনিধি এই ব্যৱস্থাপক সভালৈ নিৰ্বাচিত কৰি পঠিয়াব পাৰিব। পূৰ্বতে ব্যৱস্থাপক সভাত মাত্ৰ ৭জন বেচৰকাৰী সদস্য আছিল। বৰ্তমান ১১জন নিৰ্বাচিত আৰু চাৰিজন মনোনীতসহ মুঠ ১৫জন বেচৰকাৰী সদস্যক এই সভাত স্থান দিয়া হৈছে। চাৰিজন মনোনীত সদস্যক এই সভালৈ অনুমোদন জনোৱাৰ পাছত যিবোৰ সম্প্ৰদায়ৰ নিজা প্ৰতিনিধি নিৰ্বাচিত কৰাৰ সামৰ্থ্য নাছিল, তেওঁলোকৰ পৰা চৰকাৰীভাৱে মনোনীত সদস্য নিৰ্বাচিত কৰাৰ বাবে মই অহোপুৰুষাৰ্থ কৰিছো। মই আপোনালোকৰ ওপৰত যথেষ্ট ভৰসা ৰাখিছো আৰু প্ৰশাসনিক ক্ষেত্ৰত সহায়-সহযোগিতা পাম বুলি দৃঢ় বিশ্বাসী হৈ আছো।' তেওঁৰ ভাষণৰ পাছতেই কামিনী কুমাৰ চন্দ, মৌলবী ছৈয়দ আব্দুল মজিদ, চি টি ফৰ্বছ আৰু ঘনশ্যাম বৰুৱাই ভাষণ দিছিল। ঘনশ্যাম বৰুৱাই সভাপতিগৰাকীয়ে দিয়া ভাষণক স্বাগতম জনাইছিল আৰু আশা প্ৰকাশ কৰিছিল একেলগে বুজাবুজি আৰু ভ্ৰাতৃত্ববোধেৰে ৰাজ্যখনৰ সৰ্বসাধাৰণ ৰাইজৰ স্বাৰ্থত কাম কৰিব পাৰিব বুলি।

দ্বিতীয়খন বৈঠক অনুষ্ঠিত হৈছিল ১৯১৩ চনৰ ১৩ মাৰ্চত। এই বৈঠকত মাণিক চন্দ্ৰ বৰুৱাই কেবাটাও গুৰুত্বপূৰ্ণ প্ৰশ্ন উত্থাপন কৰিছিল। তেওঁ কৈছিল— 'আবৰ আক্ৰমণৰ বাবে সৈন্য বাহিনীক সহায় কৰাৰ অৰ্থে জোৰকৈ কুলি আৰু নাৱৰীয়া সংগ্ৰহ কৰিবলৈ চৰকাৰৰ তৰফৰ পৰা কিবা নিৰ্দিষ্ট আদেশ জাৰি কৰা হৈছে নেকি? আনহাতে কামৰূপৰ উপায়ুক্তৰ পৰা চৰকাৰী পৰোৱানা লৈ কিছুসংখ্যক মৌজাদাৰে কুলি আৰু নাৱৰীয়াক বলপূৰ্বক ধৰাৰ ব্যৱস্থা কৰিছে নেকি? এই কুলি ধৰিবলৈ দিয়া আদেশৰ সুযোগত কেইজনমান মৌজাদাৰে বলপূৰ্বক ধন সংগ্ৰহ কৰা বুলিও সম্প্ৰতি অভিযোগ উঠিছে । এই অভিযোগ সঁচানে?' ইয়াৰ উত্তৰত ডব্লিউ এম কেনেডীয়ে কৈছিল— '১৯১১-১২ চনত আবৰ আক্ৰমণৰ সময়ত আৱশ্যকীয় কুলি নাগা পাহাৰ আৰু মণিপুৰ ৰাজ্যৰ পৰা সংগ্ৰহ কৰা হৈছিল। অসম উপত্যকাৰ পৰা কোনো লোককে কুলি হিচাপে এই অভিযানত লগোৱা নাছিল। অৱশ্যে নাও আৰু নাৱৰীয়াৰ আৱশ্যক হোৱাত কিছুসংখ্যক নাৱৰীয়াক এই অভিযানৰ বাবে পঠিওৱাটো সঁচা। এই সন্দৰ্ভত চৰকাৰী আদেশো দিয়া হৈছিল। চৰকাৰৰ আদেশ মতে কামৰূপৰ উপায়ুক্তই নাজিৰৰ জৰিয়তে হাজো আৰু চয়ানি মৌজাৰ মৌজাদাৰক নাও আৰু নাৱৰীয়া সংগ্ৰহ কৰাত সহায় কৰিবলৈ আদেশ দিছিল। নাজিৰে আৱশ্যকীয়সংখ্যক নাও আৰু নাৱৰীয়া সংগ্ৰহ কৰিব নোৱাৰাত উপায়ুক্তই উপৰ বৰভাগ মৌজাৰ মৌজাদাৰক এই দায়িত্ব অৰ্পণ কৰিছিল। ১৯১১-১২ চনত ৪৪খন নাও আৰু ৯৬জন নাৱৰীয়াক জাহাজেৰে পঠিওৱা হৈছিল। উপায়ুক্তই জনোৱা মতে, ইয়াকে লৈ দুৰ্ভাগ্যজনকভাৱে সাধাৰণ মানুহৰ মনত ভয় আৰু শংকা জন্মাটো সঁচা। পিছে উল্লিখিত সময়ছোৱাৰ আবৰ অভিযানৰ সময়ত অসম উপত্যকাৰ পৰা কোনো ধৰণৰ কুলি বলপূৰ্বকভাৱে সংগ্ৰহ কৰা হোৱা নাছিল। ১৯১১ চনৰ পূজাৰ বন্ধৰ পাছত কিছুসংখ্যক লোকে ৰাজহ বিভাগৰ নাজিৰ আৰু উপৰ বৰভাগ মৌজাৰ মৌজাদাৰৰ বিৰুদ্ধে জোৰ-জুলুম কৰা বুলি অভিযোগ তোলে। পাছত এই অভিযোগ সন্দৰ্ভত তদন্ত কৰা হয়। এই তদন্তৰ পাছত অতিৰিক্ত সহকাৰী আয়ুক্তই প্ৰতিবেদনত জনায় যে মৌজাদাৰে নাৱৰীয়াৰ বাহিৰেও অন্য লোকক কুলি হিচাপে সংগ্ৰহ কৰিব খোজাটো সঁচা, যিটো বেআইনী কাৰ্য আছিল।

সেইবাবে এই মৌজাদাৰক বৰ্খাস্ত কৰা হৈছিল।'

মাণিক চন্দ্ৰ বৰুৱাৰ অন্য এটা প্ৰশ্ন আছিল অসম উপত্যকাৰ জিলাসমূহৰ আয়ুক্তৰ কাৰ্যালয়ৰ কাৰ্যকলাপ সম্পৰ্কীয়। লোকেল বৰ্ডলৈ মুখ্য আয়ুক্তই অনুমোদন দিয়া ১৫ লাখ টকা সন্দৰ্ভতো সিদিনা তেওঁ আন এটা প্ৰশ্ন উত্থাপন কৰিছিল। এই প্ৰশ্নৰ উত্তৰত বিভাগটোৰ দায়িত্বত থকা ডব্লিউ এম কেনেডীয়ে কৈছিল যে দুয়োখন উপত্যকাৰ আয়ুক্তৰ পৰামৰ্শ মতে আঁচনিৰ খৰচ অনুযায়ী এই হিচাপত ধনৰ অনুমোদন দিয়া হৈছিল। এইবোৰ কথা নগৰপালিকা বিভাগৰ ১৯১২ চনৰ ২১ মে'ৰ প্ৰস্তাৱ নম্বৰ ৬৭২ এম ২২ মে'ৰ অসম গেজেটত প্ৰকাশিত হৈছিল। অসম উপত্যকাত লোকেল বৰ্ডসমূহত যোগাযোগৰ বাবে দিয়া ধন হৈছিল এনেধৰণে : ধুবুৰী— ৩৭,৫৫০ টকা গোৱালপাৰা ১৬,৩৩৪ টকা, গুৱাহাটী— ৮৯,০০০ টকা, বৰপেটা— ২১,৩৩৩ টকা, তেজপুৰ— ৭৪,২০০ টকা, মঙ্গলদৈ— ৮৬,৩৬০ টকা, নগাঁও — ৬৫,০০০ টকা, শিৱসাগৰ— ১,৩১,১০০ টকা, যোৰহাট — ৬০,২১০ টকা, গোলাঘাট— ১,১২,৮৬৮ টকা, ডিব্ৰুগড়— ১,২৬,৯০৫ টকা, উত্তৰ লখিমপুৰ— ৭৯,১৪০ টকা। সৰ্বমুঠ অনুমোদিত ধনৰ পৰিমাণ আছিল ৯ লাখ।

নগাঁও জিলাৰ যোগাযোগ ব্যৱস্থা সম্পৰ্কেও তেওঁ প্ৰশ্ন কৰিছিল আৰু কামপুৰৰ পৰা শিলঘাটলৈ পাতলীয়া ৰে'ল লাইন নিৰ্মাণ সন্দৰ্ভত চৰকাৰে কিমানখিনি অগ্ৰগতি লাভ কৰিছিল সেই বিষয়ে জানিব খুজিছিল। তেওঁ গুৱাহাটীত এখন আইন কলেজ স্থাপন কৰাৰ বাবেও চৰকাৰক প্ৰস্তাৱ আগ বঢ়াইছিল আৰু কটন কলেজত অনাৰ্ছ শ্ৰেণী মুকলি কৰাৰ বাবে যাবতীয় ব্যৱস্থা গ্ৰহণ কৰিবলৈ অনুৰোধ জনাইছিল। ইয়াৰ উত্তৰত কেনেডীয়ে কৈছিল যে ১৯১৪ চনৰ জুলাই মাহৰ আগেয়ে আইন কলেজ স্থাপন কৰাটো সম্ভৱ নহ'ব। বন্ধ খোলাৰ আগেয়েই কটন কলেজত অনাৰ্ছ শ্ৰেণী মুকলি কৰা হ'ব। তদুপৰি গুৱাহাটী নগৰপালিকা আদিৰ বিষয়েও তেওঁ সিদিনাৰ সভাত প্ৰশ্ন উত্থাপন কৰিছিল। গুৱাহাটী নগৰপালিকাৰ কমিছনাৰৰ সংখ্যা চাৰি-পাঁচ মাহৰ আগেয়ে বৃদ্ধি কৰাৰ বাবে পৰামৰ্শ দিয়া হেতু কমিছনাৰৰ সংখ্যা ৯পৰা ১৫ কৰিলে নেকি বুলিও তেওঁ প্ৰশ্ন কৰিছিল। তেওঁ আমিনগাঁৱত থকা পূৰ বংগ বাণিজ্যিক ৰে'লৱে ঘাটৰ বাবদ বেছি ধন আদায় কৰা সন্দৰ্ভত প্ৰশ্ন উত্থাপন কৰাৰ লগতে চহৰখনৰ পৰিসীমা বৃদ্ধিৰ বাবে কিবা আঁচনি গ্ৰহণ কৰিছিল নেকি সেই কথা জানিব খুজিছিল

সিদিনাৰ সভাতেই কৃষি ঋণ সম্পৰ্কে ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাই চৰকাৰক প্ৰশ্ন কৰিছিল। তেওঁৰ প্ৰশ্নটো আছিল অসমৰ জিলাসমূহত ১৯১৩ চনৰ আগৰ তিনি বছৰত কৃষক ঋণ আইন আৰু 'লেণ্ড ইম্প্ৰুভমেণ্ট ঋণ আইন' মতে কিমান লোকক ধন দিয়া হৈছিল জানিব খুজিছিল। ইয়াৰ উত্তৰত মেজৰ কেনেডীয়ে জনাইছিল এনেদৰে— ব্ৰহ্মপুত্ৰ উপত্যকাত 'কৃষক ঋণ আইন ১৮৮৪' মতে, ১৯০৯-১০ চনত গোৱালপাৰা জিলাত ৯ হাজাৰ টকা, ১৯১০-১১ চনত ৬ হাজাৰ টকা, ১৯১১-১২ চনত ৪,৫০০ টকাৰ অনুদান দিয়া হৈছিল। আনহাতে ১৯০৯-১০ চনত মাত্ৰ ৯ হাজাৰ টকা খেতিয়কলৈ ঋণ হিচাপে আগ বঢ়োৱা হৈছিল। কামৰূপ জিলাত ১৯০৯-১০ চনত ১৯,০০০ টকা ১৯১০-১১ চনত ১৮,০০০ টকা, ১৯১১-১২ চনত ১৩,০০০ টকা দিয়া হৈছিল। সেই মতে চৰকাৰী অনুদানৰ পৰা ১৯০৯-১০ চনত ১৯,০০০ টকা, ১৯১০-১১ চনত ১৪ হাজাৰ টকা আৰু ১৯১১-১২ চনত ১১,৯০০ টকা ঋণ দিয়া হৈছিল। ঠিক তেনেদৰে দৰং জিলাত ১৯০৯-১০ চনত ১১,০০০ টকা, ১৯১০-১১ চনত ১২,০০০ টকা, ১৯১১-১২ চনত ৯,০০০ টকা। ইয়াৰ বিপৰীতে ঋণ হিচাপত ঋণ দিয়া হৈছিল ১৯০৯-১০ চনত ১০,৯০০ টকা, ১৯১০-১১ চনত ১০,৭৩০ টকা, ১৯১১-১২ চনত ৮,২৩০ টকা। নগাঁও জিলাত অনুদান দিয়া হৈছিল ১৯০৯-১০ চনত ৫,০০০ টকা, ১৯১০-১১ চনত ৯,৮০০ টকা, ১৯১১-১২ চনত ২,০০০ টকা। ঋণ দিয়া হৈছিল ১৯০৯-১০ চনত ৪,৯০৮ টকা, ১৯১০-১১ চনত ৭,৯১৫ টকা,

*১৯১১-১২ চনত ১৩৩০ টকা, শিৱসাগৰ জিলাত ঋণৰ অনুদান আছিল যথাক্ৰমে ১৯০৯-১০ চনত ২,০০০ টকা, ১৯১০-১১ চনত ৬,০০০ টকা, ১৯১১-১২ চনত ৬,০০০ টকা। ইয়াৰ বিপৰীতে ঋণ দিয়া হৈছিল* ১৯০৯-১০ চনত ১,৩২০ টকা, ১৯১০-১১ চনত ৫,৭২৫ টকা, ১৯১১-১২ চনত ৬,০০০ টকা, লখিমপুৰ জিলাত ঋণৰ বাবে অনুদান দিয়া হৈছিল ১৯০৯-১০ চনত ১,০০০ টকা, ১৯১০-১১ চনত ৬,০০০ টকা, ১৯১১-১২ চনত ৩,৫০০ টকা। এই অনুদানৰ পৰা ১৯০৯-১০ চনত ঋণ দিয়া হৈছিল ৯৯০ টকা। গাৰো পাহাৰত ১৯০৯-১০ চনত অনুদান দিয়া হৈছিল ৫,৫০০ টকা, ১৯১০-১১ চনত ৩,৫০০ টকা। এই ধনৰ পৰা ১৯০৯-১০ চনত ৩,৩৯০ টকা আৰু ১৯১০-১১ চনত ৩,৫০০ টকা দিয়া হৈছে। কাছাৰ জিলাত ১৯০৯-১০ চনত ১,০০০ টকা, ১৯১০-১১ চনত ১,৫০০ টকা অনুদান দিয়া হৈছিল যদিও কৃষকক এই অনুদানৰ ধন ঋণ হিচাপে দিয়া হোৱা নাছিল। 'লেণ্ড ইম্প্ৰুভমেণ্ট' ঋণ আইন মতে, ১৯০৯-১০ চনত কামৰূপ জিলাত ৩ হাজাৰ টকা অনুদান দিয়া হৈছিল আৰু এই অনুদান ঋণ হিচাপে দিয়া হৈছিল।'

প্ৰভাত চন্দ্ৰ বৰুৱাৰ আন এটা প্ৰশ্ন আছিল সংস্কৃত শিক্ষাৰ বিকাশ সম্পৰ্কীয়। তেওঁ চৰকাৰৰ পৰা জানিব বিচাৰিছিল যে সংস্কৃত পৰীক্ষাৰ ক্ষেত্ৰত প্ৰথম আৰু দ্বিতীয় বৰ্ষত কি পদ্ধতিৰে গ্ৰহণ কৰা হৈছিল? কি কি বিষয় এই পৰীক্ষাত পাঠ্যৰ তালিকাত সামৰি লোৱা হৈছিল? পৰীক্ষাত কৃতকাৰ্য হোৱা ছাত্ৰসকলৰ কিমানজনক জলপানি দিয়া হৈছিল? ব্যাকৰণ, স্মৃতি, জ্যোতিষ, কাব্য, পুৰাণ আৰু অলংকাৰ শাস্ত্ৰক খণ্ড খণ্ডকৈ পাঠ্য তালিকাত অন্তৰ্ভুক্ত কৰা কথাটো সঁচা আছিল নেকি? ন্যায় আৰু বেদান্ত বিষয় পাঠ্যক্ৰমত অন্তৰ্ভুক্ত কৰাৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিছিল নেকি? অসমত অনুষ্ঠিত হোৱা প্ৰথম আৰু দ্বিতীয় বৰ্ষৰ পৰীক্ষা কলিকতাৰ সংস্কৃত কলেজে স্বীকৃতি নিদিয়াটো সঁচা আছিল নেকি? কলিকতাৰ সংস্কৃত কলেজত অধ্যয়ন কৰিবলৈ হ'লে পুনৰবাৰ দ্বিতীয় বাৰ্ষিকৰ পৰীক্ষাত উত্তীৰ্ণ হ'ব লাগিছিল নেকি? অসমত সংস্কৃত শিক্ষাৰ স্বীকৃতি দিয়াৰ কথা চৰকাৰে চিন্তা কৰিছিল নেকি? ইয়াৰ উত্তৰ দি মেজৰ কেনেডীয়ে কৈছিল—'প্ৰথম আৰু দ্বিতীয় বাৰ্ষিকৰ সংস্কৃত পৰীক্ষা পৰিচালনা কৰে ঢাকাৰ কেন্দ্ৰীয় পৰীক্ষক ব'ৰ্ডে আৰু তেওঁলোকেই পৰীক্ষা সংক্ৰান্তীয় সকলো ব্যৱস্থা গ্ৰহণ কৰে। উত্তীৰ্ণ হোৱা ২১জন ছাত্ৰক দুবছৰৰ বাবে মাহত তিনি টকাকৈ জলপানি দিয়া হয়। ইয়াৰ বাবে বছৰত খৰচ হয় ১,৫১২ টকা। অধ্যাপকসকলৰ বছৰেকীয়া বেতনৰ বাবে খৰচ হয় ২,৪৭২ টকা। এই বেতন ছটকাৰ পৰা ১৫ টকালৈ ধাৰ্য কৰা হৈছে। চৰকাৰে অসমত সংস্কৃত শিক্ষা পুনৰ সংগঠিত কৰাৰ বাবে চিন্তা-চৰ্চা কৰা নাই।'

জয়ন্তীয়া পাহাৰৰ পুনৰ বন্দবস্তি সম্পৰ্কে সিদিনাৰ বৈঠকত প্ৰশ্ন কৰিছিল মৌলবী ছৈয়দ আব্দুল মজিদে। তেওঁৰ প্ৰশ্নকেইটা আছিল— 'জয়ন্তীয়া পাহাৰত পুনৰ বন্দবস্তি সম্পৰ্কে চৰকাৰী সিদ্ধান্ত হৈছিল নে নাই ? নতুনকৈ সকলো মাটিত পুনৰ জৰীপৰ ব্যৱস্থা লৈছিল নে? বৰ্তমান সময়লৈকে বিভিন্ন বন্দবস্তিৰ সময়ত মাটিৰ শ্ৰেণী হিচাপে প্ৰতিবিঘা মাটিত বন্দবস্তিৰ হাৰ কিমান আছিল? ইয়াৰ উত্তৰত কেনেডীয়ে কৈছিল— 'ভাৰতীয় অসামৰিক সেৱাৰ বিষয়া স্কটক পুনৰ বন্দবস্তিৰ ব্যৱস্থা লোৱা হ'ব নে নাই এই সম্পৰ্কে চালি-জাৰি চাবলৈ দিয়া হৈছে। তেওঁ এই পৰ্যন্ত কোনো প্ৰতিবেদন দাখিল কৰা নাই। প্ৰতিবেদন দাখিল কৰাৰ পাছতহে এই সন্দৰ্ভত ব্যৱস্থা গ্ৰহণ কৰা হ'ব। তেওঁৰ আনটো প্ৰশ্নৰ উত্তৰত কৈছিল যে ১৮৩৬ চনৰ সংক্ষেপ বন্দবস্তি ব্যৱস্থাৰ সময়ত বিঘাই প্ৰতি কি হাৰ নিৰ্ধাৰণ কৰিছিল সেই সম্পৰ্কে আমাৰ হাতত তথ্য নাই। কিন্তু মুঠ যিমান ৰাজহ ধাৰ্য কৰা হৈছিল, সেই ৰাজহ জয়ন্তীয়া পৰগণাক এইখন প্ৰদেশৰ লগত সংযোজিত কৰাৰ সময়ত থকা পূৰ্বৰ ৰজাৰ আয়তকৈ কম আছিল। পাছৰ পৰ্যায়ৰ বন্দবস্তিৰ সময়ত জয়ন্তীয়া পৰগণাত ধাৰ্য কৰা মাটিৰ হাৰ বিঘাইপ্ৰতি এনেধৰণৰ আছিলঃ

## ১৮৩৮-৪০ৰ বন্দবস্তত নিৰ্ধাৰিত খাজনাৰ হাৰ

| মাটিৰ বিৱৰণ | মাটিৰ খাজনাৰ হাৰ (বিঘাইপ্ৰতি) | | | |
|---|---|---|---|---|
| | সৰ্বাধিক | | সৰ্বনিম্ন | |
| | অনা | পইচা | অনা | পইচা |
| ১ ঘৰ-বস্তি থকা মাটিত | ৩ | ৭ | ১ | ৯ |
| ২ এবাৰ ধানখেতি হোৱা মাটিত | ৩ | ৭ | ২ | ৩ |
| ৩ দুবাৰ ধানখেতি হোৱা মাটিত | ৫ | ৪ | ২ | ৩ |
| ৪ আমন ধান হোৱা দ মাটিত | ২ | ৮ | ১ | ৯ |
| ৫ সৰিয়হ হোৱা দ মাটিত | ১ | ৯ | ১ | ৯ |
| ৬ ঘৰ-বস্তিৰ উপযোগী পৰিত্যক্ত মাটিত | ২ | ৮ | ২ | ৮ |
| ৭ গৰুৰ ঘাঁহৰ বাবে থকা ৰখা মাটিত | ১ | ৯ | ১ | ৯ |
| ৮ ইকৰা(খৰৰ) উৎপন্ন হোৱা মাটিৰ | ১ | ৯ | ১ | ৯ |
| ৯ পতিত মাটিত | ০ | ১০ | ০ | ১০ |

## ১৮৫৬ৰ বন্দবস্তিৰ সময়ত

| মাটিৰ বিৱৰণ | মাটিৰ খাজনাৰ হাৰ (বিঘাইপ্ৰতি) | | | |
|---|---|---|---|---|
| | সৰ্বাধিক | | সৰ্বনিম্ন | |
| | অনা | পইচা | অনা | পইচা |
| ১ ঘৰ বস্তি থকা মাটিত | ৪ | ১১ | ৩ | ৯ |
| ২ এবাৰ ধানখেতি হোৱা মাটিত | ৩ | ৯ | | ১১ |
| ৩ দুবাৰ ধানখেতি হোৱা মাটিত | ৫ | ৪ | ৪ | ২ |
| ৪ আমন ধান হোৱা দ মাটিত | [illegible] | ৮ | ২ | ১ |
| ৫ সৰিয়হ হোৱা দ মাটিত | | ৮ | [illegible] | ১ |
| ৬ ঘৰ বস্তিৰ উপযোগী পৰিত্যক্ত মাটিত | ৩ | ৮ | ২ | ১ |
| ৭ ওখ মাটিত | ২ | ৮ | ২ | ১ |
| ৮ ইকৰা(খেৰ)ৰ উৎপন্ন হোৱা মাটিত | ২ | ৬ | ২ | ৬ |
| ৯ ছন পৰি থকা মাটিত | ০ | ১০ | ০ | ১০ |
| ১০ হাবি বননি থকা মাটিত | ০ | ৫ | [illegible] | ৫ |

## ১৮৭৬-৭৯ বন্দবস্তিৰ সময়ত

| মাটিৰ বিৱৰণ | মাটিৰ খাজনাৰ হাৰ (বিঘাইপ্ৰতি) | | | |
|---|---|---|---|---|
| | সৰ্বাধিক | | সৰ্বনিম্ন | |
| | অনা | পইচা | অনা | পইচা |
| ১ ঘৰ-বস্তি থকা মাটিত | ১০ | ০ | ৩ | ৯ |
| ২ ধানখেতি হোৱা মাটিত | ৭ | ০ | ২ | ৭.৫ |
| ৩ ছন পৰা মাটিত | ২ | ০ | ০ | ৯ |
| ৪. পতিত মাটিত | ১ | [illegible] | ০ | ৪ ৫ |

আন এগৰাকী সদস্য এ বি হুকিমে গুৱাহাটী আৰু তিনিচুকীয়াৰ মাজত অসম-বেংগল ৰে'লবেই চলাচল কৰা যাত্ৰীবাহী ৰে'লত যাত্ৰী কম হোৱা দিশটো চৰকাৰে জানে নে নাই সেই বিষয়ে প্ৰশ্ন কৰিছিল।

সিদিনাৰ সভাত মিঃ ডব্লিউ জে ৰীডে ১৯১৩-১৪ চনৰ সংশোধিত বিত্তীয় বিৱৰণী সভাত দাখিল কৰিছিল। এই বিৱৰণীত তেওঁ উল্লেখ কৰিছিল— 'পূৰ্বৰ চুক্তি অনুসৰি কেন্দ্ৰীয় চৰকাৰে বিত্তীয় নিয়ন্ত্ৰণ তেওঁলোকৰ হাতত ৰাখিছে। কেৱল প্ৰাদেশিক চৰকাৰক প্ৰশাসনিক ক্ষেত্ৰত প্ৰয়োজন হোৱা ধনহে খৰচ কৰিবলৈ অনুমতি দিছে আৰু প্ৰয়োজন সাপেক্ষে তেওঁলোকে কিছু ধন প্ৰাদেশিক চৰকাৰক দিছে। সেইবাবে এই চুক্তি পাছলৈ সংশোধন কৰিব লগীয়া হ'ল। আজি কিছু বছৰৰ পৰা প্ৰশাসনিক ব্যৱস্থাৰ বিকেন্দ্ৰীকৰণৰ বাবে ব্যৱস্থা আৰু প্ৰাদেশিক চৰকাৰৰ বিত্তীয় দায়িত্ব বৃদ্ধি কৰা হৈছে। কেন্দ্ৰীয় চৰকাৰে ব্যয় শিতান বৃদ্ধি কৰিছে যদিও কিছু বিত্তীয় নিয়ন্ত্ৰণো তেওঁলোকে কৰি আহিছে। সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল যে অসমৰ নিৰ্ধাৰিত খৰচ ১,২০,৩০,০০০ টকাৰ ভিতৰত সীমাবদ্ধ কৰি ৰখা হৈছে। ধাৰণা কৰা হৈছে যে অসমৰ ৰাজহ ১,১৩,৪১,০০০ টকা সংগ্ৰহ হ'ব পাৰে। ঘাটি হোৱা ৬,৮৯,০০০ টকা সংগ্ৰহৰ বাবে দায়িত্ব দিছে অতিৰিক্তভাৱে। ভূমি ৰাজহ, ষ্টাম্পৰ ৰাজহ, নিৰ্ধাৰিত কৰৰ অৰ্ধেক আৰু আবকাৰী, বন পঞ্জীয়ন আৰু অন্যান্য বিভাগীয় প্ৰাপ্তিৰ ধন আদায়ৰ দায়িত্বও প্ৰদেশখনক দিছে। সেয়ে আমাৰ অইন ৰাজহ লাহে লাহে বৃদ্ধি পাব। আনহাতে যোৱা বছৰৰ আৰম্ভণি জমা ৪০ লাখ টকা আমাৰ হাতত আছে। ভাৰত চৰকাৰৰ বিত্তীয় সচিবগৰাকীয়ে বাৰ্ষিক বিত্তীয় প্ৰতিবেদন দাখিল কৰাৰ সময়ত অসমৰ বিত্তীয় ব্যৱস্থা সম্পৰ্কে উল্লেখ কৰা ধাৰণাটো আছিল এনেধৰণৰ— 'He held that 'We should ultimately find a sufficiency for our requirements in our own resources.' He wished, however, to assist the earlier development of our province, which particularly in the matter of communications is behind the rest of India. Improved communications mean an extension of cultivation, which again leads to increased receipts from land revenue, from excise, though this is not a matter for unmixed satisfaction and in fact from all our heads of revenue. The increase is shared by the Government of India and the province, and this was fully realised by the Hon'ble the Finance member.' এই বছৰত আমি আৰম্ভণি বাকী ৭৯,৫১,০০০ টকাৰে আৰম্ভ কৰি বাজেটত ১,৬২,৪৩,০০০ টকা খৰচৰ বাবে ৰাখিছো আৰু সামৰণি বাকী ধাৰ্য কৰিছো ৫৯,৫৭,০০০ টকা। ইয়াৰ পাছত বিভাগীয় বিষয়াসকলে প্ৰতিটো বিভাগৰ নিজৰ নিজৰ খৰচৰ ব্যাখ্যা সভাত দাঙি ধৰিব।'

ভূমি ৰাজহ বিভাগৰ দায়িত্বত থকা বিষয়া মেজৰ কেনেডীয়ে কৈছিল— 'আমি যিমানখিনি ভূমি-ৰাজহ আদায় হ'ব বুলি বাজেটত উল্লেখ কৰিছিলো, সিমানখিনি সংগ্ৰহ নহ'ল। কাৰণ যোৱা বছৰ কামৰূপ আৰু লখিমপুৰ জিলাত খেতিৰ সম্প্ৰসাৰণ পূৰ্বৰ বছৰৰ দৰে নহ'ল। সেয়েহে ৰাজহ সংগ্ৰহত ই কিছু ক্ষতি হৈছে। দুয়োখন জিলাত যিমান পৰিমাণৰ ভূমিত খেতি হ'ব লাগিছিল, সিমান খেতি কৰা নহ'ল। বিশেষকৈ কামৰূপ জিলাত ১৯১০ চনত বানপানীৰ বাবে আৰু লখিমপুৰ জিলাত আংশিকভাৱে বানপানীৰ প্ৰভাৱ তথা পুনৰ বন্দবস্তিৰ ফলত বহুসংখ্যক খেতিয়কে ৰাজহৰ হাৰ বৃদ্ধি পোৱাৰ শংকাত তেওঁলোকৰ অতিৰিক্ত আৰু খেতি নোহোৱা মাটিৰ দখল এৰি দিছে। তদুপৰি জয়ন্তীয়া জিলাত যোৱা বছৰ শস্য আৰু খেতিৰ উৎপাদন নোহোৱা বাবে ৰাজহ সংগ্ৰহ সাময়িকভাৱে বন্ধ ৰখা হৈছিল। ৰাজহ সংগ্ৰহৰ এই হতাশাজনক ব্যৱস্থা একেবাৰে অস্থায়ী। আৰু এই অৱস্থা কিছু পৰিমাণে অতিক্ৰম হৈছে। অহা বছৰলৈ ভূমি ৰাজহ সংগ্ৰহৰ লক্ষ্য ধাৰ্য কৰা হৈছে ৭৭ লাখ। খেতি সুন্দৰকৈ চপোৱা হৈছে। সুৰমা

উপত্যকাত শস্যৰ উৎপাদন বাঢ়িছে। এন্দুৰৰ পৰা অহা প্লেগ বেমাৰে লুচাই আৰু কিছু পৰ্বতীয়া জিলাত পূৰ্বে ক্ষতি কৰিছিল যদিও এতিয়া সেই অৱস্থাৰ অন্ত পৰিছে। সুখবৰ এইটোৱে যে সুৰমা উপত্যকাৰ পৰা স্বতঃস্ফূৰ্তভাৱে বহু ভগনীয়া লোক নগাঁৱলৈ আহিছে। আৰু তেওঁলোকে যমুনামুখৰ ওচৰত বসতি আৰম্ভ কৰিছে। পতিত মাটিসমূহ তেওঁলোকৰ সুবিধা অনুসাৰে বন্দবস্তি দিয়া হয়। গোৱালপাৰা জিলালৈ বাঙালী আৰু চাওতাল খেতিয়কসকল ভগনীয়া হিচাপে অবিৰতভাৱে আহি আছে। নামঘৰ হাবিত পমুৱাক সংস্থাপন কৰাৰ আঁচনি ভালদৰে আগ বঢ়া নাই। গুৱাহাটীৰ ওচৰত এখন ছাৰ্ভে স্কুল স্থাপন কৰাৰ কাৰণে ২৫ হাজাৰ টকা ধাৰ্য কৰা হৈছে যদিও বিত্তীয় কমিটীৰ অনুমোদন পোৱা যায়। এই ছাৰ্ভে স্কুলত মণ্ডল, কাননগোহ, পাটোৱাৰীৰ লগতে ভাৰতীয় অসামৰিক, প্ৰাদেশিক অসামৰিক আৰু তলতীয়া কাৰ্যবাহী সেৱাৰ বিষয়াসকলক প্ৰশিক্ষণ দিয়া হ'ব। অৱশ্যে ব্যক্তিগতভাৱে যিসকলে ইয়াত প্ৰশিক্ষণ ল'ব খোজে, তেওঁলোককো প্ৰশিক্ষণ দিয়া হ'ব। এনে লোকসকলে প্ৰশিক্ষণ লোৱাৰ পাছত জমিদাৰ তথা আন ব্যক্তিগত লোকৰ অধীনত এই সেৱা আগ বঢ়াব লাগিব। আশা কৰা হৈছে যে এই স্কুলখন স্থাপন হ'লে নিয়োগৰ ব্যৱস্থাও বৃদ্ধি পাব। এই স্কুলত সামগ্ৰিকভাৱে খৰচ হ'ব ৫০ হাজাৰ টকা আৰু বছৰেকীয়া খৰচ হ'ব ৫ হাজাৰ টকা।'

মেজৰ কেনেডীৰ দায়িত্বত আবকাৰী বিভাগটোও আছিল। তেওঁ আবকাৰী বিভাগৰ বাজেট সন্দৰ্ভত নিজৰ ব্যাখ্যা দাঙি ধৰি কৈছিল— চলিত বছৰত পূৰ্বৰ বাজেটতকৈ ৰাজহ সংগ্ৰহৰ পৰিমাণ বঢ়াই দিয়া হৈছে। ইয়াৰ মূল কাৰণ দেশীয় সুৰাৰ ক্ষেত্ৰত Still head duty ২.৫০ অনাৰ পৰা প্ৰতি এল পি গেলনত ৩ ২ অনালৈ বঢ়োৱা হৈছে। এই বৃদ্ধিৰ ফলত প্ৰায় ১,৭৮,০০০ টকা পূৰ্ব নিৰ্ধাৰিত ধনতকৈ বৃদ্ধি পাইছে। এই শুল্ক বঢ়োৱাৰ ফলত ৰাজহ বেছিকৈ আহিছে যদিও অনুজ্ঞা পত্ৰৰ ৰৰঙণি সংগ্ৰহৰ পৰিমাণ কমি গৈ ৬০,০০০ টকা হৈছে। ইয়াৰ কাৰণ অনুজ্ঞা পত্ৰৰ ৰৰঙণিৰ হাৰ বৃদ্ধি। যোৱা ডিচেম্বৰৰ শেষলৈ দেশীয় সুৰাৰ বিক্ৰীৰ পৰিমাণ মাত্ৰ ৫ হাজাৰ এল পি গেলনহে বৃদ্ধি পাইছে আফিঙৰ বিক্ৰী ডিচেম্বৰ মাহলৈ ২২ মোনৰ বেছি হোৱা নাই। পাইকাৰী বিক্ৰীৰ হাৰ বৃদ্ধি পোৱাৰ বাবে বাজেটত নিৰ্ধাৰিত গাঞ্জাৰ পৰা আহিব পৰা ৰাজহ অহাৰ সম্ভাৱনাও কম। ডিচেম্বৰ মাহলৈ গাঞ্জাৰ সেৱন আৰু বিক্ৰী ২০ মোন কমিছে। আফিং আৰু দেশীয় সুৰাৰ দোকানৰ বন্দবস্তি আশাব্যঞ্জক নহয়। গাঞ্জাৰ দোকানসমূহৰ পৰা পাব লগা ৰাজহৰ পৰিমাণো যথেষ্ট নহয়। গাঞ্জাৰ অনুজ্ঞাপত্ৰ ৰৰঙণি কমি যোৱাৰ কাৰণ হৈছে যোৱা এপ্ৰিল মাহৰ পৰা প্ৰতি সেৰ গাঞ্জাৰ দাম ১১ টকাৰ পৰা ১৩ টকালৈ বৃদ্ধি কৰা হৈছে। গোৱালপাৰা আৰু গাৰো পাহাৰত মাত্ৰ এটকাকৈহে বঢ়োৱা হৈছে। মাননীয় সদস্যসকলে জানে যে যোৱা ছবছৰ ধৰি আফিঙৰ খুচুৰা বিক্ৰী দোকানৰ সংখ্যা বৰ্ষেখনি কমোৱা হৈছে। তদুপৰি মূল আফিং সেৱন কৰা জিলাসমূহত ইয়াৰ চৰকাৰী দাম বৃদ্ধি কৰা হৈছে। আমি আগেয়ে উল্লেখ কৰিছো যে অহা বছৰৰ পৰা গাঞ্জাৰ ওপৰত থকা শুল্ক বঢ়োৱা হ'ব। কিন্তু এইক্ষেত্ৰত সকলোৱে সাৱধান হ'ব লাগিব। গাঞ্জাৰ পৰিবৰ্তে অসমত বনৰীয়া ভাং খোৱা লোকৰ সংখ্যা বৃদ্ধি পোৱা বুলি আমি জানিব পাৰিছো। সকলোৱে জনা উচিত যে আফিং ব্যৱহাৰ কৰাৰ ক্ষেত্ৰত অধিক কঠোৰতা অৱলম্বন কৰাৰ বাবে ভাৰত চৰকাৰে আমাৰ প্ৰশাসনক নিৰ্দেশ দিছে। মুখ্য আযুক্তই অসম উপত্যকাত আফিং আৰু গাঞ্জা সেৱনৰ বিষয়ে তদন্ত কৰি প্ৰতিবেদন দিয়াৰ বাবে সৰু ভ্ৰাম্যমাণ কমিটী এখনো গঠন কৰি দিছে। এই প্ৰতিবেদন আহিলেই ইয়াৰ সেৱন বন্ধ কৰাৰ কাৰণে কঠোৰ ব্যৱস্থা গ্ৰহণ কৰা হ'ব। বিগত এপ্ৰিল মাহৰ পৰা ব্যক্তিগতভাৱে আফিং নিজৰ লগত ৰখাৰ অধিকাৰ পাঁচ তোলাৰ পৰা তিনি তোলালৈ হ্ৰাস কৰা হৈছে। আনহাতে ব্যক্তিগতভাৱে গাঞ্জা লগত ৰখাৰ অধিকাৰ ২০ তোলাৰ পৰা ১০ তোলা কৰা হৈছে।

শিক্ষা বিভাগৰ দায়িত্বত থকা বিষয়া জে আৰ কানিংহামে কৈছিল— 'বাজেটত এই বিভাগত ৰাজহ আদায় দেখুওৱা হৈছে প্ৰায় এক লাখ টকা। কিন্তু খৰচৰ হিচাপত এই ধন একেবাৰেই নগণ্য।

১৯১৩-১৪ চনৰ বাজেটত প্ৰাদেশিক ৰাজহ এই শিতানত বহু পৰিমাণে বৃদ্ধি কৰাৰ উপৰি ভাৰত চৰকাৰে নিয়মীয়া আৰু স্থায়ী খৰচৰ শিতানত ভাবিব নোৱাৰা ধৰণে অনুদান আগ বঢ়াইছে। (ক) প্ৰাথমিক শিক্ষাৰ ক্ষেত্ৰত লক্ষ্য কৰিব লগীয়া দিশটো হৈছে স্কুলৰ সংখ্যা প্ৰয়োজনতকৈ কম। (খ) শিক্ষকসকলৰ দৰমহা কম হোৱাৰ ফলত উপযুক্ত লোক এই চাকৰিলৈ আকৰ্ষিত নহয়। শিক্ষা পদ্ধতিও ত্ৰুটিপূৰ্ণ। স্কুলৰ ভৱনসমূহ আৰু আচবাব-পত্ৰৰ অৱস্থা দুখ লগা। এইবোৰেই হৈছে প্ৰদেশখনৰ শিক্ষা ব্যৱস্থাৰ মূল কেৰোণ। শিক্ষা ব্যৱস্থাৰ আশু উন্নতি কৰিবলৈ হ'লে শিক্ষকৰ দৰমহা বৃদ্ধি কৰিবই লাগিব। প্ৰাথমিক শিক্ষাৰ প্ৰসাৰৰ লগতে ইয়াৰ মান বৃদ্ধি কৰিব লাগিব আৰু বিনামূলীয়া শিক্ষাৰ নীতি গ্ৰহণ কৰিব লাগিব। কিছুসংখ্যক স্কুল নিৰ্মাণ কৰিব লাগিব, য'ত শিক্ষকৰ দৰমহাৰ লগতে আচবাব-পত্ৰও সম্পূৰ্ণ থাকিব। ভেন্নাৰ স্কুলসমূহ জনসাধাৰণৰ দ্বাৰা পৰিচালনা কৰাৰ নতুন পদ্ধতি ল'ব লাগিব আৰু নতুন স্কুল স্থাপন কৰিব লাগিব। ব্ৰিটিছ বিষয়াজনে সেই সময়ৰ অসমৰ স্ত্ৰী শিক্ষা, মাধ্যমিক আৰু কলেজীয়া শিক্ষা সন্দৰ্ভত বিশদ ব্যাখ্যা আগ বঢ়াইছিল। সেইবোৰ অধ্যয়ন কৰিলে তদানীন্তন শৈক্ষিক পৰিৱেশৰ প্ৰকৃত প্ৰতিচ্ছবি পোৱা যায়।

**স্ত্ৰী শিক্ষা :** সেই সময়ত অসমৰ স্কুলসমূহত অধ্যয়ন কৰি থকা ছোৱালীৰ সংখ্যা আছিল প্ৰায় ১৮,০০০। ইয়াৰ ১০,০০০ ছাত্ৰীয়ে ল'ৰাৰ সৈতে একে স্কুলতে পাঠ গ্ৰহণ কৰিছিল। পাঠশালা স্কুলৰ ছোৱালীৰ শিক্ষা পদ্ধতি আছিল একেবাৰে পিছপৰা। পাঠ্যক্ৰমসমূহ নিৰ্ধাৰণ কৰা হৈছে ল'ৰাৰ ওপৰত সৰ্বাধিক গুৰুত্ব আৰোপ কৰি। তদুপৰি পৰম্পৰা আৰু ৰীতি-নীতিৰ বাবে ছোৱালীসকলক সাধাৰণতে কিছু বয়স অতিক্ৰম কৰাৰ পাছত ল'ৰাৰ সৈতে একেখন স্কুলত পঢ়িবলৈ অনুমতি দিয়া নহৈছিল। চৰকাৰে অৱশ্যে ল'ৰা-ছোৱালীক একেখন স্কুলতে পঢ়ুওৱা ব্যৱস্থাক যথাসম্ভৱ উৎসাহিত কৰিছিল। য'ত এই ব্যৱস্থা বাস্তৱসম্মত নাছিল, তাত ছোৱালীৰ বাবে সুকীয়া স্কুল স্থাপনৰ কথাও চৰকাৰে চিন্তা কৰিছিল। ল'ৰাৰ স্কুলৰ শিক্ষকসকলৰ দৰমহা বৃদ্ধিৰ বাবে ব্যৱস্থা লোৱাৰ পাছতেই ৰাজকীয় অনুদানেৰে ছোৱালী স্কুল স্থাপনত অগ্ৰাধিকাৰ দিয়া হ'ব বুলি কানিংহামে তেওঁৰ ভাষণত উল্লেখ কৰিছিল।

**ল'ৰাৰ মাধ্যমিক শিক্ষা :** ১৯১২ চনত ভাৰত চৰকাৰে মধ্য ইংৰাজী আৰু উচ্চ ইংৰাজী স্কুলৰ বাবে নিয়মীয়া খৰচ হিচাপে ৩০ হাজাৰ টকা অনুদান দিছিল। কিন্তু এই ধন ক'ত কেনেকৈ খৰচ কৰিব, এই সম্পৰ্কে ১৯১৩ চনলৈ চৰকাৰে কোনো সিদ্ধান্ত গ্ৰহণ কৰা নাছিল। কিন্তু ১৯১৩ চনত মধ্য ইংৰাজী স্কুলসমূহৰ উন্নয়নৰ বাবে চৰকাৰে এখন আঁচনি গ্ৰহণ কৰিছিল। এই আঁচনি পূৰ্ণ কৰিবলৈ অধিক ধনৰ প্ৰয়োজনীয়তাৰ কথাও তেওঁ জানিবলৈ দিছিল। হাইস্কুলৰ শিক্ষকসকলৰ দৰমহাৰ বিষয়টো বিবেচনা কৰাৰ বাবে সেই বছৰ কাউন্সিল আৰু সদনলৈ পঠিওৱা হৈছিল। অসমীয়া ভাষাৰ মাধ্যমিক স্কুলৰ শিক্ষকসকলৰ দৰমহা আছিল খুবেই কম। স্কুলৰ চাকৰিলৈ যোগ্য লোকক আকৰ্ষিত কৰিবলৈ হ'লে তেওঁলোকক উচ্চ হাৰৰ দৰমহা দিয়াৰ যে গত্যন্তৰ নাই সেই কথাও কানিংহামে ভাষণ কৈছিল। সেই সময়ত বিভিন্ন ঠাইৰ লোকে স্কুলত ছাত্ৰ-ছাত্ৰীৰ বাবে সুব্যৱস্থা থকা কোঠা নোহোৱা আৰু শিক্ষকৰ নাটনি হোৱা সন্দৰ্ভত চৰকাৰৰ ওচৰত অভিযোগ উত্থাপন কৰিছিল। 'নতুন ভৱন নিৰ্মাণ আৰু পুৰণি ভৱনৰ সম্প্ৰসাৰণ তথা শিক্ষকৰ সংখ্যা বৃদ্ধি সম্পৰ্কে আঁচনি আদি প্ৰস্তুত কৰি উলিওৱা হৈছে আৰু অনুদান আদি লাভ কৰাৰ পাছত অহা বছৰ এই সন্দৰ্ভত ব্যৱস্থা গ্ৰহণ কৰা হ'ব। বিত্তীয় কমিটীয়ে হাইস্কুলৰ শিক্ষকৰ সংখ্যা বৃদ্ধিৰ বাবে ৬ হাজাৰ টকাৰ আঁচনি এখন অনুমোদনৰ বাবে প্ৰেৰণ কৰিছে। উত্তৰ লখিমপুৰ মধ্য ইংৰাজী স্কুল হাইস্কুললৈ উন্নীত কৰাৰ বাবেও আঁচনি সাজু হৈ উঠিছে। তদুপৰি গোৱালপাৰাৰ মেচসকলৰ কাৰণে টিপকাইতো এখন মধ্য ইংৰাজী স্কুল স্থাপন কৰাৰ ব্যৱস্থা কৰা হৈছে।' —কানিংহামে কৈছিল।

**কলেজ আৰু ব্যৱসায়িক শিক্ষা ঃ** সেই সময়ত চৰকাৰে লোৱা চাৰিটা গুৰুত্বপূৰ্ণ ব্যৱস্থাৰ ভিতৰত কলেজিয়েট শিক্ষাৰ বিকাশো অন্যতম আছিল। শিক্ষানুষ্ঠানসমূহৰ উন্নয়নৰ বাবে আঁচনি প্ৰস্তুত কৰি দাখিল কৰা বুলি ব্যৱস্থাপক সভাৰ সদস্যসকলক কানিংহামে জনাইছিল। গুৱাহাটীত ছাত্ৰসকলৰ থকা-খোৱাৰ সুব্যৱস্থাৰ বাবে ২৫০জন ছাত্ৰ থাকিব পৰা হোষ্টেলৰ ব্যৱস্থা কৰা হৈছিল। মুছলমান সম্প্ৰদায়ৰ ছাত্ৰসকলক সন্তুষ্ট কৰাৰ বাবেও হোষ্টেল স্থাপনৰ দিহা কৰা হৈছিল। তদুপৰি স্বীকৃতিপ্ৰাপ্ত কলেজসমূহৰ ক্ষেত্ৰত কিছু ধন আগ বঢ়োৱাৰ ব্যৱস্থা কৰিছিল। এই সকলো আঁচনি গুৱাহাটীত বহা প্ৰতিনিধিত্বমূলক সভাই ইতিমধ্যে বিবেচনা কৰি অনুমোদন জনাইছিল। ব্যৱসায়িক শিক্ষানুষ্ঠান হিচাপে প্ৰদেশখনৰ নেতৃত্বস্থানীয় লোকসকলৰ সৈতে আলোচনা কৰি চৰকাৰে গুৱাহাটীত এখন আইন কলেজ স্থাপন কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিছিল। বিষয়াজনে জানিবলৈ দিছিল— 'এনে আইন কলেজ বিশ্ববিদ্যালয়ে অনুমোদন জনালেহে স্থাপন কৰিব পৰা যাব। আনহাতে ধনৰ অনুমোদন দিব লাগিব ভাৰত চৰকাৰে। মই ইতিমধ্যে এইক্ষেত্ৰত খৰচৰ হিচাপ কৰি চাইছো— প্ৰাথমিক অৱস্থাত ইয়াৰ বাবে ৬২,০০০ টকা নন-ৰেকাৰিং আৰু ২০,০০০ হাজাৰ টকা ৰেকাৰিং খৰচ হ'ব। বিত্তীয় কমিটীয়ে ইয়াৰ বাবে ধনৰ অনুমোদন দিয়া নাই। কিন্তু মই বিশ্বাস কৰিছো যদি বিশ্ববিদ্যালয় আৰু ভাৰত চৰকাৰৰ পৰা উল্লিখিত অনুমোদন লাভ কৰিব পৰা যায়, তেতিয়াহ'লে ধন সংগ্ৰহ কৰিব পৰা যাব। এই বছৰৰ পৰাই আইন কলেজখন আৰম্ভ কৰাৰ বাবে আমি যত্ন কৰিছো। মোৰ ধাৰণা, ১৯১৪-১৫ চনৰ শিক্ষা বৰ্ষৰ পৰাই নিজা ভৱন নিৰ্মাণ কৰি পাঠ্যক্ৰম আৰম্ভ কৰিব পৰা যাব। মুছলমানসকলৰ শিক্ষাৰ সম্প্ৰসাৰণৰ উদ্দেশ্যে ইতিমধ্যে চিলেটত চৰকাৰী মাদ্ৰাছা খোলাৰ বাবে চৰকাৰী ধনৰ অনমোদন পোৱা হৈছে। কিন্তু প্ৰস্তাৱিত ঢাকা বিশ্ববিদ্যালয়ত ইছলামিক পাঠ্যক্ৰম প্ৰৱৰ্তন কৰাৰ যি প্ৰস্তাৱ আহিছে, এই প্ৰস্তাৱ যদি অনুমোদন দিয়া হয়, তেতিয়াহ'লে ইয়ে পূৰ্ববংগ আৰু অসমত মাদ্ৰাজা শিক্ষাৰ ওপৰত প্ৰভাৱ পেলাব।'

স্বাস্থ্য বিভাগৰ দায়িত্বত থকা কৰ্ণেল আৰ এন কেম্বলেই উল্লেখ কৰিছিল— 'অহা বছৰলৈ ভ্ৰাম্যমাণ চিকিৎসালয়ৰ বাহিৰে স্বাস্থ্য শিতানত অন্য কোনো মুখ্য খৰচ নাই। বিত্তীয় কমিটীৰ পৰামৰ্শ মতে, ১৭,৪২৪ টকা প্ৰদেশখনত ভ্ৰাম্যমাণ চিকিৎসালয়ৰ বাবে অনুমোদন দিয়া হৈছে। মোৰ মতে, ভ্ৰাম্যমাণ চিকিৎসালয়সমূহ প্ৰতিটো সদৰ আৰু মহকুমাত স্থাপন কৰিব লাগে। ইতিমধ্যে এনেধৰণৰ ভ্ৰাম্যমাণ চিকিৎসালয়বোৰ সংযুক্ত প্ৰদেশ আৰু পঞ্জাবত কৃতকাৰ্য হৈছে। এই ব্যৱস্থাই ৰোগীসকলক নিজৰ ঘৰতে চিকিৎসা দিয়াৰ ফলত সকলো উপকৃত হৈছে। অন্যথা এইসকল ৰোগীয়ে কেবামাইলো দূৰলৈ গৈ চিকিৎসা সাহায্য গ্ৰহণ কৰিব লগীয়া হয়। ইতিমধ্যে আমি চিলেট আৰু কামৰূপত এনে ধৰণৰ পৰীক্ষামূলক ব্যৱস্থা প্ৰৱৰ্তন কৰিছো। সদ্যহতে ১৪খন অপাহাৰীয়া জিলাত এই ব্যৱস্থা প্ৰৱৰ্তনৰ সিদ্ধান্ত গ্ৰহণ কৰা হৈছে। ১৯১৩ চনৰ ১ মাৰ্চৰ পৰা কাৰ্যকৰী হোৱাকৈ পাহাৰীয়া জিলাসমূহৰ ভিতৰত লুচাই পাহাৰত তিনিজন সহকাৰী ছাৰ্জন, নগা পাহাৰত এজন আৰু খাচীয়া আৰু জয়ন্তীয়া পাহাৰত দুজন ছাৰ্জন নিযুক্তি দিয়াৰ ব্যৱস্থা গ্ৰহণ কৰা হৈছে। ঠিক তেনেকৈ গাৰো পাহাৰত দুজন আৰু নগা পাহাৰত আৰু এজন ছাৰ্জন অহা বছৰলৈ নিযুক্তি দিয়াৰ ব্যৱস্থা কৰা হৈছে। আনহাতে নগাঁও জিলা আৰু উত্তৰ লখিমপুৰ মহকুমাত বিত্তীয় কমিটীৰ অনুমোদন সাপেক্ষে একোজনকৈ সহকাৰী ছাৰ্জন নিযুক্তি দিয়া হ'ব। এই আঁচনি ১৯০৯ চনতে আয়ুক্তসকলৰ সন্মিলনত অনুমোদন কৰা হৈছিল। ১৯১২-১৩ চনত ১০জন অসামৰিক সহকাৰী ছাৰ্জন নিযুক্তি দিয়া হৈছে। একেদৰে সহকাৰী মিলিটাৰী ছাৰ্জন নাগা পাহাৰৰ মোককচাং পাহাৰত নিযুক্তি দিয়াৰ বাবে অনুমোদন পোৱা হৈছে। মোৰ বিভাগত স্থানীয় পুঁজিৰে চলোৱা হাস্পতাল আৰু প্ৰাথমিক চিকিৎসা সেৱাসমূহৰ উন্নয়নৰ বাবে দিয়া ধন ৬,৫০০ টকাৰ পৰা ১০,০০০ টকালৈ বৃদ্ধি কৰা হৈছে। প্ৰশাসনে বেৰী হোৱাইট মেডিকেল স্কুলৰ জলপানিৰ ধন ইতিমধ্যে ৩,৮৭২ টকালৈ বৃদ্ধি কৰিছে আৰু জলপানি পোৱা ছাত্ৰসকলৰ বাবে বিনামূলীয়াকৈ কিতাপ আদি বিতৰণবো

ব্যৱস্থা কৰিছে। ভাল অসমীয়া ছাত্ৰক মেডিকেল শিক্ষাৰ প্ৰতি আগ্ৰহান্বিত কৰাৰ বাবে এই জলপানি দি অহা হৈছে। কলিকতাৰ মেডিকেল কলেজত অধ্যয়ন কৰিবলৈ ইচ্ছা প্ৰকাশ কৰা ছাত্ৰসকলৰ বাবে বছৰি দুটা ৩৫ টকীয়া জলপানিৰ ব্যৱস্থা কৰা হেতু মই মুখ্য আয়ুক্তক ধন্যবাদ জনাইছো। বংগ চৰকাৰেও ইতিমধ্যে বছৰি উক্ত মেডিকেল কলেজত অসমৰ ছাত্ৰৰ বাবে আসন সংৰক্ষণৰ ব্যৱস্থা কৰাৰ প্ৰতিশ্ৰুতি দিছে। কিন্তু এই আসন সংৰক্ষণ ব্যৱস্থা ৫%-ৰ বেছি হ'ব নোৱাৰিব। তদপুৰি ছাত্ৰসকলৰ শিক্ষাগত অৰ্হতা আই এ নতুবা আই এছ চিতকৈ কম হ'ব নালাগিব।'

তেওঁ অনাময় বাজেটৰ বিভিন্ন খৰচ সম্পৰ্কেও ব্যাখ্যা আগ বঢ়াইছিল। সেই সময়ত মেলেৰিয়া প্ৰতিৰোধৰ বাবে কুইনাইন ব্যৱহাৰ কৰাৰ ফলত যথেষ্ট সুফল পোৱা গৈছিল আৰু ফলত ইয়াৰ বিক্ৰী যথেষ্ট বৃদ্ধি পাইছিল। ইয়াৰ বাবে ধন বৃদ্ধিৰ ব্যৱস্থাও কৰা হৈছিল। উক্ত বছৰটোত কলাজ্বৰৰ কাৰণ আৰু তাৰ প্ৰসাৰ সম্পৰ্কে তদন্ত কৰাৰ কাৰণে ২১,০০০ টকা ধাৰ্য কৰা হৈছিল। কাৰণ এই কলাজ্বৰ অসমৰ বাবে এক অভিশাপস্বৰূপ হৈ পৰিছিল। ১৯১৩ চনৰ আশে-পাশে এই ৰোগ বিভিন্ন ঠাইলৈ সম্প্ৰসাৰিত হোৱাৰ কথাও চৰকাৰী সমীক্ষাত উল্লেখ কৰা হৈছিল। 'এই ৰোগৰ উৎপত্তিৰ কাৰণ কি, আৰু ইয়াৰ প্ৰতিৰোধৰ কাৰণে কি ব্যৱস্থা গ্ৰহণ কৰা উচিত, সেই সম্পৰ্কে অধ্যয়ন কৰাটো প্ৰয়োজন। অনাময় বিভাগে এজন উপ-অনাময় আয়ুক্তৰ জৰিয়তে এই বিষয়টো তদন্ত কৰি আছে। কিন্তু এই সন্দৰ্ভত এতিয়ালৈকে তদন্ত সম্পূৰ্ণ হোৱা নাই। কিন্তু কেপ্টেইন ইয়ঙে মোক জনাইছে যে গোৱালপাৰা মহকুমা, দুধনৈ থানা, গুৱাহাটী মহকুমাৰ বকো আৰু মঙলদৈত এই সম্পৰ্কীয় তদন্ত সম্পূৰ্ণ কৰা হৈছে। এইবোৰ অঞ্চলত সদ্যহতে এই ৰোগৰ প্ৰকোপ বৃদ্ধি হোৱা নাই। নগাঁও জিলাৰ কেইবাখনো গাঁৱত বিশেষকৈ কলং নদীৰ পাৰত বাস কৰা লোকসকলৰ মাজত এই ৰোগৰ প্ৰাদুৰ্ভাৱ বেছি। গোটেই বিষয়টো গভীৰভাৱে অধ্যয়ন কৰি থকা হৈছে। ক'লাজ্বৰ সম্পৰ্কে বিশদ অধ্যয়নৰ বাবে ভাৰত চৰকাৰৰ বিষয়া, কলাজ্বৰ বিশেষজ্ঞ কেপ্টেইন এফ পি মেকী বৰ্তমান নগাঁও জিলাত আছে। শ্বিলঙত প্ৰাদেশিক বেমাৰৰ ৰোগ চিনাক্ত কৰাৰ কাৰণে পৰীক্ষাগাৰ স্থাপন কৰা হৈছে। এই পৰীক্ষাগাৰ বিভিন্ন ঠাইৰ পানী পৰীক্ষা কৰাৰ বাবে স্থাপন কৰা হৈছিল যদিও এতিয়া ঘিউ, মাখন, গাখীৰ, চেনি আদি অন্যান্য খাদ্য সামগ্ৰীৰ বীজাণু সন্দৰ্ভতো পৰীক্ষা চলোৱা হ'ব। খোৱাপানী বিশুদ্ধকৰণৰ ব্যৱস্থা লোৱাৰ বাবে বৰ্তমান চৰকাৰে ৪০,০০০ টকা স্থানীয় নিকায়সমূহক আৰ্থিক সাহায্য আগ বঢ়াইছে। খোৱাপানীৰ ব্যৱস্থাৰ বাবে যোৱা পাঁচ বছৰত বৰপেটাত ৬৫,১৬৭ টকা খৰচ কৰি আঠটা ডাঙৰ পুখুৰী আৰু ৭২টা কুঁৱা খান্দি পানী যোগান আঁচনিৰ কাম সম্পূৰ্ণ হৈছে। ইয়াৰে তিনিভাগৰ দুই অংশ ধন চৰকাৰে বহন কৰিছে। গুৱাহাটী মহকুমাতো প্ৰায় ৩০,০০০ টকা ব্যয়েৰে এনেধৰণৰ আঁচনি ৰূপায়ণ কৰা হৈছে। ইয়াৰ বাবে চৰকাৰে অনুদান আগ বঢ়াইছে ১২,৫০০ টকা। ঠিক তেনেকৈ মঙলদৈ মহকুমাত ৭৮টা পুখুৰী আৰু ১১টা কুঁৱা খন্দাৰ আঁচনি এখন অহা পাঁচ বছৰৰ ভিতৰত ৰূপায়ণ কৰা হ'ব। ইয়াৰ বাবে খৰচ হ'ব ৭৫,০০০ টকা।' —বিষয়াজনে উল্লেখ কৰিছিল।

গড়কাপ্তানি বিভাগৰ দায়িত্বত থকা বিষয়া মিঃ হুইটে তেওঁৰ বিভাগ সম্পৰ্কে ব্যাখ্যা দাঙি ধৰি কৈছিল যে অসম আৰু পূৰ্ববংগ প্ৰদেশ হিচাপে গঠন হোৱাৰ পূৰ্বৰ পৰা সেই সময়লৈকে বিভাগটোৰ পুঁজি ২২ লাখ টকা বৃদ্ধি পাইছিল। অসমৰ গড়কাপ্তানি বিভাগৰ খৰচৰ শিতানত বৃদ্ধি পাইছিল ২৫ লাখ টকা। পাছৰ বছৰটোৰ বাবে বিভাগটোৱে হাতত লোৱা গুৰুত্বপূৰ্ণ কামবোৰ আছিল যোৰহাটত অতিৰিক্ত সহকাৰী আয়ুক্ত, উপ-প্ৰতিসমাৰ্হতা আৰু গুৱাহাটী কটন কলেজৰ অধ্যাপকৰ বাসভৱন নিৰ্মাণ। কটন কলেজত নতুন হোষ্টেল আৰু তেজপুৰত থকা মানসিক হাস্পতালৰ সম্প্ৰসাৰণৰ ব্যৱস্থা কৰাৰ কথাও উল্লেখ আছিল তেওঁৰ ব্যাখ্যাত। গড়কাপ্তানি বিভাগে যোগাযোগৰ ক্ষেত্ৰত পূৰ্বৰ গোৱালপাৰা আগিয়া পথৰ পকীকৰণৰ লগতে ডিব্ৰুগড় জাহাজঘাটলৈ ৩০,০০০ টকা খৰচ কৰি নতুন পথ নিৰ্মাণ

কৰাৰ আঁচনিও গ্ৰহণ কৰিছিল।

এই বৈঠকতে কামিনী কুমাৰ চন্দই জুৰী বিচাৰ ব্যৱস্থা ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰা চিলেটলৈ সম্প্ৰসাৰণ কৰিব লাগে বুলি এটা প্ৰস্তাৱ সভাত উত্থাপন কৰিছিল। এই প্ৰস্তাৱৰ সপক্ষে যুক্তি দৰ্শাই তেওঁ কৈছিল যে বংগত ১৮৬২ চনত এই বিচাৰ ব্যৱস্থা আৰম্ভ হৈছিল। ইয়াৰ পাছত অৰ্থাৎ ২০ মাৰ্চ, ১৮৬২ত অসম উপত্যকাৰ প্ৰায় সকলো জিলাত বিশেষকৈ গোৱালপাৰা, কামৰূপ, দৰং, নগাঁও, শিৱসাগৰ, লখিমপুৰত ছেছন আদালতে বিচাৰ কৰিব লগা গোচৰসমূহ জুৰী ব্যৱস্থাৰ জৰিয়তে বিচাৰ কৰা হৈছিল। কিন্তু ১৮৯২ চনৰ ১৫ অক্টোবৰত অসমত জুৰী বিচাৰ ব্যৱস্থা কিছু সীমাবদ্ধ অপৰাধৰ ক্ষেত্ৰতহে প্ৰযোজ্য কৰা হয়। এই অপৰাধবোৰ আছিল বলাৎকাৰ, চুৰি, ডকাইতি ইত্যাদি। হত্যাৰ নিচিনা ভয়াৱহ অপৰাধবোৰৰ বিচাৰৰ ক্ষমতা জুৰীক অৰ্পণ কৰা হোৱা নাছিল।

তেওঁ আৰু উল্লেখ কৰিছিল যে ছিলেট জিলাৰ শিক্ষিত লোক হৈছে ১,৩২,৪৯৫জন। আনহাতে গোৱালপাৰা জিলাত ২৪,৬৫৩জন, কামৰূপত ৩৬,১৯৪জন, দৰঙত ১২,৭৫৫জন, নগাঁৱত ১৫,৪০১জন, শিৱসাগৰত ৩৪,৭৯৯জন, লখিমপুৰত ২১,০৮২জন। মুঠ শিক্ষিত লোকৰ সংখ্যা আছিল ১,৪৪,৮৮৪জন। মুঠ ছখন জিলাৰ ভিতৰত শিক্ষিত লোকৰ ভিতৰত অকল ছিলেটতে আছিল ১,৩২,৪৯৫জন। সেই সময়ত ইংৰাজী ভাষা জনা লোক এই ছখন জিলাত আছিল ১৮,২১৪জন। তাৰ বিপৰীতে ছিলেটত আছিল ১০,৯৮০জন। অসমৰ গোৱালপাৰা জিলাত ১৬৭২জন, কামৰূপত ৭,৯২৯জন, দৰঙত ৭৬৭জন, নগাঁৱত ৯০৩জন, শিৱসাগৰত ২,৩৮২জন, লখিমপুৰত ৭০৩জন মুঠ ১৪,৩৭৬জন বিভিন্ন বৃত্তিধাৰী লোকৰ পৰা জুৰী নিৰ্বাচন কৰা হৈছিল। কিন্তু এনেকুৱা বৃত্তিধাৰী (Profession) লোক ছিলেট জিলাত আছিল ৭২৩জন। ব্যৱসায়ী শ্ৰেণীৰ লোক গোৱালপাৰাত ৩৪,৯৬৪জন, কামৰূপত ৫২,৬৮৯জন, দৰঙত ১১,৬৪০জন, নগাঁৱত ১০,৮৭২জন, শিৱসাগৰত ৪৭,৪৬৭জন, লখিমপুৰত ১৩,৮৭৭জন। মুঠ ১,৭৩,৫০৮জন। ইয়াৰ বিপৰীতে অকল ছিলেটত আছিল ২,০৮,৬৩৩জন। ঠিক তেনেকৈ ভূস্বামীৰ সংখ্যা ছিলেটত আছিল ১৩,০২০জন। ভূস্বামীসকলৰ পৰাও জুৰী নিৰ্বাচিত কৰা হৈছিল। অসমৰ গোৱালপাৰা জিলাত ভূস্বামীৰ সংখ্যা আছিল ৯৮৬ জন, কামৰূপত ১,৭৬৮জন, দৰঙত ১০৭জন, নগাঁৱত ২৭জন, শিৱসাগৰত ১৪১জন, লখিমপুৰত ৪৯জন— মুঠ ৩,০৭৭জন। (সেই সময়ৰ অসমৰ সমাজ জীৱনক নেতৃত্ব দিব পৰা লোক তথা শিক্ষিত, ব্যৱসায়-বাণিজ্যৰ সৈতে যুক্ত তথা ভূস্বামীসকলৰ সংখ্যা জনাৰ বাবেই এই পৰিসংখ্যা উল্লেখ কৰা হৈছে।) অসমৰ লগত তুলনামূলক পৰিসংখ্যা দাঙি ধৰি ছিলেট জিলাতো জুৰী ব্যৱস্থা আৰম্ভ কৰাৰ বাবে উত্থাপন কৰা এই প্ৰস্তাৱ সমৰ্থন কৰিছিল তৰুণৰাম ফুকন, মৌলবী ছৈয়দ আব্দুল মজিদ, জে এফ গ্ৰাহাম, ৰায়বাহাদুৰ দুলাল চন্দ্ৰ দেৱ আৰু মিঃ ডব্লিউ জে ৰীডে। ৰাডে তেওঁৰ ভাষণত উল্লেখ কৰিছিল যে বিষয়টো গুৰুত্বপূৰ্ণ আৰু এই সম্পৰ্কে বিভিন্ন লোকৰ পৰামৰ্শ লোৱাৰ উপৰি ন্যায়িক, কাৰ্যবাহী আৰু উচ্চ ন্যায়ালয়ৰ পৰামৰ্শৰ ভিত্তিত চৰকাৰে বিবেচনা কৰিব। সেয়ে এই প্ৰস্তাৱটো উঠাই ল'বলৈ তেওঁ প্ৰস্তাৱকক অনুৰোধ জনাইছিল আৰু সেই মৰ্মে কামিনী কুমাৰ চন্দই প্ৰস্তাৱটো উঠাই লৈ চৰকাৰৰ প্ৰতি তেওঁৰ সদ্ভাব প্ৰদৰ্শন কৰিছিল।

সিদিনাৰ সভাত আন এটা প্ৰস্তাৱ উত্থাপন কৰিছিল বাবু নলিনীকান্ত ৰয় দস্তিদাৰে। তেওঁ সংস্কৃত শিক্ষাৰ বাবে সুৰমা উপত্যকাত শিক্ষানুষ্ঠান স্থাপনৰ পোষকতা কৰাৰ উপৰি সেই পৰামৰ্শ মুখ্য আয়ুক্তলৈ প্ৰেৰণ কৰিবলৈ অনুৰোধ জনাইছিল। পাছলৈ নলিনীকান্ত ৰয় দস্তিদাৰে তেওঁ উত্থাপন কৰা প্ৰস্তাৱটো উঠাই ল'বলৈ বাধ্য হয়।

পাছৰখন বৈঠক অনুষ্ঠিত হৈছিল ১৯১৩ চনৰ ১০ এপ্ৰিলত। সেই বৈঠকত কামিনী কুমাৰ চন্দই শিলচৰ হাইস্কুল, হাইলাকান্দি হাইস্কুল আৰু কৰিমগঞ্জ হাইস্কুলত ল'ৰা-ছোৱালীক পঢ়ুওৱাৰ বাবে ন্যূনতম প্ৰয়োজনীয় ব্যৱস্থা নথকা হেতু বহু ছাত্ৰই শিক্ষা গ্ৰহণৰ পৰা বঞ্চিত হ'ব লগীয়া হোৱা বুলি

আক্ষেপ কৰিছিল। ইয়াৰ উত্তৰত ডব্লিউ এম কেনেডীয়ে জনাইছিল যে কৰিমগঞ্জ হাইস্কুলৰ তৃতীয় শ্ৰেণীত ১০জন, ষষ্ঠ শ্ৰেণীত ১১জন, শিলচৰ হাইস্কুলৰ তৃতীয় শ্ৰেণীত ২২জন, চতুৰ্থ শ্ৰেণীত ৫জন, ষষ্ঠ শ্ৰেণীত ৩জন আৰু হাইলাকান্দি হাইস্কুলত সপ্তম শ্ৰেণীত ৩জন ছাত্ৰ ভৰ্তিকৰণৰ পৰা বিমুখ হ'ব লগীয়া হোৱাটো সত্য আছিল। তাৎপৰ্যপূৰ্ণ কথা যে ১৯১১ চনৰ ১৫ জানুৱাৰীত 'সুৰমা' নামৰ বাতৰিকাকতখনত ৪৫২জন দুখীয়া-নিচলা চাহ বাগিচাৰ বনুৱা বিভিন্ন ঠাইত মুমূৰ্ষু অৱস্থাত পৰি থকাৰ পাছত তেওঁলোকক চিকিৎসাৰ বাবে গুৱাহাটী, মঙলদৈ, নগাঁও, কৰিমগঞ্জ, তেজপুৰ আদি হাস্পতালত ভৰ্তি কৰোৱাৰ বাতৰি প্ৰকাশ পাইছিল। এই সন্দৰ্ভত এক প্ৰশ্ন উত্থাপন কৰিছিল কামিনী কুমাৰ চন্দই। এই প্ৰসংগত ডব্লিউ জে ৰীডে কৈছিল যে হাস্পতাল সম্পৰ্কীয় প্ৰতিবেদনত উল্লেখ কৰা বিষয়টো সন্দৰ্ভত চৰকাৰৰ দৃষ্টি আকৰ্ষণ হৈছিল। চৰকাৰৰ হাতত থকা তথ্য মতে, ১৯১১ চনত পূৰ্ববংগ আৰু অসমৰ বিভিন্ন চিকিৎসালয়ত ১,৭৩৩জন এনেকুৱা লোকক চিকিৎসাৰ ব্যৱস্থা কৰা হৈছিল। ইয়াৰে ৮৮১জন আছিল অসমৰ চিকিৎসালয়সমূহত। এওঁলোকৰ ভিতৰত ২১০জনৰ মৃত্যু হৈছিল। ইয়াৰে ৩৮৯জনে এটা সময়ত অসমৰ চাহ বাগিচাত চাকৰি কৰিছিল। তেওঁলোকৰ ১১৪জনৰ মৃত্যু হৈছিল হাস্পতালত।

মিঃ এ বি হকিন্সে লোকেল ব'ৰ্ড আৰু গড়কাপ্তানি বিভাগৰ কিমান ধন ব্যয় কৰা হৈছিল সেই সম্পৰ্কে জানিবলৈ বিচৰাত ডব্লিউ হুইটে তাৰ পৰিসংখ্যা সভাত দাঙি ধৰিছিল। তেওঁ কৈছিল যে ১৯১২-১৩ চনত যিমান ধন খৰচ কৰা হৈছিল ১৯১৩-১৪ চনত এই ধনৰ পৰিমাণ দেখাত যদিও কম প্ৰকৃততে সেয়া শুদ্ধ নাছিল। কাৰণ ১৯১৩-১৪ চনত ভাৰত চৰকাৰে বিশেষ অনুদান আগ বঢ়াইছিল। ইয়াৰ ভিতৰত ৪ লাখ টকা মিছিমি ফ্ৰন্টিয়াৰৰ কাৰণে আৰু ১.৫ লাখ টকা সৰু নাৱৰ বাবে দিয়াৰ ব্যৱস্থা কৰিছিল। ১৯১২-১৩ চনত লখিমপুৰ জিলাত লোকেল ব'ৰ্ডত পুৰণি কামৰ কাৰণে ৭৬,৫৭৬ টকা, মেৰামতিৰ বাবে ৬৪,৬১৪ টকা, গড়কাপ্তানি বিভাগত পুৰণি বা মূল কামৰ কাৰণে ৪,৫৯,১০৬ টকা, মেৰামতিৰ বাবে ১,৩৫,৯৮৬ টকা; ১৯১৩-১৪ চনত লোকেল ব'ৰ্ডত পুৰণি অৰ্থাৎ মূল কামৰ বাবে ২৪,৩২৯ টকা, মেৰামতিৰ বাবে ৬০,৮১৫ টকা; গড়কাপ্তানি বিভাগত পুৰণি বা মূল কামৰ কাৰণে সাময়িকভাৱে ধাৰ্য কৰা হৈছিল ২,১৩,৯০০ টকা, মেৰামতিৰ বাবে ৮১,৩৫০ টকা ধাৰ্য কৰা হৈছিল।

১৯১২-১৩ চনত শিৱসাগৰ জিলা লোকেল ব'ৰ্ডত পুৰণি কামৰ কাৰণে ১,০৬,৫৯৮ টকা, মেৰামতিৰ বাবে ৭৭,০৯৯ টকা, গড়কাপ্তানি বিভাগত পুৰণি বা মূল কামৰ কাৰণে ১,৪০,৯৯৫ টকা, মেৰামতিৰ বাবে ৯০,৯৭১ টকা; ১৯১৩-১৪ চনত লোকেল ব'ৰ্ডত পুৰণি অৰ্থাৎ মূল কামৰ বাবে ২২,৫৭০ টকা, মেৰামতিৰ বাবে ৭৭,৭১৩ টকা, গড়কাপ্তানি বিভাগত পুৰণি বা মূল কামৰ কাৰণে সাময়িকভাৱে ধাৰ্য কৰা হৈছিল ৪৩,২০০ টকা, মেৰামতিৰ বাবে ৭০,৪৪৫ টকা।

১৯১২-১৩ চনত দৰং জিলাত লোকেল ব'ৰ্ডৰ পুৰণি কামৰ কাৰণে ৫২,৪১০ টকা, মেৰামতিৰ বাবে ৬৭,০৯৫ টকা, গড়কাপ্তানি বিভাগৰ পুৰণি বা মূল কামৰ কাৰণে ৫০,০৮৬ টকা, মেৰামতিৰ বাবে ৬৪,২৫০ টকা; ১৯১৩-১৪ চনত লোকেল ব'ৰ্ডৰ পুৰণি অৰ্থাৎ মূল কামৰ বাবে ১৪,৫৭৩ টকা, মেৰামতিৰ বাবে ৫১,৯৫৮ টকা, গড়কাপ্তানি বিভাগৰ পুৰণি বা মূল কামৰ কাৰণে সাময়িকভাৱে ধাৰ্য কৰা হৈছিল ২২,০৫০ টকা আৰু মেৰামতিৰ বাবে ৫৪,০৫০ টকা।

১৯১২-১৩ চনত নগাঁও জিলাত লোকেল ব'ৰ্ডত পুৰণি কামৰ কাৰণে ৪,২৭৭ টকা, মেৰামতিৰ বাবে ১২,০১৮ টকা, গড়কাপ্তানি বিভাগত পুৰণি বা মূল কামৰ কাৰণে ৩৩,০৪১ টকা, মেৰামতিৰ বাবে ৬২,৯৮৬ টকা, ১৯১৩-১৪ চনত লোকেল ব'ৰ্ডত পুৰণি অৰ্থাৎ মূল কামৰ বাবে ৯,৫০০ টকা, মেৰামতিৰ বাবে ১৪,৩৭৩ টকা, গড়কাপ্তানি বিভাগত পুৰণি বা মূল কামৰ কাৰণে সাময়িকভাৱে ধাৰ্য

কৰা হৈছে ২৩,০৫০ টকা, মেৰামতিৰ বাবে ৫৫,৪৮০ টকা।

১৯১২-১৩ চনত গোৱালপাৰা জিলাত লোকেল বৰ্ডত পুৰণি কামৰ কাৰণে ২৫,৫৬৩ টকা, মেৰামতিৰ বাবে ৩০,৬২৩ টকা, গডকাপ্টানি বিভাগত পুৰণি বা মূল কামৰ কাৰণে ৪৪,০০০ টকা, মেৰামতিৰ বাবে ৭১,০০০ টকা, ১৯১৩-১৪ চনত লোকেল বৰ্ডত পুৰণি অৰ্থাৎ মূল কামৰ বাবে ১৯,৪৯১ টকা, মেৰামতিৰ বাবে ৩১,৬২০ টকা, গডকাপ্টানি বিভাগত পুৰণি বা মূল কামৰ কাৰণে সাময়িকভাৱে ধাৰ্য কৰা হৈছে ৯৭,৪৪৫ টকা, মেৰামতিৰ বাবে ৬৬,৩০৫ টকা।

১৯১২-১৩ চনত কামৰূপ জিলাত লোকেল বৰ্ডত পুৰণি কামৰ কাৰণে ২৭,৪৩৭ টকা, মেৰামতিৰ বাবে ২৮,১৮৬ টকা, গডকাপ্টানি বিভাগত পুৰণি বা মূল কামৰ কাৰণে ৮৬,০০০ টকা, মেৰামতিৰ বাবে ৮৮,০০০ টকা, ১৯১৩-১৪ চনত লোকেল বৰ্ডত পুৰণি অৰ্থাৎ মূল কামৰ বাবে ৫,৮৬০ টকা, মেৰামতিৰ বাবে ৩৫,২৩৩ টকা, গডকাপ্টানি বিভাগত পুৰণি বা মূল কামৰ কাৰণে সাময়িকভাৱে ধাৰ্য কৰা হৈছে ৬০,২৫৫ টকা, মেৰামতিৰ বাবে ৮২,০১২ টকা।

১৯১২-১৩ চনত কাছাৰ জিলাৰ লোকেল বৰ্ডত পুৰণি কামৰ কাৰণে ৫১,১৮৭ টকা, মেৰামতিৰ বাবে ৩৮,৯৭০ টকা, গডকাপ্টানি বিভাগত পুৰণি বা মূল কামৰ কাৰণে ৯৫,৮৫৭ টকা, মেৰামতিৰ বাবে ৪২,৯৯১ টকা, ১৯১৩-১৪ চনৰ লোকেল বৰ্ডত পুৰণি অৰ্থাৎ মূল কামৰ বাবে ৩০,১৯৬ টকা, মেৰামতিৰ বাবে ৩৮,০৬৭ টকা, গডকাপ্টানি বিভাগত পুৰণি বা মূল কামৰ কাৰণে সাময়িকভাৱে ধাৰ্য কৰা হৈছে ৯২,৩০০ টকা, মেৰামতিৰ বাবে ৯৭,৮৬৫ টকা।

সিদিনাৰ সভাত পদ্মনাথ গোহাঞিবৰুৱাই অসমৰ বিভিন্ন হাইস্কুলৰ ছাত্ৰ ছাত্ৰী পঢ়ুওৱা ব্যৱস্থাৰ সীমাবদ্ধতাৰ ফলত কিমান ছাত্ৰ ভৰ্তিকৰণৰ পৰা বঞ্চিত হৈছিল, উইলিয়ামছন ফাণ্ডৰ ধন কেনেদৰে খৰচ কৰা হৈছিল, কি পৰিস্থিতিত আহোম স্কুলসমূহত তাই ভাষা শিকোৱাৰ ব্যৱস্থা বন্ধ কৰা হৈছিল আদি প্ৰশ্ন উত্থাপন কৰিছিল। স্কুলত ভৰ্তিকৰণৰ ক্ষেত্ৰত বিভিন্ন হাইস্কুলে ছাত্ৰ ছাত্ৰীক বিমুখ কৰিবলগীয়া হোৱা সন্দৰ্ভত চৰকাৰৰ বক্তব্য উত্থাপন কৰি মেজৰ ডব্লিউ এম কেনেডীয়ে উল্লেখ কৰিছিল যে অসম উপত্যকাৰ কটন কলেজিয়েট স্কুলত তৃতীয় শ্ৰেণীত ৫জন, সপ্তম শ্ৰেণীত দুজন, ধুবুৰী হাইস্কুলৰ তৃতীয় শ্ৰেণীত দুজন, চতুৰ্থ শ্ৰেণীত তিনিজন, সপ্তম শ্ৰেণীত ৬জন, তেজপুৰত তৃতীয় শ্ৰেণীত ৭৫জন, নগাঁৱত তৃতীয় শ্ৰেণীত ২৮জন, চতুৰ্থ শ্ৰেণীত ৫জন, সপ্তম শ্ৰেণীত ২জন, ডিব্ৰুগড়ত চতুৰ্থ শ্ৰেণীত ৫জন, পঞ্চম শ্ৰেণীত ৩জন, ষষ্ঠ শ্ৰেণীত ৬জন, যোৰহাট চৰকাৰী হাইস্কুলত তৃতীয় শ্ৰেণীত তিনিজন, চতুৰ্থ শ্ৰেণীত ৫জন, শিৱসাগৰ চৰকাৰী হাইস্কুলত তৃতীয় শ্ৰেণীত ৩০জনসহ মুঠ ১৯২জন ছাত্ৰক ভৰ্তিকৰণৰ পৰা বঞ্চিত কৰা হৈছিল। উইলিয়ামছন ট্ৰাষ্টৰ ফাণ্ড সন্দৰ্ভত উত্তৰ দি তেওঁ কৈছিল যে এই ফাণ্ডৰ আয়ৰ ধনৰ ২,৪০০ টকা ঔদ্যোগিক শিক্ষা নবিচসকলক জলপানি দিয়াৰ বাবে ৰখা হৈছিল। এই জলপানি যিসকল শিক্ষা নবিচে ডিব্ৰুগড, তেজপুৰ আৰু যোৰহাটৰ ৰেলৰে ৱৰ্কশ্বপত প্ৰশিক্ষণৰত অৱস্থাত আছিল, নতুবা যিসকলে কোনোবা ব্যক্তিগত ৱৰ্কশ্বপত বিশেষ ঔদ্যোগিক কাৰিকৰী প্ৰশিক্ষণ লৈছিল, তেওঁলোকৰ নামত খৰচ কৰা হৈছিল। সেই সময়ত ১৮টা জলপানিৰ ব্যৱস্থা কৰা হৈছিল আৰু তাৰ ভিতৰত তিনিটা ব্যক্তিগত ৱৰ্কশ্বপত প্ৰশিক্ষণ লোৱাসকলক দিয়া হৈছিল। এই সম্পৰ্কে ১৯০৪ চনত ২৩ মে'ত চৰকাৰে লোৱা প্ৰস্তাৱ গেজেটতো প্ৰকাশ পাইছিল। 'উইলিয়ামছনৰ ইচ্ছাৰ সৈতে সংগতি ৰাখি প্ৰদেশখনৰ লোকসকলৰ জ্ঞানৰ প্ৰসাৰৰ উদ্দেশ্যে মাতৃভাষা আৰু ইংৰাজী ভাষাৰ পাঠ্যপুথিৰে সমৃদ্ধ সৰু সৰু গ্ৰন্থাগাৰ স্থাপন কৰা হ'ব। উইলিয়ামছনৰ উইলত উল্লেখ কৰা অনুযায়ী বছৰি ২০০ টকাকৈ অসম উপত্যকাৰ জিলা আৰু মহকুমাৰ সদৰ ঠাইত স্থাপিত পুথিভঁৰালসমূহলৈ কিতাপ আৰু আলোচনীসমূহ ক্ৰয় কৰাৰ বাবে অনুদান হিচাপে দিয়া হ'ব। ১৯০৪ চনৰ ৬ ছেপ্টেম্বৰৰ অসম গেজেটত এই সম্পৰ্কীয় প্ৰস্তাৱ প্ৰকাশ পাইছে। সদ্যহতে উইলিয়ামছন ফাণ্ডৰ ধন অন্য ধৰণে

খৰচ কৰি ব্ৰহ্মপুত্ৰ উপত্যকাত কাৰিকৰী স্কুল স্থাপন কৰাৰ আঁচনি চৰকাৰৰ হাতত নাই। কাৰিকৰী স্কুল এখন স্থাপনৰ বাবে উইলিয়ামছন ট্ৰাষ্ট ফাণ্ডৰ ধনৰ ওপৰত নিৰ্ভৰশীল হোৱাৰ কোনো আৱশ্যকতা নাই। মাননীয় সদস্যসকল নিশ্চিত থাকক— অসমত এখন ঔদ্যোগিক আৰু কাৰিকৰী শিক্ষাৰ স্কুল স্থাপনৰ ক্ষেত্ৰত ধনৰ অভাৱ হ'বলৈ দিয়া নহয়। এই সন্দৰ্ভত মুখ্য আয়ুক্তই এই বছৰতেই কিবা এটা কৰাৰ প্ৰতি আগ্ৰহ প্ৰকাশ কৰিছে। কোনো ধৰণৰ লাভ নোহোৱা হেতু আহোম ভাষাৰ স্কুলসমূহ বন্ধ কৰা হৈছে। আহোমসকলৰ ভাষা এতিয়া প্ৰায় মৃতপ্ৰায় হৈছে। মাত্ৰ শিৱসাগৰ জিলাৰ অতি ভিতৰুৱা অঞ্চলৰ কিছু দেওধাই আৰু আহোম সম্প্ৰদায়ৰ পুৰোহিতৰ মাজত ধৰ্মীয় আৰু মাংগলিক ক্ষেত্ৰতহে এই ভাষা ব্যৱহাৰ হৈ আহিছে।' —কেনেডীয়ে উল্লেখ কৰিছিল। সিদিনাৰ সভাত গোহাঞিবৰুৱাই বৰপেটা-বালিপাৰা ৰে'ল লাইনক ৰঙিয়া-টংলা লাইনৰ সৈতে সংযোগ কৰাৰ লগতে অসমৰ লোকপিয়ল ব্যৱস্থা সন্দৰ্ভতো প্ৰশ্ন উত্থাপন কৰিছিল। ইয়াৰ উত্তৰত ডব্লিউ ছুইটে কৈছিল যে ৰঙিয়া-টংলা ৰে'ল লাইন সম্প্ৰসাৰণৰ বাবে কোনোধৰণৰ অনুমোদন দিয়া হোৱা নাছিল যদিও স্থানীয় প্ৰশাসনে এই লাইন তেজপুৰ-বালিপৰালৈ সম্প্ৰসাৰণ কৰাৰ বাবে ভাৰত চৰকাৰলৈ প্ৰস্তাৱ প্ৰেৰণ কৰিছিল। সদস্য ৰমণীমোহন দাসে যোৰহাট টাউন নিৰ্মাণৰ বাবে হ'ব লগীয়া খৰচ সম্পৰ্কত উত্থাপন কৰা প্ৰশ্নৰ উত্তৰত তেওঁ কৈছিল যে ১৯০৪ চনত প্ৰস্তুত কৰা আঁচনি অনুসৰি ইয়াৰ খৰচ ধাৰ্য কৰা হৈছিল ২,৯৪,০০০ টকা। কিন্তু ১৯১০ চনত সেই আঁচনিত দহ লাখ টকা খৰচ ধাৰ্য কৰি অনুমোদনৰ বাবে ভাৰত চৰকাৰৰ ওচৰত প্ৰস্তাৱ দাখিল কৰা হৈছিল। বৰ্ধিত পৰিমাণ আছিল ৬,৫৮,৮৪৯ টকা। ৰায়বাহাদুৰ সীতামোহন দাসে বৰআইত ছিলেট জিলাত মৃত্যু হোৱা লোকৰ পৰিসংখ্যা বিচৰাত ডব্লিউ এম কেনেডীয়ে ১৯১১ চনত প্ৰতি মাইলত ০ ১৪জন লোকৰ মৃত্যুৰ বিপৰীতে ১৯১২ চনত ০.৯৯ জনৰ মৃত্যু হৈছিল বুলি জানিবলৈ দিছিল। ১৯১১ চনত প্ৰতি মাইলত মৃত্যু হোৱা লোক ০.২৯জনৰ বিপৰীতে ১৯১২ চনত হৈছিল ০.৭৭জন। এই মৃত্যুৰ হাৰ অধিক বৃদ্ধি পাইছিল ছিলেট, গোৱালপাৰা, কামৰূপ আৰু নগাঁও জিলাত।

১৯১১ চনৰ লোকপিয়লত গোৱালপাৰা জিলাৰ অসমীয়াভাষী কিছু লোকক বাংলাভাষী বুলি উল্লেখ কৰা সন্দৰ্ভত ব্যৱস্থাপক সভাত আপত্তি দৰ্শাইছিল তৰুণৰাম ফুকনে। ইয়াৰ উত্তৰত কোৱা হৈছিল যে এই বিসংগতি দূৰ কৰাৰ কাৰণে চৰকাৰৰ হাতত কোনোধৰণৰ ক্ষমতা নাছিল। আছাম এছ'চিয়েচনে দিয়া স্মাৰকপত্ৰৰ ভিত্তিত ব্ৰহ্মপুত্ৰ উপত্যকাৰ জিলাসমূহৰ বাবে দুজন তলতীয়া বিচাৰপতি নিযুক্তি দিয়াৰ ক্ষেত্ৰত কিবা ব্যৱস্থা গ্ৰহণ কৰিছে নেকি সেই বিষয়েও তৰুণৰাম ফুকনে জানিব খুজিছিল। তদুপৰি গোৱালপাৰা আৰু কামৰূপত কুষ্ঠাশ্ৰম মুকলি, ভাং আৰু কানিৰ ব্যৱহাৰ বন্ধ কৰাৰ ক্ষেত্ৰত চৰকাৰে কি ব্যৱস্থা গ্ৰহণ কৰিছিল সেই বিষয়ে জানিব খুজিছিল।

সেই অধিৱেশনতে মিঃ ডব্লিউ জে ৰীডে ১৯১৩-১৪ চনৰ বিত্তীয় বৰ্ষৰ বাজেট উত্থাপন কৰিছিল। এই বাজেটত প্ৰদেশখনৰ পৰা পোৱাৰ ৰাজহৰ হিচাপ দাঙি ধৰি তেওঁ উল্লেখ কৰিছিল— 'ভাৰত চৰকাৰৰ পৰা পোৱা ৰাজহ হৈছে ২৮,২৪,০০০ টকা, প্ৰাদেশিক চৰকাৰে সংগ্ৰহ কৰা ৰাজহৰ পৰিমাণ ১,৪২,৪৯,০০০ টকা, আৰম্ভণি বাকী ধন হৈছে ৭৯,৫১,০০০ টকা, মুঠ ২,২২,০০,০০০ টকা। প্ৰদেশখনৰ খৰচৰ শিতানত দেখুওৱা হৈছে ১,৬২,৪৩,০০০ টকা। সামৰণি বাকী দেখুওৱা হৈছে ৫৯,৫৭,০০০ টকা। মুঠ খৰচ দেখুওৱা হৈছে ২,২২,০০,০০০ টকা। ঘাটি দেখুওৱা হৈছে ১৯,৯৪,০০০ টকা। ইয়াৰ ভিতৰত খৰচৰ শিতানত আটাইতকৈ বেছি ব্যয় ধাৰ্য কৰা হৈছে আৰক্ষী, শিক্ষা আৰু গড়কাপ্তানি বিভাগত। ভাৰত চৰকাৰৰ পৰা অনুদান হিচাপে পোৱা যাব ২৫,২৬,০০০ টকা। মুঠ ভূমি ৰাজহ সংগ্ৰহ হ'ব ৭৭,০০,০০০ টকা। ইয়াৰে ৩৮,৩৭,০০০ টকা ৰাজকীয় অৰ্থাৎ কেন্দ্ৰীয় চৰকাৰৰ আৰু ৩৮,৬৩,০০০ টকা প্ৰদেশিক চৰকাৰৰ অংশ হিচাপে দেখুওৱা হৈছে।'

সিদিনাই বাজেট বিতর্ক আৰম্ভ হৈছিল। এই বাজেট বিতর্কত অংশগ্রহণ কৰিছিল ৰায়বাহাদুৰ সীতামোহন দাস, পদ্মনাথ গোহাঞিবৰুৱা, তৰুণৰাম ফুকন, বাবু ৰমণীমোহন দাস, চি টি ফ'ৰ্বছ, মৌলবী মহম্মদ ছাদুল্লা, এ এল প্লেফেয়াৰ, দুলাল চন্দ্ৰ দেৱ বাহাদুৰ, ডব্লিউ টি কাথকার্ট, এ বি হকিন্স, কামিনী কুমাৰ চন্দ আৰু মাণিক চন্দ্ৰ বৰুৱাই। ইয়াৰ পাছদিনা অনুষ্ঠিত বৈঠকত কর্নেল আৰ এন কেম্পবেল, মিঃ জে আৰ কানিংহাম, মিঃ ছুইট, ডব্লিউ এম কেনেডী, ডব্লিউ জে ৰীড আদিয়ে বিতর্ক সন্দর্ভত চৰকাৰৰ হৈ আৱশ্যকীয় উত্তৰ দিছিল। পদ্মনাথ গোহাঞিবৰুৱাই ব্যৱস্থাপক সভাৰ সদস্য হিচাপে দিয়া এইটোৱেই আছিল প্ৰথম ভাষণ। উক্ত ভাষণত তেওঁক সদস্য নির্বাচিত কৰা হেতু চৰকাৰক কৃতজ্ঞতা জ্ঞাপন কৰি কৈছিল— 'ব্যৱস্থাপক সভাৰ সদস্য হিচাপে মোক মনোনীত কৰি মোক ব্যক্তিগতভাৱে নহয়, অসমৰ আহোম সম্প্ৰদায়ক সন্মান দিয়া হৈছে আৰু তাৰ বাবে সমুদায় সম্প্ৰদায়টোৱেই চৰকাৰৰ ওচৰত কৃতজ্ঞ হৈ থাকিব। যিসকলে গেইট আৰু অন্যান্য ইতিহাসবিদসকলৰ অসম বুৰঞ্জী পঢ়িছে, সেইসকলে বুজিব পাৰিব যে আহোমসকলে প্ৰজাৰ উন্নতিৰ কাৰণে কি কি ব্যৱস্থা কৰিছিল। তেওঁলোকে মঠ-মন্দিৰ নির্মাণ কৰিছিল, ডাঙৰ ডাঙৰ পুখুৰী খান্দিছিল, ৰাস্তা নির্মাণ কৰিছিল আৰু বিভিন্ন ধৰণৰ স্থাপত্য-ভাস্কর্যৰ দিশত অসমক চহকী কৰিছিল। কিন্তু বর্তমান সময়ত আহোমসকল অন্যান্য লোকসকলতকৈ পিছপৰি গৈছে। সেয়ে তেওঁলোকৰ ক্ষেত্ৰত বিশেষ বিবেচনা কৰাৰ প্ৰয়োজন আহিছে। অসম এখন দুখীয়া দেশ যদিও প্ৰাকৃতিক সম্পদত ই যথেষ্ট চহকী। বর্তমান সময়ত প্ৰদেশখনক নেতৃত্ব দিয়াৰ বাবে এখন সুস্থ তথা শক্তিশালী চৰকাৰৰ আৱশ্যক আৰু এইক্ষেত্ৰত মাননীয় মহোদয়ৰ নেতৃত্বই প্ৰদেশখনক গতিশীলতা দিবলৈ চেষ্টা কৰাৰ বাবে ধন্যবাদ জ্ঞাপন কৰিছো।' পদ্মনাথ গোহাঞিবৰুৱাই সেইদিনাৰ সভাত অসমৰ স্বাস্থ্য, শিক্ষা, কৃষি, যোগাযোগ ব্যৱস্থা সন্দর্ভত এক দীঘলীয়া বক্তৃতা প্ৰদান কৰিছিল। তেওঁ চৰকাৰে গ্ৰহণ কৰা বিভিন্ন আঁচনি আৰু কার্যসূচীক প্ৰশংসাও কৰিছিল। তেওঁ ভাষণত আহোম ৰাজত্বৰ সময়ত হিন্দু-মুছলমান সকলো সম্প্ৰদায়ৰ লগতে এই সম্প্ৰদায়ৰ লোকসকলক ফুকন, বৰুৱা, ৰাজখোৱা, দুৱৰা, কাকতি, বৰকাকতি, চাংকাকতি আদি উপাধি আহোম ৰাজত্বৰ সময়ছোৱাত আহোম ৰজাই প্ৰদান কৰিছিল বুলি উল্লেখ কৰাৰ লগতে আহোম ৰাজত্বৰ উত্থান-পতনৰ বিষয়ো তেওঁ ভাষণৰ আৰম্ভণিতে বর্ণনা কৰিছিল। তেওঁ অসমৰ অনগ্ৰসৰতা নাইকিয়া কৰিবলৈ চৰকাৰে বিহিত ব্যৱস্থা গ্ৰহণ কৰিব বুলি আশা ৰাখিছিল। শিক্ষা আৰু অনাময় ব্যৱস্থা সম্পৰ্কে অসমৰ বিভিন্ন জিলাত হোৱা কলাজ্বৰ আৰু লগতে ইয়াক ৰোধৰ বাবে অনাময় ব্যৱস্থাৰ ক্ষেত্ৰত চৰকাৰে বিহিত ব্যৱস্থা লোৱাৰ উপৰি সর্বসাধাৰণৰ মাজত খোৱাপানী যোগানৰ বাবে চৰকাৰ অনুৰোধ কৰিছিল। তেওঁ শিক্ষা ব্যৱস্থা সম্পৰ্কেও তেওঁ সুস্থ নীতি প্ৰণয়ন কৰাৰ লগতে আৱশ্যকীয় ভৱন আদি নির্মাণৰ বাবে ধনৰ অনুদান দিবলৈ অনুৰোধ জনাইছিল। তেওঁ উইলিয়ামছন ফাগুৰ সফল ব্যৱহাৰ, কৃষিৰ উন্নয়নৰ ক্ষেত্ৰত ল'ব লগা ব্যৱস্থা সম্পৰ্কে তেওঁৰ দৃষ্টিভংগী ভাষণৰ মাজেৰে দাঙি ধৰিছে। তদুপৰি তেওঁ অসমৰ বিভিন্ন অঞ্চল ৰে'লৰে পথ যোগাযোগ ব্যৱস্থা উন্নত কৰাৰ বাবেও চৰকাৰৰ ওচৰত দাবী জনাইছিল।

তৰুণৰাম ফুকনে কলাজ্বৰৰ ভয়াবহতা, কটন কলেজৰ উন্নয়ন সন্দর্ভত নিজৰ মতামত আগ বঢ়োৱাৰ উপৰি প্ৰাথমিক আৰু হাইস্কুলীয়া শিক্ষাৰ উন্নয়ন কল্পে মিঃ জে আৰ কানিংহামে গ্ৰহণ কৰা ব্যৱস্থাক সমর্থন জনাইছিল। তদুপৰি নলবাৰী হাইস্কুলক উপযুক্ত মৰ্যাদা প্ৰদানৰ বাবেও তেওঁ চৰকাৰক আবেদন জনাইছিল। 'মই ক'বলৈ দুখ পাইছো যে কানিংহামে অসমৰ প্ৰতি অৱজ্ঞা আৰু উদাসীন মনোভাব প্ৰদর্শন কৰাই নহয়, ৰাজ্যখনৰ শৈক্ষিক উন্নয়নৰ ক্ষেত্ৰত সম্পূৰ্ণ বিপৰীত মনোভাব পোষণ কৰিছে। তেওঁৰ মতে অসমত কাৰিকৰী আৰু ঔদ্যোগিক স্কুল স্থাপন কৰাৰ কোনো আৱশ্যকতা নাই। আৰু যদি স্থাপন কৰা হয়, তেতিয়াহ'লে কেইবছৰমানৰ ভিতৰতে এনে প্ৰতিষ্ঠান বন্ধ হৈ যাব। তেওঁ হয়তো ধাৰণা কৰিছে এই প্ৰতিষ্ঠানত শিক্ষা গ্ৰহণ কৰিবলৈ কোনো ছাত্ৰ নাহিব। তদুপৰি তেনে স্কুল

স্থাপনৰ আৱশ্যকতাই নাই। কিন্তু তেওঁ হয়তো পাহৰি গৈছে যে এইটো এটা প্ৰকৃতিগত ইচ্ছা আৰু উদ্যমৰ বিষয়। মই এইক্ষেত্ৰত এটা উদাহৰণ দাঙি ধৰিব খুজিছো। প্ৰথমজন হিন্দু ছাত্ৰই যেতিয়া মেডিকেল কলেজত ভৰ্তি হৈছিল, তেওঁক বংগৰ ফৰ্ট উইলিয়ামত বন্দুকেৰে গুলীওৱা হৈছিল। কাৰণ তেতিয়াৰ বংগৰ সমাজখন মেডিকেল শিক্ষাৰ সম্পূৰ্ণ বিৰোধী আছিল। কৰ্নেল কিটিংছৰ প্ৰথম কামেই আছিল অসমৰ পৰা কলেজৰ শ্ৰেণীসমূহ উঠাই দিয়া। কাৰণ সেই সময়ত ছাত্ৰ নাছিল। আজি মেডিকেল কলেজত বহু ছাত্ৰ ভৰ্তি হৈছে। কটন কলেজ অসমৰ শিক্ষাৰ প্ৰাণকেন্দ্ৰৰূপে পৰিগণিত হৈছে। কাৰিকৰী আৰু ঔদ্যোগিক শিক্ষা ব্যৱস্থাই অসমত ঔদ্যোগিক বিকাশৰ মূল আধাৰ হ'ব আৰু দেশখনৰ সমৃদ্ধিত সহায় কৰিব।' তেওঁ অনাময় ব্যৱস্থা, স্বাস্থ্য সুৰক্ষা, গ্ৰামাঞ্চলৰ পানীযোগান ব্যৱস্থাৰ উন্নতিৰ ওপৰতো গুৰুত্ব দিছিল। উলিয়ামছন ফাণ্ডৰ ১০,০০০ পাউণ্ড ধন যাতে কাৰিকৰী আৰু ঔদ্যোগিক শিক্ষাৰ ক্ষেত্ৰত প্ৰকৃতপক্ষে ব্যৱহাৰ কৰা হয়, তাৰ বাবেও তেওঁ চৰকাৰক অনুৰোধ জনাইছিল।

চি টি ফ'ৰ্বছে অসমৰ চাহ উদ্যোগ আৰু শ্ৰমিক সমস্যাৰ কথা ভাষণত উল্লেখ কৰিছিল। মৌলবী মহম্মদ ছাদুল্লাই মাদ্ৰাছা শিক্ষাৰ প্ৰসাৰৰ ওপৰত গুৰুত্ব দি সেইদিনাৰ সভাত ভাষণ দিছিল। তেওঁ কৈছিল— 'ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল স্কুলত ছাত্ৰ আৰু জলপানিৰ ধন বৃদ্ধি হোৱাৰ ফলত এই স্কুলত শিক্ষা গ্ৰহণৰ বাবে ছাত্ৰসকলৰ আগ্ৰহ বাঢ়িছে। মোৰ অনুৰোধ হ'ল যাতে দুখীয়া মুছলমান ছাত্ৰসকলৰ কাৰণে অন্ততঃ কিছুসংখ্যক আসন সংৰক্ষণ কৰি ৰাখে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ বহু লোক মেলেৰিয়াত আক্ৰান্ত হৈছে। সেই কাৰণে পুৰণি লেতেৰা গাঁৱৰ পুখুৰীসমূহ বন্ধ কৰি নতুন পুখুৰী নিৰ্মাণ কৰিব লাগিব যাতে পুৰণি পুখুৰীসমূহত জন্ম হোৱা ৰোগৰ বীজাণু নাশ কৰিব পাৰি।' মিঃ এ এল প্লেফেয়াৰে পিছপৰি থকা যোগাযোগ ব্যৱস্থাৰ ওপৰত বেছি গুৰুত্ব দিছিল। দুলাল চন্দ্ৰ দেৱ বাহাদুৰে শিক্ষা, স্বাস্থ্য, অনাময় ব্যৱস্থা, যোগাযোগ, চৰণীয় পথাৰ আদিৰ উন্নতিৰ বাবে বিশেষ পদক্ষেপ ল'বলৈ চৰকাৰক অনুৰোধ জনাইছিল। মিঃ কাথকাৰ্টে উল্লেখ কৰিছিল— '১৮৯৭ চনৰ ভূমিকম্পৰ পাছত নদীৰ বুকু বালিৰে পোত যোৱাৰ ফলত নদীৰ তলীভাগ ওপৰলৈ উঠি আহিছে। ইয়াৰ ফলত বাৰিষা সময়ত নদীয়ে কঢ়িয়াই অনা বালিয়ে বিস্তীৰ্ণ অঞ্চল ক্ষতি কৰাৰ লগতে কৃষিযোগ্য মাটিসমূহ বালিচৰলৈ ৰূপান্তৰিত হৈছে। সেইবাবে চৰকাৰে এইক্ষেত্ৰত ব্যৱস্থা গ্ৰহণ কৰিব লাগে।' মিঃ এ বি হৃকিন্সে তেওঁৰ ভাষণত ১৯০৪-০৫ বৰ্ষৰ বাজেটত ৩১,২৫,০০০ টকা ৰাজহ শিতানত বৃদ্ধি পাব বুলি আশা কৰাৰ কথা উল্লেখ কৰে। 'আমি অনুমান কৰিছো যে অহা ৯ বছৰত ৩৮ শতাংশ ৰাজহ সংগ্ৰহ বাঢ়িব। কিন্তু মোৰ সন্দেহ আছে, এই ৰাজহ বৃদ্ধি পাব নে নাই। তৎসত্বেও প্ৰতিকূল যোগাযোগ আৰু বতৰৰ বিঘিনি সত্বেও এই বছৰৰ সামৰণিত ১,১৩,৫০,০০০ টকা ৰাজহ সংগ্ৰহ হ'ব বুলি আশা কৰা হৈছে। যোৱা বছৰত প্ৰদেশখনৰ পৰা ৰপ্তানি হোৱা সামগ্ৰীৰ মূল্য হৈছে ১২,৭৫,০০,০০০ টকা। মই ১৯০৬-০৭ বৰ্ষত হোৱা ৰপ্তানিৰ মূল্য তুলনামূলকভাৱে হিচাপ কৰি দেখিছো যে এই ৰপ্তানি ২০০ শতাংশ বৃদ্ধি পাইছে। ৰপ্তানিজাত সামগ্ৰী মোটামুটিভাৱে ১৯০৬-০৭ চনত ৪.৫ নিযুত মোন আছিল। ১৯১১-১২ চনত এই ৰপ্তানি সামগ্ৰীৰ পৰিমাণ ১৩ নিযুত মোন হয়গৈ। ব্ৰিটেইনৰ পৰা হোৱা ৰপ্তানি সম্পৰ্কে জনাটো সম্ভৱ নহয়। অসমৰ পৰা ৰপ্তানি হোৱা সামগ্ৰীসমূহ এই ৰাজ্যত উৎপাদিত। ১৯১১-১২ চনত অসমৰ চাহ ৰপ্তানি দুগুণ বৃদ্ধি পাইছে। এই ৰপ্তানিৰ পৰিমাণ হৈছে ২৬,০০,০০০ মোন। ধঁপাত ২৮ মোনৰ পৰা ৩২,০০০ মোনলৈ বৃদ্ধি পাইছে। চেনি ১৯৩ মোনৰ পৰা ১৭,০০০ মোনলৈ বৃদ্ধি পাইছে। তৈলজাত বীজ ২,৪৪,০০০ মোনৰ পৰা ৫,০০,০০০ মোনলৈ, ধান ৩০০ মোনৰ পৰা ২০,০০,০০০ মোনলৈ ৰপ্তানি বৃদ্ধি পাইছে। মৰাপাট তুলনামূলকভাৱে সৰু উদ্যোগ যদিও ১৯০৬-০৭ চনত ৪,৬৩,০০০ মোন মৰাপাটৰ ৰপ্তানিৰ বিপৰীতে ১৯১১-১২ চনত এই ৰপ্তানি বৃদ্ধি পাইছে ৬,৩০,০০০ মোনলৈ। ঔদ্যোগিক উৎপাদন এই বছৰৰ প্ৰথম তিনি মাহত যোৱা বছৰৰ একে ছোৱা সময়তকৈ ৩৭ শতাংশ

বৃদ্ধি পাইছে।'—হকিন্সে উল্লেখ কৰিছিল।

আন এগৰাকী সদস্য প্লেফেয়াৰে ফুকন আৰু চি টি ফ'ৰ্বছে কোৱাৰ দৰে প্ৰদেশখনৰ কাৰিকৰী শিক্ষাত গুৰুত্ব দিব লাগে বুলি মন্তব্য কৰিছিল। তেওঁ লগতে অসমত এখন ছাৰ্ভে স্কুল স্থাপনৰ বাবে শিক্ষা বিভাগে ৩০,০০০ টকা ধাৰ্য কৰা হেতু বিভাগটোক ধন্যবাদ দিছিল। কামিনী কুমাৰ চন্দই ছিলেট জিলাৰ শিক্ষা ব্যৱস্থা, বিশেষকৈ সংস্কৃত শিক্ষাৰ ওপৰত গুৰুত্ব আৰোপ কৰি সভাত বক্তৃতা প্ৰদান কৰিছিল। তেওঁ লগতে শিলচৰ মিউনিচিপালটীৰ অনাময় ব্যৱস্থাৰ ওপৰতো গুৰুত্ব আৰোপ কৰিছিল।

বাজেট বিতৰ্কত ব্যক্তিগতভাবে উপস্থিত থাকিব নোৱাৰিলেও মাণিক চন্দ্ৰ বৰুৱাই লিখিত ভাষণ পঠিয়াইছিল যিটো ভাষণ পাঠ কৰি দিয়া হৈছিল।

The following speech by the Hon'ble Mr. Manik Chandra Barua, who was unavoidably absent, was taken as read :

'I desire to express my gratitude to the Government of India and to you for granting us this Council, which will form one of the most memorable events in the history of Assam. The present constitution of the Council and its future improvement are matters which will, no doubt, receive your best consideration, and on these it will probably be out of place for me to make any suggestion here

'Turning to the budget which forms the subject-matter of our discussion today, I am indebted to the Hon'ble the Chief Secretary for the lucid manner in which he has presented it before the Council. He says that this is a prosperous budget due to the generosity of the Government of India, and I gratefully endorse his sentiments.

'Of the very large sum of 46 lakhs of rupees contributed by Assam to the Imperial Exchequer, the Government of India have very liberally, but only as a temporary measure, returned nearly 27 lakhs to meet the most pressing needs of the province. This has materially helped the Hon'ble the Financial Secretary in making suitable allotments to the different heads of expenditure.

'I have always repudiated the charge so often and so recklessly made that our province is too poor to pay its own expenses and has to depend upon the charity of the other provinces. On the contrary, I have shown that, Assam contribute to the Imperial Government a larger amount than she ought to do.

In view of the facts that our province had long been neglected that it is poor, that its communication is in a very backward state, that it requires substantial improvements in many directions, that its lower districts have only partially recovered from the ravages of the kala-azar and earthquake, it requires far larger grants for expenditure than what it has received. The people will, therefore, be all the more grateful if for sometime to come, say, for 10 years our province be not asked to contribute anything to the Imperial Exchequer. After this the Government of India should make a settlement with our province on such easy terms as will enable it to make steady progress.

'It is gratifying to find in the budget before us that all the departments of the Government have received fair treatment in the matter of allotments. Probably the Education Department has received greater attention, as it ought to receive in view of the backward state of high education in the province.

'We, in Assam, are fortunate enough in having a system of practically free Primary education, and over and above this we have got a liberal grant from the

Government of India, which will enable the Provincial Government to effect further improvement in the general condition of our Primary schools.

'Much has also been done during the last few years towards the improvement of Secondary education.

'It is, however, unfortunate that Assam has to depend on the other provinces of India for practical or technical education in such subjects as Engineering, Agriculture, fine arts, etc. The time has come when such technical schools should be established in the province. The Industrial Conference which sat at Dacca from the 25th February to the 3rd March 1909 made certain recommendations concerning Assam, which should not be lost sight of. These could not be carried out only for want of funds(as would appear from Sir Lancelot Hare's parting speech), and as the financial condition is much better now, something should be done in that direction.

'The Hon'ble Mr. Cunningham, after formulating several schemes for the improvement of the Collegiate education, remarks as follows, 'Assam will for many years to come be well provided for, students of the province will not require to proceed beyond the province for their education, except to some extent, in the specialization of post-graduates and professional instructions.

'The idea that Assamese students should as far as possible be given such facilities as will enable them to finish their college career in Assam is, no doubt, a very good one. Even in Europe, when the facilities of communication were not so great as now, young men were allowed to travel only after they had finished their education. It is, therefore, natural to expect that Assamese students, who are generally poor and shy, would not like to face the disagreeableness and risk of living in a foreign place when comforts of home present such great attractions for the mind, but it must not be supposed that a student has finished his education after he has taken his degrees. There are wider fields open to him for research and improvement. He must travel as much as possible collecting information and making observations as he proceeds. The Hon'ble Mr. Cunningham has not stated how and to what extent Government will encourage post-graduate researches. I may here remark that the success of these post-graduate scholars in any research they may take up will depend very much upon the quality of education received by them in the college and which is a very essential point for Government to consider.

'Turning to the allotment made for the improvement of communication, I rejoice to find that a representative conference will shortly be convened to consider further the matter of better communications. As I have already stated, the Assamese raiyats did not receive their due share of attention at the conference held at Shillong in May last. Various representations have been made by me from time to time of the subject of making substantial repairs to the roads of Kamrup, which were seriously damaged by the earthquake. I do not propose to take up the time of Council by reiterating those here, but I would take the liberty of correcting a mistake made by the Hon'ble Major W. M. Kennedy in answering my question No. 12 under the head 'grant of 15 lakhs to the Local Boards.' The expenditure of Rs. 50,000 on bridging and metalling 7.5 miles of the Borduar road shown in the list prepared by the Gauhati Local Board did not refer to the Borduar-Polashbari road, but to the main Borduar road, which runs through Azra, Ranigudam, etc., and is 23 miles in length. This Borduar-Polashbari road was altogether excluded from the lists referred to in the

question owing to the fact that substantial repairs had been done to this road long after the earthquake with the grant of Rs. 20,000 sanctioned by Sir Bampfylde Fuller.

'I desire to make here another observation that, before undertaking the metalling of any Local Board road in the interior of a district, it is of the utmost importance to see what the recurring expenditure would be, and how it would be met. Professional opinion should have been taken whether the Borduar-Polashbari road required metalling. I trust the conference that will be held soon will materially benefit the raiyats.

'I have already advocated that the improvements in communication refer not only to roads, but also to water-ways. Both are a source of revenue to Government and both are sanitary measures of great importance. I commend to you Sir, what the Hon'ble Mr. Surendra Nath Banerji spoke on the subject in the Imperial Legislative Council. I thankfully admit that provision has been made for a snag boat in our budget, and Government is trying to reconcile the differences between the Railway and Steamer Companies. The conflict between the two is most unfortunate as it interferes with the convenience of the public. I trust a decision will be arrived at which will give satisfaction to all the parties concerned.

"Intimately connected with the question of communication is the one of poperly constituting the Local Boards and giving them a legal basis. The Resolution on the subject published in the last Gazette contains some details of the scheme These require a very careful consideration. The question of the improvement of the Local Self-Government was very ably dealt with in the Imperial Legislative Council by the Hon'ble Mr. Surendra Nath Banerji. His remarks are so apt and just that I cannot do better than by quoting them here : --'With added funds larger powers should be vested in them. I think their constituion ought to be recast, they ought to be reorganised upon a more popular and liberal basis. With greater independence, with larger powers of initiative, with less of official control, these local bodies would be quickened into a new sense of awakened responsibility.'

"I hope the proposed Bill for Assam will be drafted in a very liberal spirit with ample provisions for the representation of the educated community and for election of non-official chairmen in specially selected Boards.'

"The announcement that a conference will be held in this month or May next for consideration of the question of rural water-supply, sanitation, etc., is very welcome to us. Speaking at the meeting of the Legislative Council of Eastern Bengal and Assam held at Dacca on the 5th April 1911, I observed as follows :-

'Tanks may be excavated, wells may be sunk, but the difficulty is how to keep the water unpolluted. The fencing of tanks and prosecutions for defilement of water might help us to a small extent. But unless the people know that impure water is a kind of poison and cleanliness conduces to health, it is hopeless to expect any satisfactory result.'

"It was remarked by Sir Steuart Bayley in one of his resolutions that to teach a man the principles of Sanitary Science was as difficult as to teach a school boy. What cannot be taught by lessons can be better elucidated by actual results.

"The Administration has just commenced. The work has been one of construction. All important questions regarding assessment, colonization, betterment of the

prospects of the different services, improvement of the mauzadari system, and the like have already engaged your attention, and I, therefore, refrain from making any remarks on these for the present."

১৯১৩ চনৰ ১১ এপ্রিলত ব্যৱস্থাপক সভাৰ বৈঠক পুনৰ অনুষ্ঠিত হৈছিল। এই সভাত বিভাগীয় বিষয়াসকলে নিজৰ নিজৰ বিভাগৰ বাজেট সন্দৰ্ভত হোৱা আলোচনাৰ উত্তৰ দিছিল। স্বাস্থ্য বিভাগৰ দায়িত্বত থকা আৰ এন কেম্পবেলে স্বাস্থ্য সাহায্যৰ লগতে চিকিৎসালয়, ক'লাজ্বৰ, মেলেৰিয়া, মেডিকেল স্কুল, গ্রামাঞ্চলৰ পানীযোগান আঁচনি সম্পর্কীয় প্রশ্নৰ উত্তৰ দিছিল। স্বাস্থ্য সাহায্যৰ ক্ষেত্রত উত্তৰ দি তেওঁ কৈছিল যে ১৯১২ চনত গোৱালপাৰাৰ তামাৰহাটত থকা স্বাস্থ্য কেন্দ্রটো বিশেষ কাৰণবশতঃ বিজনীলৈ সলনি কৰা হৈছিল। তদুপৰি দৰঙত চাবাৱৰী, লুচাই পাহাৰৰ শিয়ালচুক, শিৱসাগৰৰ বোকাখাত, কাছাৰৰ গুঞ্জন আদিত চিকিৎসা কেন্দ্র স্থাপনৰ বাবে ধন অনুমোদন দিয়াৰ কথাও তেওঁ উল্লেখ কৰিছিল। কামৰূপ জিলাৰ উত্তৰ গুৱাহাটী আৰু ৰঙিয়া, গাৰো পাহাৰৰ বাঘমাৰা, নগাঁৱৰ মিছা, দৰঙৰ পানেৰীত চিকিৎসালয় স্থাপনৰ প্ৰস্তাৱত অনুমোদন জনোৱাৰ কথাও তেওঁ উল্লেখ কৰিছিল। 'দুখন ভ্ৰাম্যমাণ চিকিৎসালয়ৰ এখন চিলেটত আৰু এখন কামৰূপত আৰম্ভ কৰাৰ বাবে অনুদান দিয়া হৈছে। অৱশ্যে ইয়াক আৰম্ভ কৰাত সামান্য বিলম্ব হ'ব। কলাজ্বৰৰ উৎপত্তিৰ কাৰণ সম্পৰ্কে অনুসন্ধান কৰিবলৈ সম্প্রতি সমীক্ষা অব্যাহত আছে। এই সন্দৰ্ভত অগ্ৰগতিও লাভ কৰা হৈছে। প্রতিবেদন পোৱাৰ পাছত আৱশ্যকীয় ব্যৱস্থা গ্রহণ কৰা হ'ব। মেলেৰিয়া ৰোগৰ ক্ষেত্ৰত ইতিমধ্যে এজন বিশেষ মেলেৰিয়া বিশেষজ্ঞক নিযুক্তি দিয়াৰ বাবে এটি পদৰ অনুমোদন দিয়া হ'ব।' — তেওঁ সভাত জানিবলৈ দিছিল।

ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল স্কুলত নামভৰ্তিকৰণ বিষয়টো এজন সদস্যই সদনৰ দৃষ্টিগোচৰ কৰিছিল। ছিলেটৰ এজন দুখীয়া ছাত্ৰই ঢাকা মেডিকেল স্কুলত অৰ্থাভাৱত নামভৰ্তি হ'ব নোৱাৰি এইখন মেডিকেল স্কুলত আবেদন জনাইছিল যদিও সেই সুবিধাৰ পৰা বঞ্চিত হৈছিল। কাৰণ এইখন স্কুল অসমীয়া লোকৰ বাবেহে সংৰক্ষিত। প্ৰকৃতপক্ষে সদস্যজনে অনা অভিযোগটো শুদ্ধ নাছিল। বেৰী হোৱাইট মেডিকেল স্কুলৰ নিয়ম অনুসৰি প্ৰাৰ্থীসকলে নামভৰ্তিকৰণৰ সময়ত মেট্ৰিক অথবা সমপৰ্য্যায়ৰ ভাৰতীয় যিকোনো বিশ্ববিদ্যালয়ৰ কলা বা বিজ্ঞান পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ প্ৰমাণ-পত্ৰ জমা দিব লাগিছিল। তদুপৰি উপ-দণ্ডাধীশ নতুবা অতিৰিক্ত সহকাৰী আয়ুক্ত আদিৰ দৰে চৰকাৰী বিষয়াৰ পৰা চৰিত্ৰগত তথা আন দায়বদ্ধতা সম্পৰ্কীয় প্ৰমাণ-পত্ৰ সন্নিৱিষ্ট কৰাটোও নিয়ম আছিল। যিখন শিক্ষানুষ্ঠানত অধ্যয়ন কৰে সেই শিক্ষানুষ্ঠানৰ অধ্যক্ষ নতুবা স্কুলৰ প্ৰধান শিক্ষকৰ প্ৰমাণপত্ৰ দাখিল কৰাটোও নামভৰ্তিৰ অন্যতম চৰ্ত আছিল।' কৰ্নেল কেম্পবেলে জনাইছিল— 'মই নিশ্চিতভাৱে ক'ব পাৰো ছিলেট জিলাৰ ১৬ৰ পৰা ২৩ বছৰ বয়সৰ যিকোনো ল'ৰাই বেৰী হোৱাইট মেডিকেল স্কুলৰ অধীক্ষকৰ ওচৰত আবেদন জনালে নামভৰ্তিকৰণৰ সুবিধাৰ পৰা বঞ্চিত নহয়, যদিহে তেওঁ শাৰীৰিকভাৱে অক্ষম নহয়। এইক্ষেত্ৰত মই উল্লেখ কৰিব খুজিছো যে কাছাৰ, ব্ৰহ্মপুত্ৰ উপত্যকা আৰু পাহাৰীয়া জিলাৰ স্থানীয় লোকসকল আৰু মুছলমান সম্প্ৰদায়ৰ ছাত্ৰসকলে মেট্ৰিকৰ ডেওনা পাৰ নোহোৱাকৈয়ে এই স্কুলত ভৰ্তি হোৱাৰ কথা হয়তো মাননীয় সদস্যজনে উল্লেখ কৰিছে। ভৰ্তিকৰণৰ ক্ষেত্ৰত অধীক্ষকে প্ৰৱেশ পৰীক্ষাৰ আয়োজন কৰে। কিন্তু আৱশ্যক বোধে বিশেষ ক্ষেত্ৰত মুখ্য আয়ুক্তই কোনো ছাত্ৰৰ নামভৰ্তিকৰণৰ অনুমতি প্ৰদান কৰিব পাৰে। কোনো কোনো সদস্যই বৰ্তমানৰ এই স্কুলৰ আন্তঃগাঁথনি পৰ্যাপ্ত নহয় বুলি অভিযোগ উত্থাপন কৰিছে। আমি প্ৰয়োজনীয় সামগ্ৰীসমূহ যোগান দিয়াৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিছো। তদুপৰি যোৱা তিনিবছৰত বেৰী হোৱাইট মেডিকেল স্কুলৰ পৰা উত্তীৰ্ণ হৈ অনুজ্ঞা-পত্ৰ পোৱা ছাত্ৰ হৈছে— ১৯১০ চনত ২৪জন, ১৯১১ চনত ১৩জন, ১৯১২ চনত ৯জন। কিন্তু আৱশ্যক অনুযায়ী অনুজ্ঞা-পত্ৰপ্ৰাপ্ত চিকিৎসকৰ এতিয়াও অভাৱ হোৱা নাই। বেৰী হোৱাইট স্কুলত বৰ্তমান

সময়ত কাছাৰ জিলাৰ কোনো এজন ছাত্ৰ নাই। উক্ত স্কুলখনত পঢ়িবলৈ পূব বংগৰ পৰা ছাত্ৰ আহিবলৈ ইচ্ছুক নহয়। কাৰণ তেওঁলোকে আৰ্থিক সীমাবদ্ধতা হেতু ল'ৰা-ছোৱালীৰ পঢ়ুওৱাৰ খৰচ বহন কৰিব নোৱাৰে। চিলেট জিলাৰ ছাত্ৰসকলে বেৰী হোৱাইট স্কুলতকৈ ঢাকা মেডিকেল স্কুলক বেছি অগ্ৰাধিকাৰ দিয়ে। প্ৰসংগক্ৰমে মই জনাওঁ যে প্ৰদেশখনৰ গ্ৰামাঞ্চলত বিশুদ্ধ পানীযোগান আঁচনি এখন পদ্ধতিগতভাৱে গ্ৰহণৰ কথা চৰকাৰৰ বিবেচনাধীন হৈ আছে। অলপতে অনুষ্ঠিত হ'ব লগীয়া সম্মিলনত এই সম্পৰ্কে পুংখানুপুংখ আলোচনা কৰা হ'ব।

শিক্ষা বিভাগৰ দায়িত্বত থকা মিঃ জে আৰ কানিংহামে তৰুণৰাম ফুকনে শিক্ষা সন্দৰ্ভত আগ বঢ়োৱা বিভিন্ন পৰামৰ্শ সন্দৰ্ভত কৈছিল— 'তেওঁ আগ বঢ়োৱা পৰামৰ্শ সঁচাকৈয়ে গঠনমূলক যদিও কিছু কিছু ক্ষেত্ৰত আমাৰ মতবিৰোধ আছে। মই কেৱল পদ্মনাথ গোহাঞিবৰুৱাই উল্লেখ কৰা দুটা বিষয়ৰ ওপৰত মন্তব্য দিব খুজিছো। ইয়াৰে এটা হৈছে অসম উপত্যকাত উলিয়ামছন ফাণ্ডেৰে এখন স্কুল স্থাপন কৰা, মাতৃভাষাৰ শিক্ষাৰ কিছু সংশোধন কৰা, যাতে ইয়াৰ দ্বাৰা কাৰিকৰী শিক্ষা ব্যৱস্থাক সহজ কৰি তুলিব পাৰি আৰু এই শিক্ষাৰ প্ৰতি প্ৰদেশখনৰ জনসাধাৰণক আগ্ৰহান্বিত কৰিব পাৰি। মাননীয় সদস্যসকলে নিশ্চয় জানে যে অসমৰ সাত নিযুত জনসংখ্যাৰ ৬.৭৫ নিযুতেই অশিক্ষিত। বৰুৱাই আমাৰ শিক্ষাব্যৱস্থা 'কাৰিকৰী' হ'ব লাগে বুলি তেওঁৰ ভাষণত উল্লেখ কৰিছিল। তেওঁৰ ভাষণক সমৰ্থন কৰিছে মাননীয় সদস্য মিঃ ডব্লিউ টি কাথকাৰ্টে। এইক্ষেত্ৰত পূৰ্বৰ চৰকাৰে অসমত শিক্ষা বিষয়ক এটা প্ৰস্তাৱো গ্ৰহণ কৰিছিল। প্ৰস্তাৱটো আছিল এনেধৰণৰ— 'Tea-planters who have given attention to the subject in Assam say that education in handicrafts is more required than instruction in reading and writing. The Williamson Fund Schools, the public workshops and the jail manufactories will, the Lieutenant Governor hopes, gradually do something to spread a knowledge of practical science and practical arts among the rising generation in Assam.' প্ৰসংগক্ৰমে কওঁ যে উলিয়ামছনে তেওঁৰ ইচ্ছাপত্ৰখন লিখিছিল ৪১ বছৰৰ আগেয়ে। তেতিয়াৰ পৰা এই ফাণ্ডৰ ধনেৰে স্কুল স্থাপন কৰা হৈছিল যদিও স্কুল আশা কৰা ধৰণে কৃতকাৰ্য নহ'ল, বৰং বন্ধহে হৈছিল। এই সমস্যাটো সমাধান কৰাৰ বাবে সেয়েহে নতুনকৈ চিন্তা কৰিব লগীয়া হৈছে। অসমত গঢ়ি উঠা উদ্যোগসমূহত বিশেষকৈ চাহ উদ্যোগত অসমীয়া মানুহৰ নিযুক্তি যথেষ্ট কম। চাহ বাগিচাসমূহৰ বনুৱাবোৰ বাহিৰৰ পৰা আমদানি কৰা হয়। নদীত চলা ষ্টীমাৰসমূহ চলায় চিটাগং অঞ্চলৰ মানুহে। গড়কাপ্তানি বিভাগৰ হাতে-কামে কৰিব লগীয়াখিনি সম্পূৰ্ণ কৰে চীনা আৰু পঞ্জাবীসকলে। প্ৰশ্ন উঠিছে যদি এইসকল লোকে পাৰে অসমীয়াই নোৱাৰে কিয়? কাৰণ তেওঁলোকে শিকিব নোখোজে।' তেওঁ ভাৰত চৰকাৰে গ্ৰহণ কৰা শিক্ষা নীতিৰ বিষয়েও উল্লেখ কৰিছিল। ভাৰত চৰকাৰে কাৰিকৰী আৰু ঔদ্যোগিক শিক্ষাৰ ক্ষেত্ৰত গ্ৰহণ কৰা নীতিৰ কিয়দংশও সভাত দাঙি ধৰিছিল— 'The Policy to be pursued in regard to technical and industrial education was discussed at the Allahabad Conference. The Government of India accept the conclusions of that Conference that progress should coutinue along the lines generally followed hitherto, viz that– (1) the Indian Institute of Science which provides for research the application of new processes and the production of throughly trained managers, should be developed as opportunity offers and become eventually a complete faculty of pure and applied science;

(2) the larger provincial institutions, which attract students from different parts of India, and afford instruction in practical methods of management and supervision, should in the first instance specialise along lines converging on local

industries a plan which will prevent overlapping and make for economy. Subsequently as industries arise and the demand for managers and foremen increases, other and more varied courses may be found necessary;

(3) the lesser industrial schools, minor weaving institutions, such of the schools of art as have an industrial bent, the artisan classes in Bengal, and trade schools generally, should be permanently directed toward such industries as exist in the localities where the institutions are situated.'

(The reference is to paragraph 30 of the Government of India Resolution which covered comprehensively the whole educational field)

কানিংহামে পুনৰ উল্লেখ কৰি কৈছিল – 'Passing from the Indian Institution of Science and the larger provincial institutions to what they describe as, the lesser industrial schools, minor weaving institutions, such of the schools of arts as have an industrial bent, the artisan classes in Bengal and trades schools generally' they advise that progress is to be achieved by 'directing the energies of the institutions permanently towards such industries as exist in the localities where the institutions are situated.'

'In regard to all technical institutions which work under Government, the following paragraph brings out a difficulty to which I wish to invite attention. It says : 'It has been decided that educational institutions should in no case trade on commercial lines.' 'এই বিষয়ে আৰু মই বেছি উল্লেখ নকৰিলো। এইক্ষেত্ৰত এটা কথা ক'ব খুজিছো যে অকল ঔদ্যোগিক স্কুল স্থাপন কৰিলে ঔদ্যোগিক বিকাশ সম্ভৱ নহয়। বৰুৱাই স্কুলৰ পাঠ্যক্ৰম পৰিবৰ্তন কৰিব লাগে বুলি পৰামৰ্শ দিছে। আমি সদ্যহতে প্ৰদেশখনৰ প্ৰাথমিক শিক্ষা ব্যৱস্থাৰ প্ৰতি মনোযোগ দিছো, যাতে আমি ল'ৰা-ছোৱালীক প্ৰাথমিক শিক্ষা দিব পাৰো আৰু গোটেই বিশ্বৰ প্ৰতি চকু মুকলি কৰিব পাৰো।' —কানিংহামে কৈছিল।

যোগাযোগ বিভাগৰ দায়িত্বত থকা ছুইটে পদ্মনাথ গোহাঞিবৰুৱাৰ ভাষণ সন্দৰ্ভত কৈছিল যে কামৰূপ, নগাঁও, শিলঘাট ৰে'লৰে আঁচনিত চৰকাৰে যথেষ্ট গুৰুত্ব আৰোপ কৰিছিল। শিৱসাগৰৰ পৰা ৰে'ল লাইনলৈ যোৱাৰ পথ পকীকৰণ, বৰপেটাৰ পৰা সৰভোগলৈ পথ নিৰ্মাণৰ কাম চলি থকাৰ কথাও তেওঁ জানিবলৈ দিছিল। কৃষি বিভাগৰ দায়িত্ব থকা ডব্লিউ এম কেনেডীয়ে কৈছিল যে সেই সময়ত অসমৰ আনাবাদী পতিত মাটি পূৰ্বতকৈ কিছু কমিবলৈ লৈছিল। যথেষ্ট পৰিমাণৰ মাটি ভগনীয়াসকলে দখল কৰাৰ লগতে চাহ খেতিৰ বাবেও ব্যৱহাৰ কৰা হৈছিল। যোৰহাটৰ কৃষি পামৰ প্ৰসংগ উত্থাপন কৰি তেওঁ অসমতো যে উন্নতমানৰ কুঁহিয়াৰ খেতি কৰিব পাৰি সেয়া সকলোৰে দৃষ্টিগোচৰ কৰিছিল। 'কাৰিকৰী শিক্ষা সম্পৰ্কে মাননীয় সদস্য ফুকনে কানিংহামৰ দৃষ্টিভংগী ভুলকৈ ব্যাখ্যা কৰিছে। মই দীৰ্ঘদিন ধৰি কানিংহামৰ লগত প্ৰদেশখনৰ শিক্ষাৰ উন্নতিকৰণৰ বাবে বিভিন্ন সময়ত আলোচনা কৰি আহিছো। মই ভাবো, কাৰিকৰী শিক্ষাৰ ক্ষেত্ৰত অসমৰ ডেকা ল'ৰাসকলৰ বাবে ঔদ্যোগিক প্ৰশিক্ষণৰ দৰকাৰ। এই বিষয়ে কিন্তু তেওঁ যিমান আৱেগিক, বোধ কৰো আন সদস্যসকল তেনেধৰণৰ আৱেগিক নহয়। কিন্তু তেওঁ ততাতৈয়াকৈ কোনো এখন দুৰ্বল আঁচনি গ্ৰহণ কৰিবলৈ ইচ্ছুক নহয়। মাননীয় সদস্যসকলে নাজানে শিক্ষা বিভাগত কিমান ধনৰ প্ৰয়োজন? যোৱা কেইবাবছৰো ধৰি প্ৰশাসনিক পৰিবৰ্তনৰ কাৰণে এই বিভাগত খৰচৰ মাত্ৰা বাঢ়িছে। মই মাননীয় সদস্যসকলক কানিংহামক কিছু সময় দিব লাগে বুলি অনুৰোধ কৰিছো। কাৰিকৰী শিক্ষাৰ ক্ষেত্ৰত ফলদায়ক ব্যৱস্থা গ্ৰহণৰ বাবে প্ৰশাসন আৰু শিক্ষা বিভাগৰ সঞ্চালক সদায় সচেতন। আনকি মুখ্য আয়ুক্তয়ো এইক্ষেত্ৰত সদস্যসকলৰ পৰা পৰামৰ্শ বিচাৰিছে। যদিও মই ফুকনৰ মন্তব্যত দুখ পাইছো, আপোনালোকক জনাবলৈ পাই সুখী হৈছো যে শিক্ষা

বিভাগৰ লগত থকা সম্পৰ্ক কমাই অনাৰ সিদ্ধান্ত গ্ৰহণ কৰিছো। কৃষি সম্পৰ্কে পদ্মনাথ গোহাঞিবৰুৱাই গুৰুত্বপূৰ্ণ বিষয় উত্থাপন কৰিছে। তেওঁ কৈছে যে পতিত মাটিসমূহৰ নাটনি হৈছে কাৰণ অনুপ্ৰৱেশকাৰীসকলে সেই অঞ্চলসমূহ দখল কৰি তাত চাহ খেতি কৰিবলৈ আৰম্ভ কৰিছে। সুৰমা উপত্যকাত অৱশ্যে মাটিৰ নাটনি হৈছে। কিন্তু অসম উপত্যকাত পতিত মাটিৰ অভাৱ হোৱা নাই। এতিয়াও বহু পৰিমাণৰ মাটি এনেয়ে পৰি আছে। এই মাটিবোৰ প্ৰশাসনে প্ৰদেশখনৰ উন্নতিৰ কাৰণে ব্যৱহাৰ কৰিব খোজে। মাননীয় সদস্যগৰাকীয়ে চাহ উদ্যোগৰ বাবে এনেধৰণৰ মাটি ওচৰ-চুবুৰীয়া চাহ বাগিচাসমূহক পট্টন দিয়া বুলি উল্লেখ কৰিছে। বোধ কৰো মাননীয় সদস্যগৰাকীয়ে বন্দবস্তি নিয়মৰ ৪৭(১)ত উল্লিখিত বিষয়টো সম্পৰ্কে উল্লেখ কৰিছে। ইয়াত কোৱা হৈছে যে চাহ বাগানৰ বনুৱাসকলক চাহ বাগানৰ ওচৰত সংস্থাপিত কৰাৰ বাবে উৎসাহিত কৰিবলৈ অতিৰিক্ত মাটি বন্দবস্তি চুক্তিত দিয়া হ'ব। মই ভাবো, এইটো অতি দৰকাৰী বিষয় আৰু শুদ্ধ সিদ্ধান্ত। কাৰণ ভবিষ্যতলৈ চাহ বাগিচাসমূত স্থায়ী বনুৱাৰ প্ৰয়োজনীয়তাৰ প্ৰতি লক্ষ্য কৰি এই ব্যৱস্থা লোৱা হৈছে। সদস্যগৰাকীয়ে কৃষি বিভাগৰ সম্পৰ্কতো মতামত দাঙি ধৰিছে। এইক্ষেত্ৰত আমি নিশ্চিতি দিছো যে প্ৰশাসনে খেতিৰ উৎপাদন বৃদ্ধিৰ ক্ষেত্ৰত উন্নত মান ব্যৱহাৰ কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিব। যোৰহাট কৃষি ফাৰ্মত কুঁহিয়াৰ খেতি উন্নতমানৰ হোৱাৰ লগতে উৎপাদনো পৰ্যাপ্ত হৈছে। পদ্মনাথ গোহাঞিবৰুৱাই আফিঙৰ ব্যৱহাৰৰ কথা উল্লেখ কৰিছিল আৰু ইয়াৰ ব্যৱহাৰ কমোৱাৰ বাবে পৰামৰ্শ আগ বঢ়াইছিল। তেওঁ জনাইছিল যে ইতিমধ্যে প্ৰতিবেদন দিয়াৰ বাবে এখন কমিটী গঠন কৰা হৈছে। সেইবাবে এই কমিটীৰ প্ৰতিবেদন নোপোৱালৈকে কোনো নীতি প্ৰণয়ন কৰাটো সম্ভৱ নহ'ব নেকি বুলিও জানিব বিচাৰিছিল। এই সন্দৰ্ভত আমি জনাওঁ যে ইতিমধ্যে আফিঙৰ চৰকাৰী দাম বৃদ্ধি কৰাৰ উপৰি দোকানৰ সংখ্যা হ্ৰাস কৰা হৈছে। ১৯০৩-০৪ আৰু ১৯০৫-০৬ চনত অসমৰ ছখন জিলাত ইয়াৰ ব্যৱহাৰ সময়ে সময়ে কম বেছি হৈ আছে। অৰ্থাৎ ১,২৫২ মোনৰ পৰা ১,৩৩০ মোনৰ ভিতৰতে আছে। ইয়াৰ কাৰণ হৈছে কৃষি উৎপাদন বৃদ্ধি আৰু জনসাধাৰণ আৰ্থিক অৱস্থাৰ কিছু উন্নতি। ১৯০৬-০৭ চনত ১৪৩১ মোনৰ পৰা ১৯০৮-০৯ চনত ই বৃদ্ধি পাইছিল ১৫০৯ মোনলৈ। কিন্তু ১৯০৯-১০ চনত ইয়াৰ পৰিমাণ হ্ৰাস পাই ১৪০৭ মোনলৈ নামি আহিছিল। ১৯১০-১১ চনত ১৩৯৯ মোন আৰু ১৯১১-১২ চনত ১৪০৪ মোনলৈ হ্ৰাস পাইছিল। অসম উপত্যকাৰ পুনৰ বন্দবস্তিৰ ফলত ৰাজহৰ পৰিমাণ লখিমপুৰত ১১ ৪৩, শিৱসাগৰত ৬.১৫, দৰঙত .০৯৮ শতাংশ বৃদ্ধি পাইছিল। আনহাতে নগাঁৱত ১.৭৭, কামৰূপত ২.৪৬ শতাংশ হ্ৰাস পায়। আফিং ব্যৱহাৰৰ সলনি অন্য মাদকদ্ৰব্য ব্যৱহাৰৰ প্ৰতি আকৰ্ষিত কৰাৰ ব্যৱস্থা কৰিলেও লাভতকৈ লোকচান হোৱাৰহে সম্ভাৱনা আছে। আনহাতে আজি যদি আমি আফিং সম্পূৰ্ণৰূপে বন্ধ কৰো, তথাপি আফিং ব্যৱহাৰ কৰা লোকসকলক অন্য মাদক দ্ৰব্য ব্যৱহাৰ কৰাৰ পৰা আঁতৰাই অনাটো সম্ভৱ নহ'ব। অলপতে হৈ যোৱা পুনৰ বন্দবস্তি ব্যৱস্থাৰ ফলাফলত প্ৰকাশ পাইছে যে কেইখনমান জিলাত মানুহৰ ক্ৰয় ক্ষমতাৰ বিশেষ সালসলনি হোৱা নাই। কাৰণ কিছুমান জিলাত ৰাজহ হ্ৰাস পাইছে আৰু কিছুমান জিলাত এই ৰাজহ বাঢ়িছে। সেইদৰে লখিমপুৰ জিলাৰ ফলাফল এনেধৰণৰ— লখিমপুৰত ১১ ৪৩ শতাংশ বৃদ্ধি পাইছে। শিৱসাগৰত বৃদ্ধি পাইছে ৬ ১৫ শতাংশ, দৰঙত বৃদ্ধি পাইছে .০৯৮ শতাংশ, নগাঁৱত হ্ৰাস হৈছে ১.৭৭ শতাংশ, কামৰূপত হ্ৰাস হৈছে ২ ৪৬ শতাংশ।'-- তেওঁ কৈছিল।

পদ্মনাথ গোহাঞিবৰুৱাই তেওঁৰ ভাষণত বন বিভাগৰ প্ৰশাসনিক ব্যৱস্থাক কঠোৰ ভাষাৰে সমালোচনা কৰিছিল। তেওঁ সংৰক্ষিত বনাঞ্চল নতুনকৈ গঠন কৰাৰ বিৰোধিতা কৰিছে খেতিয়ক সমাজে আপত্তি প্ৰদৰ্শন কৰা হেতু। বিভাগৰ তলতীয়া বিষয়াসকলে সাধাৰণ মানুহক হাৰাশাস্তি কৰাৰ বাবেও গোহাঞিবৰুৱাই ক্ষোভ প্ৰকাশ কৰিছিল। বন বিভাগে ৰাজহ বিভাগলৈ কম ধন আগ বঢ়াইছিল আৰু এই বিভাগটো কোনো নিয়ন্ত্ৰণ নোহোৱাকৈ চলি আছিল।

ডব্লিউ এম কেনেডীয়ে এই প্ৰশ্নৰ উত্তৰ দি জানিবলৈ দিছিল যে সেই সময়ত চৰকাৰে বনাঞ্চল হ্ৰাসৰ ব্যৱস্থা কৰিছিল আৰু ভৱিষ্যতে এই সম্পৰ্কে ব্যৱস্থা গ্ৰহণ কৰাৰো পোষকতা কৰিছিল। সংৰক্ষিত বনাঞ্চল ঘোষণা কৰা সন্দৰ্ভত সেই সময়ত কোনো চৰকাৰী নীতি গ্ৰহণ কৰা হোৱা নাছিল। তেতিয়া সংৰক্ষিত বনাঞ্চল ঘোষণা কৰাৰ পূৰ্বে বন বিভাগৰ বন্দৱস্তি বিষয়াই অতি সাৱধানেৰে তদন্ত কৰি সকলো ধৰণৰ ওজৰ-আপত্তি আঁতৰাই বিহিত ব্যৱস্থা গ্ৰহণ কৰিছিল। খণ্ড আয়ুক্ত আৰু প্ৰশাসনে প্ৰতিবেদন যুগুত কৰি বিবেচনা কৰাৰ পাছতহে স্থানীয় স্তৰত সংৰক্ষিত বনাঞ্চল ঘোষণা কৰা হৈছিল। পদ্মনাথ গোহাঞিবৰুৱাই মণ্ডল, কাননগোই, পাটোৱাৰী, আবকাৰী আৰু স্বাস্থ্য বিভাগৰ দৰমহাৰ বৃদ্ধি কৰাৰ বাবে পৰামৰ্শ আগ বঢ়োৱা সন্দৰ্ভত গোটেই বিষয়টো বিবেচনা কৰি চোৱা হ'ব বুলিও তেওঁ জানিবলৈ দিছিল।

মাণিক চন্দ্ৰ বৰুৱাই যোগাযোগ ব্যৱস্থা সুচল নোহোৱা হেতু অসমীয়া খেতিয়কসকলে ব্যৱহাৰযোগ্য মাটিৰ পৰা উচিত মূল্য নোপোৱা বুলি পূৰ্বৰ ব্যৱস্থাপক সভাৰ বৈঠকত প্ৰশ্ন উত্থাপন কৰিছিল। প্ৰকৃতাৰ্থত এই প্ৰকল্পসমূহ লোকেল ব'ৰ্ডৰ দ্বাৰাহে নিয়ন্ত্ৰণ হয়, প্ৰশাসনৰ দ্বাৰা নহয় বুলি জনাইছিল। ব'ৰ্ডেহে ৰাস্তাসমূহৰ ক্ষেত্ৰত সিদ্ধান্ত গ্ৰহণ কৰে বুলি তেওঁ উল্লেখ কৰিছিল। তেওঁ আৰু কৈছিল যে ব'ৰ্ডসমূহে যিটো পথ যোগাযোগৰ বাবে সুবিধাজনক সেই পথৰ মেৰামতিৰ ক্ষেত্ৰতহে অগ্ৰাধিকাৰ দি আহিছে। সকলোৱে নিজৰ প্ৰয়োজন বুলি ভবা পথটো ব'ৰ্ডে লোৱাটো বিচাৰে। অন্য জিলাৰ দৰে কামৰূপ জিলাতো পৰ্যায়ক্ৰমে অতিৰিক্তভাৱে আঁচনি গ্ৰহণ কৰা হ'ব। কিন্তু সকলো পথৰ কাম একেদিনাই লোৱাটো সম্ভৱ নহয়। যোৱা বৈঠকত মাননীয় সদস্যজনে বৰদোৱা পথ সম্পৰ্কে উত্থাপন কৰা প্ৰশ্নৰ উত্তৰত তেওঁ সন্তুষ্ট হোৱা দেখা নগ'ল। এইখিনিতে মই পুনৰ উল্লেখ কৰিব খুজিছো যে লোকেল ব'ৰ্ডে গ্ৰহণ কৰা পথৰ আঁচনিৰ ক্ষেত্ৰত সাধাৰণতে মুখ্য আয়ুক্তই কোনোধৰণৰ বিসংগতি বা কাৰণ নাথাকিলে এইক্ষেত্ৰত হস্তক্ষেপ নকৰে। আনহাতে মহম্মদ ছাদুল্লাই শিক্ষিত সম্প্ৰদায়ক আৰু সাম্প্ৰদায়িক ভিত্তিত পৌৰসভা আৰু লোকে ব'ৰ্ডত প্ৰতিনিধি দিব লাগে বুলি দাবী জনাইছিল। এইক্ষেত্ৰত মই বক্তব্য আগ বঢ়াব খোজা নাই। কাৰণ লোকেল ছেল্‌ফ গৱৰ্ণমেণ্ট বিল আৰু মিউনিচিপাল বিল সংক্ৰান্তত জনসাধাৰণৰ বিভিন্ন প্ৰতিনিধিবৰ্গৰ লগত আলোচনা কৰি পৰামৰ্শ গ্ৰহণ কৰি থকা হৈছে।

আন এগৰাকী বিষয়া সদস্য ডব্লিউ জে ৰীডে মহম্মদ ছাদুল্লাৰ ভাষণৰ উত্তৰত কৈছিল যে তেওঁ অসমত সম্প্ৰদায়ৰ ভিত্তিত মুছলমান সম্প্ৰদায়ৰ বাবে নিয়োগৰ সুকীয়া ব্যৱস্থা কৰিব লাগে বুলি দাবী জনাইছে যদিও এনে বিষয়বোৰ চৰকাৰে কেতিয়াও বিবেচনা নকৰাকৈ নাথাকে। এই সংক্ৰান্তত চৰকাৰীভাৱে প্ৰস্তাৱো গ্ৰহণ কৰা হৈছে। সিদিনাৰ সভাতে সভাপতিয়ে তেওঁৰ ভাষণত বিভিন্ন বিষয়ৰ লগতে উল্লেখ কৰিছিল যে তেওঁ শ্বিলং শিলচৰৰ লগত যোগাযোগ সুচল কৰাৰ বাবে চৰকাৰে নতুন পদক্ষেপ লৈছিল। আনহাতে ৰঙিয়া-টংলা ৰে'লৱে লাইন তেজপুৰলৈ সম্প্ৰসাৰণৰ বাবে যোগাযোগ কৰিছিল। তদুপৰি শদিয়াৰ লগত যোগাযোগৰ বিষয়ো চিন্তা-চৰ্চা চলিছিল। পাতলীয়া ৰে'ল লাইনৰ বিষয়টো চোৱা-চিতাৰ দায়িত্ব অৰ্পণ কৰা হৈছিল লোকেল ব'ৰ্ডৰ ওপৰত । এইটো তেওঁলোকৰ নীতি। 'বৰ্তমান সময়ত মই কামপুৰ-শিলঘাট-কাছাৰ, জুৰি আৰু শিলচৰৰ মাজৰ প্ৰকল্প কাৰ্যকৰীত গুৰুত্ব দিছো। মিউনিচিপাল বিলখন শীতকালীন অধিৱেশনত গৃহীত হ'ব বুলি মই আশা কৰিছো। বৰ্তমান মিউনিচিপাল আইনখন বহুক্ষেত্ৰত আমাৰ বাবে বাধা হৈছে যদিও আমি হাইলাকান্দি, মৌলবীবাজাৰ অঞ্চলত নগৰপালিকা গঠন কৰিছো। ইয়াত অৱশ্যে বহুতো কাৰিকৰী অসুবিধা আছে। আনহাতে, বালাগঞ্জ, হাফলং, গৌৰীপুৰ, তিনিচুকীয়া, ডুমডুমা আদি ঠাইত নগৰপালিকা গঠন কৰাটো অতিকৈ প্ৰয়োজন যদিও আইনৰ বাধাৰ বাবে এইটো সম্ভৱ হোৱা নাই। গুৱাহাটীৰ কটন কলেজ, ছিলেটৰ মুৰাৰীচাঁদ কলেজ দুখনৰ উন্নয়নৰ বাবে চৰকাৰে ব্যৱস্থা গ্ৰহণ কৰিছে। মাননীয় সদস্যসকলে কলাজ্বৰ সম্পৰ্কে লোৱা আঁচনিসমূহৰ বিষয়ে

অৱগত। এই আঁচনি এই বছৰৰ পৰা লোৱা হৈছে। তদুপৰি মেলেৰিয়া ৰোধৰ আঁচনি ভাৰত চৰকাৰৰ ওচৰত দাখিল কৰা হৈছে। কৃষি বিভাগে কামৰূপ জিলাত এটা চেনিৰ কাৰখানা আৰম্ভ কৰিবলৈকো যাবতীয় প্ৰস্তুতি আৰম্ভ কৰিছে।'— সভাপতিয়ে কৈছিল।

১৯১৪ চনৰ ৫ জানুৱাৰীত ব্যৱস্থাপক সভাৰ বৈঠক পুনৰ অনুষ্ঠিত হৈছিল। এই বৈঠকত নতুনকৈ চাৰিজন সদস্যই শপত গ্ৰহণ কৰিছিল। এওঁলোক আছিল—এ ডব্লিউ ব'থাম, লেফটেনেণ্ট কৰ্নেল এইচ ই বেনেটভেলা, এইচ মিলাৰ, আব্দুল মাজিদ। এই অধিবেশনতে মাণিক চন্দ্ৰ বৰুৱাই পোহালি গৰুৰ মৃত্যুৰ হাৰ, গো-চৰণীয়া পথাৰসমূহ সংৰক্ষণ কৰা, গুৱাহাটীত সংস্কৃত শিক্ষাৰ প্ৰতিষ্ঠান স্থাপন কৰা, বিভিন্ন সম্প্ৰদায়ক প্ৰতিনিধিত্ব কৰাৰ বাবে লোকেল ব'ৰ্ডৰ আসন বিতৰণৰ ব্যৱস্থা কৰা, পাগলাদিয়া নদী নিয়ন্ত্ৰণ, দৌলযাত্ৰাৰ সময়ত অসমৰ বিভিন্ন প্ৰান্তত হোৱা মেলাসমূহত শৌচাগাৰ স্থাপনৰ ব্যৱস্থা কৰা আদি বিষয় সামৰি প্ৰশ্ন উত্থাপন কৰিছিল। তেওঁ সোধা বিভিন্ন প্ৰশ্নৰ উত্তৰত এ ডব্লিউ ব'থামে কৈছিল যে সেই সময়ত কাছাৰ জিলাত ১০ একৰ, ছিলেটত ১,৫৩২ একৰ, গোৱালপাৰাত ৩,৫৭৩ একৰ, কামৰূপত ৬,৯৩৫ একৰ, দৰঙত ১৩,১৬৪ একৰ, নগাঁৱত ৯,১৩২ একৰ, শিৱসাগৰত ২৮,৯১০ একৰ, লখিমপুৰত ৯,৫৫৮ একৰ মাটি বিনামূলীয়া গো-চৰণীয়া পথাৰ হিচাপে সংৰক্ষণ কৰি ৰখা হৈছিল। আন এটা প্ৰশ্নৰ উত্তৰত ১৯১৪ চনত গুৱাহাটীত আইন কলেজ স্থাপনৰ প্ৰস্তুতি সম্পূৰ্ণ হোৱা বুলিও তেওঁ উল্লেখ কৰিছিল। লোকেল ব'ৰ্ডসমূহক চাহ বাগিচাৰ মালিকসকলে স্থানীয় কৰ আৰু অন্যান্যসকলে দিয়া কৰৰ হাৰ কিমান এই সন্দৰ্ভত সোধা প্ৰশ্নৰ উত্তৰত তেওঁ কৈছিল যে সুৰমা উপত্যকাৰ বাহিৰে ব্ৰহ্মপুত্ৰ উপত্যকাৰ জিলাসমূহত ১৯১০ চনৰ পৰা ১৯১৩ চনলৈ দিয়া স্থানীয় কৰৰ পৰিমাণ আছিল এনেধৰণৰ— ধুবুৰীত ১৯১০-১১ চনত ৩০ টকা, ১৯১১ ১২ চনত ৩২ টকা আৰু ১৯১২-১৩ চনত ৩৫ টকা। আনহাতে অন্যান্য লোকে আদায় দিয়া সমুদায় কৰ ধুবুৰীত ১৯১০-১১ চনত ৫০,৮৪৮ টকা, ১৯১১-১২ চনত ৫১,৭২৮ টকা আৰু ১৯১২ ১৩ চনত ৫২,১৬২ টকা। গোৱালপাৰাত ১৯১০-১১ চনত আদায় দিয়া নাছিল। ১৯১১-১২ চনত আদায় দিয়া নাছিল আৰু ১৯১২-১৩ চনতো আদায় দিয়াৰ তথ্য পোৱা নাযায়। আনহাতে অন্যান্য লোকে আদায় দিয়া সমুদায় কৰ গোৱালপাৰাত ১৯১০-১১ চনত ৩৫,১৫৭ টকা, ১৯১১-১২ চনত ৩৫,১৫৭ টকা আৰু ১৯১২-১৩ চনত ৩৫,১৫৭ টকা। গুৱাহাটীত ১৯১০-১১ চনত ৯০২ টকা, ১৯১১ ১২ চনত ৯০৭ টকা আৰু ১৯১২-১৩ চনত ৮৮৮ টকা। আনহাতে অন্যান্য লোকে আদায় দিয়া সমুদায় কৰ গুৱাহাটীত ১৯১০-১১ চনত ৮৮,৩১১ টকা, ১৯১১-১২ চনত ৮৬,৮৭৩ টকা আৰু ১৯১২ ১৩ চনত ৮৭,৮৭২ টকা। বৰপেটাত ১৯১০-১১, ১৯১১-১২ আৰু ১৯১২-১৩ চনত কৰ আদায় দিয়া নাছিল। আনহাতে অন্যান্য লোকে আদায় দিয়া সমুদায় কৰ বৰপেটাত ১৯১০-১১ চনত ১৭৭২১ টকা, ১৯১১-১২ চনত ১৭,৮৭৪ টকা আৰু ১৯১২-১৩ চনত আছিল ১৭,৭৫৮ টকা। তেজপুৰত ১৯১০-১১ চনত ৬,০৮৪ টকা, ১৯১১-১২ চনত ৫,৯৭৩ টকা আৰু ১৯১২ ১৩ চনত ৬,৪৪১ টকা। আনহাতে অন্যান্য লোকে আদায় দিয়া সমুদায় কৰ তেজপুৰত ১৯১০-১১ চনত ২৫,৬১৪ টকা, ১৯১১ ১২ চনত ২৬,২৬১ টকা আৰু ১৯১২-১৩ চনত ২৬,৭২৬ টকা। মঙলদৈত ১৯১০-১১ চনত ২,৩৫৯ টকা, ১৯১১-১২ চনত ২,৫৮৯ টকা আৰু ১৯১২-১৩ চনত ২,৬০২ টকা আছিল। আনহাতে অন্যান্য লোকে আদায় দিয়া সমুদায় কৰ মঙলদৈত ১৯১০-১১ চনত ২৩,৬৩৮ টকা, ১৯১১-১২ চনত ২৩,৭৬০ টকা আৰু ১৯১২-১৩ চনত ২৩,৭৩৪ টকা। নগাঁৱত ১৯১০-১১ চনত ১,৮১৮ টকা, ১৯১১-১২ চনত ১,৭৪৭ টকা আৰু ১৯১২-১৩ চনত ১,৭৪১ টকা। আনহাতে অন্যান্য লোকে আদায় দিয়া সমুদায় কৰ নগাঁৱত ১৯১০-১১ চনত ৩৪,৩২৩ টকা, ১৯১১ ১২ চনত ৩৪,৮২৫ টকা আৰু ১৯১২-১৩ চনত ৩৪,৫৬১ টকা। শিৱসাগৰত ১৯১০-১১ চনত ৭,৮৮৪ টকা, ১৯১১-১২

চনত ৮,৯৯০ টকা আৰু ১৯১২-১৩ চনত ৯,২৯৩ টকা। আনহাতে অন্যান্য লোকে আদায় দিয়া সমুদায় কৰ শিৱসাগৰত ১৯১০-১১ চনত ৩৫,৭৫৬ টকা, ১৯১১-১২ চনত ৩৬,৩০৩ টকা আৰু ১৯১২-১৩ চনত ৩৫,৯৬১ টকা। যোৰহাটত ১৯১০-১১ চনত ৯,৯৩৫ টকা, ১৯১১-১২ চনত ১০,০২৫ টকা আৰু ১৯১২-১৩ চনত ১০,১৪২ টকা। আনহাতে অন্যান্য লোকে আদায় দিয়া সমুদায় কৰ ধুবুৰীত ১৯১০-১১ চনত ৩৪,৭১৬ টকা, ১৯১১-১২ চনত ৩৭,৪৯৯ টকা আৰু ১৯১২-১৩ চনত ৩৭,৬৬৩ টকা। গোলাঘাটত ১৯১০-১১ চনত ৫,৫৫২ টকা, ১৯১১-১২ চনত ৬,২৭২ টকা আৰু ১৯১২-১৩ চনত ৬,৫১৫ টকা। আনহাতে অন্যান্য লোকে আদায় দিয়া সমুদায় কৰ গোলাঘাটত ১৯১০-১১ চনত ২৪,৫৭৮ টকা, ১৯১১-১২ চনত ২৩,৯৮১ টকা আৰু ১৯১২-১৩ চনত ২৩,২৬৮ টকা। ডিব্ৰুগড়ত ১৯১০-১১ চনত ১৯,৮৯৬ টকা, ১৯১১-১২ চনত ২০,৮১১ টকা আৰু ১৯১২-১৩ চনত ২১,৫২৭ টকা। আনহাতে অন্যান্য লোকে আদায় দিয়া সমুদায় কৰ ডিব্ৰুগড়ত ১৯১০-১১ চনত ২৭,৫৮৮ টকা, ১৯১১-১২ চনত ২৯,২২০ টকা আৰু ১৯১২-১৩ চনত ৩৩,০৬৭ টকা। উত্তৰ লখিমপুৰত ১৯১০-১১ চনত ১,৭১৮ টকা, ১৯১১-১২ চনত ১,৬৮৪ টকা আৰু ১৯১২-১৩ চনত ১,৬৮০ টকা। আনহাতে অন্যান্য লোকে আদায় দিয়া সমুদায় কৰ উত্তৰ লখিমপুৰত ১৯১০-১১ চনত ১১,৭৯৫ টকা, ১৯১১-১২ চনত ১১,৫১৭ টকা আৰু ১৯১২-১৩ চনত ১২,৩৯৬ টকা। সৰ্বমুঠ ১৯১০-১১ চনত চাহ খেতিয়কসকলে লোকেল ব'ৰ্ডক দিয়া স্থানীয় কৰ হৈছে ৫৬,১৭৮, ১৯১১-১২ চনত ৫৯,০৩০, ১৯১২-১৩ চনত ৬০,৮৬৪ টকা। স্থানীয় লোকে দিয়া কৰ যথাক্ৰমে ৪,১২,১৫৫; ৪,১৫,০৫২; ৪,২০,৩২৫ টকা।

সিদিনাৰ সভাঁতে পদ্মনাথ গোহাঞিবৰুৱাই আহোম-অসমীয়া-ইংৰাজী অভিধানৰ অগ্ৰগতি, মেট্ৰিকত উত্তীৰ্ণ ছাত্ৰ-ছাত্ৰীলৈ জলপানি, গোৱালপাৰাৰ আদালতত অসমীয়া ভাষাৰ প্ৰৱৰ্তন, তেজপুৰৰ পানী যোগান আঁচনি, ৰঙিয়া-টংলা ৰে'লৱে লাইন, তেজপুৰ-বালিপাৰাত পাতলীয়া ৰে'ল সংযোগ, শিৱসাগৰ চহৰৰ পৰা ৰে'লৱে ষ্টেছন আৰু জাহাজঘাটলৈ ট্ৰাম সেৱা, উত্তৰ লখিমপুৰ-কমলাবাৰী পথৰ কাষত সংৰক্ষিত বনাঞ্চল স্থাপন আৰু মৌজাদাৰৰ মৰ্যাদা বৃদ্ধিৰ সন্দৰ্ভত প্ৰশ্ন উত্থাপন কৰিছিল। গোহাঞিবৰুৱাৰ প্ৰশ্নৰ উত্তৰত মিঃ এ ডব্লিউ ব'থামে গোৱালপাৰা জিলা আদালতত অসমীয়া ভাষা প্ৰৱৰ্তনৰ বিষয়টো বিবেচনাধীন হৈ থকা বুলি জানিবলৈ দিছিল। তেওঁ লগতে জনাইছিল যে আহোম-অসমীয়া-ইংৰাজী ভাষাৰ অভিধান এখন প্ৰণয়ন কৰিবলৈ গোলাপ চন্দ্ৰ বৰুৱা নামৰ উপ-পৰিদৰ্শক এগৰাকীক শিক্ষা বিভাগে দায়িত্ব দিছিল। ১৯১৩ চনত জুলাইৰ পৰা পৰৱৰ্তী দুবছৰৰ ভিতৰত এই অভিধান সম্পূৰ্ণ হ'ব বুলিও তেওঁ কৈছিল।

১৯১৪ চনৰ ১৩ মাৰ্চত বছৰটোৰ দ্বিতীয়খন ব্যৱস্থাপক সভাৰ বৈঠক অনুষ্ঠিত হৈছিল। এই বৈঠকত লৰ্ড মিণ্টোৰ মৃত্যুত সমবেদনা জনাই শোক প্ৰস্তাৱ এটা উত্থাপন কৰিছিল সভাপতি আৰ্চডেল আৰ্লে। তেওঁ প্ৰস্তাৱত উল্লেখ কৰিছিল যে অসমত ব্যৱস্থাপক সভা প্ৰৱৰ্তনৰ মূলতে আছিল লৰ্ড মিণ্টোৰ সংস্কাৰ আঁচনি। সেয়েহে তেওঁৰ মৃত্যুত ব্যৱস্থাপক সভাই গভীৰ শোক প্ৰকাশ কৰিছিল। তেওঁ উত্থাপন কৰা শোক প্ৰস্তাৱ সমৰ্থন কৰিছিল মাণিক চন্দ্ৰ বৰুৱা, তৰুণৰাম ফুকন, পদ্মনাথ গোহাঞিবৰুৱা, মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাই। মাণিক চন্দ্ৰ বৰুৱাই তেওঁৰ শোক ভাষণত কৈছিল— 'লৰ্ড মিণ্টোৰ মৃত্যুৰ বাতৰিয়ে সমগ্ৰ অসমবাসীক গভীৰ দুখ আৰু বেদনা দিছে। ধনীৰ পৰা দুখীয়ালৈ সকলোৱে সমস্বৰে কৈছে যে এজন প্ৰকৃত শাসকক জনসাধাৰণে হেৰুৱাইছে। তেওঁ জনহিতকৰ আঁচনিৰ দ্বাৰা ৰাইজৰ মন জয় কৰিবলৈ সমৰ্থ হৈছিল। লৰ্ড মিণ্টোৱে এটা দুৰ্যোগপূৰ্ণ সময়ত ভাৰত শাসন কৰিছিল। সেই সময়ত চাৰিওফালে ভয়াবহ ৰাজনৈতিক অন্ধকাৰ বিৰাজ কৰিছিল। পৰিৱেশ অশান্তিজৰ্জৰ হোৱাৰ উপৰি দুৰ্ভাগ্যজনক হত্যা আৰু অপৰাধজনিত ঘটনা সংঘটিত হৈছিল দেশব্যাপী। চাৰিওপিনে মানুহৰ মুখে মুখে কেৱল

সন্ত্ৰাসজনিত কথা-বতৰাহে আলোচনা-বিলোচনা হৈছিল। কিন্তু লৰ্ড মিণ্টোৱে কি কৰিছিল? তেওঁ সহজাত শীতল মস্তিষ্কৰে, সাহসেৰে, দৃঢ়তাৰে আৰু শক্তিশালী চাৰিত্ৰিক মনোবলেৰে এই সকলো বাধা অতিক্ৰম কৰিছিল। ফলত তেওঁ সৰ্বসাধাৰণ নাগৰিকৰ পৰা আস্থা আদায় কৰিব পাৰিছিল আৰু সকলোৱে তেওঁক সম্মান আৰু শ্ৰদ্ধা কৰিছিল। মাননীয় মহোদয়ে উল্লেখ কৰিছে এই ব্যৱস্থাপক সভাৰ সদস্যসকলে কিয় তেওঁৰ প্ৰতি কৃতজ্ঞ হোৱা উচিত। আজি এইজন প্ৰশাসকক আমি হেৰুৱাইছো। আমি দুখেৰে আমাৰ আন্তৰিক সমবেদনা জনাইছো তেওঁৰ মহীয়সী পত্নী তথা পৰিয়ালবৰ্গলৈ। এতিয়া তেওঁ স্বামীহীন আৰু সন্তানসকলো পিতৃহীন হ'ল। এইখিনি মনৰ কথা ব্যক্ত কৰি মই এই প্ৰস্তাবটো সমৰ্থন কৰিছো। সদস্য তৰুণৰাম ফুকনে প্ৰস্তাবটো সমৰ্থন কৰি কৈছিল— 'মাণিক চন্দ্ৰ বৰুৱাই যিখিনি কথাৰে মিণ্টোৰ প্ৰতি গভীৰ শ্ৰদ্ধা নিবেদিছে, সেইখিনি কথাকে ময়ো দোহাৰিছো। তেওঁলৈ লৰ্ড মিৰ্লেই জনোৱা শ্ৰদ্ধাৰ শব্দগুচ্ছকে পুনৰুক্তি কৰিলো— You will never again, I do not care whether the time is short or long, you will never again have the combination of a Secretary of State or a Viceroy more thoroghly earnest in their desire to improve the Indian Government and to do full justic to the different elements of the Indian population. ইয়াতকৈ ডাঙৰ সমবেদনাৰ বাণী আন একো হ'ব নোৱাৰে।' পদ্মনাথ গোহাঞিবৰুৱায়ো এই প্ৰস্তাৱত সমৰ্থন জনাইছিল আৰু আহোম সম্প্ৰদায়ৰ হৈ তেওঁৰ মৃত্যুত গভীৰ সমবেদনা জনাইছিল। ছাদুল্লাই মুছলমান সম্প্ৰদায়ৰ হকে এই প্ৰস্তাৱৰ প্ৰতি সমৰ্থন জনাই কৈছিল— 'মুছলমান সম্প্ৰদায় লৰ্ড মিণ্টোৰ প্ৰতি বিশেষভাৱে কৃতজ্ঞ। কাৰণ ১৯০৭ চনত ছিমলাত মুছলমান সম্প্ৰদায়ৰ প্ৰতিনিধি দলে দাখিল কৰা স্মাৰকপত্ৰৰ প্ৰতি তেওঁ দেখুওৱা সহানুভূতিসূচক উত্তৰৰ কথা আমি কেতিয়াও পাহৰিব নোৱাৰিম। মুছলমান সংখ্যালঘুসকলক প্ৰতিনিধিত্ব দিয়াৰ ক্ষেত্ৰত লৰ্ড মিণ্টোৱে এক বাস্তৱসম্মত আঁচনি গ্ৰহণ কৰিছিল। তেওঁৰ বাবে এই সম্প্ৰদায়ে ব্যৱস্থাপক সভাত অংশগ্ৰহণৰ সুযোগ আৰু সুবিধা লাভ কৰিছে।'

সেই একেদিনাই এ জে জি ক্ৰুছবেলে ব্যৱস্থাপক সভাৰ সদস্য হিচাপে শপত গ্ৰহণ কৰিছিল। সিদিনাৰ সভাতেই মিঃ এইচ মিলাৰে যোৰহাট বাজ্যিক ৰে'লৱেৰ ভাৰাৰ নিৰিখ আইনৰ ২৩নং নিয়ম সংশোধন কৰা সন্দৰ্ভত প্ৰশ্ন উত্থাপন কৰিছিল। ক্ৰুছবেলে সুৰমা উপত্যকাৰ বানপানী, গেম লৰ ধাৰাসমূহ তথা বননিৰ ওচৰে-পাঁজৰে বাস কৰা লোকসকলৰ দৃষ্টি আকৰ্ষক প্ৰশ্ন উত্থাপন কৰিছিল। ইয়াৰ উত্তৰত ব'থামে-এ 'বনৰীয়া পক্ষী আৰু পশু সুৰক্ষা আইন ১৯১২'ৰ নিয়মাৱলী বহুলভাৱে প্ৰচাৰ কৰা হ'ব বুলি জানিবলৈ দিছিল।

সিদিনাৰ সভাত মাণিক চন্দ্ৰ বৰুৱাই অশ্বক্ৰান্ত দেৱালয়ৰ মাটি মুছলমান লোকক দখলেয়ে দীৰ্ঘত দিয়া কাৰ্যত আপত্তি দৰ্শাইছিল। তদুপৰি তেওঁ শিৱসাগৰ হাইস্কুলৰ প্ৰধান শিক্ষকৰ বিৰুদ্ধে অভিযোগ উত্থাপন কৰাৰ লগতে শিৱসাগৰ লোকেল ব'ৰ্ডে একাংশ ভাৰতীয় সদস্যক বাধা দিয়াৰ উদ্দেশ্যে সভাৰ স্থান নাজিৰালৈ সলনি কৰা কাৰ্য অনৈতিক বুলি অভিহিত কৰিছিল। তেওঁ শিলঙত কাৰ্যনিৰ্বাহ কৰা আমোলাসকললৈ পাহাৰীয়া ভাত্তা আগ বঢ়াবলৈ আৰু শিক্ষক-পণ্ডিতসকলৰ দৰমহা বঢ়োৱাৰ বাবেও চৰকাৰক দাবী জনাইছিল।

অসমৰ প্ৰাদেশিক অসামৰিক সেৱাৰ বিষয়াসকলৰ বাবে নিৰ্বাচিত তালিকাভুক্ত চাকৰিৰ কোনো পদ ৰখা হোৱা নাছিল। মাণিক চন্দ্ৰ বৰুৱাই এই সন্দৰ্ভত এটা প্ৰশ্ন উত্থাপন কৰিছিল। চৰকাৰে উপায়ুক্ত আৰু উদ্যোগ বিভাগৰ সঞ্চালকৰ নতুনকৈ সৃষ্টি কৰা পদত প্ৰাদেশিক সেৱা বিভাগৰ বিষয়াক নিযুক্তি দিব নে নাই সেই কথাও জানিব খুজিছিল। ইয়াৰ উত্তৰ মিঃ ডব্লিউ জে ৰীডে কৈছিল— 'অসম পূৰ্বতে যেতিয়া সুকীয়া প্ৰদেশ আছিল, তেতিয়া কোনো তালিকাভুক্ত পদত প্ৰাদেশিক অসামৰিক সেৱাৰ নিৰ্বাচিত প্ৰতিনিধিক নিযুক্তি দিয়া হোৱা নাছিল। শেহতীয়াকৈ অসম পূৰ্ববংগৰ লগত অংশীভূত হোৱাৰ

পাছৰে পৰা কিছুসংখ্যক পদ অসামৰিক সেৱাৰ সদস্যসকলৰ বাবে ৰখা হৈছে। ভাৰত চৰকাৰে শেহতীয়াকৈ গ্ৰহণ কৰা প্ৰস্তাৱত উল্লেখ কৰা হৈছে যে ৰয়েল কমিছনে তালিকাভুক্ত নিয়োগৰ গোটেই বিষয়টো পৰ্যালোচনা কৰি চাব আৰু তালিকাভুক্ত পদসমূহ ১৯১২ চনৰ ১ এপ্ৰিলৰ পৰা তিনিখন প্ৰদেশৰ মাজত ভগাই দিব। অসমে তালিকাভুক্ত পদত জিলা আৰু ছেছন ন্যায়াধীশৰ পদহে পাব। ছিলেটৰ বাসিন্দাসকল যিহেতু বেংগল প্ৰাদেশিক ন্যায়িক সেৱাৰ বিষয়া, সেয়েহে তেওঁলোকে অতিৰিক্ত বিচাৰপতি পদ।'

১৯১৪ চনৰ ৮ ফেব্ৰুৱাৰীত এখন বাংলা কাকতত প্ৰকাশিত বাতৰিত শ্বিলঙত কৰ্মৰত কেৰাণীসকলে যথেষ্ট কষ্টৰ সন্মুখীন হোৱা বুলি সংবাদ পৰিবেশিত হৈছিল। এই বাতৰিটোৰ প্ৰতি সকলোৰে দৃষ্টি আকৰ্ষণ হৈছিল। শ্বিলঙত কাম কৰা লোকসকলৰ জীৱন নিৰ্বাহৰ মান বহুখিনি বাঢ়িছিল বুলি চৰকাৰীভাৱে ঘোষণা কৰা হৈছিল বাবে তেনে বাতৰি ভিত্তিহীন বুলি উল্লেখ কৰা হৈছিল। শ্বিলঙত কাম কৰা চৰকাৰী আমোলাসকলক ঢাকাৰ দৰে পাহাৰীয়া ভাট্টা দিয়াৰ কথা বিবেচনা কৰিব লাগে বুলি সোধা প্ৰশ্নৰ উত্তৰত ৰীডে কৈছিল যে ১৯১২ চনৰ এপ্ৰিল মাহৰ পিছত অৰ্থাৎ প্ৰদেশখন পুনৰ সংগঠিত হোৱাৰ পাছত জীৱন ধাৰণৰ মান যিহেতু উন্নত হৈছে, সেয়েহে চৰকাৰে এই সন্দৰ্ভত কোনো নতুন সিদ্ধান্তত উপনীত হোৱাৰ কথা ভবা নাছিল। অশ্বক্ৰান্ত দেৱালয়ৰ মাটি মুছলমান সম্প্ৰদায়ৰ লোকক দলৈয়ে লীজত দিয়া সন্দৰ্ভত চৰকাৰৰ বক্তব্য প্ৰকাশ কৰি ব'থামে কৈছিল যে দলৈয়ে মাটি লীজলৈ দিয়াটো আইনসংগত হোৱা নাছিল। ১৮৬৩ চনৰ আইনৰ ধাৰা ২০ মতে যিকোনো লোকে এই সংক্ৰান্তত দেৱানী আদালতত গোচৰ তৰিব পাৰে বুলিও তেওঁ জানিবলৈ দিছিল। শিক্ষক আৰু পণ্ডিতৰ দৰমহা বঢ়োৱা সন্দৰ্ভত ব'থামে কৈছিল— 'প্ৰাথমিক স্কুলৰ শিক্ষকসকলৰ দৰমহা মাহে ৮ টকালৈ বৃদ্ধি কৰা হৈছে। সম্প্ৰতি মাচুলৰ ধনেৰে সৈতে তেওঁলোকৰ মাহেকীয়া আয় ৮ টকাৰ পৰা ১০ টকাৰ ভিতৰত হয়। সহকাৰী শিক্ষকৰ ন্যূনতম দৰমহা ৩ টকাৰ পৰা মাহে ৮ টকালৈ বৃদ্ধি কৰা হৈছে। ডাঙৰ গাঁৱত অৱস্থিত নিম্ন প্ৰাথমিক স্কুলৰ শিক্ষকৰ দৰমহাও তেনে ধৰণে বৃদ্ধি কৰা হৈছে। প্ৰধান শিক্ষকৰ ২০ টকা, দ্বিতীয়জন শিক্ষকৰ ১৫ টকা, তৃতীয়জন শিক্ষকৰ ১০ টকা। উচ্চ প্ৰাথমিক স্কুলৰ শিক্ষকৰ দৰমহা উল্লিখিত ধৰণে নিৰ্ধাৰণ কৰা হৈছে। সংস্কৃত শিক্ষকসকলক সহকাৰী শিক্ষা সেৱালৈ পদোন্নতি দিয়াৰ বাবে নিজকে উপযুক্ত কৰি তোলাৰ সুযোগ দিয়া হৈছে।'

তৰুণৰাম ফুকনে অসম উপত্যকাৰ জিলাসমূহৰ ন্যায়াধীশৰ আদালতত কিমান দেৱানী গোচৰ বিচাৰাধীন অৱস্থাত আছিল, অসম উপত্যকাৰ বিভিন্ন জিলাত থকা মন্দিৰসমূহৰ হাতত কিমান খাজনাৰহিত মাটি আছিল সেই বিষয়ে চৰকাৰৰ পৰা জানিব বিচাৰিছিল। ইয়াৰ উত্তৰত ডব্লিউ জে ৰীডে বিচাৰাধীন অৱস্থাত থকা দেৱানী গোচৰৰ তালিকাখন সভাত দাখিল কৰিছিল। এই তালিকা অনুসৰি এবছৰৰ অধিক পৰি থকা গোচৰ আছিল ১৮০টা, ছমাহৰ অধিক পৰি থকা গোচৰ আছিল ৯৭টা, তিনিমাহতকৈ অধিক পৰি থকা গোচৰৰ সংখ্যা আছিল ৫২টা, আৰু তিনিমাহৰ তলৰ বিচাৰাধীন গোচৰ আছিল ৬৫টা। সিদিনাৰ সভাতেই মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাই পূৰ্ববংগ ৰাজ্যিক ৰে'লৱেত কিমানজন অসমীয়া লোকে কাম কৰি আছিল এই সন্দৰ্ভত প্ৰশ্ন উত্থাপন কৰিছিল। ইয়াৰ উত্তৰত ছুইটে কৈছিল যে এই সংক্ৰান্তত তেওঁৰ হাতত পৰ্যাপ্ত তথ্য নাছিল। সেই সময়ত ব্ৰেক বাটাৰ ফিভাৰৰ দ্বাৰা লামডিঙৰ বহুলোক আক্ৰান্ত হৈছিল। এই বিষয়টো চৰকাৰৰ দৃষ্টিগোচৰ হৈছিল নে নাই সেয়া জানিব খুজিছিল ছাদুল্লাই। মুছলমান সম্প্ৰদায়ৰ ছাত্ৰসকলক বিনামূলীয়া মাচুলৰ জৰিয়তে চৰকাৰী হাইস্কুলত ভৰ্তিকৰণ, মুছলমান সম্প্ৰদায়ৰ লোকক আবকাৰী বিভাগৰ উপ-পৰিদৰ্শক পদত নিযুক্তি, গুৱাহাটী মিউনিচিপালিটীত মুছলমান সম্প্ৰদায়ৰ প্ৰতিনিধি নিয়োগ আদি বিষয়ো সেইদিনা তেওঁ উত্থাপন কৰিছিল। ইয়াৰ উত্তৰত ব'থামে লামডিঙৰ কিছু এলেকাত ব্ৰেক বাটাৰ ফিভাৰ হোৱাৰ কথা স্বীকাৰ কৰিছিল। আন এটা প্ৰশ্নৰ উত্তৰত তেওঁ কৈছিল যে চৰকাৰে প্ৰায় ৯৫৩জন মুছলমান সম্প্ৰদায়ৰ ছাত্ৰক চৰকাৰী স্কুলত ভৰ্তিকৰণৰ

সুবিধা দিছিল। গুৱাহাটী মিউনিচিপালিটীত মুছলমান সম্প্ৰদায়ৰ লোকৰ কোনো আসন নথকা বাবে চৰকাৰৰ পক্ষৰ পৰা তেওঁ দুখ প্ৰকাশ কৰিছিল। মুছলমান সম্প্ৰদায়ৰ লোকে যাতে প্ৰতিনিধিত্ব পায় সেই উদ্দেশ্যে চৰকাৰে গুৱাহাটী মিউনিচিপালিটীৰ নিৰ্বাচিত বা মনোনীত কমিছনাৰৰ সংখ্যা বঢ়োৱাৰ বাবে জাননী জাৰি কৰিছিল বুলিও তেওঁ উত্তৰত জনাইছিল।

১৯১২ চনৰ ১ এপ্ৰিলৰ পৰা ১৯১৪ চনৰ ২৫ ফেব্ৰুৱাৰীলৈ অসমৰ শিক্ষা বিভাগৰ পৰিদৰ্শক, শিক্ষক আৰু আমোলা-বিষয়াৰ কিমান পদ খালী আছিল, এই পদসমূহত অসম তথা সুৰমা উপত্যকাৰ কিমানজন লোকে চাকৰি পাইছিল আৰু বাহিৰৰ কিমানজন লোক আহিছিল, সেই বিষয়ে পদ্মনাথ গোহাঞিবৰুৱাই জানিব খুজিছিল। এই প্ৰশ্নৰ উত্তৰ দি এ ডব্লিউ ব'থামে সদনত এক বিবৰণী দাঙি ধৰিছিল। এই বিবৰণি মতে, পৰিদৰ্শক পদৰ স্থায়ী চাকৰিত সুৰমা আৰু পাহাৰীয়া জিলাৰ পৰা ৬জন, অসম উপত্যকাৰ ৮জন, বাহিৰৰ ৩জন লোকক নিযুক্তি দিয়া হৈছিল। অস্থায়ীভাৱে নিযুক্তি দিয়া হৈছিল সুৰমা আৰু পাহাৰীয়া জিলাকেইখনৰ পৰা ১৪জন, অসম উপত্যকাৰ ৭জন। শিক্ষক হিচাপে স্থায়ী পদত নিযুক্তি দিয়া হৈছিল সুৰমা উপত্যকা আৰু পাহাৰীয়া জিলাৰ ৩জন, অসম উপত্যকাৰ ১৬জন, বাহিৰৰ ২৯জনক। অস্থায়ী পদত নিযুক্তি দিয়া হৈছিল সুৰমা উপত্যকা আৰু পাহাৰীয়া জিলাৰ ১৫জন, অসম উপত্যকাৰ ১৬জন, বাহিৰৰ ৬জনক। আমোলা হিচাপে স্থায়ী পদত নিযুক্তি দিয়া হৈছে সুৰমা উপত্যকা আৰু পাহাৰীয়া জিলাৰ এজন, অসম উপত্যকাৰ ৫জন, বাহিৰৰ পৰা ৪জন। অস্থায়ী পদত সুৰমা উপত্যকা আৰু পাহাৰীয়া জিলাৰ ১১জন, অসম উপত্যকাৰ ৮জন, বাহিৰৰ দুজনক।

'কাজিৰঙা সংৰক্ষিত বনাঞ্চলৰ পৰিসৰ বৃদ্ধিৰ বিষয়ে চৰকাৰে কিবা প্ৰস্তাৱ লৈছে নেকি?' বুলি পদ্মনাথ গোহাঞিবৰুৱাই আন এটা প্ৰশ্ন উত্থাপন কৰিছিল। এ ডব্লিউ ব'থামে এই সংক্ৰান্তত চৰকাৰে ব্যৱস্থা গ্ৰহণ কৰিছিল বুলি জানিবলৈ দিছিল। বৰুৱাই লগতে দামোদৰদেৱৰ তিথিত চৰকাৰী বন্ধ ঘোষণা কৰাৰ দৰে শংকৰদেৱ আৰু মাধৱদেৱৰ তিথিতো অসম উপত্যকাত স্থানীয় বন্ধ ঘোষণা কৰাৰ বাবে অনুৰোধ জনাইছিল। ভোগালী বিহু আৰু ৰঙালী বিহুত চৰকাৰে দিয়া বন্ধ যথেষ্ট নহয় বুলি আক্ষেপ কৰি তেওঁ এই বন্ধ বৃদ্ধি কৰিবলৈ অনুৰোধ জনাইছিল। ইয়াৰ উত্তৰত ব'থামে জনাইছিল যে শংকৰদেৱ আৰু মাধৱদেৱৰ তিথিত অসম উপত্যকাত স্থানীয় বন্ধ ঘোষণা কৰিবলৈ ইতিমধ্যে চৰকাৰে সিদ্ধান্ত গ্ৰহণ কৰিছিল। কিন্তু গোটেই প্ৰদেশখনত চৰকাৰী বন্ধ ঘোষণা কৰাটো সম্ভৱ নাছিল। কাৰণ বংগতকৈ অসমৰ চৰকাৰী বন্ধৰ তালিকাখন যথেষ্ট দীঘল আছিল। ব'হাগ বিহুত দুদিন বন্ধ দিয়া হৈছিল আৰু মাঘ বিহুত এদিনকৈ বন্ধ দিয়া হৈছিল। ইয়াতকৈ বেছিদিন বন্ধ বঢ়াই দিয়াটো সম্ভৱপৰ নাছিল।

১৯১৪-১৫ চনত সংশোধিত বিত্তীয় বিবৰণী ব্যৱস্থাপক সভাত উত্থাপন কৰিছিল মিঃ ডব্লিউ জে ৰীডে। তেওঁ বিত্তীয় বিবৰণীত উল্লেখ কৰিছিল— 'পাছৰ বছৰটোত প্ৰদেশখনৰ ৰাজহ ১,২৬,২১,০০০ টকা সংগ্ৰহ হ'ব বুলি চৰকাৰে আশা কৰিছে। তদুপৰি ইম্পেৰিয়েল ৰাজহৰ অংশ ২৫,৭৭,০০০ টকা প্ৰদেশখনে পাব। যোৱা বছৰটোত আৰম্ভণি বাকী আছিল ৫৩,৮৫,০০০ টকা। সৰ্বমুঠ চৰকাৰৰ হাতত থকা ধনৰ পৰিমাণ আছে ২,০৫,৮৩,০০০ টকা। সামৰণি বাকী ৩১,৬৪,০০০ টকা মজুত ৰাখি চৰকাৰখনে খৰচৰ শিতানত ১,৭৪,১৯,০০০ টকা ধাৰ্য কৰিছে। বাজেট বিবৰণী পঢ়াৰ পিছত তেওঁ উল্লেখ কৰিছিল যে ই এখন প্ৰগতিশীল বাজেট বুলি সদস্যসকল নিশ্চয় আশ্বস্ত হ'ব। কাৰণ আমি প্ৰদেশখনত অকল ৰাজহ বৃদ্ধি কৰিবলৈ চেষ্টা কৰা নাই, প্ৰদেশখনৰ উন্নয়নৰ কাৰণেও বিভিন্ন আঁচনি গ্ৰহণ কৰিছো। আনকি আমি যোৱা সময়ছোৱাৰ সামৰণি বাকীৰ ধন ৫৩,৮৫,০০০ টকাৰ পৰা ২২,২১,০০০ টকা খৰচ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিছো। তেওঁ লগতে কয় যে বিভাগৰ দায়িত্বত থকা বিষয়াসকলে নিজৰ নিজৰ বিভাগ সম্পৰ্কে সুকীয়াকৈ সভাত দাঙি ধৰিব।'

আবকাৰী বিভাগৰ ৰাজহ আৰু খৰচ শিতানৰ ব্যাখ্যা দাঙি ধৰিছিল ব'থামে। তেওঁ কৈছিল যে সেই বছৰ চৰকাৰে আবকাৰী শিতানৰ বাজেটত নির্ধাৰিত ৰাজহ ধার্য ধনতকৈ ৩ লাখ টকা অধিক লাভ কৰিছিল। এই বৃদ্ধি হোৱা ৰাজহৰ অর্ধেক আহিছিল অনুজ্ঞাপত্রৰ মাচুলৰ লগতে আবকাৰী দোকানসমূহলৈ আগ বঢ়োৱা বন্দবস্তিৰ পৰা। 'সাধাৰণতে প্রদেশখনৰ জনসাধাৰণৰ অৱস্থা ভাল হ'লে আবকাৰী ৰাজহ বৃদ্ধি পায়। কিন্তু এইবাৰ প্রদেশখনৰ অৱস্থা ভাল হোৱা সত্ত্বেও ডিচেম্বৰলৈ ৫ শতাংশহে দেশীয় মদ আৰু গাঞ্জা ব্যৱহাৰ বাঢ়িছে। আনহাতে আফিঙৰ ব্যৱহাৰ দুই শতাংশ কমকৈ বাঢ়িছে। অহা বছৰ বাজেটত আবকাৰী বিভাগৰ ৰাজহ বেছি বৃদ্ধি নহয় বুলি ভবা হৈছে।

এ ডব্লিউ ব'থামে লগতে কৈছিল যে ভাৰত চৰকাৰে আফিঙৰ ব্যৱহাৰ ৰোধ কৰাৰ কাৰণে ব্যৱস্থা গ্রহণ কৰিছিল। মুখ্য আয়ুক্তই গঠন কৰি দিয়া ভ্ৰাম্যমাণ কমিটীয়ে বিভিন্ন স্থানলৈ গৈ ৰাইজক নানা ধৰণৰ পৰামর্শ আগ বঢ়াইছিল। সেই পৰামর্শসমূহ কার্যকৰী হ'লে নিচাযুক্ত দ্রব্যবিধ সেৱনৰ প্রতি নৱপ্রজন্ম আগ্রহী নহ'ব বুলিও চৰকাৰে আশা প্রকাশ কৰিছিল। এই কমিটীয়ে দিয়া বিভিন্ন ধৰণৰ পৰামর্শৰ ভিত্তিত ভাঙৰ শুল্ক প্রতি সেৰে ১১ টকাৰ পৰা ১২ আৰু ১৩ টকালৈ বৃদ্ধি কৰা হৈছিল। 'পৰৱৰ্তী পদক্ষেপ হিচাপে পহিলা এপ্রিলৰ পৰা ইয়াৰ মূল্য প্রতি সেৰত গোটেই প্রদেশখনতে ১৬ টকা কৰা হ'ব। চৰকাৰী আফিঙৰ মূল্য অহা বছৰ লখিমপুৰ আৰু শিৱসাগৰ জিলাত প্রতি সেৰত ৪২ টকাৰ পৰা ৪৫ টকা কৰা হ'ব। কাৰণ এই দুখন জিলাত আফিং সেৱন কৰা লোকৰ সংখ্যা বেছি। কাছাৰ জিলাত ৩৭ টকাৰ পৰা ৪০ টকালৈ বৃদ্ধি কৰা হ'ব। ঠিক তেনেকৈ গোৱালপাৰা আৰু ছিলেটৰ সীমান্তৱৰ্তী এলেকাত ৩৭ টকাৰ ৪০ টকালৈ বৃদ্ধি কৰা হ'ব। ভাং ব্যক্তিগতভাৱে ৰখাৰ পৰিমাণ যোৱা বছৰ আছিল ২০ তোলা আৰু এতিয়া ১০ তোলাকৈ হ্রাস কৰাৰ ব্যৱস্থা কৰা হৈছে। অহা বছৰৰ পৰা এই পৰিমাণ হ্রাস কৰি ৫ তোলা কৰা হ'ব। আফিং ব্যক্তিগতভাৱে ৰখাৰ পৰিমাণ ৫ তোলাৰ পৰা ৩ তোলা কৰা হৈছে। এই পৰিমাণ ২ তোলা কৰা হ'ব। নতুন প্রজন্মই যাতে আফিং আৰু ভাং ব্যৱহাৰ কৰিব নোৱাৰে, সেইবাবে পূর্বৰ নিষিদ্ধকৰণৰ সময়সীমা ১৪ আৰু ১৬ৰ পৰা ২০ বছৰলৈ বৃদ্ধি কৰা হৈছে। আফিঙৰ দোকান যোৱা ৭-৮ বছৰত ৫০ শতাংশ কমোৱা হৈছে। কমিটীয়ে সদ্যহতে এই সংখ্যা হ্রাস নকৰিবলৈ পৰামর্শ দিছে। নগাঁৱত আফিঙৰ দোকানৰ সংখ্যা কমিটীৰ পৰামর্শ মতে অহা বছৰলৈ ৭১ৰ পৰা ৪৭ খনলৈ হ্রাস কৰা হ'ব। অসমত আফিঙৰ বিকল্প হিচাপে গাঞ্জা ব্যৱহাৰ কৰাৰ বাবে প্রাথমিক অৱস্থাত উৎসাহ দিয়া হৈছিল যদিও দুয়োবিধ নিচাযুক্ত দ্রব্য স্বাস্থ্যৰ বাবে ক্ষতিকাৰক। চৰকাৰে ইয়াৰ ব্যৱহাৰ ৰোধ কৰাৰ বাবে চিন্তা-চর্চা কৰি আছে।'— তেওঁ কৈছিল।

শিক্ষা বিভাগৰ দায়িত্বত থকা বিষয়া মিঃ কানিংহামে তেওঁৰ বিভাগ সন্দৰ্ভত বক্তব্য দাঙি ধৰি কৈছিল— 'অসমৰ শিক্ষা বিভাগৰ সংশোধিত বাজেট ধাৰ্য কৰা হৈছে ১১,৭৮,০০০ টকা। ১৯০৩-০৪ চনত অসমৰ জিলাসমূহৰ বাবে সংশোধিত আৰু মূল বাজেটত ধার্য কৰা ধনৰ পৰিমাণ আছিল ৩,১৭,০০০ টকা মাত্র। পূর্ববংগ আৰু অসম প্রদেশত শিক্ষাৰ শিতানত ধার্য কৰা ধনৰ পৰিমাণ আছিল ৬,৫৭,০০০ টকা।' দহ বছৰ আগতকৈ অসমৰ প্রাথমিক বিদ্যালয়ৰ ছাত্রৰ সংখ্যা আৰু বিদ্যালয়ৰ সংখ্যা দুগুণ বৃদ্ধি পোৱা বুলিও তেওঁ জানিবলৈ দিছিল। তদুপৰি পাঠশালা শিক্ষাৰ মান উন্নত কৰাৰ লগতে মাতৃভাষা আৰু ইংৰাজী মাতৃভাষাৰ মাজত সমন্বয় অনাৰ বাবে বিশেষ ব্যৱস্থা গ্রহণ কৰা হৈছিল বুলি তেওঁ জনাইছিল। শিক্ষা বিভাগৰ এইটোৱেই মূল লক্ষ্য বুলি কৈছিল কানিংহামে। মাণিক চন্দ্ৰ বৰুৱাই ব্যৱস্থাপক সভাত প্রায়ে শিক্ষকৰ দৰমহা বৃদ্ধিৰ বিষয়টো উত্থাপন কৰি আহিছিল। এই ক্ষেত্রত চৰকাৰে বিহিত ব্যৱস্থা গ্রহণ কৰা বুলি তেওঁ সভাত উল্লেখ কৰিছিল। অসমৰ শিক্ষিত যুৱকসকলে দৰমহাৰ অজুহাত দেখুৱাই শিক্ষকতাৰ চাকৰি কৰিবলৈ অনিচ্ছা প্রকাশ কৰা কার্যক কানিংহামে দুর্ভাগ্যজনক বুলি আখ্যা দিছিল। 'স্থানীয় শিক্ষিত লোকসকলৰ দ্বাৰা পূৰণ কৰাৰ উদ্দেশ্যে ব্রহ্মপুত্র উপত্যকাত বহুসংখ্যক

শিক্ষকৰ পদ খালী কৰি ৰখা হৈছে। কিন্তু এই পদসমূহ আমি পূৰণ কৰিব পৰা নাই। ফলত স্কুলসমূহৰ লগতে ছাত্ৰ-ছাত্ৰীসকলো ক্ষতিগ্ৰস্ত হৈছে। কটন কলেজৰ ক্ষেত্ৰত বিভিন্ন ধৰণৰ আঁচনি গ্ৰহণ কৰা হৈছে। শ্ৰেণী কোঠা, লেবৰেটৰী আৰু ছাত্ৰাবাসৰ সংখ্যা বঢ়োৱা হৈছে। এতিয়া কলেজখন কলিকতা বিশ্ববিদ্যালয়ৰ অন্যতম গুৰুত্বপূৰ্ণ কলেজ হিচাপে স্বীকৃতি পোৱাৰ অপেক্ষাত আছে। ভাৰতীয় শিক্ষা সেৱাৰ দুজন অধ্যাপক ইতিমধ্যে আহিছে। তৃতীয়জন অলপতে আহিব আৰু আশা কৰা হৈছে অহা ১৯১৪-১৫ চনৰ শিক্ষাবৰ্ষত ১৮ মাহ আগেয়ে শিক্ষা সম্মিলনে দিয়া পৰামৰ্শ মতে পূৰ্ণ পৰ্যায়ৰে সকলো বিষয়ৰ পাঠদান আৰম্ভ কৰা হ'ব। ইয়াৰ বাবে বাজেটত ধন ধাৰ্য কৰা হৈছে। ইয়াৰ উপৰি অহা বছৰৰ জুলাই মাহত গুৱাহাটীত এখন ল' কলেজ আৰম্ভ হ'ব। ধুবুৰীৰ লোকেল ব'ৰ্ডক গোৱালপাৰাৰ মেচপাৰাত এখন কাৰিকৰী স্কুল স্থাপন কৰাৰ বাবে ধন দিয়া হৈছে। গুৱাহাটীত এখন নতুন ছাৰ্ভে স্কুল নিৰ্মাণৰ বাবে ৪১,০০০ টকা ধাৰ্য কৰা হৈছে।' —কানিংহামে কৈছিল।

স্বাস্থ্য বিভাগৰ দায়িত্বত থকা বিষয়া লেফটেনেণ্ট কৰ্নেল এইচ ই বেনেটভালাই জনাইছিল যে স্থানীয় প্ৰশাসনে বেৰী হোৱাইট মেডিকেল স্কুলৰ কম্পাউণ্ডাৰ শ্ৰেণীত অধ্যয়নৰত ছাত্ৰসকলৰ বাবে পাঁচটা জলপানিৰ ব্যৱস্থা কৰিছিল। তদুপৰি স্থানীয় মহিলাসকলক নিৰ্বাচিত স্থানত ধাইৰ প্ৰশিক্ষণ দিয়াৰ বাবেও ব্যৱস্থা গ্ৰহণ কৰিছিল। সেই সময়তে ডিব্ৰুগড়ৰ মেডিকেল স্কুলতে এই শ্ৰেণী খোলা হৈছিল। চৰকাৰৰ বাবে সেইছোৱা সময়ৰ সৰ্বাধিক চিন্তনীয় বিষয়টো আছিল ক'লাজ্বৰ। পূৰ্বতে যিবোৰ ঠাইত ক'লাজ্বৰৰ প্ৰাৰ্দুভাৱ হৈছিল, সেইবোৰ ঠাইত নতুনকৈ ক'লাজ্বৰ হোৱা খবৰ অৱশ্যে চৰকাৰে পোৱা নাছিল। ছখন ভ্ৰাম্যমাণ চিকিৎসালয়ৰ ব্যৱস্থা কৰা হৈছিল। এই ছখন বাহনযুক্ত ভ্ৰাম্যমাণ চিকিৎসালয় এজন উপ-সহকাৰী ছাৰ্জনৰ নিয়ন্ত্ৰণত আছিল আৰু এই চিকিৎসালয়কেইখন ক'লাজ্বৰ আক্ৰান্ত অঞ্চলৰ বাবেহে নিৰ্ধাৰিত কৰা হৈছিল। উপ-সহকাৰী ছাৰ্জনে অকল আক্ৰান্ত অঞ্চলত চিকিৎসা সেৱা আগ বঢ়োৱাই নহয়, এই বেমাৰৰ পৰা সৰ্বসাধাৰণ মানুহ কেনেকৈ ৰক্ষা পাব তথা কি কি ব্যৱস্থা গ্ৰহণ কৰিব লাগিব— সেই সম্পৰ্কেও পৰামৰ্শ দি ফুৰিছিল। তদুপৰি অনাময় বিভাগক এই ভয়াবহ ৰোগ হ'ব পৰা কাৰণসমূহ আৰু অঞ্চলসমূহ সম্পৰ্কে সঘনাই জনাই থকাৰ বাবেও আদেশ দিছিল। 'আশা কৰা হৈছে এই বছৰৰ শীতকালীন সময়ছোৱাৰ পৰা এই ভ্ৰাম্যমাণ চিকিৎসালয়সমূহ কাৰ্যক্ষম হ'ব। গোলাঘাট মহকুমাৰ খুমটাই আৰু নাহৰণি মৌজাত লোৱা চিকিৎসা ব্যৱস্থাৰ ফলত ক'লাজ্বৰ নিয়ন্ত্ৰণ হৈছে। গোলাঘাট মহকুমাত ৪০টা আক্ৰান্ত পৰিয়ালক তিনি বছৰ আগেয়ে সেই অঞ্চলৰ পৰা অন্য অঞ্চললৈ নিয়া হৈছিল। 'পূৰ্বতে এই ৰোগত আক্ৰান্ত নোহোৱা লোক এজন নতুনকৈ আক্ৰান্ত হৈছে। সম্ভাব্য কিছু কিছু ক্ষেত্ৰত কুইনাইন আৰু আৰ্চেনিকৰ চিকিৎসা কৰি সুফল পোৱা গৈছে। জনসাধাৰণে চৰকাৰে লোৱা ব্যৱস্থাৰ প্ৰতি আনন্দিত হৈছে। বৰ্তমান বাতিপুৰীয়া, লুকুমনি, কুৱালগুৰি, বামুণগাঁও আদিত ৰোগৰ প্ৰদুৰ্ভাৱ বাঢ়িছে। এই বছৰত চৰকাৰে আক্ৰান্ত পৰিয়ালবোৰক স্থানান্তৰ কৰাৰ ব্যৱস্থা গ্ৰহণ কৰাৰ উপৰি বেমাৰ নিয়ন্ত্ৰণ কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিছে, যাতে ইয়াক ৰোধ কৰিব পাৰি। মই এইক্ষেত্ৰত চৰকাৰে দিয়া ধনৰ সুপ্ৰয়োগৰ ওপৰত গুৰুত্ব দিছো। মেলেৰিয়াৰ বিষয়ে গৱেষণা কৰাৰ বাবে ভাৰত চৰকাৰে এজন প্ৰশিক্ষিত বিষয়াক ইয়ালৈ পঠিয়াব বুলি আশা কৰা হৈছে। ইতিমধ্যে ক'লাজ্বৰ সংক্ৰান্তীয় সকলো ধৰণৰ তথ্য সংগ্ৰহ কৰি থকা হৈছে। কাৰণ ক'লাজ্বৰ আৰু মেলেৰিয়া নিয়ন্ত্ৰণ কৰাটো দেশৰ বাবে প্ৰয়োজন। বিশেষকৈ চাহ উদ্যোগৰ বাবে। সেয়ে এইক্ষেত্ৰত সম্পূৰ্ণ সুফল লাভ কৰিব পৰা যাব বুলিও আমি আশাবাদী। গুৱাহাটী, মঙ্গলদৈ আৰু বৰপেটা পানী যোগান আঁচনি প্ৰায় সম্পূৰ্ণ হোৱা পথত।' বুলি জনাইছিল।

বিজ্ঞান বিভাগৰ দায়িত্বত থকা বিষয়া ব'থামে ভাৰতীয় চাহ সন্থাৰ বাবে ১০,০০০ টকা ধাৰ্য কৰাৰ কথা ঘোষণা কৰিছিল। এই টকাৰে টোকলাইত পৰীক্ষাগাৰ এটা স্থাপন কৰা হ'ব বুলিও জনাইছিল।

'অহা বছৰলৈ চাহ সম্বাক বৈজ্ঞানিক পৰীক্ষা-নিৰীক্ষাৰ বাবে বছৰেকীয়া অনুদান হিচাপে ১২,০০০ টকা দিয়া হ'ব। কৃষি খণ্ডৰ বাবে ভাৰত চৰকাৰে দিয়া ৫০,০০০ টকা অহা বছৰৰ পৰা বাজেটৰ অন্তৰ্ভুক্ত কৰা হ'ব আৰু এই ধন উত্তৰ কামৰূপত পৰীক্ষামূলকভাৱে কুঁহিয়াৰ উৎপাদন কাৰ্যত ব্যৱহাৰ কৰা হ'ব।' —তেওঁ উল্লেখ কৰিছিল।

১৯১৪ চনৰ ২ এপ্ৰিলত অনুষ্ঠিত ব্যৱস্থাপক সভাৰ বৈঠকত মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাই অসমৰ তলতীয়া শিক্ষাখণ্ডত সেৱা আগ বঢ়াই থকা কৰ্মচাৰীসকলৰ শ্ৰেণী বিভাগ সম্পৰ্কে জানিব বিচাৰিছিল। তদুপৰি স্থায়ী আমোলাৰ পদত অসম সচিবালয় আৰু বিভাগীয় মুৰব্বী বিভাগসমূহত কিমানজন হিন্দু আৰু মুছলমান লোকক নিযুক্তি দিয়া হৈছিল এই সম্পৰ্কে জানিব বিচাৰিছিল। মিঃ ৰীডে অসম সচিবালয়ত প্ৰতি পদৰ বিপৰীতে হিন্দু আৰু মুছলমান লোক কিমান নিযুক্তি দিয়া হৈছিল, সেই সম্পৰ্কে বিস্তৃত তালিকা দাখিল কৰিছিল। এই তালিকাত উল্লেখ আছিল যে মুঠ ৬৫ টা পদৰ ভিতৰত ৪৩টাত হিন্দু আৰু ব্ৰাহ্ম, ৫টাত মুছলমান, ১০টাত খাচীয়া আৰু ৮টাত অন্যান্য সম্প্ৰদায়ক নিযুক্তি দিয়া হৈছিল। গড়কাপ্তানি বিভাগৰ মুখ্য অভিযন্তা আৰু সচিবালয়ত নিযুক্তি দিয়া ২৭টা পদৰ ভিতৰত হিন্দু ১৭টা, মুছলমান ৩টা, খাচীয়া ৪টা, অন্যান্য সম্প্ৰদায়ৰ ২টা আৰু এটা পদ খালী থকা বুলি উল্লেখ কৰা হৈছিল। ভূমি অভিলেখ্য আৰু কৃষি সঞ্চালকালয়ত ১২জন হিন্দু, এজন মুছলমান, এজন খাচীয়া লোকক নিযুক্তি দিয়া হৈছিল। শিক্ষা সঞ্চালকালয়ত ১২জন হিন্দু, এজন খাছীয়া, মুখ্য বন সংৰক্ষণ কাৰ্যালয়ত ৯জন হিন্দু, দুজন মুছলমান, ৩জন খাছীয়া কৰ্মচাৰী আছিল। আবকাৰী বিভাগৰ আয়ুক্ত আৰু পঞ্জীয়ন বিভাগৰ মহাপৰিদৰ্শকৰ কাৰ্যালয়ত ১৯১৪ চনলৈ ৪জন হিন্দু, ৩জন মুছলমান, দুজন খাছীয়া লোকে কাৰ্যনিৰ্বাহ কৰি আছিল। একেদৰে অসমাৰিক চিকিৎসালয়ৰ মহাপৰিদৰ্শক আৰু অনাময় আয়ুক্তৰ কাৰ্যালয়ত ১৯জন হিন্দু, দুজন খাছীয়া আৰু অন্যান্য সম্প্ৰদায়ৰ দুজন লোকক নিযুক্তি দিয়া হৈছিল। আৰক্ষী মহাপৰিদৰ্শকৰ কাৰ্যালয়ত সেইছোৱা সময়ত ১৪জন হিন্দু, দুজন খাছীয়া কৰ্মচাৰী আছিল। স্কুলসমূহৰ পৰিদৰ্শকৰ কাৰ্যালয়ত আছিল ৩জন হিন্দু। আইন বিভাগৰ অধীক্ষকৰ কাৰ্যালয়ত দুজন হিন্দু আৰু এজন খাছীয়া লোকক নিযুক্তি দিয়া হৈছিল।

মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাই ১৯১৪ চনৰ ১৩ মাৰ্চত অনুষ্ঠিত সভাত প্ৰশ্নোত্তৰকালত অসমৰ চৰকাৰী সাহায্যপ্ৰাপ্ত স্কুলসমূহত কিমানজন ছাত্ৰ-ছাত্ৰীৰ ভৰ্তিকৰণত অনুমোদন দিয়া নাছিল সেই কথা চৰকাৰৰ পৰা জানিব বিচাৰিছিল? এই প্ৰশ্নৰ উত্তৰত বিভাগটোৰ দায়িত্বত থকা ব'থামে দুটা পৃথক বিবৃতি সভাত দাখিল কৰিছিল। ১৯১৪ চনত গুৱাহাটীৰ কটন কলেজিয়েট স্কুলত ৩২জন, তেজপুৰ চৰকাৰী হাইস্কুলত এজন, শিৱসাগৰ চৰকাৰী হাইস্কুলত ২৯জন. ধুবুৰী চৰকাৰী হাইস্কুলত ২জন, যোৰহাট চৰকাৰী হাইস্কুলত ৮৬জন, উত্তৰ লখিমপুৰ চৰকাৰী হাইস্কুলত ২০জন, শ্বিলং চৰকাৰী হাইস্কুলত ৫জন, শিলচৰ চৰকাৰী হাইস্কুলত ৩১জন, ছিলেট চৰকাৰী হাইস্কুলত ১১জন, হবিগঞ্জ চৰকাৰী হাইস্কুলত ৩০জন, ডিব্ৰুগড় হাইস্কুলত এজন, মুঠ ২৪৮ জন ছাত্ৰই নামভৰ্তিৰ অনুমোদনৰ পৰা বঞ্চিত হৈছিল। তদুপৰি নতুনকৈ চৰকাৰীকৰণ হোৱা গোলাঘাট বেজবৰুৱা হাইস্কুলত ৫জন, বৰপেটা হাইস্কুলত ৪৮জন, কৰিমগঞ্জ হাইস্কুল ১১জন, মৌলবী বাজাৰ হাইস্কুলত ১০জনসহ মুঠ ৭৪ জন ছাত্ৰই পোৱা নাছিল নাম ভৰ্তিৰ সুযোগ। সাহায্যপ্ৰাপ্ত হাইস্কুলৰ ভিতৰত সোণাৰাম শিক্ষানুষ্ঠানত ৩৫জন, হাইলাকান্দি হাইস্কুলত ১১জন, নাজিৰা হাইস্কুলত ৩জন, ডিব্ৰুগড়ৰ জৰ্জ ইনষ্টিটিউটত ২০জন, সোনামগঞ্জত ২৩জন— মুঠ ৯২জন আৰু সৰ্বমুঠ ৪১৪জন ছাত্ৰক ভৰ্তি কৰিবলৈ অস্বীকাৰ কৰিছিল। মহম্মদ ছাদুল্লাই চৰকাৰী আৰু নতুনকৈ প্ৰাদেশীকৃত কৰা হাইস্কুলসমূহৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা আৰু হিন্দু-মুছলমানৰ অনুপাত জনাবলৈ অনুৰোধ জনাইছিল। তদুপৰি বিনামূলীয়াকৈ পঢ়াৰ সুযোগ লাভ কৰা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা তথা ইয়াৰ হিন্দু-মুছলমানৰ পৰিসংখ্যাও তেওঁ জানিব খুজিছিল।

ইয়াৰ উত্তৰত ব'থামে তেওঁৰ লিখিত বিবৃতিত প্ৰকাশ কৰিছিল যে সৰ্বমুঠ চৰকাৰী আৰু প্ৰাদেশিকীকৰণ হোৱা হাইস্কুলত ৭,০৮৬জন ছাত্ৰ-ছাত্ৰী আছিল। ইয়াৰ ভিতৰত মুছলমান ছাত্ৰ-ছাত্ৰী আছিল ১,৩০২জন। বিনামূলীয়াকৈ পঢ়া ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৭৯৪জন। মুছলমান ছাত্ৰ-ছাত্ৰী আছিল ১৭১জন।

সিদিনাৰ সভাতে পদ্মনাথ গোহাঞিবৰুৱাই ১৯১৪ চনৰ ২৬ ফেব্ৰুৱাৰীত 'আসাম বিলাসিনী' কাকতত প্ৰকাশিত বাতৰিৰ আঁত ধৰি অসমৰ হাতীৰ মহলসমূহ কিছু বছৰ বন্ধ ৰাখি শেষত জে ই গ্ৰে নামৰ এজন লোকক বন্দবস্তি দিয়া সন্দৰ্ভত প্ৰশ্ন উত্থাপন কৰিছিল। তদুপৰি তেজপুৰ হাইস্কুত পঢ়ি থকা চাৰিজন ছাত্ৰক অসম স্কুল মেনুৱেলৰ ২০৭ অনুচ্ছেদ মতে স্কুল মাচুল ৰেহাই নিদিয়া সন্দৰ্ভত প্ৰশ্ন উত্থাপন কৰিছিল।

২ এপ্ৰিলত মাণিক চন্দ্ৰ বৰুৱাই ১৯১৪ চনৰ ১৩ মাৰ্চত শিৱসাগৰ লোকেল ব'ৰ্ডৰ সভা নাজিৰাত আনুষ্ঠিত সম্পৰ্কত কৰা প্ৰশ্নৰ উত্তৰ দিছিল ব'থামে। তেওঁ কৈছিল— 'শিৱসাগৰ লোকেল ব'ৰ্ডৰ সভাখন নাজিৰাত হোৱা কথাটো সঁচা। যিহেতুকে নাজিৰা জিলাখনৰ এটা কেন্দ্ৰ আৰু সৰহসংখ্যক সদস্য সেই অঞ্চলতে আছে, সেয়ে নাজিৰাত সভাখন অনুষ্ঠিত হোৱাটো আইনবিৰোধী হোৱা নাই।'

সিদিনাৰ সভাতেই বিত্ত বিভাগৰ দায়িত্বত থকা বিষয়া বীডে ১৯১৪-১৫ চনৰ বাৰ্ষিক বাজেট ব্যৱস্থাপক সভাত উত্থাপন কৰিছিল। এই প্ৰতিবেদনত ইম্পিৰিয়েল ৰাজহ ৩০,১৬,০০০ টকা পোৱা যাব বুলি উল্লেখ কৰা হৈছিল। প্ৰাদেশিক ৰাজহ ১,৫১,৯৮,০০০ টকা আৰু আৰম্ভণি বাকী ৫৩,৮৫,০০০ টকা সহ মুঠ ২,০৫,৮৩,০০০ টকা ৰাজহ চৰকাৰৰ হাতত জমা হ'ব বুলিও উল্লেখ কৰা হৈছিল। খৰচৰ শিতানত ১,৭৪,১৯,০০০ টকা আৰু সামৰণি বাকী ৩১,৬৪,০০০ টকা সহ ২,৫৮,৩,০০০ টকা দেখুওৱা হয়। ঘাটি দেখুওৱা হৈছিল ২২,২১,০০০ টকা। সেই সময়ছোৱাত সৰ্বমুঠ ভূমি ৰাজহ আদায় হৈছিল ৮,০০,০০০ টকা। ইয়াৰে ৩৯,৮৭,০০০ ইম্পেৰিয়েল ৰাজহ আৰু প্ৰাদেশিক ৰাজহৰ অংশ হৈছিল ৪০,১৩,০০০ টকা। আফিঙৰ পৰা ৰাজহ আদায় হৈছিল ৫,৪০,০০০ টকা। একেদৰে আবকাৰী প্ৰাদেশিক ৰাজহ ৫৩,৫০,০০০ টকা। ৰাজকীয় অনুদান পোৱা গৈছিল ২৭,১৭,০০০ টকা।

বাজেটত অংশগ্ৰহণ কৰি তৰুণৰাম ফুকনে প্ৰথমতে শিক্ষা, অনাময় যোগাযোগ ব্যৱস্থাৰ ওপৰত গুৰুত্ব দি ভাষণ প্ৰদান কৰিছিল। তেওঁ উল্লেখ কৰিছিল যে সহকাৰী শিক্ষকৰ দৰমহা আৰম্ভণিতে ৭৫ টকালৈ বৃদ্ধি নকৰিবলৈ সিদ্ধান্ত লোৱা বুলি জানি সকলো অসন্তুষ্ট হৈছিল। অসমীয়া স্নাতকসকলে অসমীয়া ছাত্ৰসকলক ভালকৈ পঢ়ুৱাবলৈ সমৰ্থ যদিও অসমীয়া ল'ৰাক শিকাবলৈ বাঙালী স্নাতক অনা হৈছিল। 'গুৱাহাটীৰ বঙালী সম্প্ৰদায়ৰ নেতা এগৰাকীয়ে পৌৰসভাত আবেদন কৰিছে যে এজন বাঙালী শিক্ষকক উচ্চ হাৰৰ দৰমহাত নিম্ন প্ৰাইমাৰী স্কুলত অসমীয়া শিক্ষকৰ সলনি নিযুক্তি দিব লাগে। যদিও অসমীয়া শিক্ষকে বাংলা ভাষাত পাঠ্যক্ৰম হিচাপে নৰ্মাল স্কুল পৰীক্ষা পাছ কৰিছে তথাপি এজন বাঙালী শিক্ষকে প্ৰকৃতপক্ষে বাঙালী ছাত্ৰকহে ভালকৈ পঢ়ুৱাব পাৰে। বহুসংখ্যক ছাত্ৰক হয় কটন কলেজিয়েট স্কুল, নহয় সোণাৰাম চৰকাৰী হাইস্কুলত ভৰ্তি কৰা বুলি অভিযোগ উঠিছে। অকল নলবাৰী স্কুলক হাইস্কুল পৰ্যায়লৈ উন্নীত কৰিবলৈ কানিংহামে প্ৰশাসনক দিয়া পৰামৰ্শৰ ক্ষেত্ৰত গঢ়ি উঠা অসন্তুষ্টি নিশ্চয় চৰকাৰে নোহোৱা কৰিব। প্ৰায় ছমাহ গ'ল আমি আগ্ৰহেৰে চাই আছো কেতিয়াকৈ কাৰিকৰী শিক্ষা ব্যৱস্থা উদ্যোগ সঞ্চালকালয়ে গ্ৰহণ কৰে। গুৱাহাটীত হোৱা কাৰিকৰী শিক্ষা বিষয়ক সন্মিলনত মিঃ ছুইটে প্ৰতিশ্ৰুতি দিছিল যে অসমীয়া ল'ৰাক শিক্ষা নবিচ হিচাপে খিলং মটৰ কৰ্মশ্বপত ভৰ্তিকৰণৰ ব্যৱস্থা কৰিব। এই সংক্ৰান্তত বিষয়টো ৰাজহুৱাভাৱে প্ৰকাশ নহ'লেও মই ইতিমধ্যে দহখন দৰ্খাস্ত পাইছো আৰু বিহিত ব্যৱস্থা ল'বলৈ পঠিয়াইছিলো যদিও কোনো ব্যৱস্থা কৰা নহ'ল।' —ফুকনে

কৈছিল।

বাজেটত কামৰূপ জিলাত পৰীক্ষামূলকভাবে কুঁহিয়াৰৰ উৎপাদনৰ বাবে লোৱা আঁচনি সম্পৰ্কে কোনো উল্লেখ নথকাত ফুকনে আপত্তি কৰিছিল। তেওঁ কৈছিল—'মই বৰ আশবাদী আছিলো। মাননীয় সদস্যসকলে ধনৰ অভাৱত এই আঁচনি বন্ধ কৰা বিষয়টো নিশ্চয় সমৰ্থন নকৰিব। যেতিয়া মিঃ বৰঠাকুৰে জাপানৰ পৰা কৃতকাৰ্যতাৰে কৃষি বিভাগত প্ৰশিক্ষণ লৈ আহিল, তেওঁ প্ৰশাসনৰ সহায় বিচাৰি আবেদন জনাইছিল যাতে কুঁহিয়াৰ খেতিৰ বাবে তেওঁ পৰীক্ষামূলক আঁচনি এখন ল'ব পাৰে আৰু ইয়াৰ বাবে তেওঁ কিছু মাটি বিচাৰিছিল। কি কৰাণে তেওঁক বিশেষ চুক্তিত এই মাটি দিয়া নহ'ল নাজানিলো। কিয় নতুন উদ্যোগ এটাৰ বাবে তেওঁ বিচৰা দহ হাজাৰ টকা আগধন দিয়া নহ'ল সেয়াও আমাৰ বাবে সাঁথৰ স্বৰূপ।'

পথ যোগাযোগৰ ব্যৱস্থা নথকা হেতু গ্ৰামাঞ্চলৰ লোকে অশেষ অসুবিধাৰ সন্মুখীন হোৱা কথাও ফুকনে উত্থাপন কৰিছিল। 'ট্ৰাংক ৰোড বা ৰে'লৱে ব্যৱস্থা তেওঁলোকৰ বাবে প্ৰয়োজনীয় নহয়, তেওঁলোকৰ বাবে প্ৰয়োজনীয় নিজৰ গাঁৱৰ পৰা ওলাই যোৱা পথটো। সেয়ে গাঁৱৰ পথসমূহ উন্নত কৰাৰ বাবে চৰকাৰে ব্যৱস্থা গ্ৰহণ কৰা উচিত। আমি আপোনাৰ ওচৰত কৃতজ্ঞ, কাৰণ আপুনি আমাৰ প্ৰদেশখনৰ উন্নয়নৰ কাৰণে এখন ভাল চৰকাৰ দিয়াৰ ব্যৱস্থা গ্ৰহণ কৰিছে। কম সময়ৰ ভিতৰতে নিশ্চিতভাৱে ক্ষিপ্ৰ উন্নয়নো আৰম্ভ হৈছে। ইয়াৰ কৃতিত্ব আপোনাৰ। আমি আন্তৰিকতাৰে আশা কৰিছো যে আপুনি আপোনাৰ দয়াশীল নীতি অটুট ৰাখিব। সেই নীতি হৈছে ছাৰ হেনৰী কটনে আৰম্ভ কৰা 'অসম অসমীয়াৰ'।' —ফুকনে কৈছিল।

আন এগৰাকী অসমীয়া সদস্য পদ্মনাথ গোহাঞিবৰুৱাই তেওঁৰ ভাষণত উল্লেখ কৰিছিল—'অসমীয়া লোকসকল উচ্চ শিক্ষাত এতিয়াও পিছপৰি আছে। সেয়ে চৰকাৰে এইক্ষেত্ৰত সুস্থ পদক্ষেপ আগ বঢ়াব লাগে।' তেওঁ তলতীয়া বিচাৰপতিৰ পদত নিযুক্তি দিয়াৰ বাবে চৰকাৰে সিদ্ধান্ত লোৱা বাবে ধন্যবাদ জনোৱাৰ লগতে সেই পদত এজন অসমীয়া লোকক নিযুক্তি দিবলৈকো অনুৰোধ জনাইছিল। গুৱাহাটীত এখন আইন কলেজ স্থাপনৰ লগতে এই আইন কলেজখনক আৰ্ল ল কলেজ হিচাপে অভিহিত কৰিবলৈ সিদ্ধান্ত লোৱা বুলি জানিব পাৰিও তেওঁ গভীৰ সন্তুষ্টি প্ৰকাশ কৰিছিল। তেওঁ কৈছিল— 'অসমত ছিল্ক উদ্যোগ স্থাপনৰ বাবে কৃষি বিভাগৰ এজন বিষয়াৰ দ্বাৰা ইয়াৰ সম্ভাৱনীয়তা সন্দৰ্ভত অনুসন্ধান আৰম্ভ হৈছে বুলি মই জানিব পাৰিছো। ইয়াৰ বাবে বাজেটত ধনো ধাৰ্য কৰা হৈছে। সেয়ে অসমৰ সামগ্ৰিক বিকাশৰ প্ৰতি লক্ষ্য ৰাখি এই অনুসন্ধানৰ প্ৰতিবেদন ৰাজহুৱা কৰিবলৈ মই চৰকাৰক অনুৰোধ জনালো। মই ব্যৱস্থাপক সভাত দিয়া প্ৰথমটো ভাষণত কেইবাটাও গুৰুত্বপূৰ্ণ পৰামৰ্শ আগ বঢ়াইছিলো। এই পৰামৰ্শসমূহ প্ৰশাসনে গ্ৰহণ কৰিছে। সেয়ে প্ৰশাসনক এই সুযোগতে ধন্যবাদ জনাইছো। মই দিয়া পৰামৰ্শৰ ভিতৰত কাৰ্যকৰী কৰা বিষয়কেইটা হৈছে— (১) দুয়োখন উপত্যকাত প্ৰায় ছখন সাহায্যপ্ৰাপ্ত হাইস্কুল আৰু সাহায্যপ্ৰাপ্ত মধ্য ইংৰাজী স্কুল এই বছৰৰ আৰম্ভণিতে চৰকাৰীকৰণ হৈছে। (২) চৰকাৰে হাইস্কুলসমূহত নামভৰ্তিকৰণৰ ক্ষেত্ৰত বিমুখ কৰাৰ যি অশুভ ব্যৱস্থা চলি আছিল, শিক্ষকৰ সংখ্যা আৰু স্কুলৰ কোঠাৰ সংখ্যা বৃদ্ধি কৰি এই ব্যৱস্থা দূৰীকৰণৰ পদক্ষেপ আগ বঢ়াব। (৩) আৰ্থিক দুৰৱস্থাৰ প্ৰতি লক্ষ্য ৰাখি আহোম ছাত্ৰসকলক বিশেষ সুবিধা যেনে মাচুল ৰেহাই ব্যৱস্থা, বিশেষ বৃত্তিৰ ব্যৱস্থা, চৰকাৰী চাকৰিত নিয়োগৰ বাবে ব্যৱস্থা গ্ৰহণ কৰা বাবে মই চৰকাৰক কৃতজ্ঞতা জনাইছো। (৪) যোগাযোগ ব্যৱস্থাৰ উন্নয়নৰ বাবে ক্ষিপ্ৰ ব্যৱস্থা গ্ৰহণ কৰাৰ বাবেও মই অতিশয় আনন্দিত হৈছো। তদুপৰি চহৰ আৰু গাঁও অঞ্চলৰ পানী যোগান, অনাময় ব্যৱস্থাৰ উন্নয়নৰ বাবে লোৱা পদক্ষেপ দেখি সমগ্ৰ প্ৰদেশৰ জনসাধাৰণ উৎসাহী হৈছে । চৰকাৰে প্ৰদেশখনত কাৰিকৰী শিক্ষাৰ বাবে লোৱা ব্যৱস্থা, অসম প্ৰাদেশিক অসামৰিক সেৱাৰ পৰা প্ৰথম ঔদ্যোগিক সঞ্চালক পদত

এজন অসমীয়াক নিযুক্তি দিয়াৰ লগতে স্থানীয় স্বায়ত্ত শাসিত বিল উত্থাপন কৰিবলৈ লোৱা ব্যৱস্থাৰ বাবেও আমি আন্তৰিক ধন্যবাদ জনাইছো। ক'লাজ্বৰ প্ৰতিৰোধৰ বাবে চৰকাৰে যি ব্যৱস্থা গ্ৰহণ কৰিছে সেয়া সন্তোষজনক হৈছে। কাৰণ এই জ্বৰে গোটেই প্ৰদেশখনত কৰাল ৰূপ লৈছে। আফিং আৰু গাঞ্জা সেৱনৰ বিৰুদ্ধে চৰকাৰে আশাব্যঞ্জক পদক্ষেপ লৈছে। ইয়াৰ বাবেও আমি ধন্যবাদ জনাইছো। প্ৰস্তাৱিত 'দ্য লোকেল ছেল্‌ফ গৰ্ব্ণমেণ্ট বিল'খন আৰু গাঁও কৰ্তৃপক্ষ গঠন কৰিবলৈ লোৱা ব্যৱস্থাৰ বাবে সকলো নাগৰিকে অনুভৱ কৰিবলৈ লৈছে যে তেওঁলোক এই বিশাল সাম্ৰাজ্যৰ নাগৰিক আৰু তেওঁলোকে নিজৰ সমস্যা নিজেই সমাধান কৰিব পাৰিব। ইয়াৰ দ্বাৰা চৰকাৰে বৰ্তমানৰ পৌৰ প্ৰশাসনৰ ক্ষেত্ৰত আৱশ্যকীয় সংশোধন আনিছে। মৌজাদাৰৰ মৰ্যাদা সম্পৰ্কে অনুসন্ধান কৰিবলৈ লোৱাৰ পিছত মৌজাদাৰসকলৰ মাজত উৎসাহ জাগিছে। মই ভাবো যে তেওঁলোকে পাব লগা কমিছনৰ অংশ বৃদ্ধি পাব। এইক্ষেত্ৰত মই চৰকাৰে অসমৰ সকলো জিলাতে কিছুসংখ্যক আহোম মৌজাদাৰ নিযুক্তি দিয়াৰ প্ৰতিশ্ৰুতিলৈ মনত পেলাই দিছো। নগাঁও, দৰং আৰু কামৰূপত এজনো আহোম মৌজাদাৰ নাই। এইক্ষেত্ৰত থকা অভিযোগ দূৰ কৰিব বুলি আশা ৰাখিলো। ঐতিহাসিক পুথি আৰু বুৰঞ্জীসমূহ সংৰক্ষণৰ বাবে চৰকাৰে লোৱা প্ৰশংসনীয় ব্যৱস্থাই সকলো শ্ৰেণীৰ লোকৰ পৰা প্ৰশংসা বুটলিবলৈ সক্ষম হৈছে। মই দ্বিধাহীনভাৱে ক'ব খুজিছো যে আমি অসমীয়াসকল উচ্চশিক্ষাত এতিয়াও পিছপৰি আছো। কিন্তু আমি আশাবাদী যে স্থানীয় প্ৰশাসনৰ উৎসাহ আৰু সহযোগত অতি সোনকালে এইক্ষেত্ৰত আগবাঢ়ি যাবলৈ সক্ষম হ'ম। এইক্ষেত্ৰত যোৱা কিছুবছৰ ধৰি চৰকাৰৰ পৰা পোৱা উৎসাহজনক সঁহাৰিৰ বাবে চৰকাৰক আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছো। মাননীয় মহোদয়ে নিশ্চয় জানে যে আমাৰ দেশৰ জনসাধাৰণ আৰ্থিকভাৱে স্বচ্ছল নহয়। সেয়ে উচ্চশিক্ষাৰ ক্ষেত্ৰত আমাক আগবঢ়াই নিব লাগিলে চৰকাৰে সহায়-সাহায্য কৰিব লাগিব, যাতে তেওঁলোকৰ সহায়-সহযোগিতাত আমি জ্ঞানৰ বিকাশ ঘটাব পাৰো। এইক্ষেত্ৰত আমাৰ কেইজনমান ডেকা ল'ৰাই ইংলেণ্ড আৰু আন মহাদেশলৈ চৰকাৰৰ সহায় অবিহনে উচ্চশিক্ষা গ্ৰহণৰ বাবে যোৱা উদাহৰণ দাঙি ধৰিব খুজিছো। আমি বৰ্তমান সময়ত নিজৰ ভৰিত থিয় দিছো যদিও চৰকাৰৰ পৰা আশা কৰিছো এইসকল ছাত্ৰই শিক্ষা সমাপ্ত কৰি ঘূৰি অহাৰ পিছত তেওঁলোকৰ আত্মসংস্থাপনৰ বাবে চৰকাৰে যথাবিহিত ব্যৱস্থা গ্ৰহণ কৰিব। অন্যথা তেওঁলোকে শিক্ষা গ্ৰহণ কৰাৰ কোনো উদ্দেশ্য নাথাকিব। এনে ব্যৱস্থা গ্ৰহণ নকৰিলে আন ছাত্ৰসকল অধ্যয়নৰ বাবে বাহিৰলৈ যাবলৈ আগ্ৰহান্বিত নহ'ব। এইক্ষেত্ৰত মই চাৰিজন ভদ্ৰলোকৰ নাম উল্লেখ কৰিব খুজিছো। তেওঁলোক হ'ল গিৰিশ চন্দ্ৰ বৰদলৈ, লক্ষেশ্বৰ বৰঠাকুৰ, ললিত মোহন দাস আৰু গোলক চন্দ্ৰ বৰুৱা। তেওঁলোকে বিভিন্ন বিষয়ত শিক্ষা আহৰণ কৰি বিদেশৰ পৰা ঘূৰি আহিছে। মই এই চাৰিজনৰ প্ৰথমজনক নিযুক্তি দিয়াৰ ব্যৱস্থা কৰাৰ বাবে চৰকাৰক ধন্যবাদ জনাইছো। কিন্তু বাকী তিনিজনৰ ক্ষেত্ৰত এনেধৰণৰ উৎসাহজনক ব্যৱস্থা এতিয়াও গ্ৰহণ কৰা নাই। সেয়ে তেওঁলোকক যাতে উপযুক্তত পদত নিযুক্তি দিয়ে তাৰ বাবে মই প্ৰশাসনক অনুৰোধ জনাইছো।'

পদ্মনাথ গোহাঁঞিবৰুৱাই তেওঁৰ ভাষণত পুনৰ উল্লেখ কৰিছিল— 'অসমৰ ছিল্ক উদ্যোগৰ সম্ভাৱনা কৃষি বিভাগৰ বিষয়াসকলে ইতিমধ্যে বিহিত ব্যৱস্থা গ্ৰহণ কৰিছে। ইয়াৰ বাবে বাজেটতো ধন ধাৰ্য কৰা হৈছে। মই চৰকাৰৰ ওচৰত আবেদন জনাওঁ যে এই প্ৰতিবেদন চৰকাৰে প্ৰকাশ কৰি জনসাধাৰণৰ মনোযোগ আকৰ্ষণ কৰিব আৰু উদ্যোগটোৰ বিকাশৰ বাবে চৰকাৰে কি ব্যৱস্থা গ্ৰহণ কৰে, সেই বিষয়ে সকলো কথা জানিবলৈ দিব। মই এই সুযোগতে উল্লেখ কৰো যে লোকেল বৰ্ডসমূহৰ কাৰ্যালয়ত কম দৰমহাত কৰ্মৰত আমোলাসকলে প্ৰায়ে চৰকাৰী ধন আত্মসাৎ কৰে। পৰ্যাপ্ত দৰমহা নোপোৱাটোৱেই ইয়াৰ কাৰণ। সেই কাৰণে তেওঁলোকৰ দৰমহা মাহিলি কমেও ৪০ টকালৈ বৃদ্ধি কৰিব লাগে।'

বাজেট বিতৰ্কত বাবু ৰমণী মোহন দাস, বাবু নলিনীকান্ত ৰায়, এইচ মিলাৰ, মিঃ এ এল প্লেফায়াৰ, সীতামোহন দাস, মৌলবী মহম্মদ ছাদুল্লাই অংশগ্ৰহণ কৰিছিল। বাবু ৰমণী মোহন দাসে তেওঁৰ ভাষণত উল্লেখ কৰিছিল— 'চৰকাৰে মধ্য ইংৰাজী স্কুলসমূহ আৱন্ত কৰাৰ উপৰি ছাত্ৰৰ মাচুল বৃদ্ধি কৰাৰ বিষয়ে চিন্তা কৰা বুলি জনৰব উঠিছে। যদি এই জনৰব সঁচা হয়, তেতিয়াহ'লে দুখীয়া ছাত্ৰ-ছাত্ৰীসকল শিক্ষাৰ পৰা বঞ্চিত হ'ব। আৰু তেওঁলোকে মেট্ৰিক পাছ কৰাৰ পাছত উচ্চ শিক্ষাৰ পৰা বঞ্চিত হ'ব। ধুবুৰীত কাৰিকৰী শিক্ষাৰ স্কুল এখন স্থাপন কৰাৰ সিদ্ধান্ত লোৱাৰ বাবে মই চৰকাৰক ধন্যবাদ দিছো।' ছাদুল্লাই তেওঁৰ ভাষণত আবকাৰী ৰাজহ তিনি বছৰত ৫ লাখ টকালৈ বৃদ্ধি পোৱা সন্দৰ্ভত শংকা কৰিছিল। তেওঁ লগতে অসমত মুছলমানসকলৰ কাৰণে সুকীয়া শিক্ষা নীতি প্ৰণয়নৰ ওপৰতো গুৰুত্ব দিছিল। ছিলেটত চৰকাৰে চৰকাৰী মাদ্ৰাছা স্কুল এখন স্থাপন কৰাৰ বাবে তেওঁ ধন্যবাদ জনোৱাৰ লগতে ব্ৰহ্মপুত্ৰ উপত্যকাতো জুনিয়ৰ মাদ্ৰাছা স্কুল স্থাপনৰ বাবে অনুৰোধ জনাইছিল। তেওঁ লগতে কৈছিল— 'কটন কলেজত পাৰ্চী আৰু আৰবী ভাষাৰ অনাৰ্ছ শ্ৰেণী খোলা কথা আছিল। এতিয়ালৈকে মই জনাত ইয়াৰ অনুমোদনৰ বাবে কোনো ব্যৱস্থা গ্ৰহণ কৰা নাই। অসমত কাৰিকৰী শিক্ষানুষ্ঠান স্থাপন কৰাৰ বাবে বহুদিনৰ পৰাই দাবী জনাই অহা হৈছে। কিন্তু এই সন্দৰ্ভত চৰকাৰে ব্যৱস্থা গ্ৰহণ কৰাৰ কথা আমি নাজানো। কামৰূপ জিলাত দুই লাখ টকা ব্যয়েৰে পৰীক্ষামূলকভাৱে কুঁহিয়াৰ খেতি কৰাৰ আঁচনি লোৱা হৈছে। কিন্তু মই ভাবো, অসমত এখন কৃষি স্কুল নপতাকৈ লোৱা এনে ব্যৱস্থাই আমাক বিশেষ একো লাভান্বিত নকৰিব। অসমীয়া লোকসকল কৃষিজীৱী। বৈজ্ঞানিক পদ্ধতি সম্পৰ্কে তেওঁলোকৰ স্পষ্ট ধাৰণা নাই বাবে আওপুৰণি পদ্ধতিকে অৱলম্বন কৰি আহিছে। পুণা কৃষি স্কুলৰ দৰে অসমৰ কৃষকসকলকো উন্নত কৃষি সঁজুলি, উন্নত শস্য, সাৰৰ ব্যৱহাৰ সম্পৰ্কে সমুচিত শিক্ষা দিয়া উচিত। তদুপৰি চৰকাৰে এৰী আৰু মুগা শিল্পৰ উন্নতিৰ বাবে কৃষি-ৰেচম শিল্প বিষয়ক স্কুল এখনো স্থাপন কৰিব লাগে।' মিঃ এ বি হকিমে গুৱাহাটীৰ আমিনগাঁৱৰ পৰা মঙলদৈলৈ যাতায়াত কৰা ফেৰী সেৱাৰ বিজুতিৰ বাবে দুঃখ প্ৰকাশ কৰিছিল আৰু এই ব্যৱস্থাৰ শুধৰণি ঘটাব লাগে বুলি অনুৰোধ জনাইছিল। তেওঁ কলিকতাৰ পৰা গুৱাহাটীলৈ সেই সময়ত থকা আসাম-বেংগল ৰে'লৰে যাতায়াত ব্যৱস্থা তিনিচুকীয়ালৈ সম্প্ৰসাৰণ কৰাৰ কথাও উল্লেখ কৰিছিল। তেওঁ তেওঁৰ ভাষণত জুন মাহৰ যোগাযোগ সন্মিলনত মিঃ কুলীয়ে ৰে'ল বিভাগে একছেটিয়াভাৱে অন্য প্ৰতিযোগী উদ্যোগীসকলৰ ক্ষতিকাৰক ব্যৱস্থা গ্ৰহণ কৰা বুলি অভিযোগ অনাৰ কথাও উল্লেখ কৰিছিল।

মৌলবী ছৈয়দ আব্দুল মজিদে প্ৰদেশখনৰ মুছলমান সম্প্ৰদায়ক মাদ্ৰাছা শিক্ষা প্ৰদানত অধিক গুৰুত্ব দিব লাগে বুলি ভাষণত উল্লেখ কৰিছিল। তেওঁ আৰু কৈছিল—'মই দুখেৰে জনাওঁ যে মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাই সোধা প্ৰশ্নৰ সন্দৰ্ভত চৰকাৰে দিয়া উত্তৰত ৪০জন হিন্দুৰ নিযুক্তিৰ বিপৰীতে কেৱল মাত্ৰ পাঁচজন মুছলমান, দহজন খাচী আৰু ছজন অন্যান্য সম্প্ৰদায়ৰ লোকক নিযুক্তি দিয়া হৈছে। অন্য বিভাগতো দুই-তিনিজনৰ বাহিৰে অধিক মুছলমান লোক ক'তো নাই। সন্মানীয় সদস্য ফুকনে উল্লেখ কৰিছে যে 'অসম অসমীয়া'ৰ বাবে। ইয়ে কিন্তু সুৰমা উপত্যকাৰ জনসাধাৰণক বঞ্চিত কৰাটোহে সূচাইছে। মই ইয়াৰ বিৰুদ্ধাচৰণ কৰিছো। কিন্তু ইয়াৰ অৰ্থই যদি বাঙালী সম্প্ৰদায়ক অন্তৰ্ভুক্ত কৰাটো বুজোৱা হোৱা নাই, তেতিয়াহ'লে মই ইয়াক সমৰ্থন কৰিছো। কাৰণ যেতিয়া আমাৰ মানুহ বংগলৈ যায়, তেতিয়া তেওঁলোকে কয় অসমলৈ ঘূৰি যোৱা। মই আচৰিত হৈছো ছাদুল্লাৰ ভাষণ শুনি। তেওঁ কৈছে যে অসমৰ কিছুমান লোকেল ব'ৰ্ডত কোনো এজন মুছলমান সদস্য নাই। এইটো দুঃখজনক।' কামিনী কুমাৰ চন্দ আৰু মাণিক চন্দ্ৰ বৰুৱায়ো বাজেট বিতৰ্কত অংশগ্ৰহণ কৰিছিল। মাণিক চন্দ্ৰ বৰুৱাই দিয়া হুবহু ভাষণ ইয়াত উল্লেখ কৰা হ'ল।

"Sir we are much obliged to the Hon'ble the Chief Secretary for the very lucid manner in which he has presented the budget. The generosity of the Government of India has been very rightly acknowleged, and I trust they will continue to be liberal until the requirements of this hitherto neglected province are adequately met. As I have already remarked on the occasion of the discussion of the budget last year that this province requires a much larger sum of money than what has been available for expenditure. Considering our disadvantages and drawbacks as regards communication, sanitation, education, etc. I think it will not be asking too much if we request the Government of India to allot to our province nearly all its receipts for at least five years to come.

"Turning to the Hon'ble Mr. Reid's explanation of the revised financial statement for the year 1914-15, I find that the opening balance for the next year will be Rs. 53,85,000 which was the closing balance for the current year. But when a minimum closing balance of Rs. 10,00,000 is prescribed which should be sufficient in view of the fact that under the existing arrangements all revenue belongs to the Governments of India and they are bound to come to the rescue of all provincial Government in times of emergency, why should a further large amount of Rs. 43,85,000 have been added to the closing balance or why should the sanction of the Government of India be necessary to expend the whole or any portion of this sum. It is, I believe, nowhere explained on what principle or on what basis the amount of closing balance is fixed. To my mind the object of a reserve fund or a sinking fund or a closing balance is the same, and when there is ample guarantee of getting money in times of need there is no reason why a disproportionately large amount should be kept in reserve.

"It is not clear for what specific purposes the sum of Rs. 18,63,000 has been given and why such a condition should have been laid down. I see there is no such restriction as regards the balance, namely, Rs. 25,22,000.

"The Hon'ble the Chief Secretary next says that the budget for the coming year will leave a closing balance of Rs. 31,64,000. This he calls merely a technical deficit and explains what it implies. In my humble opinion this is no deficit at all. On the contrary the closing balance should not, as I have said above, be more than Rs. 10,00,000. In other wards we can spend Rs. 21,64,000 more than what has been shown in the budget.

"The assistance rendered by the Finance Committee has been acknowladged. They had to distribute Rs. 12,00,000, of which Rs. 1,00,000 were applied to projects requiring a recurring expenditure. In doing this the Finance Committee have no doubt followed the practice adopted in the other provinces. But I ask would it not have been more rational considering the nature of the functions of the Committee to have applied the whole of the amount at their disposal only to works not requiring any recurring outlay. The Hon'ble Mr. Reid mentions a further sum of Rs. 2,00,000 granted by the Government of India which he says has been added to the Public Works Department budget for new works; and that the orders on the subject having been received too late he was not able to consult the Finance Committee as to the distribution of the amount. He has not however asked the Members of this Council to express any opinion as to the distribution. May I venture to suggest that a

portion of the amount should be applied towards making quarters for Extra Assistant Commissioners and Assistant and Deputy Superintendents of Police in every district as it is essentially neccessary that these officers should be provided with houses by Government. The accommodation for the Members of this Council at Shillong is a matter which should engage your kind and careful attention. When I was a member of the Council of Eastern Bengal and Assam I had moved on the subject. Government had already taken action. But before anything definite could be done the redistribution of territories brought the Government to a close.

"From the proceedings of the Finance Committee I find that not a single suggestion or recommendation made by the Indian members was accepted.

"I now proceed to make a few running comments on some of the most striking points embraced in the exhaustive explanations of the Secretaries and Heads of Departments.

"The fish culture seems to be a pet object of Government. It was started under the late Government of Eastern Bengal and Assam. Some money was expended. But there is no information as to what has become of the enterprize and how much money was spent. I find that a small provision has been made in the budget for fishery culture with the object of the introduction of trout in the hill streams of Assam. A small expenditure on an experiment like this, we do not grudge. But full information of its working should always be available.

"The scarcity in parts of Sylhet is no doubt a very serious matter. It is said that a sum of Rs. 2,55,000 has been placed at the disposal of the Commissioner of the Surma Valley for agricultural loans. Whether this amount will be sufficient or not it is impossible for me to say, but I have no doubt that more money will be given if necessary.

"The statements made by the Hon'ble Mr. Botham that the price of rice in the affected areas is not particularly high and that the position although undoubtedly serious does not call for excessive anxiety, will hardly satisfy the public. The actual selling price of rice should have been stated, and the nature of the anxiety can only be ascertained by the actual condition of the people.

"People will be startled to hear that receipts for excise have expanded unexpectedly during the current year and that the revised estimate is more than Rs. 3,00,000 higher than the figure originally entered in the budget. Such a result should be deplored. No doubt Government has taken some measures to check the consumption of excisable articles. But whether they are sufficient or whether they have been rightly applied it is impossible for me to say. As regards the raising of the treasury price of opium, all I have to say is that while those persons who indulge in opium as a luxury will pay any price for it, the small section of the community admittedly very poor who take opium on account of their old age or for medical purposes will suffer very much on account of the enhanced price of the article.

"The scheme for the reorganisation of the Excise Department is anxiously awaited by the public.

" No explanation has been given as to why there should be a central jail at Jorhat and why the status of the Tezpur and Gauhati jails should be reduced. Is Jorhat a particularly healthy place to warrant a large number of convicts being transferred

there or to justify a large sum of money spent on construction of the buildings?

"The Hon'ble the Chief Secretary says that the growth of serious crime has rendered a strengthening of the Criminal Investigation Department imperative. May I enquire whether this growth applies to both the Valleys or to the Surma Valley alone. If to the latter only then, in justice to the people of the Brahmaputra Valley, it should have been clearly stated.

"The interesting account given by the Hon'ble Lieutenant-Colonel Banatvala of the Medical Department contains much useful information. It is satisfactory to note that the pay of Sub-Assistant Surgeons has been increased and that steps will be taken to improve the condition of dispensaries. The Inspector General is quite right in saying that Local Boards require substantial help for improving their dispensaries, and I may here mention that notwithstanding the promise made by the Hon'ble the Chief Commissioner more than a year ago, a dispensary at North Gauhati has not yet been opened. The scheme for the training of indigenous *dhais* should receive every encouragement. Properly trained *dhais* are sadly wanted in Assam.

"An Expenditure of Rs. 3,64,770 on additions and improvements of the lunatic asylum at Tezpur appears to be too high and no explanation is forthcoming.

"People will be pleased to hear that temporary accommodation for lepers from the Assam Valley has been added to the Sylhet Leper Asylum. The rule made by the Government that the Municipalities sending lepers to Sylhet should not only bear their travelling expenses but also their maintenance charges, etc, should, I believe, be withdrawn. The Municipalities can only pay the passage and grant a fixed sum annually towards their maintenance. But it is impossible for them to bear the whole cost.

"People are very grateful to Government for the measures already taken for stamping out *kalajar*, but I doubt very much whether quinine and arsenic alone can cure the disease. Surely these medicines had failed when the disease had first appeared. People believe that it is a kind of poison entering in the system and a proper diagonsis has not yet been made out.

"The All India Sanitary Conference has already discussed the question of silt as preventive against malaria and the experiment to be made on the subject will be keenly watched by the public.

"The supply of good drinking water in the rural areas has already engaged the earnest attention of Government. Although a good deal has been done yet much more still remains to be accomplished. The most important question is how the water-supply should be protected. I should think the Local Board members should be made to take more interest in water-supply, sanitation, etc. Each of the members of every Board should be authorised to inspect all tanks and wells in his circle, and should receive an allowance for travelling and halting. The small Village Committees about to be constituted should be entrusted with the task of looking after a number of tanks and wells. These tanks and wells being constructed by Local Boards are their properties and they should be given more powers and better facilities to protect them.

"The Inspector General speaks nothing but the truth when he says that the diffculty of placing upon a sound financial basis schemes aimed at providing pipe

water-supplies for the small widely scattered towns of Assam with their small and inelastic revenue is one which calls for careful consideration in all cases.

"The water-works in towns can never pay their working expenses and in some cases the deficit must be very large. Government should therefore be prepared to bear s substantial share of all initial and recurring expenditure on this account.

"It is not very clear whether the establishment of village authorities of Committees principally to look after sanitaion and water-supply, and appoinment of five additional Sub-Deputy Collectors to help the District Officers in controlling and supervising the works of these Committees will depend upon the introduction of the Local Self-Government Bill regarding which there is no definite information.

"It is said that out of the 25 lakhs of the special grant, nearly 17 lakhs have been paid to Local Boards for improvements of communications. I trust the money would be spent on good and useful works benefiting all the communities and specially the poor raiyats who contribute the bulk of the local rates and not devoted to any luxurious projects.

"With regard to the sugar-cane experiment made in North Kamrup, I can only hope for its success, although the physical conditions are against it.

"It is gratifying that a new Department of Industries and Co-operative Societies is to be formed under the charge of an officer from the Provincial Civil Service. This is a right step from every point of view, and people will heartily co-operate in making it a success.

"Lastly, I desire to say a few words on education. I may here mention that the inhabitants of the Brahmaputra Valley, who were never subject to the Moslem rule and maintained their independence till civil dissensions gave ascendency to the Burmese, have enjoyed an unprecedented security of life and property, for which they cannot be too grateful to the British Gvernment. But the most positive advantage which the British Rule has conferred upon the people is the instruction imparted through the medium of the English tongue. Her Majesty's Government recognised its obligations in this direction by the enactment of the charter of 1854 popularly called "the Educational Charter for India." In pursuance of its provisions Universities and Colleges were established in presidency towns and English schools at principal stations. Assam had also a small share of this privilege. Two English schools–one at Gauhati and the other at Sibsagar–were started. A taste for western learning was created. The progress made was satisfactory. There was a natural craving for higher education. When in the year 1861 Sri Cecil Beadon, the Lieutenant-Governor, visited Assam, the people memorialised him to raise the Gauhati School to the status of a High School. After mature consideration, this was done in the year 1866. The High School lasted till the year 1874, when it was abolished owing to its unsatisfactory result. This was I believe, due to the establishment of the school too early or to some radical defect in the teaching or both. In the meantime a great struggle continued, and at last in the year 1901 a 2nd grade college was re-established by Sir Henry Cotton amidst almost insuperable difficulties. The conditions being favourable, the result became more and more satisfactory and Sir Lancelot Hare made it a first grade college in the year 1909. Further improvements of a substantial character have been made, Sir, under your administration, and we

have now nearly a full-fledged first-grade college, which will in near future be almost a self-contained one. I have given this short account, because progress in education, which is the most civilizing agency and which cements in indissoluble bonds of union the relations of the ruler and the ruled, awakens our liveliest interest and evokes grateful feelings.

"If I now proceed to point any defects, it must not be supposed that I do so in a carping spirit. It is, I believe, the duty of the Educational Department and the public to work together harmoniously, the former should take the people in its confidence and the latter should render all legitimate help towards the furtherance of sound and useful education.

"The steps taken to make all vernacular education free is a right one, but to make English education dearer and turn out a number of students from schools on the ground of want of accommodation is a very serious matter in a poor province like Assam. Although expenditure under the head education is increasing by leaps and bounds, people must be satisfied that a sufficient sum is allotted towards giving sound and useful education. The inspecting staff should have sufficient materials to inspect. Mere cycling on the roads and writing long reports cannot help Government and are certainly of no use to the people. The pay of most of the teachers– and specially the pandits– is so low that they find it impossible to make a living. The scheme for the improvment of pay and prospects of teachers and pandits has been hanging fire for the last 7 or 8 years. The boarding system, when properly and economically conducted, is admirable, but has Government noticed that a College student can not live in a boarding house for less than Rs. 30 a month and with extraordinary expenditure the amount goes up to Rs. 40. But when a graduate seeks for an employment in the Education Department on a living pay, he is bluntly told that he cannot get more than Rs 50 a month, and when he wants to argue, the Head of the Department reads a severe lecture to him. I ask, Sir, if these graduates are not objects of your sympathy.

"A Law College will be opened from July next, and I can not sufficiently thank the Calcutta University for proposing to call the College after your name. It would have given far more satisfaction to the people if it had been decided to open all the three law classes at the same time; but I do not understand why a farce is going to be played at the beginning on the plea that all the classes can not be opened simultaneously for want of accommodation. I believe that I have conclusively shown that if there is space for the 1st year class, surely there is room for the other two. I have already shown that many of the students are now studying law in Calcutta under great difficulties and by borrowing money. This fact, I believe, weighed with you a good deal in the action taken by you for the establishment of the College and which should not be forgotten.

"The improvement of the National language and literature is a burning question of the hour, but without a knowledge of Sanskrit, the literature can not be enriched. No facilities have yet been given for the study of Sanskrit in a proper and systematic way. The education given in tols is insufficient and certainly not up-to-date. A Sanskrit College at Gauhati on the lines of the Sanskrit College in Calcutta is a great want and surely a scheme can be devised at a reasonable cost. The Professors

teaching Sanskrit in the Cotton College will be a great help to the proposed institution, and the cost of maintenance would be reduced

"The above may be regarded as only the debit side of the account, but there is also the credit side, for which our best thanks are due to the Hon'ble Mr Cunningham

"Your administration, Sir, has been an eventful one People are deeply grateful to you for many beneficient measures of a far-reaching character, and for a continuance of the same I earnestly pray"

সদস্যসকলৰ ভাষণৰ অন্তত কৰ্নেল এইচ ই বেনেটভালাই কৈছিল—'মাননীয় সদস্যসকলে তেওঁলোকৰ ভাষণত কাৰাগাৰৰ স্বাস্থ্য আৰু অনাময় ব্যৱস্থা সম্পৰ্কে প্ৰশ্ন উত্থাপন কৰিছে। জে'লৰ স্বাস্থ্য সেৱা সম্পৰ্কত মই ক'ব খোজো যে কেন্দ্ৰীয় জে'লতকৈ মধ্যমীয়া জে'ল স্থাপন কৰিলে খৰচৰ মাত্ৰা অধিক হয়। গুৱাহাটী নতুবা তেজপুৰৰ মধ্যমীয়া জে'ল দুখন বৰ্তমান সম্প্ৰসাৰণ কৰিব পৰা অৱস্থাত নাই। তদুপৰি দুয়োখন কাৰাগাৰ তুলনামূলকভাৱে স্বাস্থ্যসম্মতও নহয়। সেই কাৰণে আমি অন্য জিলাত কেন্দ্ৰীয় জে'ল স্থাপন কৰাৰ কথা চিন্তা কৰিছো। চৰকাৰে ভাৰতৰ বিভিন্ন প্ৰদেশৰ প্ৰতি ১ লাখ জনসংখ্যাৰ বিপৰীতে কিমানখন চিকিৎসালয় আছে, সেই সম্পৰ্কে তথ্য সংগ্ৰহ কৰিছে। সেই পৰিসংখ্যা অনুসৰি বিহাৰ আৰু উৰিষ্যাত চিকিৎসালয়ৰ সংখ্যা জনসংখ্যাৰ বিপৰীতে ০ ৭৬, সংযুক্ত প্ৰদেশৰ ০ ৯২, বংগত ১ ১৯, মধ্যপ্ৰদেশত ১ ৫১, পঞ্জাবত ১ ৫৭, ছিলেট জিলাত ২ ৪৭ আৰু অসম উপত্যকাত এই পৰিসংখ্যা ২ ৫২। গতিকে স্বাস্থ্য শিতানত চৰকাৰে একো কৰা নাই বুলি কৰি অহা অভিযোগ শুদ্ধ নহয়। মুখ্য আয়ুক্তই দিয়া প্ৰতিশ্ৰুতি মতে উত্তৰ গুৱাহাটীত চিকিৎসালয় স্থাপন হ'ব। চিকিৎসালয় স্থাপনৰ খৰচৰ অংশ চৰকাৰে বহন কৰা কথা বিবেচনা কৰি এই সন্দৰ্ভত লোকেল ব'ৰ্ডৰ লগত আলোচনাত মিলিত হোৱাৰ কথাও আমি চিন্তা কৰিছো।' তেজপুৰত থকা মানসিক চিকিৎসালয়খনৰ বাবে ধনৰ প্ৰয়োজন আছেনে নাই সেই সম্পৰ্কেও তেওঁ সেইদিনাৰ সভাত ব্যাখ্যা আগ বঢ়াইছিল। তেওঁ কৈছিল যে চিকিৎসালয়খন জনবসতিপূৰ্ণ অঞ্চলত অৱস্থিত আছিল। তদুপৰি গ্ৰহণী, টিবি আদি ৰোগত আক্ৰান্ত ভালেসংখ্যক লোক চিকিৎসালয়খনত আছিল। এনে ৰোগীসকলৰ মৃত্যুৰ হাৰো বাঢ়িবলৈ লৈছিল দিন যোৱাৰ লগে লগে। সেয়ে থকা-খোৱাৰ ব্যৱস্থা বৃদ্ধি কৰাৰ লগতে ৰোগী থকাৰ সুবিধাৰ্থে মুঠ আসনৰ সংখ্যা ১৯০ৰ পৰা ৩৩৬লৈ বৃদ্ধি কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিবলৈ চৰকাৰে সিদ্ধান্ত গ্ৰহণ কৰিছিল। আনহাতে বাঁহৰ বেৰসমূহৰ সলনি পকী বেৰ দিয়াৰ লগতে পুৰুষ আৰু মহিলাৰ বাবে সুকীয়া বেৰেক নিৰ্মাণৰ ব্যৱস্থা কৰিছিল। আগৰ বছৰটোত চিকিৎসালয়খনত থকা ৰোগীৰ মৃত্যুৰ হাৰ ৩৮ শতাংশ আছিল বুলিও জানিবলৈ দিছিল। ক'লাজ্বৰ সম্পৰ্কে ভাৰত চৰকাৰে নিযুক্তি দিয়া বিশেষ বিষয়া কেপ্টেইন মেকীয়ে এই সম্পৰ্কীয় প্ৰতিবেদন দাখিল নকৰাৰ কথাও তেওঁ সেইদিনাৰ ভাষণত উল্লেখ কৰিছিল। তদুপৰি জনাইছিল যে কলেৰাত মৃত্যু হোৱা লোকৰ সংখ্যা আগৰ বছৰটোত বৃদ্ধি পাইছিল। এই ৰোগত মৃত্যু হোৱা লোকৰ সংখ্যা পূৰ্বৰ ১০ বছৰৰ তুলনাত অধিক বৃদ্ধি পাইছিল ১৯০৫, ১৯০৬, ১৯০৮ আৰু ১৯১০ চনত। ১৯০৯ চনত বৰ আই, মেলেৰিয়া জ্বৰৰ প্ৰতিষেধক ব্যৱস্থা, বিশেষকৈ কুঁৱাৰ পানী ইত্যাদিৰ পৰা হ'ব পৰা ৰোগৰ বীজাণুৰ বিষয়ে সজাগতা সৃষ্টিৰ উদ্দেশ্যে অনাময় আয়ুক্তই বিভিন্ন ভাষাত লিখা ২০,০০০ প্ৰচাৰ-পত্ৰ জিলা প্ৰশাসনৰ জৰিয়তে বিতৰণ কৰা হৈছিল বুলিও তেওঁ জানিবলৈ দিছিল।

সিদিনাৰ সভাতে শিক্ষা বিভাগৰ দায়িত্বত থকা বিষয়া কানিংহামে শিক্ষা সংক্ৰান্তীয় চৰকাৰে গ্ৰহণ কৰা চাৰিটা নীতিৰ বিষয়ে সদনত উল্লেখ কৰি কৈছিল— Comment has been made in regard to what was described in one speech as 'the objectionable practice of

refusing admission to boys in the High Schools of the province'. It is possibly unnecessary to say much in this regard as the policy of the Administration has already been clearly indicated, namely–

'In the first place, to extend the Government High Schools, including the newly provincial schools, so as to permit of the opening of two sections in each class from the first to the last, involving an ultimate number of no fewer than 640 boys in each school,

'In the second place, in stations where there is no second High School, to encourage the formation of Middle English Schools to relieve the pressure upon the lower classes of the existing High Schools, and pending the development of these middle schools and their ultimate elevation to the High School standard, to permit, as a temporary measure only, of the opening of third sections in the High School classes proper,

'In the third place, to improve existing aided High Schools by increased grants-in-aid to enable them to secure and retain the services of a reasonably well-qualified staff and to put them in a position to develop as the demand arises and their responsibilities increase,

'In the fourth place, to assist in the opening of new High Schools where a demand can be clearly shown to exist and the public are sufficiently eager for the establishment of the institution to make the usual proportionate contribution towards the funds required in order to establish it in decency.

'This is a liberal policy; but it means money and money in larger measure than Hon'ble Members appear to be aware of. The policy can only be carried into effect according to the measure of the funds which the Administration is in a position to release for the purpose.'

কানিংহামে লগতে অসম উপত্যকাৰ অসমীয়া স্নাতকসকলক স্থানীয় স্কুলসমূহত নিযুক্তি দিয়াক কেন্দ্ৰ কৰি উথাপিত আভিযোগৰ উত্তৰত চৰকাৰী তথ্য সদৰী কৰি অসমীয়া স্নাতকসকলৰ গৰিষ্ঠসংখ্যকে শিক্ষক হিচাপে যোগদান কৰাৰ পাছত সেই চাকৰি এৰি বেছি দৰমহাৰ আশাত অন্য বিভাগলৈ আঁতৰি যোৱা বুলি জানিবলৈ দিছিল। 'তথাপি যোৱা দুটা বছৰত সহযোগী শিক্ষা সেৱাত অসমীয়া স্নাতকৰ সংখ্যা দুগুণ বৃদ্ধি পাইছে। তৎসত্বেও অসমীয়া স্নাতকসকলৰ বাবে কিছুসংখ্যক পদ এতিয়াও আমি সংৰক্ষিত কৰি ৰাখিছো, যাতে তেওঁলোকক পৰ্যায়ক্ৰমে নিযুক্তি দিব পৰা যায়। এই সময়ত শিক্ষকসকলৰ দৰমহা প্ৰতিমাহে ৭৫ টকাকৈ বৃদ্ধি কৰাৰ সামৰ্থ্য প্ৰশাসনৰ নাই।' —তেওঁ কৈছিল।

বাজেট বিতৰ্কত ভাগ লৈ মৌলবী মহম্মদ ছাদুল্লাই চৰকাৰে মুছলমানসকলক সাধাৰণ শিক্ষাদানৰ ক্ষেত্ৰত বিশেষ উৎসাহ আৰু সহায় কৰা নাই বুলি কৰা অভিযোগৰো কানিংহামে উত্তৰ দিছিল। 'মাণিক চন্দ্ৰ বৰুৱাই তেওঁৰ ভাষণত গুৱাহাটীত এখন আইন কলেজ স্থাপন কৰাৰ ক্ষেত্ৰত চৰকাৰে লোৱা ব্যৱস্থা যথোপযুক্ত নহয় বুলি উল্লেখ কৰিছে। তেওঁৰ অভিযোগৰ কাৰণ আছিল যে প্ৰথম বৰ্ষৰ শ্ৰেণী কলেজখন স্থাপন হোৱাৰ দিনাৰ পৰা আৰম্ভ হ'ব লাগিছিল, যি ব্যৱস্থা প্ৰকৃতাৰ্থত শুদ্ধ আৰু বাস্তৱসম্মত নহয়। নতুন এখন কলেজ সাধাৰণতে আৰম্ভ হয় কোনোধৰণৰ অভিজ্ঞতা নথকাকৈ। তদুপৰি শ্ৰেণীসমূহৰ বাবে কোনোধৰণৰ স্থায়ী ঘৰ নাথাকে, নাথাকে ছাত্ৰ-ছাত্ৰীৰ বাবে হোষ্টেল। বাইজৰ দাবীত প্ৰশাসনে অস্থায়ীভাৱে কলেজখন আৰম্ভ কৰিব লগীয়া হৈছে। ডঃ দেৱপ্ৰসাদ সৰ্বাধিকাৰীয়ে স্কুলখন পৰিদৰ্শন কৰি বিশ্ববিদ্যালয়ৰ চিণ্ডিকেটলৈ পৰামৰ্শ আগ বঢ়াইছিল, যেতিয়ালৈকে স্থায়ী ঘৰ নহয় আৰু নতুন কলেজৰ

আৱশ্যকীয় সা-সুবিধা নাথাকে, সেই পৰ্যন্ত আমি প্ৰথম বাৰ্ষিকৰ শ্ৰেণীসমূহ আৰম্ভ কৰি পৰ্যায়ক্ৰমে ব্যৱস্থা সম্পূৰ্ণ কৰি দ্বিতীয় বৰ্ষৰ শ্ৰেণী আৰম্ভ কৰিব লাগে। দেৱপ্ৰসাদ সৰ্বাধিকাৰীয়ে দিয়া অনুমোদনৰ ভিত্তিত বিশ্ববিদ্যালয়ে ইয়াক গ্ৰহণ কৰিছে। এইক্ষেত্ৰত ছাৰ আশুতোষ মুখাৰ্জী আৰু চিণ্ডিকেটে অসমৰ এইখন কলেজৰ ওপৰত লোৱা ব্যৱস্থাৰ প্ৰতি আমি তেওঁলোকৰ ওচৰত ঋণী।'—কানিংহামে কৈছিল।

ব'থামে পদ্মনাথ গোহাঞিবৰুৱাই ইউৰোপৰ বিভিন্ন শিক্ষানুষ্ঠানৰ পৰা কাৰিকৰী শিক্ষা গ্ৰহণ কৰি অসমলৈ উভতি অহা ছাত্ৰসকলৰ নিয়োগৰ ব্যৱস্থা কৰিব লাগে বুলি দিয়া পৰামৰ্শ সন্দৰ্ভত বিষয়টো শিক্ষা বিভাগৰ অন্তৰ্ভুক্ত নহয় যদিও তেওঁ জনা কথাখিনি ব্যক্ত কৰিছিল। চৰকাৰৰ কাৰিকৰী জলপানিৰ লক্ষ্য আছিল উপযুক্ত ভাৰতীয় ছাত্ৰক উচ্চ কাৰিকৰী শিক্ষা দান কৰা। তেওঁলোকে শিক্ষা গ্ৰহণৰ অন্তত উভতি আহি যাতে দেশৰ উদ্যোগসমূহৰ উন্নয়নৰ লগতে নতুন উদ্যোগ স্থাপনত গুৰুত্ব আৰোপ কৰিব পাৰে, তাকেই লক্ষ্য হিচাপে লোৱা হৈছিল। এই সন্দৰ্ভত ৰাজ্যসমূহৰ সচিব লৰ্ড মৰ্লিয়ে স্পষ্ট কৰি দিছিল যে এনে শিক্ষা লাভ কৰা ছাত্ৰই দেশলৈ উভতি নিজেই নিজৰ কাৰিকৰী জ্ঞান আৰু অভিজ্ঞতা কাৰ্যকৰী কৰা উচিত। তেওঁলোকে চৰকাৰী চাকৰিৰ প্ৰতি আশা নকৰাই ভাল বুলিও ব'থামে কৈছিল।

মাণিক চন্দ্ৰ বৰুৱাই চহৰৰ পানীযোগান ব্যৱস্থা সন্দৰ্ভত উত্থাপন কৰা অভিযোগৰ উত্তৰত চৰকাৰৰ ধনৰ সীমাবদ্ধতাৰ কথা বিবেচনা কৰিবলৈ ব'থামে পৰামৰ্শ দিছিল। 'বৰুৱাই কোৱা কথাখিনি যদি শুদ্ধ হয়, তেতিয়াহ'লে পানীযোগান আঁচনিৰ কাম আমি কেইখনমান চহৰতে সীমাবদ্ধ ৰাখিব লাগিব। মই ভাবো যে তেওঁৰ ধাৰণা শুদ্ধ নহয়। আমি আঁচনিখন প্ৰস্তুত কৰোঁতে ইয়াৰ অৰ্থনৈতিক দিশটো আৰু পানীযোগানৰ ক্ষেত্ৰত গ্ৰাহকসকলে দিব পৰা ধনৰ পৰিমাণৰ কথা বিবেচনা কৰিহে ইয়াক যুগুতাই উলিয়াইছো। মই ভাবো যে পানী যোগানৰ পৰিচালনাৰ ব্যয় যথেষ্ট নহয় আৰু স্থানীয়ভাৱে এইখিনি ধনৰ বোজা ৰাইজে বহন কৰিব পাৰিব। আৰম্ভণিৰ খৰচ চৰকাৰে দিবলৈ প্ৰস্তুত। স্থানীয় স্বায়ত্ত শাসিত চৰকাৰ বিধেয়ক উত্থাপনৰ সময়ত মাণিক চন্দ্ৰ বৰুৱাই পৰামৰ্শ দিছিল যে বিলৰ পানী যোগান ব্যৱস্থা উন্নীতকৰণৰ ক্ষেত্ৰত লোকেল ব'ৰ্ডৰ সদস্য আৰু গাঁও কৰ্তৃপক্ষক দায়িত্ব দিব লাগে। তেওঁ দিয়া পৰামৰ্শৱলী গ্ৰহণ কৰা হৈছে।' —ব'থামে কৈছিল।

পদ্মনাথ গোহাঞিবৰুৱাই লোকেল ব'ৰ্ডৰ আমোলাসকলৰ দৰমহাৰ ক্ষেত্ৰত আপত্তি দৰ্শাইছিল। ব্ৰিটিছ চৰকাৰে নতুনকৈ প্ৰণয়ন কৰা লোকেল ছেলফ গৱৰ্ণমেণ্ট বিলত লোকেল ব'ৰ্ডসমূহক ব্যৱস্থা ল'বলৈ বিধান ৰাখিছিল। 'ইতিমধ্যে যোৱা মাহৰ আৰম্ভণিৰে পৰা বৰ্তমান কৰ্মৰত আমোলাসকলৰ দৰমহা বৃদ্ধি কৰা হৈছে। ৰাজহ সংক্ৰান্তত থকা ভুল ধাৰণাৰ সম্পৰ্কে ব্যাখ্যা কৰাৰ সুযোগ দিয়া বাবে ফুকন ডাঙৰীয়াক মই ধন্যবাদ জনাইছো। কাৰণ ম্যাদী পট্টা সন্দৰ্ভত চৰকাৰৰে উল্লেখ কৰা নীতি সম্পৰ্কে এটা ভুল ধাৰণাৰ সৃষ্টি হৈছে। অসম ভূমি ৰাজহ নিয়মৰ প্ৰস্তাৱিত সংশোধনী বিচৰাৰ ক্ষেত্ৰত দুখন জাননী অসম গেজেটত প্ৰকাশ পাইছে। ১৯১৪ চনৰ ৯ ফেব্ৰুৱাৰীত প্ৰকাশ হোৱা জাননী নং ৬৯৫-আৰত উল্লেখ কৰা হৈছে যে নানকাৰ পাটোৱাৰগিৰি (Nankar Patwarigiri) পুনৰ বন্দবস্তিৰ ক্ষেত্ৰত এই লীজ ব্যৱহাৰ কৰা হ'ব। ছিলেট জিলাৰ মাটিৰ শ্ৰেণীসমূহ উল্লেখ কৰা হ'ব ফৰ্ম ৫ এ মতে। এই সংক্ৰান্ত দিয়া জাননীখনৰ নম্বৰ হ'ল ৬৯৬-আৰ। চৰকাৰে অসম উপত্যকাৰ বিভিন্ন সংগঠনৰ পৰা এইক্ষেত্ৰত আপত্তি পাইছে। বোধ কৰো তেওঁলোকে গোটেই বিষয়টো বিচাৰ কৰি চোৱা নাই আৰু তেওঁলোকৰ ধাৰণা হৈছে যে এই ফৰ্মখনৰ দ্বাৰাই নিৰ্ধাৰিত ম্যাদী পট্টা দিয়াৰ ক্ষেত্ৰত প্ৰযোজ্য হ'ব। প্ৰকৃতাৰ্থত এই জাননীখন ছপাওঁতে ভুল হৈ গৈছিল আৰু এতিয়া তাৰ শুধৰণি কৰা হৈছে। এইক্ষেত্ৰত কলিকতাৰ বাতৰিকাকতসমূহেও ভুল ধাৰণা জন্মাইছে। এই সন্দৰ্ভত ইয়াৰ লগত জড়িত লোকৰ পৰা আমি আপত্তি পোৱা নাই।'

সভাত পদ্মনাথ গোহাঞিবৰুৱাই বাজেট ভাষণত মৌজাদাৰৰ মৰ্যাদা সম্পৰ্কে উত্থাপন কৰিছিল। এই সন্দৰ্ভতো চৰকাৰী ভাষ্য ব'থামে দাঙি ধৰিছিল। তেওঁৰ মতে, গোটেই বিষয়টো অতি জটিল আছিল। কেবাবছৰো ধৰি চৰকাৰে ইয়াক পৰ্যালোচনা কৰিব লগীয়া হৈছিল। আহোম মৌজাদাৰ অসমৰ সকলো জিলাতে নিযুক্তি দিয়াৰ বাবে উত্থাপন কৰা দাবী সন্দৰ্ভত তেওঁ কৈছিল যে চৰকাৰী সিদ্ধান্তৰ ভুল ব্যাখ্যা কৰিলে সৰ্বসাধাৰণ ৰাইজ বিপাঙতহে পৰিব। কাৰণ বৰুৱাই তথ্য হিচাপে উল্লেখ কৰা পত্ৰখনত কেৱল লখিমপুৰ আৰু শিৱসাগৰ জিলাৰ কথাহে উল্লেখ কৰা হৈছিল। সেই জিলা দুখনত আহোমসকল সংখ্যাগৰিষ্ঠ আছিল। এনে ধৰণৰ জিলাত আহোম মৌজাদাৰ নিযুক্তি দিয়াৰ অৰ্থ আছিল জনগোষ্ঠীটোক যথাযথ মৰ্যাদা প্ৰদান কৰা। তেওঁ স্পষ্ট কৰি দিছিল উপত্যকাৰ আন জিলাসমূহত আহোম জনগোষ্ঠীৰ সংখ্যা যথেষ্ট কম। তেনে জিলাৰ বাবে আহোম মৌজাদাৰ বিচৰাটো যুক্তিসংগত নহয়। মৌজাদাৰী ব্যৱস্থা যিহেতু উত্তৰাধিকাৰী সূত্ৰে চলে, সেয়ে নতুন নিযুক্তিৰ সীমাবদ্ধতা মানি চলিবলৈকো সদস্যসকলক কানিংহামে আহ্বান জনাইছিল। অৱশ্যে জিলা বিষয়াগৰাকীক বাহিৰৰ প্ৰাৰ্থীক মৌজাদাৰ হিচাপে নিযুক্তি দিয়াৰ বাবে অধিকাৰ দিয়া হৈছিল বুলিও তেওঁ জানিবলৈ দিছিল। ক্ষিপ্ৰ উদ্যোগ সম্পৰ্কীয় প্ৰতিবেদন চৰকাৰৰ হাতত নপৰা বুলিও তেওঁ সেইদিনাৰ সদনক অৱগত কৰিছিল। তেওঁ মৎস্যপালন সম্পৰ্কে পৰীক্ষামূলকভাৱে ব্যৱস্থা গ্ৰহণ কৰিব লাগে বুলি মাণিক চন্দ্ৰ বৰুৱাই তেওঁৰ ভাষণত উল্লেখ কৰা বিষয়টোৰ ওপৰত মন্তব্য কৰি কৈছিল যে এইক্ষেত্ৰত চৰকাৰে লোৱা ব্যৱস্থা এতিয়াও শিশু অৱস্থাতে আছে। এইক্ষেত্ৰত আমি কৃতকাৰ্যতাৰে শুভাৰম্ভ কৰিছো। মৎস্যপালনৰ ব্যৱস্থা গ্ৰহণৰ ক্ষেত্ৰত উদ্যোগ বিভাগৰ সঞ্চালকে ব্যৱস্থা কৰিছে। এইক্ষেত্ৰত প্ৰয়োজনীয় তথ্য যোগান ধৰাৰ বাবে বিষয়াসকলক নিৰ্দেশ দিয়া হৈছে।

এ ডব্লিউ ব'থামে পুনৰ কৈছিল— 'মাণিক চন্দ্ৰ বৰুৱাই উল্লেখ কৰিছে যে মাছ উৎপাদনৰ পৰীক্ষামূলক ব্যৱস্থাৰ ফলাফল সম্পৰ্কে। সমগ্ৰ বিষয়টো প্ৰাৰম্ভিক অৱস্থাতে আছে আৰু আমি ভাবো যে চৰকাৰ এইক্ষেত্ৰত কৃতকাৰ্য হ'ব। মৎস্যপালন বিষয়টো উদ্যোগ বিভাগৰ সঞ্চালকৰ হাতত আছে। মই এইক্ষেত্ৰত সদস্যসকলক জনাওঁ যে যদি মাছৰ সুৰক্ষা আৰু মাছ যোগান বৃদ্ধিৰ ক্ষেত্ৰত কোনো প্ৰতিবেদন প্ৰকাশ কৰা হয় তেতিয়া সদস্যসকলক এই বিষয়ত জ্ঞাত কৰা হ'ব। মই পদ্মনাথ গোহাঞিবৰুৱাক আশ্বাস দিছো যে যোৱা ছেপ্টেম্বৰ মাহত কাৰিকৰী শিক্ষা বিষয়ৰ সন্মিলনত লোৱা সিদ্ধান্তসমূহ চৰকাৰে বিবেচনা কৰিব আৰু ক্ষেত্ৰত উদ্যোগ বিভাগৰ সঞ্চালকে ব্যৱস্থা গ্ৰহণ কৰিব। মাণিক চন্দ্ৰ বৰুৱাই তেওঁৰ ভাষণত উত্তৰ কামৰূপত কুঁহিয়াৰ উদ্যোগ কৃতকাৰ্য নহ'ব বুলি উল্লেখ কৰা মতামত আমি গ্ৰহণ কৰিব নোৱাৰো। কাৰণ কৃষি বিভাগৰ প্ৰতিবেদন মতে, চেনি উদ্যোগৰ বাবে উত্তৰ কামৰূপ উপযুক্ত স্থান। মাননীয় সদস্য ফুকনে উল্লেখ কৰিছে যে স্থানীয় চৰকাৰে উত্তৰ কামৰূপৰ চেনি উদ্যোগৰ ক্ষেত্ৰত ধনৰ যোগান ধৰিব নে নাই। কাৰণ তিনিচুকীয়াত এনেধৰণৰ পৰীক্ষামূলক ব্যৱস্থা লোৱাৰ ক্ষেত্ৰত চৰকাৰে বৰঠাকুৰক সাহায্য দিয়াত ব্যৰ্থ হৈছিল। এইক্ষেত্ৰত মই আঙুলিয়াই দিব খুজিছো যে ফুকনে বৰঠাকুৰৰ ক্ষেত্ৰত চৰকাৰে লোৱা দৃষ্টিভংগীৰ এটা ভুল ধাৰণা দিব খুজিছে। এইটো সত্য যে ভূমি উন্নয়ন ঋণ আইনমতে চৰকাৰে কোনো লোকক ভূমি উন্নয়নৰ ব্যৱস্থা নকৰাকৈ ঋণ দিব নোৱাৰে। এইক্ষেত্ৰত কিন্তু চৰকাৰে কোম্পানীসমূহক ঋণ দিবলৈ সাজু আছে। চাহ খেতিৰ বাবে চৰকাৰে কৃষিখণ্ডত ব্যৱহৃত মাটি বন্দবস্তি দিব নোৱাৰে। সেয়ে বিশেষ শ্ৰেণীভুক্ত মাটি হিচাপে কুঁহিয়াৰ খেতিক সুবিধা প্ৰদান কৰাৰ বাবে ভাৰত চৰকাৰৰ গুচৰত আবেদন জনোৱা হৈছে। পদ্মনাথ গোহাঞি বৰুৱাই আপত্তি দৰ্শাই কৈছিল যে আফিং আৰু গাঞ্জাৰ ব্যৱহাৰৰ ওপৰত হোৱা তদন্তৰ ফলাফল উৎসাহজনক নহয়। এইক্ষেত্ৰত মাননীয় সদস্যগৰাকীক জনাব খুজিছো যে তেওঁ বিচৰাৰ দৰে চৰকাৰে এইক্ষেত্ৰত কঠোৰ ব্যৱস্থা ল'ব খোজা নাই। এই সম্পৰ্কত যদি কঠোৰ ব্যৱস্থা গ্ৰহণ কৰা হয়, তেতিয়াহ'লে ইয়াৰ ফল বিপৰীত হোৱাৰ সম্ভাৱনা

আছে। মাণিক চন্দ্ৰ বৰুৱাই এই সন্দৰ্ভত তৎকালে কঠোৰ ব্যৱস্থা ল'ব নালাগে বুলি পৰামৰ্শ আগ বঢ়াইছিল। কাৰণ অসমৰ বহু লোকে আফিঙক ঔষধ হিচাপে ব্যৱহাৰ কৰে। যদি এইক্ষেত্ৰত কঠোৰ ব্যৱস্থা লোৱা হয়, তেতিয়াহ'লে হিতে বিপৰীতহে হ'ব। চৰকাৰ এই মাদক দ্ৰব্যৰ ব্যৱহাৰ বন্ধ কৰাৰ পক্ষপাতী। কিন্তু এইক্ষেত্ৰত চৰকাৰে সাৱধানতাৰে আগ বাঢ়িব খুজিছে।'

পদ্মনাথ গোহাঞিবৰুৱাই অসমৰ ন্যায়িক, কাৰ্যবাহী সেৱা আৰু গড়কাপ্তানি বিভাগৰ বিষয়াসকলক মাৰণাস্ত্ৰ ৰাখিবলৈ বাৰণ কৰা চৰকাৰী নীতিৰ সৈতে বংগত গ্ৰহণ কৰা নীতিৰ সংগতি নাই বুলি আপত্তি জনাইছিল। ইয়াৰ উত্তৰত মিঃ ৰীডে দিয়া ভাষণত উল্লেখ কৰিছিল যে এনে সিদ্ধান্ত অসমৰ বিশেষ পৰিস্থিতিৰ বাবেহে চৰকাৰে গ্ৰহণ কৰা বুলি জানিবলৈ দিছিল। কাৰণ অসমখন আছিল সীমান্তৱৰ্তী প্ৰদেশ। বহু অঞ্চলক তেতিয়াও প্ৰশাসনিক ব্যৱস্থাই সম্পূৰ্ণ সামৰি ল'ব পৰা নাছিল। তদুপৰি জনজাতীয় লোকৰ বসতিপ্ৰধান অঞ্চলসমূহ যথেষ্ট পিছপৰা আছিল। 'যিসকলে বন্দুক নতুবা তেনেধৰণৰ আন অস্ত্ৰ ল'বলৈ ইচ্ছা কৰে, তেওঁলোকে অনুজ্ঞাপত্ৰ লৈ ৰাখিব পাৰিব। অপৰাধমূলক ঘটনা বৃদ্ধি পোৱাৰ ফলত ফৌজদাৰী বিভাগক শক্তিশালী কৰাৰ বাবে দুজন সদস্যই অনুৰোধ জনাইছিল। মাণিক চন্দ্ৰ বৰুৱাই ফৌজদাৰী অপৰাধ দুয়োখন উপত্যকাতে বাঢ়িছিল নে অকল সুৰমা উপত্যকাতহে বৃদ্ধি পাইছিল সেই কথা জানিব বিচাৰিছিল। মিঃ ৰীডে এই সন্দৰ্ভত কৈছিল যে অপৰাধজনিত ঘটনা প্ৰদেশখনৰ সকলো ঠাইতে বৃদ্ধি পাইছিল। ফৌজদাৰী অনুসন্ধান বিভাগে দুয়োখন উপত্যকাত এই সংক্ৰান্তত কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰিছিল বুলিও তেওঁ স্পষ্ট কৰি দিছিল।

'ছাদুল্লাই তেওঁৰ সম্প্ৰদায়ৰ লোকসকলে চাকৰিত যথোপযুক্ত প্ৰতিনিধিত্ব পোৱা নাই বুলি উল্লেখ কৰিছে। মই তেওঁৰ এটা প্ৰশ্নৰ উত্তৰ দিওঁতে কৈছিলো যে মুখ্য আয়ুক্তই সকলো সম্প্ৰদায়ৰ লোকক সমভাৱে নিয়োগৰ ব্যৱস্থা গ্ৰহণ কৰিব। বৰ্তমান অৱস্থাত থকা বৈষম্য ক্ৰমাগতভাৱে আঁতৰোৱা হ'ব। এইক্ষেত্ৰত চৰকাৰে গ্ৰহণ কৰা নীতিৰ ত্ৰুটি-বিচ্যুতি নঘটে। মাণিক চন্দ্ৰ বৰুৱাই কৈছে যে আমি বাজেটৰ সামৰণি বাকীত অনাৱশ্যকভাৱে বহু ধন দেখুৱাইছো। তেওঁৰ মতে সামৰণি বাকীত কমেও ২০ লাখ টকা ৰাখিলে হ'লহেঁতেন। তেওঁ বোধ কৰো পাহৰি গৈছে যে সামৰণি বাকী চৰকাৰৰ ওপৰত নিৰ্ভৰ নকৰে; অধিক নিৰ্ভৰ কৰে ভাৰত চৰকাৰে আমালৈ আগ বঢ়োৱা ধনৰ ওপৰত। সমস্যা হৈছে ভাৰত চৰকাৰে তেওঁলোকৰ সম্পদৰ পৰা কিমান ধন প্ৰদেশখনক দিব। তদুপৰি প্ৰয়োজনৰ তাগিদাত সমস্যা সমাধানৰ বাবে কেনেধৰণে সহায় কৰিব।' —ৰীডে এই কথা উল্লেখ কৰিছিল।

সভাপতিয়ে তেওঁৰ ভাষণত ১৯১৪-১৫ বৰ্ষত প্ৰদেশখনৰ থূল-মূল বিবৰণী সভাত দাঙি ধৰিছিল। ৰাজনৈতিক বিষয় উত্থাপন কৰি তেওঁ আবৰ আৰু মিছিমিসকলৰ বিৰুদ্ধে চলা অভিযান সেই বছৰটোৰ উল্লেখযোগ্য ঘটনা বুলি অভিহিত কৰিছিল। এইক্ষেত্ৰত মিষ্টাৰ ডানদাসে কৰা ত্যাগ সবাতোকৈ উল্লেখনীয় দিশ বুলিও তেওঁ প্ৰশংসা কৰিছিল। 'কেপ্টেইন বেইলী এণ্ড মৰ্চহেডে লোৱা সাহসী ভূমিকাকো আমি প্ৰশংসা কৰিব লাগিব। তদুপৰি কেপ্টেইন ছাৰ জৰ্জ ডানবাৰ, ট্ৰেনছাৰ্ড আৰু মেকডনাল্ড, মিষ্টাৰ ফাৰ্জ আৰু লেফটেনেণ্ট হাডলষ্টনেও বিশেষ দায়িত্ব পালন কৰিছিল। প্ৰতিকূল পৰিৱেশ আৰু কষ্টকৰ পৰিস্থিতিৰ মাজতো সামৰিক বিষয়া, মিলিটেৰী পুলিচ, ৰাজনৈতিক বিষয়াবৰ্গ, গড়কাপ্তানি বিভাগৰ লগতে একাংশ বিষয়াৰ নাম লোৱা উচিত। তেওঁলোক হৈছে কৰ্ণেল ছমাৰছেট, লেফটেনেণ্ট কৰ্ণেল টীলডেন পেটাৰচন, মেজৰ ব্ৰিছ, কেপ্টেইন নেভিল আৰু ওৱেকছ, লেফটেনেণ্ট এভাৰেট, মেছাৰছ অ' কেলাঘান, ব্ৰেংকিনছপ, পেনেল আৰু বৰদলৈ, বাবু ৰঘুপতি ভট্টাচাৰ্য, মিঃ ডান, সুৰজিৎ ডাৱৰাছা আৰু ইউ ৰয় সিং আদি।' —সভাপতিয়ে ভাষণত কৈছিল।

উল্লিখিত দুয়োটা অভিযানৰ ফলত গোটেই উত্তৰ-পূৰ্বাঞ্চল ব্ৰিটিছৰ অধীনলৈ গৈছিল। তেওঁ ন্যায়িক জে'ল ব্যৱস্থা সন্দৰ্ভতো সিদিনা বক্তৃতা প্ৰদান কৰিছিল। লগতে অসমত নিম্ন আদালতৰ

বিচাৰপতি আৰু সহকাৰী ছেছন ন্যায়াধীশ নিযুক্তি দিয়াৰ বাবে চৰকাৰে ব্যৱস্থা গ্ৰহণ কৰা বুলিও জানিবলৈ দিছিল। শিলঘাট, চাপৰমুখ ৰে'ল লাইনৰ নিৰ্মাণৰ বাবেও চুক্তি সম্পাদন কৰা কথাও উল্লেখ কৰিছিল তেওঁ। 'টংলা-বালিপৰা ৰে'ল লাইনৰ সম্প্ৰসাৰণৰ বাবে আশাব্যঞ্জক সঁহাৰি লাভ কৰিব পৰা গৈছে। ১৯১২ চনতে আৰম্ভ ক'লাজ্বৰৰ জৰীপৰ কাম সম্পূৰ্ণ হোৱাৰ পথত। ইতিমধ্যে ৰোগাক্ৰান্তসকলক সুকীয়াকৈ ৰখাৰ ব্যৱস্থা কৰা পদ্ধতিৰ ফলত ভাল ফল পোৱা গৈছে। তেজপুৰৰ মানসিক হাস্পতালত নতুন ভৱন নিৰ্মাণৰ বাবে অহা বছৰত ধন ধাৰ্য কৰা হ'ব। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অনুমোদন, কৰ্মচাৰীসকলৰ নিযুক্তি আৰু অতিৰিক্ত সা-সুবিধা ইতিমধ্যে আগ বঢ়োৱা হৈছে। ভাৰতীয় শিক্ষা সেবাৰ দুজন বিষয়া ইতিমধ্যে অসম পাইছেহি। তৃতীয়জন অহা বছৰলৈ আহিব। চৰকাৰে লোৱা ব্যৱস্থাৰ ফলত মাধ্যমিক শিক্ষা ব্যৱস্থাৰ যথেষ্ট উন্নতি হৈছে। ইতিমধ্যে ডিব্ৰুগড়ৰ জৰ্জ ইনষ্টিটিউট আৰু সোণাৰাম ইনষ্টিটিউটক চৰকাৰী সাহায্যৰ অধীনলৈ অনাৰ ব্যৱস্থা কৰা হৈছে। মাতৃভাষাৰ স্কুলসমূহৰ ক্ষেত্ৰতো গুৰুত্ব দিয়া হৈছে, যাতে অসমৰ ল'ৰা-ছোৱালীয়ে মাতৃভাষাৰ জৰিয়তে শিক্ষা লাভ কৰিব পাৰে। লোকেল বোৰ্ডে আৰ্থিক সাহায্য আগ বঢ়াব খোজা মাতৃভাষাৰ স্কুলৰ সংখ্যা ইতিমধ্যে বৃদ্ধি কৰিছে। মহিলা সমাজক শিক্ষিত কৰি তোলাৰ বাবে বিশেষ প্ৰচেষ্টা আৰম্ভ কৰা হৈছে। ডিব্ৰুগড়ত ছোৱালী হাইস্কুল এখন স্থাপন কৰাৰ বাবেও ব্যৱস্থা গ্ৰহণ কৰা হৈছে। অসমৰ কৃষি বিভাগে এটা গতি লাভ কৰিছে। কামৰূপত ইতিমধ্যে কুঁহিয়াৰ খেতিৰ পাম এখন আৰম্ভ কৰা হৈছে। তাৰ অতি সোনকালে সহকাৰী সঞ্চালক এজন নিযুক্তি দিয়া হ'ব। গাঞ্জা আৰু আফিং ৰোধ কৰাৰ কাৰণে মই এখন চৰকাৰী আৰু বেচৰকাৰী কমিটী গঠন কৰি দিছো। তেওঁলোকে দিয়া পৰামৰ্শৱলী মোৰ বাবে পৰম মূল্যৱান হৈছে। কাৰণ তেওঁলোকৰ পৰামৰ্শৱলীৰ ভিত্তিত মই দিয়া প্ৰস্তাৱ ভাৰত চৰকাৰে গ্ৰহণ কৰিছে। ১৯১৪ চনৰ পহিলা এপ্ৰিলৰ পৰা এই মাদকদ্ৰব্যৰ শুল্ক বৃদ্ধি কৰা হৈছে আৰু প্ৰতিজন ব্যক্তিয়ে নিজৰ জিম্মাত ৰাখিব পৰা এই দ্ৰব্যৰ পৰিমাণ কমাই দিয়া হৈছে। বিশেষকৈ আফিং হুপি সেৱন কৰাসকলৰ ক্ষেত্ৰত আফিং কিনাৰ ক্ষেত্ৰত বয়সো নিৰ্ধাৰণ কৰি দিয়া হৈছে। নগাঁও জিলাত আফিঙৰ দোকান ৭১খনৰ পৰা ৪৭খনলৈ হ্ৰাস কৰা হৈছে। চৰকাৰে এই মাদকদ্ৰব্য ব্যৱহাৰ ৰোধ কৰাৰ বাবে যিকোনো ব্যৱস্থা গ্ৰহণৰ প্ৰতি আগ্ৰহী।' --তেওঁ কৈছিল।

সেই সময়ত শ্ৰমিকৰ সমস্যাটো এটা গুৰুত্বপূৰ্ণ সমস্যা হিচাপে দেখা দিছিল। এইক্ষেত্ৰত চৰকাৰে দীৰ্ঘদিন ধৰি আলোচনা-বিলোচনা কৰিছিল। শিলঙত অনানুষ্ঠানিকভাবে ভাৰতীয় চাহ সন্থাৰ লগতে সুৰমা আৰু অসম উপত্যকাৰ শাখা চাহ সন্থাসমূহৰ প্ৰতিনিধিৰ লগত আলোচনা হোৱাৰ কথা সভাপতিয়ে জনাইছিল। এই সমস্যা সোনকলে সমাধান কৰিব পাৰিব বুলিও তেওঁ আশা প্ৰকাশ কৰিছিল।

১৯১৪ চনৰ ১০ নৱেম্বৰত অনুষ্ঠিত ব্যৱস্থাপক সভাত সভাপতি আৰ্চডেল আৰ্লে তুৰস্কই শত্ৰুপক্ষৰ উচটনিত ব্ৰিটিছৰ বিৰুদ্ধে যুদ্ধত লিপ্ত হোৱাৰ পাছতো ভাৰতৰ মুছলমান সম্প্ৰদায়ৰ লগতে অসমৰ সকলো সম্প্ৰদায়ে চৰকাৰলৈ সমৰ্থন আগ বঢ়োৱাৰ বাবে ধন্যবাদ জনাইছিল। সিদিনাৰ সভাত কামিনী কুমাৰ চন্দই প্ৰথম মহাসমৰৰ সন্দৰ্ভত ব্ৰিটিছ চৰকাৰলৈ সমৰ্থন জনোৱাৰ অৰ্থে ব্যৱস্থাপক সভাত এটি প্ৰস্তাৱ উত্থাপন কৰিছিল। এই প্ৰস্তাৱত সমৰ্থন জনাইছিল পদ্মনাথ গোহাঞিবৰুৱা, তৰুণৰাম ফুকন, মাণিক চন্দ্ৰ বৰুৱা, মৌলবী ছৈয়দ মহম্মদ ছাদুল্লা, ৰায়বাহাদুৰ সীতামোহন দাস, নলিনীকান্ত ৰয় দস্তিদাৰ আদিয়ে। তৰুণৰাম ফুকনে কৈছিল— 'জমিদাৰ আৰু মাটিৰ মালিকসকলৰ মই প্ৰতিনিধি। তেওঁলোক সকলোৱে হৈ চৰকাৰক প্ৰতিশ্ৰুতি দিছো যে প্ৰতিজন অসমীয়া হিন্দু-মুছলমানে নিঃসংকোচে চৰকাৰৰ প্ৰতি সমৰ্থন আগ বঢ়াই থাকিব।' সিদিনাৰ সভাতেই বি চি এলেন, ডব্লিউ এম কেনেডী আৰু এইচ বি ফক্সে শপত গ্ৰহণ কৰিছিল। প্ৰশ্নোত্তৰ কালত মাণিক চন্দ্ৰ বৰুৱাই গুৱাহাটীৰ চৰকাৰী আইন মহাবিদ্যালয়ৰ ভৱন নিৰ্মাণ কেতিয়ালৈ সম্পূৰ্ণ হ'ব সেই বিষয়ে জানিব খুজিছিল। তাৰ উত্তৰত এ ডব্লিউ

ব'থামে যুদ্ধই কোনো ধৰণৰ বাধাৰ সৃষ্টি নকৰিলে ১৯১৫ চনত ভৱন নিৰ্মাণৰ কাম আৰম্ভ হ'ব বুলি জানিবলৈ দিছিল।

মাণিক চন্দ্ৰ বৰুৱাই সোধা আন এটা প্ৰশ্ন আছিল চাপৰমুখ শিলঘাট, নগাঁও ৰে'লৱে লাইন মুকলিৰ বিষয়টো। ইয়াৰ উত্তৰত ছুইটে মাৰ্কিন কোম্পানীয়ে ৰেহাই ভিত্তিত নিৰ্মাণৰ বাবে দিয়া আবেদন ৰে'লৱে ব'ৰ্ডে বিবেচনা কৰি থকা বুলি জানিবলৈ দিছিল। কাৰিকৰী শিক্ষাৰ জলপানি, যোৰহাটৰ পানীযোগান আঁচনিৰ উপৰি যুদ্ধ সংক্ৰান্তীয় সেৱাৰ বাবে অসমীয়া ভ'লণ্টিয়াৰ মনোনয়নৰ তালিকা প্ৰস্তুত কৰাৰ নিৰ্দেশ দিয়া হৈছিল নে নাই সেই বিষয়েও মাণিক চন্দ্ৰ বৰুৱাই জানিব খুজিছিল। পদ্মনাথ গোহাঞিবৰুৱাই তেজপুৰত পানীযোগান আঁচনি, গড়কাপ্তানি বিভাগত অসমীয়া লোকৰ নিযুক্তি আদি প্ৰশ্ন উত্থাপন কৰিছিল। তেওঁ গড়কাপ্তানি বিভাগত কোনো এজন অসমীয়া লোক ডিভিজনেল একাউণ্টেণ্ট পদত নিযুক্তি লাভ কৰিবলৈ সমৰ্থ হৈছে নে নাই জানিব বিচাৰিছিল। ইয়াৰ উত্তৰত ব'থামে গড়কাপ্তানি বিভাগৰ অসম শাখাত থকা নজন বিষয়াৰ নাম জিলাসহ উল্লেখ কৰিছিল। উল্লিখিত বিষয়াকেইগৰাকী আছিল উজ্জ্বল চন্দ্ৰ সেন (নামনি অসম ডিভিজন, গুৱাহাটী, গৃহ জিলা আছিল হুগলী, বেংগল), হৰিদাস মিত্ৰ (লখিমপুৰ-ডিব্ৰুগড়, গৃহ জিলা হুগলী, বেংগল), নগেন্দ্ৰ নাথ দাশগুপ্ত (শিৱসাগৰ-যোৰহাট, গৃহ জিলা জেছোৰ, বেংগল), চন্দ্ৰমোহন দেৱ (মধ্য অসম-তেজপুৰ, গৃহ জিলা ছিলেট, অসম), অক্ষয় চন্দ্ৰ দাস (গৃহ জিলা ঢাকা, বেংগল), অনুকূল চন্দ্ৰ সেন (কাছাৰ-শিলচৰ, গৃহ জিলা ঢাকা, বেংগল), চিন্তাহৰণ চেটাৰ্জী (খাছী আৰু জয়ন্তীয়া ডিভিজন, গৃহ জিলা ঢাকা, বেংগল), লক্ষ্মীনাৰায়ণ ৰয় (ছিলেট ডিভিজন, গৃহ জিলা বীৰভূম, বেংগল), অশ্বিনী কুমাৰ দাস (পুব ফ্ৰণ্টিয়াৰ-শদিয়া, গৃহ জিলা হুগলী, বেংগল)।

সিদিনাৰ সভাতে ডব্লিউ এম কেনেডীয়ে 'অসম স্থানীয় স্বায়ত্তশাসিত চৰকাৰ বিধেয়ক' (Assam Local Self-Government Bill) উত্থাপনৰ অনুমতি বিচাৰিছিল। বিলখন উত্থাপন কৰি তেওঁ কৈছিল যে অসমৰ লোকেল ব'ৰ্ডসমূহ কাৰ্যবাহী আদেশৰ দ্বাৰা গঠন কৰা হেতু সেইসমূহৰ কোনো আইনগত ভিত্তি নাছিল। তাৰ ফলত বিভিন্ন ধৰণৰ বাধাৰ সৃষ্টি হৈছিল। বিশেষকৈ লোকেল ব'ৰ্ডসমূহে জনসাধাৰণ উন্নয়নৰ অৰ্থে কোনো ধৰণৰ ঋণ আদি ল'ব নোৱাৰিছিল। সেয়েহে কেইবাবছৰো ধৰি বিবেচনাধীন হৈ থকা আইনখন ৰাইজৰ লগত দীঘলীয়া আলোচনা-বিলোচনাৰ অন্তত লোকেল ব'ৰ্ড নিয়মাৱলীখনৰ খচৰা চৰকাৰে প্ৰস্তুত কৰি উলিয়াইছিল। ১৯০৫ চনলৈ সীমা পৰিবৰ্তন সংক্ৰান্তীয় বিষয়ৰ নিষ্পত্তি নোহোৱা বাবে বিলখন আইনত পৰিণত হোৱাত বিলম্ব হৈছিল বুলিও ডব্লিউ এম কেনেডিয়ে জনাইছিল। ১৯১২ চনত অসম নতুনকৈ সুকীয়া প্ৰদেশ হিচাপে গঠন হোৱাত গোটেই বিষয়টো জনসাধাৰণৰ পৰামাৰ্শৰ ভিত্তিত নতুনকৈ চালিজাৰি চোৱা হৈছিল আৰু পুৰণি নিয়মাৱলী সংশোধন তথা বৰ্ধিত কৰা হৈছিল। এইক্ষেত্ৰত বিকেন্দ্ৰীকৰণ আয়োগৰ পৰামৰ্শও চৰকাৰে গ্ৰহণ কৰিছিল। এই বিলখন গেজেটতো প্ৰকাশ পাইছিল আৰু সভাপতিয়ে আইনখনৰ বিষয়ে ব্যৱস্থাপক সভাত অৱতাৰণাও কৰিছিল। 'এই সংক্ৰান্তত মই আৰু দীঘলীয়াকৈ ব্যাখ্যা কৰি সময় নষ্ট কৰিব খোজা নাই। কেৱল বিলখনত থকা গাঁও কৰ্তৃপক্ষ গঠনৰ অধ্যায়টোহে বাদ দিয়া হৈছে আৰু সেই কথা মই উল্লেখ কৰিছো। সম্প্ৰতি গোটেই ভাৰততে গ্ৰাম্য প্ৰশাসন গঠন কৰাৰ চিন্তা-চৰ্চা চলি আছে। এইক্ষেত্ৰত কেন্দ্ৰীয় বিকেন্দ্ৰীকৰণ আয়োগে পৰামৰ্শ আদিও আগ বঢ়াইছে।' —কেনেডীয়ে সদস্যসকলৰ আগত মন্তব্য কৰিছিল এনেদৰে। পাছত এই বিলখন বাছনী কমিটীলৈ পঠিওৱা হৈছিল। বাছনী কমিটীখন গঠন কৰা হৈছিল ব'থাম, আব্দুল মজিদ, হুকিন্স, মাণিক চন্দ্ৰ বৰুৱা, ৰায়বাহাদুৰ সীতামোহন দাস, বাবু নলিনীকান্ত ৰয় দস্তিদাৰক সদস্য হিচাপে লৈ। এই কমিটীক ১৯১৪ চনৰ ১০ ডিচেম্বৰৰ ভিতৰত প্ৰতিবেদন দাখিল কৰিবলৈ নিৰ্দেশ দিয়া হৈছিল।

১৯১৫ চনৰ ৫ জানুৱাৰীত ব্যৱস্থাপক সভাৰ বৈঠক অনুষ্ঠিত হৈছিল। এই বৈঠকত কো-অপাৰেটিভ ক্ৰেডিট ছ'চাইটী সংক্ৰান্তীয় প্ৰশ্ন উত্থাপন কৰিছিল মাণিক চন্দ্ৰ বৰুৱাই। বাবু ৰমণী মোহন দাসে ব্ৰহ্মপুত্ৰ আৰু সুৰমা উপত্যকাৰ পৰা পূৰ্বৰ পাঁচ বছৰত প্ৰাদেশিক কাৰ্যবাহী সেৱালৈ কিমানজন লোকক নিযুক্তি দিয়া হৈছিল এই সম্পৰ্কে জানিব খুজিছিল। বি চি এলেনে ইয়াৰ উত্তৰত জনাইছিল যে ১৯১০ চনত অসম উপত্যকাত দুজন বিষয়াক নিযুক্তি দিয়া হৈছিল। তাৰে এজন আছিল এংলো ইণ্ডিয়ান। ১৯১১ চনত সুৰমা উপত্যকাত এজন আৰু অসম উপত্যকাত তিনিজনক নিযুক্তি দিয়া হৈছিল। সেই সকলৰো এজন এংলো ইণ্ডিয়ান আছিল। ১৯১২ চনত অসম উপত্যকাত দুজনক নিযুক্তি দিয়া হৈছিল। তেওঁলোকৰ এজনে পিছলৈ পদত্যাগ কৰিছিল। ১৯১৩ চনত সুৰমা উপত্যকা আৰু পাহাৰীয়া জিলাকেইখনত দুজনক নিযুক্তি দিয়া হৈছিল। তেওঁলোকৰ এজন আছিল এছ ডি গোস্বামী। ১৯১৪ চনত ব্ৰহ্মপুত্ৰ উপত্যকাত দুজন আৰু সুৰমা উপত্যকা আৰু পাহাৰীয়া জিলাকেইখনত এজনক নিযুক্তি দিয়া হৈছিল।

বাবু ৰমণী মোহন দাসে বংগৰ প্ৰাদেশীকৃত হাইস্কুলসমূহৰ প্ৰধান শিক্ষকসকলৰ দৰে অসমৰ হাইস্কুলসমূহৰ প্ৰধান শিক্ষকসকলৰ চাকৰিও চৰকাৰীকৰণ হ'ব নেকি সেই বিষয়ে জানিব খুজিছিল। তদুপৰি স্ত্ৰী-শিক্ষাৰ উন্নতিৰ নিমিত্তে স্থাপন কৰা অসমৰ ছোৱালী উচ্চ প্ৰাথমিক বিদ্যালয়সমূহৰ স্কুলৰ পৰীক্ষা ব্যৱস্থা বন্ধ কৰা হৈছিল নেকি সেই সন্দৰ্ভত প্ৰশ্ন উত্থাপন কৰিছিল। ১৯১১ চনৰ ২৪ ফেব্ৰুৱাৰীৰ জাননী নং ২৩৪-ই যোগে এই সন্দৰ্ভত চৰকাৰে ব্যৱস্থা গ্ৰহণ কৰিছিল বুলি তেওঁৰ প্ৰশ্নৰ উত্তৰত জানিবলৈ দিছিল ব'থামে। অসম উপত্যকাৰ আই এ আৰু আই এছ চি পৰীক্ষাত উত্তীৰ্ণ যুৱকসকলক শিক্ষা বিভাগৰ তলতীয়া সেৱাত নিযুক্তি নিদি চৰকাৰে বাহিৰৰ পৰা অহা স্নাতকসকলক অধিক গুৰুত্ব দিছিল নেকি বুলি সুধিছিল বাবু ৰমণী মোহন দাসে। ইয়াৰ উত্তৰত ব'থামে এনে নিযুক্তিৰ যুক্তিযুক্ততা থকাৰ কথা উল্লেখ কৰিছিল। আন এক প্ৰসংগ উত্থাপন কৰি ব'থামে অসম উপত্যকাত চাকৰি কৰা শিক্ষকসকলে অসমীয়া জনাতো দৰকাৰ বুলি মন্তব্য কৰিছিল। তদুপৰি অসম উপত্যকাৰ স্কুলসমূহত বাহিৰৰ অনুপযুক্ত শিক্ষক নিযুক্তি দি গাঁথনি দুৰ্বল নকৰিবলৈ সেই সময়ৰ মুখ্য আয়ুক্তই পৰামৰ্শ দিছিল বুলিও বিষযাজনে প্ৰসংগক্ৰমে জনাইছিল। কামিনী কুমাৰ চন্দই দেৱানী আইনৰ বিচাৰাধীন এলেকাৰ্লৈ অনাৰ স্বাৰ্থত শ্বিলঙক অনুসূচিত জিলাৰ পৰিধিৰ পৰা আঁতৰত ৰখাৰ বাবে চৰকাৰক অনুৰোধ জনাই প্ৰস্তাৱ উত্থাপন কৰিছিল। এই প্ৰস্তাৱত দীঘলীয়া ভাষণেৰে মৌলবী ছৈয়দ মহম্মদ ছাদুল্লা, তৰুণৰাম ফুকন, ছৈয়দ আব্দুল মজিদ, পদ্মনাথ গোহাঞিবৰুৱাই সমৰ্থন জনাইছিল যদিও বি চি এলেনে প্ৰস্তাৱটো গ্ৰহণযোগ্য নহয় বুলি ব্যাখ্যা কৰাত পাছত ইয়াক উঠাই লোৱা হৈছিল।

ইয়াৰ পাছৰখন বৈঠক অনুষ্ঠিত হৈছিল ১৩ মাৰ্চত। সেই সভাত পদ্মনাথ গোহাঞিবৰুৱাই কটন কলেজৰ অধ্যাপকৰ পদত স্নাতকোত্তৰ পৰীক্ষাত দ্বিতীয় শ্ৰেণী পোৱাসকলকো নিযুক্তি দিব লাগে বুলি অনুৰোধ জনাইছিল। তেওঁ লগতে কৈছিল যে এজন অভিজ্ঞ অসমীয়া অধ্যাপকে এটা পদৰ বাবে আবেদন জনাইছিল যদিও তেওঁৰ সলনি বাহিৰৰ এজন অধ্যাপককহে নিযুক্তি দিয়া হৈছিল। স্নাতকোত্তৰ পৰীক্ষাত দ্বিতীয় শ্ৰেণী পোৱা অসমীয়া অধ্যাপক কটন কলেজত আছিল নেকি সেই বিষয়েও বৰুৱাই জানিব খুজিছিল। ইয়াৰ উত্তৰত ব'থামে কৈছিল যে পৰিস্থিতিৰ তাগিদাত দুটা খালী অধ্যাপকৰ পদত চৰকাৰে দ্বিতীয় শ্ৰেণী পোৱা অধ্যাপক নিযুক্তি দিবলগীয়া হোৱাটো সঁচা আছিল। উক্ত অধ্যাপক দুগৰাকী বাংলা ভাষী আছিল বুলিও তেওঁ জনাইছিল। নিৰ্বাচিত প্ৰাৰ্থী দুজনে বিশ্ববিদ্যালয়ৰ পৰীক্ষাত উচ্চ স্থান পাইছিল আৰু এইক্ষেত্ৰত তেওঁলোকৰ অভিজ্ঞতাও আছিল। অসমীয়া লোকক অধ্যাপক হিচাপে নিযুক্ত নিদিয়াৰ প্ৰসংগটো সঁচা নহয় বুলিও ব'থামে জনাইছিল। আবেদনকাৰীসকলৰ মাজত বংগত কাম কৰা এজন অসমীয়া অধ্যাপকো আছিল যদিও তেওঁৰ আৱশ্যকীয় শিক্ষাগত অৰ্হতাখিনি

নথকা হেতু নিযুক্তিৰ পৰা বঞ্চিত হৈছিল। কাৰণ বিশ্ববিদ্যালয়ৰ চিণ্ডিকেটে তেওঁক নিযুক্তি দিবলৈ অমান্তি হৈছিল। বাহিৰৰ প্ৰাৰ্থীসকলক শিক্ষাগত অৰ্হতা আৰু অভিজ্ঞতাৰ ওপৰত নিযুক্তি দিয়া হৈছিল। দ্বিতীয় বা তৃতীয় শ্ৰেণী লৈ স্নাতকোত্তৰ পৰীক্ষাত উত্তীৰ্ণ হোৱা অসমীয়াসকলক ভৱিষ্যতলৈ নিযুক্তি দিয়া হ'ব বুলিও কৈছিল তেওঁ। সেইদিনাৰ সভাত তেওঁ কটন কলেজত কৰ্মৰত অধ্যাপকসকলৰ নাম-তালিকা এখন দাখিল কৰিছিল। এই তালিকা আনুসৰি সেই সময়ত কটন কলেজত অধ্যাপনা কৰা অধ্যাপকসকল আছিল ক্ৰমে— বাবু চুনিলাল দে, পদ্মনাথ ভট্টাচাৰ্য, ৰজনীকান্ত বৰাট, মৌলবী আব্দুল্লা আবু ছৈয়দ, বাবু বনমালী চক্ৰবৰ্তী, বিজয় চন্দ্ৰ সেনগুপ্তা, পি চি ৰয়, বাবু হৰ্ষনাথ সেন, লক্ষ্মীনাৰায়ণ চেটাৰ্জী, বাবু আশুতোষ চেটাৰ্জী, সুৰেন্দ্ৰনাথ চেটাৰ্জী, ভুবন মোহন সেন, আনন্দ কিশোৰ দাস, নৰেন্দ্ৰনাথ চেটাৰ্জী, সুৰেশ চন্দ্ৰ দত্ত, তাৰকেশ্বৰ ভট্টাচাৰ্য, শৰৎ চন্দ্ৰ চেটাৰ্জী।

পদ্মনাথ গোহাঞিবৰুৱাই আন এটা প্ৰশ্ন সংক্ৰান্তত উল্লেখ কৰিছিল যে দৈনিক নম্বৰ দিয়া পদ্ধতি সন্তোষজনক নহয় বাবে এই পদ্ধতি উঠাই দিয়া হৈছিল, কিন্তু অসম উপত্যকাৰ বিশেষকৈ তেজপুৰ আৰু ডিব্ৰুগড় হাইস্কুলত এই পদ্ধতি তেতিয়াও চলি আছিল। গোহাঞিবৰুৱাৰ এই কথা সঁচা নাছিল বুলি ব'থামে কৈছিল আৰু পদ্ধতিটো ব্ৰহ্মপুত্ৰ উপত্যকাৰ সকলো হাইস্কুলৰ পৰা উঠাই দিয়াৰ কথা তেওঁ সদৰী কৰিছিল। কিন্তু ১৯১৩ চনৰ নৱেম্বৰ মাহত শিক্ষা সঞ্চালকালয়ে ২৩ নং জাননী এৰ্মে দিয়া নিৰ্দেশাৱলীয়েই চলি আছিল। ইয়াৰ কপি তেওঁ সদস্যসকলৰ জ্ঞাতাৰ্থে সদৰী কৰিছিল। জাননীখন তলত উল্লেখ কৰা হ'ল।

**Circular No. 23, dated Shillong, the 28th November 1913**

**From– The Hon'ble Mr J. R. Cunningham, M.A., Director of Public Instruction, Assam,**

**To– The Inspectors of Schools, Assam and the Principal, Cotton College, Gauhati.**

**This Circular was placed before the Council on 15-3-1915**

I have the honour to address you in regard to the rules relating to the examination and promotion of pupils from class to class in high and Middle schools, which were issued with Circulars No. 47 M., dated the 17th December 1910, and No. 15G., dated the 28th October 1912.

2. Under the existing rules promotion from class to class in High and Middle schools is determined on the results of (a) periodical examinations or (b) daily marks, in either case combined with (c) an annual examination.

This system came up for review at the recent Conference of Inspecting officers in Shillong and considerable modifications were decided on in the light of the three year's experience which has been had of its working.

3. In the first place, it was agreed that while the daily marks system had proved unworkable a modified form might be introduced with the greatest advantage, and that if this were done, the practice of periodical (weekly) examinations might be dispensed with.

The conclusions of the Conference are recorded in the proceeding as follows :-

The meeting agreed that it was from every point of view desirable that in all recognised High school, a regular record should be kept of the work done by pupils throughout the school year. All written work should be corrected and marked and the marks entered; regular but by no means daily, interrogation should take place

in class, the marks being entered. It should be left to each Head Master to frame a detailed scheme for the High school under his charge to ensure regular work on the part of teachers and the maintenance of a systematic record of the work done by the pupils throughout the year. The scheme so framed should be sent to the Inspector of Schools for approval.

It was agreed that if a regular system of class marking were introduced it would do away with the occasion for holding the periodical, that is to say, weekly exminations which at present obtain in nearly all the High schools in the Province. It was understood that it would remain open to the Head Masters to conduct such exminations, general or partial, as they chose, and to include the marks gained by pupils in the record of their school work. But the holding of many exminations was deprecated.

These conclusions are approved and should receive effect from the re-opening of the schools after the Chirstmas holidays. The department expects of the Head Masters that each will set himself at once in consultation with the members of his staff to frame and submit a practical and satisfactory scheme. The matter is of the first importance. The careful consideration of the schemes submitted and the inspection (on tour) of their working, are commended to the attention of the Inspectors.

4. In further modification of the circulars under discussion the Conference concluded, by a majority, that the record of the work done by the pupils throughout the school year need not ordinarily be brought into consideration or computation in connection with the question of class promotions. The recommendation was made that boys who obtained pass marks on the annual or test examinations should be promoted on that result as a matter of course, the record of work for the year being brought into considerations only in the case of boys who had worked well throughout the year and had failed unexpectedly in the annual examination by a few marks. It would be open to Head Masters to recommend the cases of such boys for favourable condideration, submitting to the Inspectors the marks obtained both in the regular class work and in the examination, and such other information as they considered necessary to a judgment. No. recommendations in this regard would be considered unless they were submitted in time to allow the Inspector of Schools to communicate his decision before the re-opening of the school in January.

These recommendations also are approved and should be applied in determining promotions during the current year.

5. The suggestion was made that the standard set by the existing rules should be raised. This was vetoed. It was however agreed and is now ordered that the standards set should, subject only to the exception made in the preceding paragraph, be rigidly insisted upon.

6. The following further recommendations were made, have been accepted, and should receive immediate effect :–

(a) That inasmuch as many pupils are admitted to class III who are unfit to profit by the instruction offered, an entrance examination must be held for all candidates for admission to this class, except those who come with a Transfer Certificate from another English teaching institution or, from a Vernacular school, with a Lower Primary Leaving Certificate or with a Certificate of Promotion from class III counter-

signed by the Deputy Inspector.

(b) That Head Masters and Deputy Inspectors should use greater discretion in promoting pupils from class VI of High schools and issuing leaving certificates to pupils of class VI of Middle English schools, insisting upon a higher accomplishment in the knowledge of English, as tested by an examination which should be written instead of oral.

7. The present practice is to admit pupils to class III without considering whether they are fit for the class or not, and to promote pupils almost as a matter of course– fit or unfit– from III to IV, from IV to V and from V to VI. At class VI a check comes, a comparatively small proportion of pupils (in some cases, below 30 percent) and these in large part unfit to profit by instruction delivered through the medium of English are promoted to class VII. Between class VII and class X the rejections are heavy, and only a fraction of the enrolment in the upper school wins through to the matriculation. This is a process of shipwreck. The record shown by the majority of the promotion registers which I have examined on tour makes melancholy reading. It is with a view to improving the state of affairs in this respect that the instructions contained in this circular are now issued. It should be borne in mind that laxity in the matter of promotion is a feeble charity which re-acts heavily in inefficiency and disappointment.

8. Copies of this circular have been sent direct to Head Masters of High Schools and Deputy Inspectors for information and guidance.

9. In so far as they are not affected by the instructions now conveyed, the existing rules will stand. The issue of a revised code will be postponed until after next year's Educational Conference.

এই জাননীত দিয়া নির্দেশমতে ছাত্র-ছাত্রীৰ লিখিত কামৰ শুদ্ধতাৰ ভিত্তিত নম্বৰ দিয়া পদ্ধতিৰ কথা উল্লেখ কৰা হৈছিল। এইটো এটা আধুনিক পদ্ধতি বুলি উল্লেখ কৰাৰ লগতে ইয়াত কোনেও আপত্তি কৰা নাছিল বুলি মন্তব্য কৰা হৈছিল।

মহম্মদ ছৈয়দ ছাদুল্লাই অসমৰ প্ৰতিখন জিলাত কিমানজনকৈ মৌজাদাৰ আছিল আৰু তাৰ ভিতৰত কিমানজন মুছলমান সম্প্ৰদায়ৰ লোক আছিল সেই তথ্য সদৰী কৰিবলৈ অনুৰোধ জনাইছিল। মুছলমান সম্প্ৰদায়ৰ লোকসকলক প্ৰশাসনৰ বিভিন্ন চাকৰিত প্ৰকৃত অংশ দিয়াৰ ব্যৱস্থা কৰিছিল নেকি সেই কথাও চৰকাৰৰ পৰা জানিব বিচাৰিছিল। একেদৰে ব্ৰহ্মপুত্ৰ আৰু সুৰমা উপত্যকাৰ লোকেল ব'ৰ্ডসমূহত জিলাইপ্ৰতি কিমান সদস্য আছে আৰু ইয়াৰ ভিতৰত মুছলমান সদস্যৰ সংখ্যা কিমান সেই বিষয়েও তেওঁ জানিব বিচাৰিছিল। ইয়াৰ উত্তৰত বি চি এলেনে মৌজাদাৰৰ এখন তালিকা দাঙি ধৰিছিল। সেই মৰ্মে গোৱালপাৰা জিলাত ৫জন মৌজাদাৰ আছিল যদিও মুছলমান সম্প্ৰদায়ৰ কোনো মৌজাদাৰ নাছিল। কামৰূপত ৫২জন মৌজাদাৰ ভিতৰত তিনিজন মুছলমান আছিল। দৰং জিলাত ৩৩ জনৰ ভিতৰত এজন আৰু নগাঁও জিলাত পাহাৰীয়া মৌজাদাৰৰ সৈতে ৪২জন আছিল। ইয়াৰে মুছলমান আছিল দুজন। শিৱসাগৰ জিলাৰ পাহাৰীয়া মৌজাদাৰৰ সৈতে ৬১জন আছিল আৰু ইয়াৰে ৩জন মুছলমান আছিল। লখিমপুৰত ৩৪জন মৌজাদাৰৰ ভিতৰত এজন মুছলমান আছিল। অসমৰ লোকেল ব'ৰ্ডসমূহৰ সদস্যৰ সংখ্যা সন্দৰ্ভত সোধা প্ৰশ্নৰ উত্তৰত ব'থামে উত্তৰ দিছিল আৰু মুছলমান লোকৰ পৰিসংখ্যা দাখিল কৰিছিল। সেই অনুসৰি সুৰমা উপত্যকাৰ শিলচৰ লোকেল ব'ৰ্ডত ১৮জন সদস্যৰ ভিতৰত ৩জন, হাইলাকান্দিৰ ১৪জনৰ ভিতৰত ৩জন, উত্তৰ ছিলেট লোকেল ব'ৰ্ডত ১৮জন ভিতৰত ৬জন, কৰিমগঞ্জ লোকেল ব'ৰ্ডৰ ২০জন সদস্যৰ ভিতৰত ৩জন, দক্ষিণ ছিলেট লোকেল

ব'ৰ্ডত ২০জন সদস্যৰ ভিতৰত ৬জন, হবিগঞ্জ লোকেল ব'ৰ্ডত ২০জন সদস্যৰ ভিতৰত ৫জন, সুনামগঞ্জ লোকেল ব'ৰ্ডত ১৮জন সদস্যৰ ভিতৰত ৭জন, ব্ৰহ্মপুত্ৰ উপত্যকাৰ ধুবুৰী লোকেল ব'ৰ্ডত ১৬জন সদস্যৰ ভিতৰত ৪জন, গোৱালপাৰা লোকেল ব'ৰ্ডত ১২জন সদস্যৰ ভিতৰত ৪জন, গুৱাহাটী লোকেল ব'ৰ্ডত ১৬জন সদস্যৰ ভিতৰত এজন মুছলমান সদস্য থকাৰ বিপৰীতে বৰপেটা লোকেল ব'ৰ্ডত ১২জন সদস্যৰ এজনো মুছলমান সম্প্ৰদায়ৰ লোক নাছিল। তেজপুৰ লোকেল ব'ৰ্ডত ১৬জন সদস্যৰ ভিতৰত এজন, মঙলদৈ লোকেল ব'ৰ্ডত ১৬জন সদস্যৰ ভিতৰত দুজন, নগাঁও লোকেল ব'ৰ্ডত১৬ জন সদস্যৰ ভিতৰত এজন, শিৱসাগৰ লোকেল ব'ৰ্ডত ১৬জন সদস্যৰ ভিতৰত এজন, যোৰহাট লোকেল ব'ৰ্ডত ১৬জন সদস্যৰ ভিতৰত এজন, গোলাঘাট লোকেল ব'ৰ্ডত ১৬জন সদস্যৰ ভিতৰত দুজন, ডিব্ৰুগড় লোকেল ব'ৰ্ডত ২২ জন সদস্যৰ ভিতৰত দুজন, উত্তৰ লখিমপুৰ লোকেল ব'ৰ্ডত ১৬জন সদস্যৰ ভিতৰত দুজন মুছলমান সম্প্ৰদায়ৰ লোক আছিল।

১৯১৫ চনৰ ১ ফেব্ৰুৱাৰীত 'সুৰমা' নামৰ বাতৰি কাকতত উত্তৰ কাছাৰ পাহাৰত স্কুলসমূহত হিন্দী ভাষাক মাধ্যমৰূপে ব্যৱহাৰ কৰাৰ বাবে চৰকাৰে প্ৰস্তাৱ গ্ৰহণ কৰা বুলি বাতৰি প্ৰকাশ পাইছিল। সেই বাতৰিৰ কথা সঁচা হয় নে নহয় সেই কথা জানিব খুজিছিল বাবু ৰমণীমোহন দাসে। ইয়াৰ উত্তৰত ব'থামে উত্তৰ কাছাৰ পাহাৰত কছাৰীসকলৰ বাবে ৰোমান লিপিৰ উপৰি হিন্দুস্থানী ভাষাও বিকল্প হিচাপে শিক্ষাৰ মাধ্যমৰূপে গ্ৰহণ কৰা হৈছিল বুলি জানিবলৈ দিছিল। তাৎপৰ্যপূৰ্ণ যে উত্তৰ কাছাৰ পাহাৰত কছাৰী ভাষা শিক্ষাৰ মাধ্যম হিচাপে লোৱাৰ চেষ্টা কৰিছিল যদিও সেই চেষ্টা ব্যৰ্থ হৈছিল। সেই ভাষা আছিল সংখ্যালঘুসকলৰ ভাষা। পাহাৰৰ লোকসকলে যিহেতু হিন্দুস্থানী ভাষা জানিছিল আৰু বুজি পাইছিল সেয়ে ইয়াক শিক্ষাৰ মাধ্যম তথা বিকল্প ভাষা হিচাপে গ্ৰহণ কৰা হৈছিল।

মাণিক চন্দ্ৰ বৰুৱাই শিৱসাগৰ, গোলাঘাট, বৰপেটা, মঙলদৈ, উত্তৰ লখিমপুৰক ৰে'লৱে যোগাযোগ ব্যৱস্থাৰে সংযোজন কৰাৰ আশা আছেনে— এই সন্দৰ্ভত প্ৰশ্ন উত্থাপন কৰিছিল। গুৱাহাটী ৰে'লৱে ষ্টেচনৰ পৰা উজান বজাৰৰ ফেৰীঘাটলৈ ফিডাৰ ৰে'লৱে লাইনে আবৰি থকা অংশ আৰু আন কিছু ঠাইত পূৰ্ববংগৰ পৰা অহা মুছলমান ভগনীয়াসকলে বসবাস কৰিবলৈ লোৱাৰ কথাও ব্যৱস্থাপক সভাৰ মজিয়াত বৰুৱাই উত্থাপন কৰিছিল। এইসকল ভগনীয়াক কুখ্যাত অপৰাধী শ্ৰেণীৰ বুলি মন্তব্য কৰি তেওঁলোকে যাতে স্থানীয় গাঁওবাসীৰ লগত সংঘৰ্ষৰ সৃষ্টি কৰিব নোৱাৰে তাৰ বাবে চৰকাৰক ব্যৱস্থা গ্ৰহণ কৰিবলৈ অনুৰোধ জনাইছিল। অসমত কপাহ খেতিৰ সম্ভাৱনীয়তা, গৰু-ম'হৰ মৃত্যু, সচিবালয় আৰু বিভিন্ন বিভাগৰ মুৰব্বী নিয়োগ আদি বিষয় উত্থাপন কৰিছিল। এইক্ষেত্ৰত চৰকাৰেও হকা-বাধা কৰা নাছিল বুলিও তেওঁ অভিযোগ কৰি শীঘ্ৰে ব্যৱস্থা গ্ৰহণ কৰিব লাগে।' —তেওঁ অনুৰোধ জনাইছিল।

যোগাযোগ বিভাগৰ দায়িত্বত থকা বিষয় মিঃ এফ অ' অৰটেলে কৈছিল যে চৰকাৰে শিৱসাগৰ, মঙলদৈ আৰু লখিমপুৰ ৰে'লৱে লাইন নিৰ্মাণৰ আঁচনি গ্ৰহণ কিৰিছিল যদিও লাভজনক নহ'ব বুলি ভাবি এই আঁচনি স্থগিত ৰাখিছিল। বৰপেটাক ৰে'লেৰে সংযোজন কৰাৰ কেনো প্ৰস্তাৱ চৰকাৰে গ্ৰহণ কৰা নাছিল। এই আঁচনি লোকেল ব'ৰ্ডৰ ওপৰত নিৰ্ভৰশীল বুলিও তেওঁ প্ৰসংগক্ৰমে জনাইছিল। স্থানীয় স্বায়ত্তশাসিত চৰকাৰ বিধেয়কখন আইনলৈ ৰূপান্তৰিত হোৱাৰ পাছত বৰপেটাৰ দৰে ঠাইক ট্ৰাম-ৱে' ব্যৱস্থাৰ জৰিয়তে সংযোগ কৰিব পৰা যাব বুলি তেওঁ মন্তব্য কৰিছিল।

মাণিক চন্দ্ৰ বৰুৱাৰ প্ৰশ্নৰ উত্তৰত বিভাগীয় বিষয়া বি চি এলেনে কৈছিল যে পূৰ্ব বংগৰ বহুসংখ্যক মুছলমান প্ৰব্ৰজনকাৰী ব্ৰহ্মপুত্ৰ উপত্যকাত বসবাস কৰিবলৈ লোৱাটো সঁচা কথা আছিল। তেওঁলোকৰ অধিকসংখ্যকে গোৱালপাৰাত বসতি কৰিবলৈ লোৱা বুলিও জানিবলৈ দিছিল এলেনে ভগনীয়াসকল কুখ্যাত অপৰাধী শ্ৰেণীৰ লোক বুলি মুখ্য আয়ুক্তই বিশ্বাস নকৰে বুলিও তেওঁ স্পষ্ট ভাষাত উল্লেখ কৰিছিল। এই সন্দৰ্ভত যুক্তি আগবঢ়াই পূৰ্বৰ তিনিটা বছৰৰ গোৱালপাৰা জিলাৰ

অপৰাধৰ পৰিসংখ্যা উত্থাপন কৰিছিল আৰু এনে অপৰাধ বৃদ্ধি নোপোৱাটোৱে পৰিস্থিতি জটিল হৈ নপৰাৰ কথা প্ৰতীয়মান কৰিছিল বুলি জনাইছিল। চৰকাৰে বংগৰ পৰা অহা মুছলমান ভগনীয়াসকলক নিয়ন্ত্ৰণ কৰাৰ বাবে কোনোধৰণৰ আগতীয়া ব্যৱস্থা লোৱাৰ প্ৰয়োজন থকা বুলি নাভাবে বুলিও জানিবলৈ দিছিল বিষয়াজনে। তেওঁ কপাহ খেতিৰ সম্ভাৱনীয়তা সম্পৰ্কে বিচাৰ কৰি থকা বুলিও কৈছিল। 'কামৰূপ জিলাতো ব্যক্তিগত উদ্যোগীসকলৰ দ্বাৰা কপাহ খেতিৰ সম্ভাৱনীয়তা সম্পৰ্কে পৰীক্ষা কৰি থকা হৈছে। বিদেশী সঁচৰ কপাহৰ খেতি ইয়াত পৰীক্ষামূলকভাৱে আৰম্ভ কৰিলে লাভজনক হ'ব নে নহয় সেই দিশটোলৈকো লক্ষ্য কৰা হৈছে। গৰু-ম'হৰ মৃত্যুৰ হাৰ পূৰ্বতকৈ বৃদ্ধি পোৱা নাই, সেয়ে এনে অভিযোগৰো সত্যতা নাই। ১৯১৩ চনত বেমাৰৰ ফলত মৃত্যু হোৱা গৰু-ম'হৰ সংখ্যা মাত্ৰ ২৭ হাজাৰ, ইয়াৰ বিপৰীতে ১৯১২-১৩ চনত এই পৰিসংখ্যা আছিল ৪২ হাজাৰ আৰু ১৯১১-১২ চনত আছিল ৪৫ হাজাৰ।' —এলেনে উত্তৰত কৈছিল। তদুপৰি ডাক বিভাগত অসমীয়া লোকৰ নিযুক্তি সন্দৰ্ভত মাণিক চন্দ্ৰ বৰুৱাই ব্যৱস্থাপক সভাত উত্থাপন কৰা প্ৰশ্নৰ উত্তৰ হিচাপে এলেনে এখন তালিকা দাঙি ধৰিছিল।

সিদিনাৰ সভাতেই এইচ বি ফস্কে লামডিং-গুৱাহাটীমুখী নামনিমুৱা ১০.৩২ বজাৰ ৰে'ল আৰু গুৱাহাটী-লামডিমুখী উজনি মুৱা নিশা ৭ বজাৰ ৰে'ল সেৱা বন্ধ কৰা হৈছে নেকি সেই বিষয়ে জানিব খুজিছিল। ইয়াৰ ফলত যাত্ৰীসকলৰ বিভিন্ন ধৰণৰ অসুবিধা হোৱাৰ কথাও উল্লেখ কৰিছিল তেওঁ। এই সন্দৰ্ভত যোগাযোগ বিভাগৰ বিষয়া অৰটেলে সভাপতিৰ নিৰ্দেশত সভাত এক বিবৃতি প্ৰদান কৰিছিল। তেওঁ বিবৃতিৰ আছিল এনেধৰণৰ— 'কিছুদিন আগেয়ে মুখ্য আয়ুক্তৰ নিৰ্দেশত অসমৰ ৰে'ল সেৱা উন্নত কৰাৰ বাবে লগতে চাৰা দলং মুকলি কৰা সন্দৰ্ভত কলিকতাত এখন সভা অনুষ্ঠিত হৈছিল। এই সভাত অসম-বংগ ৰে'লৱে ট্ৰেফিক মেনেজাৰ মিঃ কুপাৰেও প্ৰতিনিধিত্ব কৰিছিল। তেওঁৰ লগত গুৱাহাটী-লামডিঙৰ ৰে'ল সেৱা বন্ধ কৰাৰ সন্দৰ্ভত দীঘলীয়া আলোচনা হৈছিল। তেওঁ মোক এই সেৱা বন্ধ কৰাৰ কাৰণ বিত্তীয় অসুবিধা বুলি জানিবলৈ দিছিল। অসম-বেংগল ৰে'লৱে লাইন হৈছে চৰকাৰী লাইন। কিন্তু ব্যক্তিগত কোম্পানীয়ে তাক চলাই আছে। তেওঁলোকৰ সকলো খৰচ ৰে'লৱে ব'ৰ্ডে নিয়ন্ত্ৰিত কৰে আৰু কোম্পানীটোৱে প্ৰধানকৈ অৰ্থনৈতিক দিশটোতহে গুৰুত্ব দিয়ে। এতিয়ালৈকে গুৱাহাটী-লামডিঙৰ দ্বিতীয়খন ৰে'ল লোকচানত চলি আছে। যুদ্ধৰ বাবে অৰ্থনৈতিক সংকট হোৱা হেতু এই ৰে'লখন বন্ধ কৰা হৈছে। ৰে'লৱে ব'ৰ্ডে আমাক প্ৰতিশ্ৰুতি দিছে যে যেতিয়াই অৰ্থনৈতিক অৱস্থা উন্নত হ'ব, তেতিয়াই এই ৰে'ল সেৱা পুনৰ আৰম্ভ হ'ব। মই ট্ৰেফিক মেনেজাৰৰ লগত গুৱাহাটী আৰু লামডিঙৰ মাজত চলাচল কৰা ৰে'লৰ গতি বঢ়োৱা সম্পৰ্কত আলোচনা কৰিছিলো। কলিকতাৰ পৰা অহা যাত্ৰীসকলে আবেলি পাণ্ডুৰ পৰা যাতে লামডিঙলৈ যোৱা ৰে'ল ধৰিব পাৰে তাৰ বাবেও অনুৰোধ জনাইছো। সান্তাহাৰ আৰু গুৱাহাটীৰ মাজত চলা পূৰ্ববংগ ৰাজ্যিক ৰে'লৱেৰ ৰে'ল ঘণ্টাত ১৯.২ মাইল বেগত চলে। কিন্তু গুৱাহাটী আৰু লামডিঙৰ মাজত চলা ৰে'ল ঘণ্টাত কেৱল ১৩.৪ মাইল বেগতহে চলে। এই ব্যৱস্থা উন্নত কৰাৰ প্ৰয়োজনী আছে। ট্ৰেফিক মেনেজাৰে অন্য বিষয়ৰ ক্ষেত্ৰত ব্যৱস্থা লোৱাৰ আশা দিছে যদিও ৰে'লৰ গতি বঢ়োৱাৰ ক্ষেত্ৰত তেনে ধৰণৰ প্ৰতিশ্ৰুতি দিয়া নাই।'

সিদিনাৰ সভাতে ১৯১৫-১৬ চনত সংশোধিত বাজেট বিৱৰণী উত্থাপন কৰিছিল ব'থামে। বাজেটত তেওঁ উল্লেখ কৰিছিল— 'এই বছৰত আৰম্ভণি বাকী বা জমা ২৮,৯৩,০০০ হ'ব বুলি আশা কৰা হৈছে। প্ৰাদেশিক ৰাজহ আদয় হ'ব ১,২৬,৯৮,০০০ টকা। ইম্পেৰিয়েল নিধিৰ পৰা পোৱা যাব ২৩,০৯,০০০ টকা। বছৰটোত খৰচ হ'ব ১,৬১,০৭,০০০ টকা। সামৰণি বাকী থাকিব ১৭,৯৩,০০০ টকা। অৰ্থাৎ ১২ লাখ টকা আৰম্ভণি জমাতকৈ কম হ'ব।'

ভূমি ৰাজহৰ দায়িত্বত থকা বিষয়া বি চি এলেনে তেওঁৰ বিভাগৰ বিত্তীয় বিৱৰণী দাঙি ধৰি কৈছিল যে শিৱসাগৰ জিলাত সেই বছৰত ধানৰ উৎপাদন হ্ৰাস পাইছিল। আনকি অসম উপত্যকাৰ অন্য ঠাইতো উৎপাদন কমিছিল। বৰষুণৰ পৰিমাণ এই বছৰত হ্ৰাস পোৱাৰ ফলতে ধানৰ উৎপাদন হ্ৰাস পাইছিল। সেয়ে আয়ুক্তসকলক কৃষি ঋণ দিয়াৰ বাবে ৩৭,৫০০ টকা দিয়া হৈছিল। প্ৰয়োজন অনুসৰি বৰ্ধিত ঋণৰ যোগান ধৰাৰ কথা চৰকাৰীভাৱে ঘোষণা কৰা হৈছিল।

আবকাৰী বিভাগৰ দায়িত্বত থকা বিষয়া ব'থামে তেওঁৰ বিভাগৰ প্ৰতিবেদন দাখিল কৰি কৈছিল যে আবকাৰী বিভাগৰ ৰাজহ প্ৰায় ৪৩,০০০ টকা বৃদ্ধি পাইছে। এই বৃদ্ধিৰ কাৰণ ৰাগিয়াল দ্ৰব্যৰ পৰিমাণ বৃদ্ধিৰ ফলত নাই। আগৰ বছৰটোৰ ডিচেম্বৰ মাহলৈ আফিং আৰু দেশীয় মদৰ ব্যৱহাৰ বৃদ্ধি পাইছে মাত্ৰ চাৰে তিনি শতাংশ। আনহাতে গাঞ্জাৰ ব্যৱহাৰ হ্ৰাস পাইছে ১৬ শতাংশ। গাঞ্জাৰ শুল্ক সেৰে প্ৰতি ১২ আৰু ১৩ টকাৰ পৰা ১৬ টকালৈ বৃদ্ধি কৰা হৈছে, লখিমপুৰ আৰু শিৱসাগৰ জিলাত আফিঙৰ চৰকাৰী দাম ৪২ টকাৰ ৪৫ টকা কৰা হৈছে। ৩৭ টকাৰ পৰা ৪০ টকা কৰা হৈছে কাছাৰ জিলাত। নগাঁৱত ভালেখিনি আফিঙৰ দোকান হ্ৰাস কৰা হৈছে। আফিং আৰু গাঞ্জা ব্যক্তিগতভাৱে ৰাখিব পৰা আৰু বিক্ৰী কৰিব পৰাৰ পৰিমাণ কমোৱা হৈছে। কম বয়সীয়া লোকক এই সামগ্ৰী বিক্ৰী কৰাটো নিষিদ্ধ কৰা হৈছে। আন কিছুমান ব্যৱস্থাও সেই সময়ত চৰকাৰে গ্ৰহণ কৰিছে। এই নতুন ব্যৱস্থা সেই বছৰ পহিলা এপ্ৰিলৰ পৰা বলবৎ কৰাৰ কথা ঘোষণা কৰিছিল ব'থামে। ছিলেট আৰু গোৱালপাৰা জিলা আফিঙৰ দাম ৩৭ টকাৰ পৰা ৪০ টকালৈ বৃদ্ধি কৰা হৈছে। দেশীয় মদৰ খুচুৰা বিক্ৰীৰ বৃদ্ধি কৰাটোও আছিল নতুন পদক্ষেপৰ আন এক অংশ। নিম্নতম খুচুৰা দাম পৰীক্ষামূলকভাৱে আফিং আৰু গাঞ্জাৰ ক্ষেত্ৰত আৰোপ কৰাৰ আঁচনি লৈছে। আবকাৰী দোকানসমূহ দুঘণ্টাকৈ বন্ধ ৰখাৰ পূৰ্বৰ ব্যৱস্থা বাহাল থাকিব বুলিও প্ৰতিবেদনত বিষয়াজনে উল্লেখ কৰিছিল। এই ব্যৱস্থাই কি ফল দিয়ে সেই সন্দৰ্ভত চৰকাৰ অৱশ্যে নিশ্চিত নহয়। তদুপৰি যুদ্ধৰ পৰোক্ষ ফলাফলে ৰাজহ ব্যৱস্থাক ক্ষতি কৰিব পাৰে বুলিও চৰকাৰ চিন্তিত হৈছে। বি চি এলেনে আৰক্ষী আইন আৰু বিচাৰ বিভাগ সন্দৰ্ভত তেওঁৰ বিবৃতি দাঙি ধৰিছিল (এই সংক্ৰান্তত তেওঁ দিয়া বিবৃতি প্ৰথম বিশ্বযুদ্ধ সম্পৰ্কে লিখা অন্য অধ্যায়ত উল্লেখ কৰা হৈছে)।

বন বিভাগৰ দায়িত্বত থকা বিষয়া বি চি এলেনে যে ১৯১৫-১৬ চনত ৮,৬২,০০০ টকা খৰচ হোৱাৰ বিপৰীতে প্ৰায় ১১,৬৮,০০০ টকা আয় হ'ব বুলি তেওঁৰ প্ৰতিবেদনত উল্লেখ কৰিছিল। এই আয় তিনি লাখ টকা হ'ব বুলি বিভাগটো নিশ্চিত আছিল বুলি কৈছিল। খৰচৰ শিতানত প্ৰায় ৯৬,০০০ টকা কমোৱা হৈছিল। অসমত ম'হৰ সংখ্যা বৃদ্ধি পোৱাৰ ফলত হোৱা ক্ষতিৰ বিষয়টো পৰীক্ষা কৰাৰ বাবে এজন বিষয়াক নিযুক্তি দিয়া হৈছিল। উন্নতমানৰ যন্ত্ৰপাতি সংগ্ৰহ কৰি চাহৰ বাকচ সজাৰ স্বাৰ্থত এই উদ্যোগৰ মালিকসকলৰ পৰা ৰয়েল্টী আদায় সাময়িকভাৱে বন্ধ ৰখা হৈছিল যদিও পৰিস্থিতি সলনি হোৱা হেতু সেই ব্যৱস্থা পুনৰ আৰম্ভ কৰা হৈছিল। বন বিভাগে শিমলু গছ সংৰক্ষণৰ বাবে বিশেষ ব্যৱস্থা গ্ৰহণ কৰিছিল আৰু নতুনকৈ শিমলু পুলি ৰোপণ কৰিছে। চূণশিলৰ খনিসমূহ বন বিভাগৰ অধীনত আছিল। খাছীয়া পাহাৰত থকা এই উদ্যোগত উৎপাদিত সামগ্ৰীৰ ৰয়েল্টী বঢ়োৱাৰ বাবে কিছু ক্ষতি হোৱা বুলি বিভিন্ন পক্ষই আপত্তি দৰ্শাইছিল বাবে চৰকাৰে ইয়াৰ তদন্তৰ ব্যৱস্থা কৰিছে। মিকিৰ পাহাৰত থকা চূণশিলৰ খনিৰ সন্ধান পায় নেকি সেই সম্পৰ্কে পৰীক্ষা-নিৰীক্ষা চলাইছিল ভূতত্ত্ববিদসকলে। ইয়াৰ দায়িত্ব ব্যক্তিগত উদ্যোগীক দিয়াৰ বিষয়েও চিন্তা-চৰ্চা কৰা হৈছে।

সেইদিনাৰ সভাত অংশগ্ৰহণ কৰি শিক্ষা বিভাগৰ দায়িত্বত থকা বিষয়া মিঃ কানিংহামে কটন কলেজ সম্পৰ্কত চৰকাৰে কেইটিমান গুৰুত্বপূৰ্ণ সিদ্ধান্ত গ্ৰহণ কৰা বুলি জানিবলৈ দিছিল। চৰকাৰে ইতিমধ্যে কটন কলেজত সকলো বিষয়তে অনাৰ্ছ পাঠ্যক্ৰম আৰম্ভ কৰাৰ লগতে ইংৰাজীৰ স্নাতকোত্তৰ পাঠ্যক্ৰমো আৰম্ভ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিছে। এই কলেজখন স্থাপন কৰাৰ বেছিদিন হোৱা নাছিল যদিও

বিশেষ গুৰুত্বপূৰ্ণ বুলি বিবেচনা কৰি বিশ্ববিদ্যালয়ে এই স্বীকৃতি প্ৰদান কৰিছে বুলিও কানিংহামে জনাইছিল। ১ লাখ ৩০ হাজাৰৰো অধিক টকা ব্যয় কৰি শ্ৰেণীকোঠাসমূহ উন্নত কৰাৰ ব্যৱস্থা গ্ৰহণ কৰা হৈছে। তদুপৰি গৱেষণাৰ সহায়ক হোৱাকৈ প্ৰয়োজনীয় সামগ্ৰী আদিও ক্ৰয় কৰা হৈছে। ভাৰতীয় শিক্ষা সেৱাত নিয়োজিত অধ্যাপকসকলৰ বাবে আবাস নিৰ্মাণ কৰিছে। শীঘ্ৰে শ্ৰেণীসমূহ আৰম্ভ কৰাৰ উদ্দেশ্যে গুৱাহাটী আৰ্ল ল কলেজৰ বাবে ধন আবণ্টন দিছে।

স্বাস্থ্য বিভাগৰ দায়িত্বত থকা বিষয়া বেনেটভালাই জনাইছিল যে শল্য চিকিৎসাৰ বাবে ১৪,২৫৭ টকা ব্যয়েৰে শিলচৰত নিৰ্মাণ কৰা অস্ত্ৰোপচাৰ কক্ষটো চৰকাৰে সম্পূৰ্ণ কৰি তোলা হৈছে। গুৱাহাটী, তেজপুৰ আৰু ডিব্ৰুগড়ত বহিৰ্বিভাগ হাস্পতাল নিৰ্মাণৰ বাবে অনুদান দিয়া হৈছিল ক্ৰমে ৩০,৬০৫ টকা, ১০,৩৬৩ টকা, ২২,৬৭২ টকাকৈ। কৰিমগঞ্জ, যোৰহাট আৰু বৰপেটাত নতুন চিকিৎসালয় ভৱন নিৰ্মাণৰ বাবে যথাক্ৰমে ৩৫,০৬৫ টকা, ২৩,৭০০ টকা আৰু ৯,৯৭৪ টকাকৈ প্ৰশাসনিক মঞ্জুৰি দিয়া হৈছে। আনহাতে গুৱাহাটী হাস্পতালত শল্য চিকিৎসাৰ সামগ্ৰী কিনাৰ কাৰণে ৩ হাজাৰ টকা অনুদান দিয়া হৈছে। ২,২৫০ টকা দিছিল বৰপেটা, মঙলদৈ, সুনামগঞ্জ, কৰিমগঞ্জ আৰু মৌলবী বজাৰৰ চিকিৎসালয়সমূহত অনুবীক্ষণ যন্ত্ৰ ক্ৰয়ৰ কাৰণে। অনাময় বিভাগে সৰ্বাধিক গুৰুত্ব দিছিল ক'লাজ্বৰ প্ৰতিৰোধৰ ওপৰত। কলাজ্বৰৰ ভয়াবহতা সন্দৰ্ভত চলাই থকা সমীক্ষা প্ৰায় সম্পূৰ্ণ হোৱাৰ পথলৈ আগ বঢ়াৰ কথাও বিষয়াজনে উল্লেখ কৰিছিল। সেই বছৰটোত ৬খন ভ্ৰাম্যমাণ চিকিৎসালয়ে ঔষধপাতি সহ যাত্ৰা আৰম্ভ কৰিছিল। এখন ভ্ৰাম্যমাণ চিকিৎসালয় কামৰূপ, এখন মঙলদৈ, দুখন নগাঁও, এখন গোৱালপাৰা অভিমুখে ৰাওনা হোৱাৰ বিপৰীতে ষষ্ঠখন সহকাৰী ছাৰ্জনৰ অধীনত ৰাখিছিল। গোলাঘাট মহকুমাত আৰম্ভ হোৱা কলাজ্বৰৰ বিৰুদ্ধে ব্যৱস্থা লোৱাৰ লগতে বিভিন্ন অঞ্চল পৰিদৰ্শন কৰাই ছাৰ্জনজনৰ লক্ষ্য আছিল বুলিও তেওঁ জানিবলৈ দিছিল। চৰকাৰৰ এই ভ্ৰাম্যমাণ চিকিৎসালয় ব্যৱস্থাই যথেষ্ট সফলতা অৰ্জন কৰিছিল আৰু তেওঁলোকে অন্য স্থায়ী চিকিৎসালয়লৈকো যথেষ্ট সা-সুবিধা আগ বঢ়াবলৈ সমৰ্থ হৈছিল। তদুপৰি কলাজ্বৰৰ পৰিসৰ সম্পৰ্কেও তেওঁলোকে বিভিন্ন তথ্য সংগ্ৰহ কৰিবলৈ সমৰ্থ হৈছিল। গোলাঘাট জিলাৰ গাঁওসমূহত ক'লাজ্বৰ নিঃশেষ কৰাৰ বাবে লোৱা প্ৰচেষ্টাই আশাব্যঞ্জক ফল দিয়া বুলি নিজৰ বিবৃতিত ব্যক্ত কৰিছিল বেনেটভালাই। তেওঁৰ মতে 'এই ৰোগ প্ৰায়বোৰ গাঁৱতে সম্পূৰ্ণ নিশ্চিহ্ন হৈছে আৰু ইয়াক নিয়ন্ত্ৰণ কৰিব পৰা গৈছে। আমি আশা ৰাখিছো যে দুই-তিনি বছৰৰ ভিতৰত ক'ৰবাত সামান্য পৰিমাণে থকাৰ বাহিৰে ইয়াক সম্পূৰ্ণৰূপে নাইকিয়া কৰিব পৰা যাব।' তেওঁ আৰু কৈছিল— 'ভাৰত চৰকাৰে মেলেৰিয়া জ্বৰৰ জৰীপৰ বাবে মেজৰ এছ পি জেমক ইয়ালৈ পঠিয়াইছে। মেলেৰিয়া জ্বৰৰ একমাত্ৰ নিৰোধক ঔষধ কুইনাইন বুলি জনাৰ পাছত ইয়াৰ বিক্ৰী বাঢ়িছে। গোলাঘাট, মঙলদৈ, তেজপুৰ, গুৱাহাটী, ডিব্ৰুগড়, নগাঁৱৰ নলা-নৰ্দমা আঁচনিৰ বাবেও ধনৰ অনুমোদন জনোৱা হৈছে।' বিজ্ঞান আৰু আন সৰু উদ্যোগৰ বিভাগৰ দায়িত্বত থকা বিষয়া বি চি এলেনে উল্লেখ কৰিছিল যে কামৰূপৰ কুঁহিয়াৰ খেতিৰ পামৰ বাবে চৰকাৰে নতুন ভৱন এটি নিৰ্মাণ কৰি উলিয়াইছিল। তাত এজন ইউৰোপিয়ান মেনেজাৰক নিযুক্তি দিয়া হৈছে। যদি কুঁহিয়াৰ খেতি ব্যৱসায়িক দৃষ্টিকোণৰ পৰা লাভজনক বুলি চৰকাৰে ভাবে, তেতিয়াহ'লে ইয়াক প্ৰদেশখনৰ গুৰুত্বপূৰ্ণ উদ্যোগ হিচাপে গঢ়ি তোলা হ'ব বুলিও তেওঁ ব্যক্ত কৰিছিল।

সিদিনাৰ সভাত কামিনী কুমাৰ চন্দই বেংগল মিউনিচিপালিটী এক্টৰ ২৩ নং ধাৰাটোৰ সংশোধন বিচাৰি এক প্ৰস্তাৱ উত্থাপন কৰিছিল। এই বিতৰ্কত তৰুণৰাম ফুকন, মৌলবী চৈয়দ মহম্মদ ছাদুল্লা, হকিন্স, মৌলবী চৈয়দ আব্দুল মজিদ আদিয়ে অংশগ্ৰহণ কৰিছিল। এই সংশোধনী প্ৰস্তাৱ নাকচ কৰি বিভাগীয় বিষয়া মিঃ কেনেডীয়ে কৈছিল যে চন্দই অনা সংশোধনী গ্ৰহণযোগ্য নাছিল। মাণিক চন্দ্ৰ বৰুৱায়ো এই আইনৰ ৩৭ নং ধাৰা সংশোধিত হ'ব লাগে বুলি প্ৰস্তাৱ আনিছিল যদিও এই প্ৰস্তাৱ

শেষলৈ তেওঁ প্ৰত্যাহাৰ কৰিবলৈ বাধ্য হৈছিল। পদ্মনাথ গোহাঞিবৰুৱাই ধাৰা ৬০ আৰু ৬১ৰ সংশোধনী প্ৰস্তাৱ আগ বঢ়াইছিল। কিন্তু এই প্ৰস্তাৱো পোনছাটে নাকচ কৰা হৈছিল।

ইয়াৰ পাছৰখন সভা অনুষ্ঠিত হৈছিল ১৯১৫ চনৰ ৯ এপ্ৰিলত। সেই সভাত পদ্মনাথ গোহাঞিবৰুৱাই দৰং, নগাঁও আৰু কামৰূপত এজনো আহোম মৌজাদাৰ নথকা বিষয়টো উত্থাপন কৰিছিল। তদুপৰি উপযুক্ত আহোম লোক মৌজাদাৰ পদৰ বাবে এই জিলাকেইখনত নিযুক্তি দিয়াৰ সম্ভাৱনা আছে নে নাই সেই কথা চৰকাৰৰ পৰা জানিব বিচাৰিছিল। তেওঁ আন এক প্ৰস্তাৱৰ জৰিয়তে অবৈতনিক দণ্ডাধীশ হিচাপে কাম কৰি থকা কৃষ্ণপৰাণ চাংকাকতিৰ মৃত্যুত খালী হোৱা পদত সভাপতি তীৰ্থেশ্বৰ গোহাঁই ফুকনক নিয়োগ কৰিব লাগে বুলি শিৱসাগৰৰ আহোম এছ'চিয়েশ্যনে কৰা অনুৰোধ সন্দৰ্ভত কি ব্যৱস্থা গ্ৰহণ কৰিছে সেই বিষয়ে চৰকাৰৰ পৰা তেওঁ জানিব বিচাৰিছিল। ইয়াৰ উত্তৰত বি চি এলেনে জনাইছিল— 'কামৰূপ, দৰং আৰু নগাঁৱত যিহেতু আহোম সম্প্ৰদায়ৰ জনসংখ্যা ০.০৪, ০.৩ আৰু ০.৫, সেয়ে এই সম্প্ৰদায়ৰ লোকক উক্ত তিনিখন জিলাত মৌজাদাৰ হিচাপে নিযুক্তি দিয়াৰ সম্ভাৱনা নাই।'

বাবু ৰমণী মোহন দাসে উত্থাপন কৰিছিল এক গুৰুত্বপূৰ্ণ প্ৰশ্ন। প্ৰশ্নটো আছিল এনে ধৰণৰ— '১৯১৫ চনৰ ২৫ মাৰ্চত কলিকতাৰ প্ৰকাশিত সাপ্তাহিক কাকত এখনত 'কুলী আইন'ৰ দফা উল্লেখ কৰা কথা চৰকাৰে জানেনে? আৰু যদি জানে, এইক্ষেত্ৰত ইম্পেৰিয়েল সভাত এই বিল উত্থাপন কৰাৰ প্ৰস্তাৱ কৰা হৈছে নেকি? এনে আইনৰ প্ৰকৃত উদ্দেশ্য কি?' ইয়াৰ উত্তৰত ব'থামে কৈছিল— "সঞ্জীৱনী' নামৰ কাকতখনত প্ৰকাশিত বাতৰিটো কিছু পৰিমাণে সঁচা। কিন্তু সঞ্জীৱনী কাকতত বিলখনৰ যি নামকৰণ হৈছে, সেইটো কল্পিত। কাৰণ কাউন্সিলে ১৯০১ চনৰ আছাম লেবাৰ এণ্ড ইমিগ্ৰেচন আইনখনৰ সংশোধনীহে কৰিছে।' বাবু ৰমণী মোহন দাসৰ আন এটা প্ৰশ্ন আছিল — '১৯১৫ চনৰ ১৩ মাৰ্চৰ 'ইষ্টাৰ্ন ক্ৰ'নিক'ল্ছ'ৰ চতুৰ্থ পৃষ্ঠাত উল্লেখ কৰা হৈছে যে ক্ৰমাগতভাৱে খাদ্যসামগ্ৰীৰ দাম বাঢ়িবলৈ লৈছে। চৰকাৰে এই সন্দৰ্ভত তদন্ত কৰাৰ কথা ভাবিছে নেকি? আৰু যদি কৰিছে শ্বিলঙত চাকৰি কৰা কেৰাণী আমোলাসকলৰ বাবে এই সংক্ৰান্তত চৰকাৰে কি ব্যৱস্থা গ্ৰহণ কৰাৰ কথা চিন্তা কৰিছে?' ইয়াৰ উত্তৰত তেওঁ কৈছিল— 'উক্ত তাৰিখত প্ৰকাশিত বাতৰিটোৰ প্ৰতি চৰকাৰৰ দৃষ্টি আকৰ্ষণ হৈছে। সেই বাতৰিত খাছী-জয়ন্তীয়া পাহাৰৰ উপায়ুক্তৰ কাৰ্যালয়ত কাম কৰি থকা কেৰাণীসকলৰ দৰমহা বৃদ্ধি সংক্ৰান্তীয় কোনো বাতৰি পৰিৱেশন কৰা হোৱা নাই। সেই কাৰণে মুখ্য আয়ুক্তই এয়া বিবেচনা কৰিব লগীয়া কথা বুলি ভবা নাই। এই সংক্ৰান্তত মাণিক চন্দ্ৰ বৰুৱাই ১৯১৪ চনৰ ১৩ মাৰ্চত প্ৰশ্ন উত্থাপন কৰোঁতে অনুৰূপ উত্তৰ দিয়া হৈছে।' সিদিনাৰ সভাতেই 'দ্য অসম জেনেৰেল ক্লজেছ বিল, ১৯১৫' উত্থাপনৰ অনুমতি বিচাৰে সম্মানীয় সদস্য এ আব্দুল মজিদে। আৰু বিলখন বাছনী কমিটীলৈ পঠিওৱাৰ বাবে এখন কমিটীও গঠন কৰিছিল। বাছনী কমিটীত আব্দুল মজিদৰ উপৰি বি চি এলেনে, এফ জে গ্ৰাহাম, তৰুণৰাম ফুকন আৰু কামিনী কুমাৰ চন্দক সদস্য হিচাপে লোৱা হৈছিল।

ছৈয়দ ছাদুল্লাই শিক্ষা বিভাগৰ সঞ্চালকৰ শ্বিলং কাৰ্যালয়ত কিমান মুছলমান লোকক নিযুক্তি দিয়া হৈছিল সেই সন্দৰ্ভত চৰকাৰৰ পৰা এটি বিবৃতি দিব লাগে বুলি দাবী জনাইছিল। ইয়াৰ উত্তৰত ব'থামে কৈছিল যে শিক্ষা বিভাগৰ সঞ্চালকৰ কাৰ্যালয়ত ১৩জন স্থায়ী আৰু দুজন অস্থায়ী কাৰ্যালয় সহকাৰী নিযুক্তি দিয়া হৈছিল। তাৰ ভিতৰত এজনো মুছলমান সম্প্ৰদায়ৰ লোক নাছিল।

সিদিনাৰ সভাতে ১৯১৫-১৬ চনৰ বাজেট উত্থাপন কৰা হৈছিল। এই বাজেটত সমুদায় ৰাজহ আয় ১,৫০,০৭,০০০ টকা আৰু পূৰ্বৰ আৰম্ভণি বাকী ২৮,৯৩,০০০ টকা সহ মুঠ ১,৭৯,০০০ টকা দেখুওৱা হৈছিল। খৰচৰ শিতানত ১,৬১,০৭,০০০ টকা দেখুওৱা হৈছিল। সামৰণি বাকী দেখুওৱা হৈছিল ১৭,৯৩,০০০ টকা। আগৰ বছৰৰ আৰম্ভণি বাকী ২৮,৯৩,০০০ টকাৰ পৰিবৰ্তে উক্ত বছৰটোৰ

সামৰণি বাকী দেখুওৱা হৈছিল ১৭,৯৩,০০০ টকা আৰু ঘাটি দেখুওৱা হৈছিল ১১ লাখ টকা। সিদিনাৰ সভাতেই বাজেট সন্দৰ্ভত পদ্মনাথ গোহাঞিবৰুৱা, কামিনী কুমাৰ চন্দ, ৰমণী মোহন দাস, ছৈয়দ আব্দুল মজিদ,মিঃ এ বি হকিন্স, ছৈয়দ মহম্মদ ছাদুল্লা, মাণিক চন্দ্ৰ বৰুৱা, সীতামোহন দাস বাহাদুৰ, মিঃ এ এল প্লেফায়াৰে চৰকাৰৰ বিভিন্ন বিভাগৰ কাম-কাজৰ অগ্ৰগতি সম্বন্ধে বক্তৃতা প্ৰদান কৰি অঞ্চলবিশেষে জনসাধাৰণৰ সমস্যা, আৰ্থিক উন্নয়ন আৰু যোগাযোগত গুৰুত্ব দিবলৈ অনুৰোধ জনাইছিল।

কামিনীকুমাৰ চন্দই যুদ্ধৰ প্ৰসংগ উত্থাপন কৰাৰ উপৰি কাছাৰ আৰু ছিলেটত বন্দুকৰ অনুজ্ঞাপত্ৰ কমোৱাৰ বাবে আক্ষেপ কৰিছিল। উক্ত অঞ্চলত সেই সময়ছোৱাত প্ৰায় ৪,০৬১টা বন্দুকৰ লাইচেন্স হ্ৰাস কৰা হৈছিল। কাছাৰত নতুনকৈ অনুজ্ঞাপত্ৰ দিয়া হৈছিল ১,৫৪৫জনক। আনহাতে বাতিল কৰা হৈছিল ২,৪৪৯জনৰ। মুঠ ৯০৪খন অনুজ্ঞাপত্ৰ হ্ৰাস পাইছিল। ছিলেটত ২৭৬জনক নতুনকৈ অনুজ্ঞাপত্ৰ দিয়া হৈছিল যদিও অনুজ্ঞাপত্ৰ বাতিল কৰা হৈছিল ৫,২৩৩জনৰ। ইয়াৰ ফলত বন্দুকৰ সংখ্যা ৩,১৫৭টা কমিছিল। ইয়াৰ পূৰ্বৰ বছৰত ছিলেটত ৩৫খন অনুজ্ঞাপত্ৰ দিয়াৰ বিপৰীতে ৩৩৫খন বাতিল কৰা হৈছিল। ফলত ৩০০টা বন্দুক কমিছিল। ব্ৰহ্মপুত্ৰ উপত্যকাতো একেই ঘটনা ঘটিছিল। গোটেই প্ৰদেশখনতে মানুহ আৰু বনৰীয়া জন্তুৰ দ্বাৰা মৃত্যু হোৱা লোকৰ তথ্য সন্দৰ্ভত দিয়া প্ৰতিবেদন সম্পৰ্কে আলোচনা কৰা উচিত বুলিও নিজৰ বক্তব্য উপস্থাপনৰ সময়ত চন্দই কৈছিল। 'যোৱা বছৰত বনৰীয়া জন্তুৱে ১০২জন মানুহ হত্যা কৰিছিল। এই বছৰত হত্যা কৰিছে ১২৬জন। ইয়াৰ আগৰ বছৰত বাঘে ৩৩জন লোকক হত্যা কৰিছে। এইবাৰ ৪৯ জনৰ মৃত্যু হৈছে বাঘৰ আক্ৰমণত। ১৯১৩ চনত বনৰীয়া জন্তুৱে গৰু-ম'হ হত্যা কৰিছিল ১৬,৭৩২টা, কিন্তু ১৯১৪ চনত ইয়াৰ সংখ্যা বৃদ্ধি পাইছে ১৭,৭৩৯টালৈ। অথচ এই বছৰৰ শেষত বন্দুকৰ অনুজ্ঞাপত্ৰ দিয়া হৈছে ১২,৯২৪টা। ১৯১৩ চনত দিয়া হৈছিল ১৩,০৪৬টা, ১৯১২ চনত দিয়া হৈছিল ১২,১৯০টা। যদি বন্দুকৰ অনুজ্ঞাপত্ৰ এইদৰে হ্ৰাস কৰা হয়, তেতিয়াহ'লে বাঘ আৰু আন হিংস্ৰ জন্তুৰ আক্ৰমণ বাঢ়ি গৈ থাকিব। চৰকাৰে জানে যে সশস্ত্ৰ ডকাইতিৰ ঘটনাও ক্ৰমে বৃদ্ধি পাইছে। ৰাজনীতিক বা ভদ্ৰলোক শ্ৰেণীৰ ডেকা ল'ৰাসকলৰ দ্বাৰা এই ডকাইতি সংঘটিত হোৱা নাই। এই ডকাইতি সংঘটিত কৰিছে সাধাৰণ অপৰাধীসকলে। তেওঁলোকে বন্দুক আৰু ৰিভলভাৰ কেনেবাকৈ সংগ্ৰহ কৰিছে। ইয়াৰ ফলত সৰ্বসাধাৰণ ৰাইজ ভয়ত পেঁপুৱা লাগিছে। কেনেকৈ গাঁৱৰ মানুহে নিজৰ পৰিয়ালক আৰু সম্পত্তি ৰক্ষণাবেক্ষণ দিব সেয়াই সকলোৰে মূল চিন্তা। আজি অষ্ট্ৰিয়া আৰু জাৰ্মানীৰ জনসাধাৰণক সকলো ধৰণৰ অস্ত্ৰ ৰখাৰ অধিকাৰ দিয়া হৈছে। আমাৰ ইয়াতো যিসকল বগা ছালৰ ব্যক্তি, তেওঁলোকে ইচ্ছানুসৰি এই অস্ত্ৰ ৰাখিব পাৰে। সেয়ে মই অনুৰোধ কৰিছো, এইক্ষেত্ৰত চৰকাৰে সশস্ত্ৰ আইন সংশোধন কৰি এই নীতিৰ ক্ষেত্ৰত এক বৈপ্লৱিক পৰিৱৰ্তন আনক। ভাৰত চৰকাৰলৈ অনুৰোধ জনাওক যাতে সশস্ত্ৰ আইন সংশোধন কৰা হয়। যোৱা বাজেট বিতৰ্কৰ সময়ত মই সংৰক্ষিত বনাঞ্চল, গো-চৰণীয়া পথাৰ হিচাপে সংৰক্ষণ কৰিব লাগে বুলি অনুৰোধ জনাইছিলো। চৰকাৰে দুহাজাৰ একৰ মাটি ইয়াৰ বাবে দিছে। তাৰ বাবে মই চৰকাৰক ধন্যবাদ জনাইছো।' ইয়াৰ পাছতে পদ্মনাথ গোহাঞিবৰুৱাই ভাষণ দি যুদ্ধৰ প্ৰসংগ চমুকৈ উত্থাপন কৰাৰ উপৰি কৈছিল— 'আমি বেছিভাগ সদস্যই শিক্ষা, অনাময় ব্যৱস্থা আৰু যোগাযোগ ব্যৱস্থা বৰ্তমান সময়ৰ আটাইতকৈ প্ৰয়োজনীয় কাম বুলি দাবী জনাই আহিছো। শিক্ষা বিভাগৰ দায়িত্বত থকা সদস্যজনে হাইস্কুলৰ শ্ৰেণীসমূহ উন্নত কৰাৰ কাৰণে ব্যৱস্থা গ্ৰহণ কৰাৰ উপৰি প্ৰাথমিক শিক্ষাৰ ক্ষেত্ৰত স্থানীয় কমিটীসমূহক বেছি অনুদান দিয়াৰ বাবে ধন্যবাদ জনাইছো। চৰকাৰে ভ্ৰাম্যমাণ চিকিৎসা ব্যৱস্থা বঢ়াইছে যদিও কলাজ্বৰ প্ৰশমিত কৰাৰ ক্ষেত্ৰত বিশেষ উৎসাহজনক ফল আমি পোৱা নাই। এইক্ষেত্ৰত মই মোৰ সম্প্ৰদায়ৰ কথা কিছু উল্লেখ কৰিব খুজিছো। নতুন প্ৰজন্মক মাধ্যমিক আৰু উচ্চশিক্ষা গ্ৰহণৰ ক্ষেত্ৰত কিছু সকাহ দিয়াৰ ব্যৱস্থা কৰা হৈছে যদিও তাতকৈ অধিক শিক্ষা গ্ৰহণৰ প্ৰতি আগ্ৰহী ছাত্ৰসকলক অন্য

সম্প্ৰদায়ৰ সৈতে একে হিচাপত ধৰা হৈছে। সেয়ে মই অনুৰোধ জনাইছোঁ, চৰকাৰে এই বিষয়টো গুৰুত্ব সহকাৰে বিবেচনা কৰিব আৰু যেতিয়ালৈকে আমাৰ সম্প্ৰদায়টোৱে নিজৰ ভৰিত থিয় দিব নোৱাৰিব তেতিয়ালৈকে অধিক সুযোগ সুবিধা প্ৰদান কৰি থাকিব। অসম স্কুল মেনুৱেল সংশোধনী কৰাত আনন্দ পাইছোঁ। এই সংশোধনীৰ দ্বাৰা চৰকাৰে স্কুল পৰিচালনা সমিতিসমূহলৈ কিছু ক্ষমতা হস্তান্তৰ কৰিছে, যি ক্ষমতাৰ দ্বাৰা এই সমিতিসমূহে মুক্তভাৱে ছাত্ৰ-ছাত্ৰীক বিনামূলীয়া শিক্ষাদানৰ ব্যৱস্থা কৰিব পাৰে। এইক্ষেত্ৰত মই কৰ্তৃপক্ষক অনুৰোধ কৰিব খুজিছোঁ অন্ততঃ এজন আহোম সদস্যক হাইস্কুলৰ পৰিচালনা সমিতিত অন্তৰ্ভুক্ত কৰক। এইক্ষেত্ৰত স্কুল মেনুৱেল সংশোধনৰ বাবেও অনুৰোধ জনাইছোঁ।'

পদ্মনাথ গোহাঞিবৰুৱাই অনাময় আঁচনিৰ সম্প্ৰসাৰণ নোহোৱাৰ কাৰণে চৰকাৰে ক'লাজ্বৰৰ দৰে ৰোগ প্ৰতিৰোধ কৰিব পৰা নাছিল বুলি উল্লেখ কৰিছিল। তেওঁ লগতে দুখ প্ৰকাশ কৰি জনাইছিল যে কামপুৰ-নগাঁও-শিলঘাট ৰে'লৱে আঁচনি সাময়িকভাৱে বন্ধ ৰখাটো সঠিক হোৱা নাছিল। 'যুদ্ধ কেতিয়াবা কালান্তক হ'লেও কোনো কোনো ক্ষেত্ৰত ই উন্নয়ন আৰু বিকাশো ত্বৰাম্বিত কৰে। সকলোৱে জনা কথা, এইখন প্ৰদেশত চেনি উদ্যোগৰ প্ৰচুৰ সম্ভাৱনীয়তা আছে। চৰকাৰে এইক্ষেত্ৰত আৱশ্যকীয় প্ৰশাসনিক ব্যৱস্থা গ্ৰহণ কৰাৰ ওপৰত গোটেই বিষয়টো নিৰ্ভৰ কৰিব।' —বৰুৱাই ভাষণত কৈছিল। তেওঁ অসমৰ প্ৰাদেশিক সেৱাত উপযুক্ত অসমীয়া লোকক নিযুক্তি দিয়া আদি বিষয়ো উত্থাপন কৰিছিল। এ ডব্লিউ হৰিকন্সে উল্লেখ কৰিছিল যে গুৱাহাটী-লামডিং ৰে'লৱে লাইন উজনি অসমলৈ যাতায়াতৰ ক্ষেত্ৰত এটা ডাঙৰ বাধা হৈ পৰিছে। সেয়ে এইক্ষেত্ৰত ব্যৱস্থা গ্ৰহণ কৰিবলৈ তেওঁ চৰকাৰক অনুৰোধ জনাইছিল। এইক্ষেত্ৰত ধনৰ অভাৱৰ কথা কোৱা হৈছিল যদিও এটা ন্যায়সংগত আশা-আকাংক্ষাৰ পূৰণ কৰাৰ ক্ষেত্ৰত সেইটো বাধা হ'ব নালাগে বুলিও তেওঁ অভিমত ব্যক্ত কৰিছিল। 'সকলোৱে জানে যে এই ৰে'লৱে লাইনেৰে ১৯০১ চনত লৰ্ড কাৰ্জনেও ভ্ৰমণ কৰিছিল। সেয়েহে চৰকাৰে বিষয়টো গুৰুত্বসহ ল'ব লাগে।'—এ ডব্লিউ হৰিকন্সে কৈছিল।

মহম্মদ ছাদুল্লাই মাদ্ৰাছা শিক্ষাত গুৰুত্ব দিবলৈ চৰকাৰক জোৰ দিছিল। আবকাৰী বিভাগ সংক্ৰান্ত তেওঁৰ দৃষ্টিভংগী দাঙি ধৰি কৈছিল যে সেই সময়ত অসমত এটা ভয়াবহ অৱস্থাৰ সৃষ্টি হৈছিল। অসমীয়া লোকসকল মাদক দ্ৰব্যৰ অন্ধ গলিত সোমাই পৰিছিল। ফলত মদ আৰু ড্ৰাগছৰ দ্বাৰা স্বাস্থ্য আৰু নৈতিকতা ক্ৰমাগতভাৱে পতিত হৈছিল। 'গোটেই মানৱ জাতিয়ে এই ভয়াবাহ অৱস্থাৰ পৰা এটা শিক্ষা লোৱা উচিত যে মদ অকল এটা ব্যৱস্থাৰ শত্ৰুৱে নহয়, ই আমাৰ কৰ্মোদ্যোগ আৰু কৰ্মক্ষমতাক ভয়াবহভাৱে ক্ষতি কৰে। সম্ৰাটৰ এটা কলমৰ খোচত ৰুছিয়াত মদ আৰু ভডকা বিক্ৰী বন্ধ কৰা হৈছে। আনকি ফ্ৰান্স, যিখন দেশ মদৰ কাৰণে বিখ্যাত— সেইখন দেশতো ইয়াক বন্ধ কৰাৰ ব্যৱস্থা গ্ৰহণ কৰাৰ বাবে ঘোষণা-পত্ৰ জাৰি কৰা হৈছে। গণতান্ত্ৰিক ইংলেণ্ডে সদায় আংশিকভাৱে এই মাদক দ্ৰব্য ব্যৱহাৰ কৰাৰ অনুমতি দি আহিছে। এতিয়ালৈকে তেওঁলোকে এই মাদক দ্ৰব্যৰ প্ৰচলন বন্ধ কৰাৰ উদ্দেশ্যে কোনো ৰাজকীয় হুকুম জাৰি কৰা নাই। তথাপি আমাৰ সম্ৰাটে ৰাজকীয় টেবুলৰ পৰা সকলো ধৰণৰ মদ আঁতৰাইছে। ইচ্ছাকৃতভাৱে ব্ৰিটিছসকল মদৰ পৰা আঁতৰি আহিছে। কিন্তু ভাৰতত এনে ধৰণৰ ব্যৱস্থা গ্ৰহণ কৰাটো সম্ভৱ নহয়। আমি প্ৰায়ে কওঁ— ইংলেণ্ডৰ কাৰণে যিটো ভাল, সেইটো ভাৰতৰ বাবে ভাল নহ'বও পাৰে। শিক্ষিত আৰু সজাগ ইংলেণ্ডবাসীয়ে ৰাজকীয় উদাহৰণ নিজৰ ক্ষেত্ৰত ব্যৱহাৰ কৰি লাভৱান হৈ আছে। কিন্তু আমাৰ অশিক্ষিত সমাজখন মদ আৰু ড্ৰাগছৰ প্ৰতি আসক্ত বাবে সম্ৰাটৰ এনেবোৰ উদাহৰণ গ্ৰহণ কৰাটো এতিয়াও সম্ভৱ হৈ উঠা নাই। যদি আমি তেওঁলোকক এই উদাহৰণৰ প্ৰতি লক্ষ্য কৰাবলৈ চেষ্টা কৰো, তথাপি তেওঁলোক ইয়াৰ প্ৰতি অনুৰক্ত নহ'ব। যদি আমি ৰাজকীয় উদাহৰণ আমাৰ জনসাধাৰণৰ মাজতো গ্ৰহণ কৰাবলৈ চেষ্টা কৰো, তেতিয়াহ'লে প্ৰশাসনৰ সহায় লাগিব। বিক্ৰী নিষিদ্ধকৰণৰ ব্যৱস্থা গ্ৰহণ কৰিব পাৰিলেহে জাতিটোক ৰক্ষা কৰিব পৰা যাব। শিক্ষা

বিভাগে এই বছৰত পূৰ্বতকৈ বেছি ধন পোৱা নাই। ইয়াৰ কাৰণ হৈছে বাজেটখন বৰ কঠিন কৰিব লগা হৈছে। আজি বিভাগটোৱে যিখিনি ধন পাইছে, এই ধনেৰে মাধ্যমিক শিক্ষাত ইমান সৰহসংখ্যক ছাত্ৰক কোনোধৰণৰ সুবিধা দিব নোৱাৰিব। প্ৰতি বছৰে বহুসংখ্যক ছাত্ৰক ভৰ্তিকৰণৰ পৰা বিমুখ কৰি থকা হৈছে। অসমৰ মাদ্ৰাছা শিক্ষাক প্ৰশাসনে স্বীকৃতি দিছে। এই সংক্ৰান্তত যোৱাবাৰ শ্বিলঙত এখন সভা অনুষ্ঠিত হৈছে আৰু সন্মিলনে সকলোৱে সন্মতি সাপেক্ষে জুনিয়ৰ মাদ্ৰাছা স্থাপনত সন্মতি জনাইছে। মই আশা কৰিছো চৰকাৰে অহা বছৰ ইয়াৰ বাবে ধন আছুতীয়াকৈ ৰাখিব। মই আজি এবছৰো অধিক কাল ধৰি চৰকাৰৰ বিভিন্ন বিভাগত মুছলমান বিষয়াৰ অভাৱৰ দিশটো প্ৰশাসনৰ দৃষ্টি আকৰ্ষণ কৰি আহিছো। এইক্ষেত্ৰত প্ৰশাসনে আমাক সহানুভূতিসূচক প্ৰতিশ্ৰুতি দিছিল। কিন্তু আমি দুখিত যে প্ৰতিশ্ৰুতি দিয়া সত্বেও মুছলমানসকলৰ মৰ্যাদা আৰু সন্মান বঢ়া নাই। প্ৰশাসনে মুছলমানসকলৰ সেৱা বিচৰা নাই। আজি মুছলমানসকলৰ কোনো স্থান নাই। মই নাভাবো যে মুছলমানসকলৰ যোগ্য প্ৰাৰ্থী নাই। এই চৰকাৰৰ সহায় আৰু সাহায্য লাভ কৰা হেতু আমাৰ বহুতো ডেকা ল'ৰাই কলেজীয়া শিক্ষা ল'বলৈ সমৰ্থ হৈছে। অন্য বহুতো ডেকা ল'ৰাই চৰকাৰৰ উচ্চ পদৰ পৰা নিম্ন পদ গ্ৰহণৰ যোগ্যতা অৰ্জন কৰিছে। কিন্তু চৰকাৰে এইক্ষেত্ৰত কোনো সুবিধা দিব খোজা নাই। এইক্ষেত্ৰত মুছলমানসকলৰ কান্দোন কোনেও নুশুনা বুলি ক'লেও অত্যুক্তি কৰা নহ'ব। মুছলমান সম্প্ৰদায়ৰ গভীৰ বিশ্বাস আছে, এই প্ৰশাসনৰ পৰা তেওঁলোকে সহানুভূতি পাব। আশা ৰাখিছো কোনোদিনে মুছলমানসকলৰ পৰা কোনোধৰণৰ আপত্তি তেওঁলোকে নুশুনক বুলি। কাৰণ তেওঁলোকে বিশ্বাস কৰে— যি বিশ্বাসৰ কথা মই পাৰ্চী ভাষাৰে ক'ব খুজিছো—, 'Der Aiad Omast Aiad', ইয়াৰ অৰ্থ হৈছে— ভগৱানৰ দান অহাত পলম হ'ব পাৰে, কিন্তু যেতিয়া আহিব মনোবাঞ্ছা পূৰণ কৰিবই। এই প্ৰসংগত মই মুছলমান মৌজাদাৰসকলৰ কথা উল্লেখ কৰিব খুজিছো। মৌজাদাৰসকলে বৰ্তমান পোৱা ক্ষমতাৰ পৰাই এটা বিশেষ ভূমিকা পালন কৰিব। গাঁও কৰ্তৃপক্ষ গঠনৰ ক্ষেত্ৰত চৰকাৰে যাতে মুছলমানসকলৰ মনোভাবক বিচাৰ-বিবেচনা কৰে, তাৰ বাবেও মই অনুৰোধ জনালো। জনসংখ্যা অনুপাতে আৰু ৰাজনৈতিক গুৰুত্বৰ প্ৰতি লক্ষ্য ৰাখি মুছলমানসকলে যাতে গাঁও কৰ্তৃপক্ষত বিশেষ স্থান পায় চৰকাৰে তাৰ ব্যৱস্থা কৰক।' —ছাদুল্লাই কৈছিল।

এইচ বি ফক্সে লামডিং আৰু গুৱাহাটীৰ মাজত চলাচল কৰা দুখন ৰে'ল বন্ধ হোৱা সম্পৰ্কত দৃষ্টি আকৰ্ষণ কৰিছিল। ইয়াৰ পাছতে মাণিক চন্দ্ৰ বৰুৱাই তেওঁৰ লিখিত ভাষণ ব্যৱস্থাপক সভাত পাঠ কৰে। ভাষণত মাণিক চন্দ্ৰ বৰুৱাই কৈছিল—

"Sir, the budget is in all respects a normal one. It provides for execution of necessary works which should be done for the administration of the Province. It discloses no striking changes likely to excite curiosity or elicit any adverse criticism. Nevertheless it is prepared with great care and the explanantions given are clear and to the point.

"There are, however, one or two matters on which I should like to make a few observations. Assam being mainly an agricultural Province any measures taken by Government for improving the working of the Agricultural Department and the state of agriculture in general awaken the lively interest of the people, In paragaraph 26A of the draft financial statement it is said that 'Rs. 5,000 have been provided for second Deputy Director of Agriculture whose appointment has been recommended.'

"It has not been found practicable to allow funds for cattle-breeding operations or for the additional staff which is needed for the Agricultural Department" Now the three most important things to be done are - (1) appointment of a second Deputy

হ'ব, তেতিয়াই তেওঁলোকৰ দৰমহাৰ কথাটো বিবেচনা কৰা হ'ব বুলি কৈছিল। আন এগৰাকী বিষয়া বি চি এলেনে তেওঁৰ উত্তৰত কৈছিল যে মৌজাদাৰক বংশগতভাৱে নিযুক্তি দিয়া সন্দৰ্ভত ১৯০৪ চনতে বেমফ্লাইটে নিৰ্ণয় কৰি থৈ গৈছে।

সকলোৰে অন্তত সভাপতিয়ে যুদ্ধত অসমৰ পৰা যোৱা সৈনিকসকলে দেখুওৱা সাহসৰ বাবে তেওঁ শলাগ লয়। তেওঁ লগতে উল্লেখ কৰিছিল যে ১৯১৫ চনৰ এপ্ৰিল মাহত অনুষ্ঠিত হোৱা বৈঠকত মাণিক চন্দ্ৰ বৰুৱাই হাইস্কুলৰ প্ৰধান শিক্ষক আৰু সহকাৰী শিক্ষকসকলক স্থানীয় ভাত্তা দিব লাগে বুলি জনোৱা দাবীৰ প্ৰতি মোৰ সহানুভূতি আছে। তেওঁ লগতে উল্লেখ কৰিছিল— মই জানো শিক্ষকসকলৰ অৰ্থনৈতিক অৱস্থা দুখজনক। এইক্ষেত্ৰত প্ৰধান শিক্ষক আৰু সহকাৰী শিক্ষকক ভাত্তা দিয়াৰ ব্যৱস্থা কৰাটো অতি প্ৰয়োজনীয়। কিন্তু বিত্তীয় অৱস্থাৰ নাটনিৰ বাবে আমি ইচ্ছা থকা সত্ত্বেও এইক্ষেত্ৰত ব্যৱস্থা গ্ৰহণ কৰিব পৰা নাই। তেওঁ ক'লাজ্বৰৰ প্ৰসংগত কৈছিল যে ক'লাজ্বৰ ৰোধ কৰিবলৈ হ'লে অনাময় ব্যৱস্থা শক্তিশালী কৰিব লাগিব। তেওঁ লগতে উল্লেখ কৰিছিল যে বৰ্তমান সময়ত ক'লাজ্বৰৰ প্ৰভাব ভালেখিনি হ্ৰাস পাইছে। ইতিমধ্যে চাহ বাগিচাসমূহতো অনাময় ব্যৱস্থাই সুফল দিছে। যোৱা বছৰলৈ অসমত জে'লত মৃত্যু হোৱা লোকৰ সংখ্যা ভাৰতৰ ভিতৰতে সৰ্বাধিক আছিল। কিন্তু ১৯১৫ চনৰ পাছৰ পৰা মৃত্যুৰ হাৰ বহুখিনি হ্ৰাস পাইছে। প্ৰাদেশিক মৃত্যুৰ হাৰ ১৯১৪ চনতকৈ ১৯১৫ চনত প্ৰতিমাইলত ৬.২০ শতাংশ বৃদ্ধি পাইছিল। আনহাতে জে'লত মৃত্যুৰ হাৰ প্ৰতি মাইলত আছিল ২২.০৪ শতাংশ।

ইয়াৰ পাছৰখন বৈঠক অনুষ্ঠিত হৈছিল ১৯১৬ চনৰ ৫ জুলাইত। তাৰ পৰৱৰ্তী বৈঠক অনুষ্ঠিত হৈছিল ১৯১৬ চনৰ ২৩ অক্টোবৰত। ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাই গো-চৰণীয়া পথাৰ আৰু ইন্ধনৰ বাবে সংৰক্ষিত বননিৰ বাবে প্ৰতিখন মহকুমাত কিমান মাটি সংৰক্ষিত কৰা হৈছিল সেই বিষয়ে জানিব খুজিছিল। বি চি এলেনে ইয়াৰ উত্তৰত প্ৰতিখন মহকুমাত কিমান সংৰক্ষিত বননি আছিল আৰু মাটিৰ পৰিমাণ কিমান আছিল তাৰ বিস্তৃত বিৱৰণ দাঙি ধৰিছিল। সেই অনুসাৰে ব্ৰহ্মপুত্ৰ উপত্যকাৰ ধুবুৰী মহকুমাত সংৰক্ষিত গো-চৰণীয়াৰ পথাৰ আছিল ১৮২খন আৰু মুঠ মাটিৰ পৰিমাণ আছিল ১০,৭৪৭ একৰ। ইন্ধনৰ বাবে সংৰক্ষিত ৰিজাৰ্ভ আছিল এখন আৰু মাটিৰ পৰিমাণ ১৬২ একৰ। গোৱালপাৰা মহকুমাত সংৰক্ষিত গো-চৰণীয়া পথাৰ নাছিল। গুৱাহাটী মহকুমাত সংৰক্ষিত গো-চৰণীয়া পথাৰ আছিল ৫৮খন। মুঠ মাটিৰ পৰিমাণ আছিল ৯,৫৫০ একৰ, ইন্ধনৰ বাবে সংৰক্ষিত ৰিজাৰ্ভ আছিল ৬০খন। মাটিৰ পৰিমাণ ১১,৫৩৯ একৰ। বৰপেটা মহকুমাত সংৰক্ষিত গো-চৰণীয়া পথাৰ আছিল ৪৩খন। মাটিৰ পৰিমাণ আছিল ২,৭১২ একৰ। তেজপুৰ মহকুমাত সংৰক্ষিত গো-চৰণীয়া পথাৰ আছিল ৪০৮খন। মাটিৰ পৰিমাণ আছিল ১৩,২৪৪ একৰ! ইন্ধনৰ বাবে সংৰক্ষিত ৰিজাৰ্ভ আছিল ৩৫খন। মাটিৰ পৰিমাণ ৬,০২৭ একৰ। মঙলদৈ মহকুমাত সংৰক্ষিত গো-চৰণীয়া পথাৰ আছিল ১১১খন। মাটিৰ পৰিমাণ আছিল ৩,৮২৮ একৰ। ইন্ধনৰ বাবে সংৰক্ষিত ৰিজাৰ্ভ আছিল ৯৩খন। মাটিৰ পৰিমাণ আছিল ৫,৬৪৬ একৰ। নগাঁও মহকুমাত সংৰক্ষিত গো-চৰণীয়া পথাৰ আছিল ২১০খন, মাটিৰ পৰিমাণ হৈছে ১২,৩৪৪ একৰ। সংৰক্ষিত Fuel ৰিজাৰ্ভৰ হিচাপ হাতত নাই। মাটিৰ পৰিমাণ আছিল ২,৬৬৬ একৰ। যোৰহাট মহকুমাত সংৰক্ষিত সংৰক্ষিত গো-চৰণীয়া পথাৰ আছিল ৯৪খন, মাটিৰ পৰিমাণ আছিল ৭,৮১৯ একৰ, ইন্ধনৰ বাবে সংৰক্ষিত ৰিজাৰ্ভ আছিল ৩৩খন, মাটিৰ পৰিমাণ আছিল ৫২২ একৰ। শিৱসাগৰ মহকুমাত সংৰক্ষিত গো-চৰণীয়া পথাৰ আছিল ১১৪খন, মাটিৰ পৰিমাণ আছিল ১০,৯৪৯ একৰ, সংৰক্ষিত ইন্ধন (Fuel) ৰিজাৰ্ভৰ হিচাপ হাতত নাই, মাটিৰ পৰিমাণ আছিল ১৬,৭৯৩ একৰ। গোলাঘাট মহকুমাত সংৰক্ষিত গো-চৰণীয়া পথাৰ আছিল ১৫০খন। মাটিৰ পৰিমাণ আছিল ১২,৬৭০ একৰ। ইন্ধনৰ বাবে সংৰক্ষিত ৰিজাৰ্ভ আছিল ২৪খন, মাটিৰ পৰিমাণ আছিল ৭০৪

একৰ। ডিব্ৰুগড় মহকুমাত সংৰক্ষিত গো-চৰণীয়া পথাৰ আছিল ২৪০খন, মাটিৰ পৰিমাণ আছিল ১২,৯২৮ একৰ, ইন্ধনৰ বাবে সংৰক্ষিত ৰিজাৰ্ভ আছিল ১৬৭খন, মাটিৰ পৰিমাণ আছিল ৮,৬০৬ একৰ। উত্তৰ লখিমপুৰ মহকুমাত সংৰক্ষিত গো-চৰণীয়া পথাৰ আছিল ৮৮খন, মাটিৰ পৰিমাণ আছিল ৪,৮৩৪ একৰ, ইন্ধনৰ বাবে সংৰক্ষিত ৰিজাৰ্ভ আছিল ২৭খন, মাটিৰ পৰিমাণ আছিল ১,৫৮৯ একৰ। সৰ্বমুঠ অসম উপত্যকাত সংৰক্ষিত গো-চৰণীয়া পথাৰ আছিল ১,৬৯৮খন, মাটিৰ পৰিমাণ আছিল ১,০১,৬২৫ একৰ, ইন্ধনৰ বাবে সংৰক্ষিত ৰিজাৰ্ভ আছিল ৪৪০খন, মাটিৰ পৰিমাণ আছিল ৫৪,২৫৪ একৰ। বৰুৱাই ১৯১৫ আৰু ১৯১৬ চনত বানপানীত ক্ষতিগ্ৰস্তসকলক দিয়া সাহায্য সম্পৰ্কে কৰা প্ৰশ্নৰ উত্তৰত বি চি এলেনে কৈছিল যে কাছাৰ, ছিলেট, নাগাপাহাৰ, খাছী জয়ন্তীয়া পাহাৰ, দৰং, শিৱসাগৰ, লখিমপুৰ, গাৰো পাহাৰত ১৯১৫ চনত সৰ্বমুঠ ৯,০৫,৩২২ টকা ১০ পইচা আৰু ১৯১৬ চনৰ ছেপ্টেম্বৰ মাহলৈ নগা পাহাৰ আৰু খাছী জয়ন্তীয়া পাহাৰক বাদ দি আন জিলাসমূহত ১৫,০০,০৮৯ টকা ৪ অনা ৮ পইচা কৃষি ঋণ হিচাপে দিয়া হৈছিল।

সিদিনাৰ সভাত ফণীধৰ চলিহাই ডাক বিভাগত কৰ্মৰত অসমীয়া বিষয়াসকলৰ অভাৱ সম্পৰ্কে প্ৰশ্ন কৰিছিল। তেওঁ চৰকাৰক প্ৰকৃত অসমীয়া লোকক অসম উপত্যকাত নিযুক্তি দিয়াৰ ব্যৱস্থা কৰিব পাৰে নেকি বুলিও প্ৰশ্ন উত্থাপন কৰিছিল। ইয়াৰ উত্তৰত এলেনে কৈছিল যে মাণিক চন্দ্ৰ বৰুৱাই এই একেই প্ৰশ্ন সদনত উত্থাপন কৰিছিল। তেতিয়া তেওঁৰ প্ৰশ্ন আৰু উত্তৰ পোষ্ট মাষ্টাৰ জেনেৰেললৈ পঠিওৱা হৈছিল। 'মই এই সন্দৰ্ভত লিখা চিঠি এখন আজিৰ সভাত উল্লেখ কৰিলো। মাননীয় সদস্যগৰাকীয়ে উত্থাপন কৰা এই প্ৰশ্নৰ উত্তৰৰ লগত সকলো সদস্যলৈ আমি পূৰ্বে মাণিক চন্দ্ৰ বৰুৱালৈ লিখা পত্ৰখনৰ প্ৰতিলিপি তালিকাভুক্ত কৰি দিছো। তেবোঁ চৰকাৰৰ পৰা একেই প্ৰশ্নৰ উত্তৰ বিচাৰিছিল। সেই সময়ৰ মুখ্য আযুক্তই বৰুৱাক জনাইছিল যে যদি উপযুক্ত অসমীয়া শিক্ষিত লোকে ডাক বিভাগৰ চাকৰি কৰিবলৈ আগ বাঢ়ি আহে, তেতিয়া প্ৰশাসনে তেওঁলোকক নিযুক্তি দিব। আজি উত্থাপিত প্ৰশ্ন আৰু এই সন্দৰ্ভত আমি জনোৱা কথাখিনি প'ষ্ট মাষ্টৰ জেনেৰেললৈ পঠিওৱা হ'ব। পূৰ্বে মাণিক চন্দ্ৰ বৰুৱালৈ লিখা পত্ৰখন আজিৰ সদনত মই পুনৰ পাঠ কৰি দিছো। মই লিখিছিলো— 'মাননীয় বৰুৱা, যোৱা ব্যৱস্থাপক সভাত ডাক বিভাগত কিমানজন অসমীয়াই নিযুক্তি পাইছে, সেই সন্দৰ্ভত মুখ্য আযুক্তই তদন্ত কৰাৰ প্ৰতিশ্ৰুতি দিছে। এই সন্দৰ্ভত পোষ্ট মাষ্টৰ জেনেৰেলে অৱগত কৰা কিছু তথ্য আৰু 'আসাম বিলাসিনী' কাকতৰ কিয়দংশ আপোনাৰ জ্ঞাতাৰ্থে পঠিয়ালো। ইয়াৰ পৰা আপুনি জানিব পাৰিব কিমানজন অসমীয়া যুৱকে ইতিমধ্যে ডাক বিভাগত চাকৰি পাইছে। অৱশ্যে এই ক্ষেত্ৰত উপ-প'ষ্ট মাষ্টৰ জেনেৰেলে জনোৱা কথাখিনিহে অধিক তাৎপৰ্যপূৰ্ণ। তেওঁ পোনপটীয়াভাৱে জনাইছে যে অসমীয়া যুৱকসকল এই বিভাগত কাম কৰাৰ কাৰণে মুঠেও আগ্ৰহী নহয়। এই কথা 'আসাম বিলাসিনী' কাকতত প্ৰকাশিত প্ৰবন্ধটোতো স্পষ্টকৈ উল্লেখ কৰা হৈছে। তাত কোৱা হৈছে যে দৰমহাৰ সীমাবদ্ধতা আৰু চাকৰিৰ ভৱিষ্যৎ সম্পৰ্কীয় আশংকাৰ বাবেই খিলঞ্জীয়া লোকসকলে এই বিভাগটোত সোমাবলৈ ইচ্ছা প্ৰকাশ নকৰে। অসমীয়া লোকে চৰকাৰৰ বিভিন্ন চাকৰিত নিযুক্তি পাওক, মুখ্য আযুক্তই ইয়াকে বিচাৰে। কিন্তু যদি তেওঁলোকে কোনো বিভাগত চাকৰি কৰিবলৈ আগ্ৰহান্বিত নহয়, তেতিয়াহ'লে বাহিৰৰ লোকক চাকৰিত নিযুক্তি দিবলৈ বিভাগৰ বৰমূৰীয়াসকল বাধ্য হোৱাটো স্বাভাৱিক। এইক্ষেত্ৰত আপত্তি কৰাৰ কোনো কাৰণ থাকিব নোৱাৰে। একোজন অসমীয়া লোকে ১৫০-২০০ টকা দৰমহা পোৱা শ্ৰেণীৰ চাকৰিহে কৰি আছে সম্প্ৰতি। দ্বিতীয় এজন প্ৰাৰ্থীয়ে ওপৰৰ পদবীত চাকৰিৰ বাবে আবেদন কৰিছে আৰু মুখ্য আযুক্তই তেওঁৰ প্ৰাৰ্থিত্ব সমৰ্থন জনাইছে।

বি চি এলেন

তাৰিখ ৭ এপ্ৰিল, ১৯১৫।

বি চি এলেনে লগতে জনাইছিল যে ১৯১৪ চনৰ ১৫ অক্টোবৰত 'আসাম বিলাসিনী' কাকতত প্ৰকাশিত ডাক বিভাগৰ চাকৰি সম্পৰ্কীয় বাতৰি তথা মাণিক চন্দ্ৰ বৰুৱাই প্ৰেৰণ কৰা ২৩ নৱেম্বৰৰ পত্ৰৰ কথাখিনি সম্পূৰ্ণ শুদ্ধ নহয়। সেই সময়ত ডাক বিভাগৰ কৰ্মচাৰীসকলক মাহিলি ৫০ টকা দৰমহা দিয়া হৈছিল আৰু এই নিযুক্তি আছিল মাণ্ডলিক ভিত্তিত। একোটা মণ্ডলত দুখন বা তিনিখন জিলাক অন্তৰ্ভুক্ত কৰা হৈছিল। এই নিয়োগ স্থানীয়ভাৱে কৰা হৈছিল আৰু অসমত বাসকৰা লোকসকলৰ বাবে এই চাকৰিৰ দুৱাৰ খোলা আছিল। ব্যৱস্থাপক সভাত আলোচনা হোৱা সময়ছোৱাত অসমীয়া লোকৰ পৰা পোৱা চাকৰিৰ আবেদন-পত্ৰৰ সংখ্যা যথেষ্ট উৎসাহজনক আছিল বুলিও এলেনে জানিবলৈ দিছিল। সেইখিনি সময়ত যথেষ্টসংখ্যক অসমীয়া লোকে ডাক বিভাগত চাকৰি পাইছিল। ডাক বিভাগৰ চাকৰিৰ বাবে নিম্নতম শিক্ষাগত অৰ্হতাৰ প্ৰয়োজন হৈছিল মেট্ৰিকুলেশ্যন। কিন্তু কেতিয়াবা কেতিয়াবা এই শিক্ষাগত অৰ্হতা নাথাকিলেও স্থানীয় স্বাৰ্থক অগ্ৰাধিকাৰ দি নিযুক্তি দিয়া হৈছিল। 'উচ্চ পদবীৰ চাকৰি নিৰ্ভৰ কৰে জ্যেষ্ঠতা আৰু পদোন্নতিৰ ওপৰত। তলত উল্লেখ কৰা বৰ্ণনাৰ পৰা প্ৰতীয়মান হৈছে যে বহু অসমীয়া লোকে ১৫০-২০০ টকা দৰমহা নিৰিখৰ চাকৰি পাবলৈ সমৰ্থ হৈছে। আনকি অসমীয়া সমাজৰ নতুন অংশটোৱে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাহিৰতো চাকৰি কৰিবলৈ আগ্ৰহী হৈছে।' এলেনৰ এই উক্তি অতিকে গুৰুত্বপূৰ্ণ আছিল।

ফণীধৰ চলিহাৰ প্ৰশ্নৰ উত্তৰত বি চি এলেনে এই কথাও জনাইছিল যে সদৰৰ মূল ডাকঘৰ আৰু উপ-ডাকঘৰৰ কেৰাণী আৰু পোষ্ট মাষ্টৰসকলে চাকৰিত যোগদান কৰাৰ লগে লগে মাহিলি দৰমহা পাইছিল কুৰি টকা। আন দুই-এখন জিলাত তেওঁলোকৰ দৰমহা আছিল ২৫ টকা। তদুপৰি মূল আৰু উপ-ডাকঘৰৰ পোষ্ট মাষ্টৰসকলক বিনামূলীয়া আৱাসগৃহও দিয়া হৈছিল সেই সময়ত। চৰকাৰৰ নিয়ম অনুসৰি তেওঁলোকে দৈনিক ৮ ঘণ্টাকৈ কাম কৰিব লাগিছিল। কেতিয়াবা কেতিয়াবা এই নিৰ্ধাৰিত সময়খিনিৰ মাজতো তেওঁলোকে আজৰি পাইছিল। 'সেয়ে দেখা গৈছে ডাক বিভাগৰ কৰ্মচাৰী আৰু আন বিষয়াসকলে ন্যূনতম সকলো সুবিধা উপভোগ কৰি আছে। তেওঁলোকৰ চাকৰি আন চৰকাৰী বিভাগতকৈ কোনো কাৰণতে বেছি কষ্টকৰ নহয়।' —এলেনে কৈছিল।

সদনত উত্থাপন কৰা লিখিত উত্তৰটোত কোৱা হৈছিল যে অসমীয়া যুৱকক এই বিভাগটোত চাকৰি দিয়াৰ বাবে চৰকাৰে বিভিন্ন ধৰণে চেষ্টা কৰিব লগীয়া হৈছিল। 'আমি দেখিছো যে অসমীয়া যুৱকসকল এই চাকৰিৰ প্ৰবেশ পৰীক্ষা দিয়াৰ প্ৰতি আগ্ৰহী হৈ উঠা নাই। উপত্যকাটোৰ ভিতৰৰ এখন জিলাৰ পৰা আন এখন জিলালৈ বদলি হৈ যাব লগীয়াটো তেনেই সাধাৰণ কথা। উচ্চপদস্থ বিষয়াৰ ক্ষেত্ৰত ৰাজ্যৰ বাহিৰলৈকো যাব লগীয়া হ'ব পাৰে। এনে বদলিকৰণ অপৰিহাৰ্য যদিও এইবোৰ কাৰণতেই অসমীয়া লোকসকলে সাধাৰণতে এনে ধৰণৰ চাকৰিত যোগদানৰ প্ৰতি অনিচ্ছুক। উচ্চপদস্থ পৰিদৰ্শক আৰু অধীক্ষক চাকৰিত পোণপটীয়া নিয়োগ হ'বলৈ হ'লে স্নাতক হোৱাৰ প্ৰয়োজন। তেওঁলোকে এই চাকৰিৰ বাবে যোগ্য বুলি নিজক প্ৰতিপন্ন কৰিবই লাগিব। ইয়াৰ বাবে তেওঁলোকে মাহেকীয়া ৫০টকীয়া দৰমহাত কেৰাণীৰ দৰে প্ৰশিক্ষণ ল'ব লাগে। মই এনেকুৱা নিযুক্তিৰ বাবে অসমৰ মাথোঁ এজন অসমীয়া স্নাতক যুৱকৰ পৰাহে আবেদন পাইছো। কিন্তু যেতিয়া মই চাকৰিৰ চৰ্ত আৰু বদলিকৰণ ব্যৱস্থা আদিৰ বিষয়ে ব্যাখ্যা কৰিছিলো, তেতিয়া তেওঁ আবেদন-পত্ৰখন ওভোতাইহে নিয়ে।' —এলেনে কৈছিল।

অসমৰ ডাক বিভাগত তেতিয়া ২৫২টা পদৰ বিপৰীতে মাত্ৰ ৮৯জন খিলঞ্জীয়া অসমীয়া লোকে কাৰ্যনিৰ্বাহ কৰিছিল। আনহাতে ৩১জন আছিল ছিলেটৰ আৰু ১২০জন আছিল অসমত বাস কৰা বিভিন্ন ঠাইৰ অনা-অসমীয়া লোক।

প্ৰশ্নৰ উত্তৰৰ লগত সংযোজিত ১৯১৪ চনৰ ১৫ অক্টোবৰৰ 'আসাম বিলাসিনী' (যোৰহাট) কাকতত প্ৰকাশিত এই সম্পৰ্কীয় বাতৰিটো অসমৰ আজিৰ পৰিস্থিতিতো তাৎপৰ্যপূৰ্ণ। কাকতখনত প্ৰকাশ পাইছিল— 'অসমত ডাক বিভাগৰ চাকৰি কৰা অসমীয়া লোকৰ সংখ্যা আঙুলিৰ মূৰত লেখিব পৰা। সময়ে সময়ে এই বিষয়ে প্ৰতিবাদ কৰি থকা সত্ত্বেও আমি দুঃখিত যে কৰ্তৃপক্ষই বিষয়টোত প্ৰয়োজনীয় গুৰুত্ব এইপৰ্যন্ত দিয়া নাই। অন্য বিভাগৰ মুৰব্বীসকলে অসম উপত্যকাৰ বিভিন্ন বিভাগত যিমানদূৰ পাৰি অসমীয়া লোকক নিযুক্তি দিয়াৰ বাবে চেষ্টা কৰি আছে। কিন্তু এইক্ষেত্ৰত ডাক বিভাগে কোনো ধৰণৰ ব্যৱস্থা গ্ৰহণ কৰা নাই। ইয়াৰ কাৰণ দুটা ঃ (১) বিভাগে দিয়া দৰমহা যথোপযুক্ত নহয়। (২) এই বিভাগটোত কোনো উচ্চপদস্থ অসমীয়া বিষয়া নাই (কেৱল এজনহে অসমীয়া প'ষ্ট মাষ্টৰ আছে)। তদুপৰি অন্য দুটা অসুবিধায়ো বিশেষ ক্ৰিয়া কৰিছে। প্ৰথম কথা হ'ল প'ষ্ট অফিচৰ কেৰাণীয়ে আৰম্ভণিতে মাত্ৰ কুৰি টকা দৰমহা পায়। আজিৰ দিনত ইমান কম দৰমহাৰে এজন মানুহে পেটে-ভাতে খোৱাটো সম্ভৱ নহয়। ডাক বিভাগৰ কেৰাণীসকলে পুৱাৰে পৰা নিশা ৯ বজালৈ কাম কৰিব লাগে। ফলত তেওঁলোকে কেতিয়াবাহে নিজৰ ঘৰত থাকিব পাৰে। সেয়ে তেওঁলোকে নিজৰ পৰিয়াল চলোৱাটো কঠিন হৈ পৰে। তদুপৰি চাকৰিৰ শেষৰ পিনে পদোন্নতি পোৱাটোও সহজ নহয়। তেওঁলোকৰ পদোন্নতিও লেহেম। আমাৰ যুৱকসকলে এই উদাসীনতাৰ বিৰুদ্ধে কিমানদিন ধৈৰ্য ধৰি থাকিব।

কোনো অসমীয়া ডাক বিভাগৰ উচ্চপদস্থ পদবীত নথকা কাৰণে আমাৰ দাবী আৰু স্বাৰ্থ সুৰক্ষিত হোৱা নাই। আমাৰ চাকৰি প্ৰাৰ্থীসকলেও সেয়ে নিজৰ যোগ্যতাৰ ভিত্তিত চাকৰি পোৱাৰ আশা নাই। সাধাৰণতে দেখা গৈছে নিম্ন পদৰ বিষয়াৰ উচ্চপদৰ বিষয়াৰ ওপৰত কৰ্তৃত্ব নাথাকে। ফলত নিম্নপদস্থ বিষয়াই উৰ্ধতন কৰ্তৃপক্ষৰ সহানুভূতি আদায় কৰিব নোৱাৰে।

বহিৰাগতসকলে নিজৰ আত্মীয় লোকক চাকৰি দিয়াৰ পৰিবৰ্তে আমাৰ লোকক চাকৰি দিব বুলি আশা কৰাটো দুৰাশাহে। সেয়ে অসমীয়া লোকৰ নিযুক্তিৰ স্বাৰ্থত কিছুসংখ্যক উচ্চপদত অসমীয়া লোকক নিযুক্তি দিব লাগে। সঁচা ক'বলৈ হ'লে অসমীয়াসকলে পাব লগা যোগ্য নিযুক্তিৰ অংশ ডাক বিভাগত পোৱা নাই। সেয়ে আমি কৰ্তৃপক্ষক অনুৰোধ জনাইছো অসমীয়া লোকৰ অসন্তুষ্টি আঁতৰোৱাৰ বাবে যিমানদূৰ সম্ভৱ ব্যৱস্থা কৰিব লাগে।'

সিদিনাৰ সভাত ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাই সদনত ডিব্ৰুগড় ছোৱালী স্কুল সংক্ৰান্তীয় লিখিত প্ৰস্তাৱ এটা উত্থাপন কৰিছিল যদিও নিৰ্দিষ্ট সময়ত তেওঁ উপস্থিত নথকাত মুখ্য আয়ুক্ত আৰু ব্যৱস্থাপক সভাৰ সভাপতিয়ে এই সম্পৰ্কত বক্তব্য দাঙি ধৰি কৈছিল যে ডিব্ৰুগড় ছোৱালী স্কুলক হাইস্কুলৰ মৰ্যাদা দিয়াৰ অৰ্থে চৰকাৰে প্ৰায় এক লাখ টকাৰ আঁচনি প্ৰস্তুত কৰিছিল। এই আঁচনি প্ৰশাসনিক অনুমোদনৰ বাবে দাখিল কৰাও হৈছিল মূলতঃ ধনৰ অসুবিধাৰ কাৰণে এই আঁচনি কাৰ্যকৰী হোৱাটো অসম্ভৱ হৈ পৰিছিল বুলি তেওঁ সদৰী কৰিছিল আৰু যুদ্ধ পৰিস্থিতিকে ইয়াৰ অন্তৰায় বুলি জানিবলৈ দিছিল। 'দুৰ্ভাগ্যবশত যুদ্ধৰ বাবে আমি এই আঁচনিত ধন ব্যয় কৰিব পৰা নাই। অৱশ্যে চৰকাৰে যদি জৰুৰী অথবা অত্যাৱশ্যকীয় বিষয়ৰ তালিকাভুক্ত কৰে, তেতিয়াহ'লে ইয়াক কাৰ্যকৰী কৰিব পৰা যাব। স্ত্ৰী শিক্ষাৰ উন্নতিৰ নিমিত্তে সমগ্ৰ ভাৰতত এক জাগৰণ আৰম্ভ হৈছে। সেয়ে চৰকাৰে ডিব্ৰুগড় ছোৱালী স্কুলক হাইস্কুলৰ মৰ্যাদা দিবলৈ মন কৰিছে। সম্প্ৰতি গ্ৰহণ কৰা আঁচনিৰ বাবে প্ৰয়োজনীয় ধন দিবলৈ আমাৰ পক্ষৰ পৰা বিত্তীয় কমিটীক অনুৰোধ জনোৱা হ'ব।' —তেওঁ কৈছিল। ইয়াৰ পাছত সভাপতিয়ে আন এক বিবৃতিৰে সামগ্ৰিকভাৱে বছৰটোৰ মুখ্য বিষয়সমূহ সামৰি তেওঁৰ ভাষণ প্ৰদান কৰিছিল। তেওঁৰ ভাষণত প্ৰথমতেই মণিপুৰ, নগাঁও, কাছাৰ আৰু ছিলেট জিলা আদিত বানৰ ফলত হোৱা ক্ষতিৰ কথা উল্লেখ কৰিছিল। তেওঁ কৈছিল যে ১৯১৩ আৰু ১৯১৫ চনত ভয়াবহ বান হৈছিল। কিন্তু সেই বছৰটোত বানৰ ভয়াবহতা তাতকৈও বেছি আছিল। নগাঁও জিলাত কপিলী নদীৰ বানে ধ্বংসাত্মক ৰূপ

লৈছিল আৰু প্ৰায় ৪০ বৰ্গমাইল এলেকা দীৰ্ঘদিন ধৰি পানীৰ তলত আছিল। গাঁও অঞ্চলৰ মানুহে ৰে'ললাইন আদি ওখ স্থানত আশ্ৰয় ল'ব লগীয়া হৈছিল। খেতিপথাৰ সম্পূৰ্ণৰূপে ধ্বংস হৈছিল। তেওঁ লগতে যুদ্ধত প্ৰদেশখনে আগ বঢ়োৱা অৱদানৰ কথাও উল্লেখ কৰিছিল।

ইয়াৰ পাছৰ বৈঠকখন অনুষ্ঠিত হৈছিল ১৯১৭ চনৰ ১৩ মাৰ্চত। এই বৈঠকত ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে কলিকতা উচ্চ ন্যায়ালয়ত যিহেতু কোনো এজন অসমীয়া বিচাৰপতি নাছিল, সেয়ে এজন অসমীয়া বিচাৰপতি নিযুক্তি দিব পাৰি নেকি, সেই বিষয়ে জানিব খুজিছিল। তেওঁ গুৱাহাটী উচ্চ ন্যায়ালয়ত এজন অসমীয়া Deputy Legal Remembrancer, এজন অসমীয়া চৰকাৰী অধিবক্তা তথা এজন ল ৰিপ'টাৰ নিযুক্তি দিবলৈ অনুৰোধ জনাইছিল। ইয়াৰ উত্তৰত বি চি এলেনে চৌধুৰীয়ে উত্থাপন কৰা কথাবোৰ সঁচা আছিল বুলি মন্তব্য কৰিছিল। কলিকতা উচ্চ ন্যায়ালয়ত এজনো অসমীয়া বিচাৰপতি নাছিল। আনহাতে এজন অসমীয়া Deputy Legal Remembrancer নিযুক্তি দিয়াৰ বিষয়টো মুখ্য আয়ুক্তৰ দৃষ্টিগোচৰ কৰা হৈছিল বুলিও তেওঁ জানিবলৈ দিছিল। 'তেওঁ পৰামৰ্শ দিছে যে বৰ্তমানৰ ব্যৱস্থাটোৱে সুচাৰুৰূপে কাম-কাজবোৰ চলাই আছে। সেয়ে খৰচৰ দিশটোৰ প্ৰতি লক্ষ্য ৰাখি নতুন নিযুক্তিৰ কথা এই সময়ত ভাবিব নালাগে। চৰকাৰী অধিবক্তা সন্দৰ্ভতো আয়ুক্তই খৰচৰ প্ৰতি লক্ষ্য ৰাখি নতুন নিযুক্তি নিদিয়াৰ কথা আমাক জনাইছে।' —বি চি এলেনে কৈছিল। ইয়াৰ পাছত ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে ৰাজবংশী সম্প্ৰদায়ৰ লোকক গোৰ্খা বা জাৰুৱাছ ৰেজিমেণ্টত নিযুক্তি দিয়াৰ বিষয়ে লগতে গোৱালপাৰা খণ্ডৰ ট্ৰাংক ৰোডটো পুনৰ মেৰামতি কৰাৰ বাবে চৰকাৰক অনুৰোধ জনাইছিল।

সিদিনাৰ সভাত আসাম এছ'চিয়েচনে দাখিল কৰা প্ৰস্তাৱসমূহ চৰকাৰৰ হাতত পৰিছে নে নাই সেই কথা ফণীধৰ চলিহাই জানিব বিচাৰিছিল। যদি পৰিছিল, তেনেহ'লে চৰকাৰে এই সন্দৰ্ভত কিবা বিবেচনা কৰিছে নেকি সেই বিষয়েও তেওঁ জানিব খুজিছিল। বিশেষকৈ ১২ আৰু ১৩ নম্বৰ প্ৰস্তাৱ দুটা সন্দৰ্ভত চৰকাৰে কি ব্যৱস্থা গ্ৰহণ কৰিছিল স্পষ্ট কৰি দিবলৈ আবেদন জনাইছিল। এই প্ৰস্তাৱৰ প্ৰথমটোত অসম প্ৰাদেশিক অসামৰিক সেৱাত দুজন অসমীয়াক নিযুক্তি দিয়াৰ বাবে দাবী জনোৱা হৈছিল আৰু দ্বিতীয়টোত অসম ব্যৱস্থাপক সভাত অসমৰ কৃষক সমাজৰ অৱস্থা সম্পৰ্কে অভিজ্ঞতা থকা (বিশেষকৈ ৰায়তী বিল) এজন সদস্যক মনোনীত কৰাৰ প্ৰস্তাৱ আগ বঢ়োৱা হৈছিল।

চলিহাৰ এই প্ৰশ্নৰ উত্তৰ দিছিল মুখ্য আয়ুক্তৰ সচিব বি চি এলেনে। তেওঁ কৈছিল যে তেওঁলোকে প্ৰস্তাৱৰ প্ৰতিলিপি পাইছিল আৰু সেই সন্দৰ্ভত মুখ্য আয়ুক্তৰ পৰামৰ্শৰ ভিত্তিত ইয়াৰ উত্তৰসমূহ আসাম এছ'চিয়েশ্যনৰ সাধাৰণ সম্পাদকৰ গোলাঘাটৰ ঠিকনাত পত্ৰ নম্বৰ ২,২১৬-এ যোগে ১৯১৭ চনৰ ১০ মাৰ্চত প্ৰেৰণ কৰা হৈছিল। পত্ৰখনৰ প্ৰতিলিপি এটিও তেওঁ ব্যৱস্থাপক সভাত দাখিল কৰিছিল।

মুখ্য আয়ুক্তৰ হৈ ব্যৱস্থাপক সভাৰ প্ৰশ্নোত্তৰ কালত ফণীধৰ চলিহাৰ প্ৰথম প্ৰশ্নৰ উত্তৰ দি মুখ্য সচিব বি চি এলেনে ১৯১৭ চনৰ ১০ মাৰ্চৰ চিঠি নং ২২১৬ যোগে আসাম এছ'চিয়েছনৰ সাধাৰণ সম্পাদকক সকলো কথা জনাইছিল বুলি মন্তব্য কৰিছিল। চিঠিখনত উল্লেখ কৰা হৈছিল— '১৯১৬ চনৰ ডিচেম্বৰ মাহত গুৱাহাটীত অনুষ্ঠিত আসাম এছ'চিয়েশ্যনৰ সম্মিলনত গৃহীত প্ৰস্তাৱ— বিশেষকৈ নিয়োগ, ৰাজহ আৰু গড়কাপ্তানি বিভাগ ইত্যাদি ক্ষেত্ৰত চৰকাৰে কি সিদ্ধান্ত গ্ৰহণ কৰিছে এই কথা মোক জনাবলৈ নিৰ্দেশ দিছে। তৃতীয় প্ৰস্তাৱত উল্লিখিত বিষয়টো সন্দৰ্ভত মুখ্য আয়ুক্তই কোনোধৰণৰ বিচাৰ-বিবেচনা কৰিবলৈ অপৰাগতা প্ৰকাশ কৰিছে। প্ৰস্তাৱটোত শিক্ষিত সম্প্ৰদায়ৰ অৰ্থ কি, সেই সম্পৰ্কে স্পষ্টকৈ কোনো ব্যাখ্যা কৰা হোৱা নাই। নতুবা এই শিক্ষিত সম্প্ৰদায়ৰ অন্য সম্প্ৰদায়ৰ লগত কি ধৰণৰ পাৰ্থক্য, এই সম্পৰ্কেও উল্লেখ কৰা হোৱা নাই। যদি ধৰি লোৱা হয় তেওঁলোকৰ সুকীয়া

শ্ৰেণীগত স্বাৰ্থ আছে, তেতিয়াহ'লে তেওঁলোকৰ বাবে সুকীয়া প্ৰস্তাৱ লোৱাৰ আৱশ্যকতা নাই। ব্যৱস্থাপক সভাৰ সকলো সদস্যই শিক্ষিত সম্প্ৰদায়ৰ আৰু সেয়ে তেওঁলোকে প্ৰতিনিধিত্ব কৰা সমাজখনৰ অভাৱ আৰু আৱশ্যকতা সম্পৰ্কে বিচাৰ কৰাৰ জোখাৰে তেওঁলোকৰ জ্ঞান আছে। প্ৰসংগক্ৰমে উল্লেখ কৰা উচিত হ'ব যে এই প্ৰস্তাৱৰ প্ৰাসংগিকতা বা গুৰুত্ব মূল্যায়নৰ কৰ্তৃত্ব আমাৰ নাই। ভাৰত চৰকাৰেহে এই সন্দৰ্ভত কোনো প্ৰস্তাৱ গ্ৰহণ কৰিব পাৰিব। কাৰণ আন প্ৰদেশৰ ক্ষেত্ৰতো এই একে নীতি প্ৰযোজ্য হ'ব লাগিব। চতুৰ্থ প্ৰস্তাৱ সন্দৰ্ভত আমাৰ উত্তৰ জনালো। চৰকাৰী নীতি অৰ্থাৎ ভূমি ৰাজহ নিয়মাৱলীৰ ৬৯ ধাৰাত উল্লেখ আছে যে ভূমি অস্থায়ী বন্দবস্তি আইন মতে ৰাজহ অনাদায়ৰ কাৰণে বা খাজনা নিদিয়াৰ বাবে প্ৰথম অৱস্থাত মাটি বিক্ৰী কৰাটো নীতি নহয়। খাজনা আদায় দিয়া বা নিদিয়া লোকৰ অস্থায়ী সম্পত্তি বিক্ৰী কৰি এই ৰাজহ আদায়ৰ ব্যৱস্থা কৰা হৈছে। নিয়মাৱলীত থকা নিয়মসমূহ খাজনা নিদিয়াসকলৰ বাবে বেছি সুবিধাজনকহে। বিশেষকৈ দেৱানী কাৰ্যবিধি আইনৰ ডিক্ৰী কাৰ্যকৰী কৰা নিয়মতকৈ। ৰাজহ নিয়মাৱলীৰ মতে খাজনা নিদিয়া ভূমি অন্ততঃ দুমাহলৈকে ৰাজহ আদায় নিদিয়ালৈকে বিক্ৰী কৰা নহয়। বাকীদাৰসকলে খাজনা অনাদায়ী কৰি ৰখা মাটি বিক্ৰী কৰিব খোজাৰ আগে আগে খাজনা জমা দি তাক বিক্ৰীৰ পৰা ৰক্ষা কৰিব পাৰে। এই নিয়মাৱলীৰ আটাইতকৈ সুবিধাজনক ব্যৱস্থাটো হৈছে বিক্ৰীৰ দিনাও বাকী থকা খাজনা আদায়ৰ সুবিধা প্ৰদান কৰাটো। যদি বাকীদাৰসকলে বা মাটিৰ মালিকসকলে এই সুবিধা গ্ৰহণ কৰিব নোৱাৰে অথবা মাটি বিক্ৰীৰ দিনাও অনাদায় খাজনা জমা দিব নোৱাৰে, তেতিয়াহ'লে সেই সুবিধাৰ পৰা তেওঁলোক বঞ্চিত হ'ব। উল্লিখিত আইনৰ ৭৯ আৰু ৮০ ধাৰা অনুসৰি মাটি বিক্ৰীৰ আদেশ নাকচ কৰাৰ সম্পূৰ্ণ ক্ষমতা মুখ্য আয়ুক্তৰ আছে। খাজনা আদায় দিব নোৱাৰাৰ কাৰণ যে খেতিয়কসকলৰ আৰ্থিক দুৰৱস্থা সেই কথাও আমি জানো। সেয়েহে এনে বাকীদাৰে বিক্ৰীৰ সময়ত বিক্ৰীৰত মাটিৰ উপযুক্ত দামখিনি পোৱাৰ সুযোগ যাতে পায় তাৰ বাবে সুবিধা প্ৰদান কৰা হৈছে। সাধাৰণতে দেৱানী আইন মতে তেওঁলোকৰ বিক্ৰী যদি ৰদ হয়, তেতিয়াহ'লে এনে সুবিধাৰ পৰা বঞ্চিত হ'ব। মানুহে সাধাৰণতে মাটিৰ ভোগ-দখলৰ আশা নেদেখিলে মাটি বিক্ৰীৰ ধন দিব নোখোজে। আনহাতে কোনোবাই যদি দেৱানী আইনৰ আশ্ৰয় লৈ এই বিক্ৰী ৰদ কৰা কাৰণে চেষ্টা কৰে, তাৰ ফল সুবিধাজনক নোহোৱাটো স্বাভাৱিক। কাৰণ দেৱানী আইন মতে যদি ইয়াৰ কাৰ্যকৰী হয়, তেতিযাহ'লে চৰকাৰে পাব লগীয়া ৰাজহৰ ক্ষতি হ'ব আৰু মৌজাদাৰসকলেও তেওঁলোকৰ খাজনা আদায় কৰাত অসুবিধা পাব। এই আইনৰ সংশোধনীৰ বাবে আসাম এছ'চিয়েচনে আগ বঢ়োৱা প্ৰস্তাৱ গভীৰ মনোযোগেৰে লক্ষ্য কৰি মুখ্য আয়ুক্তই ইয়াৰ সংশোধনী সম্ভৱ নহ'ব বুলি বিবেচনা কৰিছে। ভূমি ৰাজহ নিয়মাৱলীৰ উল্লিখিত বিধি ব্যৱস্থাসমূহ সেয়েহে সকলোৰে জ্ঞাতাৰ্থে ইয়াত উল্লেখ কৰা হ'ল। হিন্দুসকলৰ ধৰ্মীয় দাতব্য আইন সন্দৰ্ভত আসাম এছ'চিয়েশ্যনে গ্ৰহণ কৰা পঞ্চম প্ৰস্তাৱ সম্পৰ্কত আমি জনাব খুজিছো যে ১৯১৫ চনৰ ২৩ জানুৱাৰীত ভাৰত চৰকাৰৰ গৃহ বিভাগে এখন চৰকাৰী জাননী এখন জাৰি কৰিছিল। সেয়ে এই সন্দৰ্ভত প্ৰাদেশিক ব্যৱস্থাপক সভাই নিজাববীয়াকৈ কোনো ব্যৱস্থা লোৱাটো সম্ভৱ নহ'ব। এই বিষয়টোৰ ক্ষেত্ৰত ৰাজকীয় পৰিষদে আইন প্ৰণয়ন কৰাৰ চিন্তা-চৰ্চা কৰি আছে। ৰাজকীয় চৰকাৰৰ ঘোষণাটো আপোনালোকৰ জ্ঞাতাৰ্থে জনোৱা হ'ল—

ধৰ্মীয় দাতব্য সম্পত্তিসমূহ পৰিচালনাৰ ক্ষেত্ৰত কি ব্যৱস্থা গ্ৰহণ কৰা হ'ব, সেই বিষয়ে চৰকাৰে বিগত কেইবাটাও বছৰ ধৰি বিচাৰ-বিবেচনা কৰি আছে। এই সন্দৰ্ভত মাদ্ৰাজৰ দেৱান বাহাদুৰ এল এ গোবিন্দৰাঘৱ আয়াৰ আৰু চেহাগিৰী আয়াৰে যৌথভাৱে এখন ব্যক্তিগত বিল আৰু আনহাতে বম্বেৰ ইব্ৰাহিম ৰহিমতোল্লাই এখন নিজাববীয়া বিল প্ৰণয়ন কৰা বুলি জানিব পৰা গৈছে। ১৯১৪ চনৰ ১৬ মাৰ্চত ভাৰত চৰকাৰে চৰকাৰী আৰু বেচৰকাৰী ব্যক্তিসকলক আমন্ত্ৰণ জনাই এই বিষয়টো আলোচনা কৰিছিল। ১৭ মাৰ্চত এই সভাত লোৱা সিদ্ধান্তসমূহ ঘোষণা কৰা হৈছিল। জানিব পৰা মতে, সেই

সময়ত গৃহ বিভাগৰ সচিবে এই গোটেই বিষয়টো যুগুতাইছিল আৰু মহামান্য ব্ৰিটিছ চৰকাৰে ভাৰতে পঠিওৱা প্ৰস্তাৱত সম্মতি জনাইছিল। এই ৰাজকীয় আইন সময় আৰু সুবিধা অনুসৰি গ্ৰহণ কৰা হ'ব। প্ৰয়োজন অনুসৰি আৱশ্যকীয় বা গুৰুত্বপূৰ্ণ বিষয়সমূহৰ সন্দৰ্ভত পৰ্যালোচনাও কৰা হ'ব। আশা কৰা হৈছে ৰাজ্যসমূহৰ আৱশ্যকীয় সকলো বিষয় এই আইনখনত অন্তৰ্ভুক্ত হ'ব। এতিয়া এনে ধৰণৰ বিল যুগুতোৱা হ'লেও কিন্তু মহাসমৰৰ অন্ত নপৰালৈকে এই বিলখন উত্থাপন কৰাটো সম্ভৱ নহ'ব। এনে এখন বিল কাৰ্যকৰী হ'বলৈ বাকী থকা অৱস্থাত একে বিষয়ক সামৰি প্ৰাদেশিক আইন প্ৰণয়ন কৰাটো কোনো কাৰণতে সম্ভৱ নহয়। অষ্টম প্ৰস্তাৱ সন্দৰ্ভত আপোনালোকক জনাব খুজিছো যে দুয়োটা বিষয় বিশেষকৈ লোকসেৱা আয়োগৰ প্ৰতিবেদন আৰু গড়কাপ্তানি বিভাগৰ পুনৰ সংগঠিত কমিটীৰ তদন্তৰ প্ৰতিবেদন সন্দৰ্ভত ভাৰত চৰকাৰে ব্যৱস্থা লোৱাৰ কথা বিবেচনা কৰি আছে। দ্বাদশ প্ৰস্তাৱত যি প্ৰশ্ন উত্থাপন কৰা হৈছে, সেই সকলো কথা সামৰি লোকসেৱা আয়োগৰ প্ৰতিবেদন ভাৰত চৰকাৰে বিবেচনা কৰি আছে। বৰ্তমান অৱস্থাত মুখ্য আয়ুক্তই ভাৰত চৰকাৰৰ অনুমোদন ব্যতিৰেকে ইয়াৰ পৰামৰ্শৱলী কোনো কাৰণতে কাৰ্যকৰী কৰিব নোৱাৰিব। স্থানীয় প্ৰশাসনে ভাৰত চৰকাৰৰ পৰা এই সন্দৰ্ভত নিৰ্দেশ পালেই এই পৰামৰ্শৱলী কাৰ্যকৰী কৰিব। ত্ৰয়োদশ প্ৰস্তাৱ সন্দৰ্ভত মই জনাব খুজিছো যে কাউঞ্চিলৰ নিয়ম মতে এজন মাত্ৰ বিশেষজ্ঞ সদস্য নিয়োগ কৰিব পৰা যায়। ৰায়তী আইনৰ ওপৰত বিশেষ জ্ঞান থকা মিঃ ৰেইনক এই সন্দৰ্ভত বিশেষজ্ঞ কমিটীৰ সদস্য হিচাপে নিযুক্তি দিয়া হ'ব। তেওঁ প্ৰস্তাৱিত ৰায়তী আইনৰ সকলো দিশ জানে বাবে অসমৰ কৃষকসকলৰ সমস্যাসমূহ প্ৰতিফলিত কৰিব পাৰিব। চতুৰ্দশ প্ৰস্তাৱ সন্দৰ্ভত জনাব খুজিছো যে সাৱধানেৰে আৰু সকলো দিশ বিবেচনা কৰি গো-চৰণীয়া পথাৰত গৰু-ম'হ পালন কৰা গো-পালকসকলৰ আৰ্থিক দিশলৈ চাই কৰৰ নিৰিখ ধাৰ্য কৰা হৈছে । মুখ্য আয়ুক্তই আশা কৰিছে যে এওঁলোকে এই নিৰিখৰ ধন আদায় দিবলৈ সমৰ্থ হ'ব। এটা মাৰ্জিত দামত যাতে দুগ্ধ আৰু দুগ্ধজাত সামগ্ৰী চহৰৰ জনসাধাৰণে সহজে লাভ কৰিব পাৰে সেই বিষয়টোও মুখ্য আয়ুক্তই সম্প্ৰতি বিবেচনা কৰি আছে। তদুপৰি গো-পালকসকলৰ কাৰণে একোটা বিশেষ অঞ্চল নিৰ্ধাৰণ কৰা হ'ব। আৰু ইয়াৰ গো-পালকে চহৰলৈ গাখীৰ, ঘিউ, মাখন আদি সৰবৰাহ কৰিব লাগিব; যাতে কম মূল্যত জনসাধাৰণে এই সামগ্ৰীসমূহ পাব পাৰে। বিশেষভাৱে নিৰ্ধাৰিত কৰা অঞ্চলসমূহৰ গো-পালকসকলৰ ক্ষেত্ৰত কৰ বা ফীজ ৰেহাই দিয়াৰ বিষয়েও মুখ্য আয়ুক্তই চিন্তা-চৰ্চা কৰিছে।

আসাম এছ'চিয়েশ্যনৰ আন কেইটামান প্ৰস্তাৱ সন্দৰ্ভত ১৯১৭ চনৰ ১৯ ফেব্ৰুৱাৰীত পত্ৰ নং ৯৯৫-ৰ জৰিয়তে ব'থামে চৰকাৰে লোৱা সিদ্ধান্ত আৰু কাৰ্যব্যৱস্থাৰ বিষয়ে জনাইছিল। পত্ৰখন লিখা হৈছিল আসাম এছ'চিয়েশ্যনৰ সম্পাদকৰ নামত। উল্লেখ্য যে সেই সময়ত ব'থাম মুখ্য সচিবৰ দ্বিতীয়গৰাকী সচিব আছিল। এই পত্ৰখনত শিক্ষা আৰু পৌৰ নিগমৰ প্ৰাশাসনিক ব্যৱস্থা সম্পৰ্কীয় প্ৰস্তাৱসমূহৰ উত্তৰ দিয়া হৈছিল। তেওঁ শিক্ষা আৰু পৌৰ-প্ৰশাসন সন্দৰ্ভত গুৱাহাটীত অনুষ্ঠিত ১৯১৬ চনৰ আসাম এছ'চিয়েশ্যনৰ প্ৰস্তাৱৰ ক্ষেত্ৰত চৰকাৰে কি ব্যৱস্থা গ্ৰহণ কৰিছিল সেই কথাও জনাইছিল।

'ষষ্ঠ প্ৰস্তাৱটো শেহতীয়াভাৱে সম্পূৰ্ণ বিবেচনা কৰা হৈছে। এই সন্দৰ্ভত ১৯১৬ চনৰ ১ নৱেম্বৰৰ প্ৰশাসনীয় বিভাগৰ পত্ৰ নম্বৰ ৪৬৫১এম-লৈ সকলোৰে দৃষ্টি আকৰ্ষণ কৰাৰ বাবে ইয়াৰ লগত সংলগ্ন কৰা হ'ল।'

এই প্ৰস্তাৱসমূহৰ উত্তৰ সংক্ৰান্তত ব'থামে চৰকাৰে লোৱা কাৰ্যকৰী ব্যৱস্থা সংক্ৰান্তত ১৯১৬ চনত ১ নৱেম্বৰত চিঠি নং ৪৬৫১এম-যোগে জনাইছিল। ব'থামে লিখিছিল— 'আপোনাৰ লোকেল ব'ৰ্ড সম্পৰ্কীয় প্ৰস্তাৱ সম্বলিত তাৰিখবিহীন ২১৬ নম্বৰ পত্ৰখন মুখ্য সচিবে যথাসময়ত পাইছে। এই সন্দৰ্ভত মোক তলত উল্লিখিত উত্তৰ আপোনাৰ জ্ঞাতাৰ্থে প্ৰেৰণ কৰিবলৈ নিৰ্দেশ দিছে।

(ক) মুখ্য আয়ুক্তই লোকেল ব'ৰ্ডৰ নিৰ্বাচন বৰ্তমানৰ প্ৰচলিত ব্যৱস্থা অনুসৰি অনুষ্ঠিত কৰিবলৈ

বিচাৰিছে। ইয়াৰ জৰিয়তে গাঁৱৰ ৰাইজে গ্ৰাম্য কৰ্তৃপক্ষ নিৰ্বাচন কৰিব আৰু গ্ৰাম্য কৰ্তৃপক্ষই লোকেল ব'ৰ্ড আৰু লোকেল ব'ৰ্ডে ব্যৱস্থাপক সভাৰ প্ৰতিনিধি নিৰ্বাচন কৰিব। ফলত ৰাইজৰ সম্পূৰ্ণ সক্ৰিয় সহযোগত কাম কৰাৰ সুযোগ আৰু সুবিধা পোৱা যাব। বৰ্তমানৰ নিয়মানুসাৰে খাজনা দি থকা সকলো শ্ৰেণীৰ লোকেই ভোটাধিকাৰ সাব্যস্ত কৰিব পাৰিব। পৰীক্ষামূলকভাৱে গ্ৰাম্য কৰ্তৃপক্ষ গঠন কৰি ইয়াৰ কাৰ্যকাৰিতা সম্পৰ্কে পৰ্যালোচনা কৰাটোও মুখ্য আয়ুক্তই বিচাৰিছে। কাৰণ ভৱিষ্যতলৈ গাঁওবুঢ়াৰ সলনি গ্ৰাম্য কৰ্তৃপক্ষইহে নিৰ্বাচনত ভোট দিয়াৰ অধিকাৰ পাব।

(খ) এছ'চিয়েশ্যনৰ কাৰ্যনিৰ্বাহক কমিটীয়ে ১৯১৫ চনৰ ১৫ আগষ্টত গ্ৰহণ কৰা দ্বিতীয় প্ৰস্তাৱ সন্দৰ্ভত আমি জনাব খুজিছো যে সেই প্ৰস্তাৱ স্থানীয় নিকায় আইন বলবৎ কৰাৰ পূৰ্বে প্ৰশাসনৰ হাতত নপৰিল। সেয়েহে সময়মতে নোপোৱা হেতু ইয়াক বিবেচনা কৰিব পৰা নগ'ল। কিন্তু এছ'চিয়েচনে উল্লেখ কৰা বিষয়সমূহ অন্য প্ৰসংগত অইন সদস্যসকলে ব্যৱস্থাপক সভাত উত্থাপন কৰিছিল। ইয়াক সহানুভূতি সহকাৰে বিবেচনা কৰা হৈছে। এতিয়া এছ'চিয়েচনে যিবোৰ বিষয় উত্থাপন কৰিছে তাক ভৱিষ্যতলৈ বিবেচনা কৰা হ'ব।

(গ) তৃতীয় প্ৰস্তাৱ সম্পৰ্কে জনাব খুজিছো যে অসমত উদ্যোগ স্থাপনৰ বিষয়টো ঔদ্যোগিক আযোগেহে বিবেচনা কৰিব। মুখ্য আয়ুক্তৰ মতে স্থানীয় স্বায়ত্তশাসনৰ আওতাত অধিক সংখ্যক বিভাগ অন্তৰ্ভুক্ত কৰিব লাগে। কাৰণ ভাৰত চৰকাৰে লোকেল ব'ৰ্ডতকৈ এই বিষয়তহে অধিক গুৰুত্ব দিছে। অসম স্থানীয় স্বায়ত্তশাসন আইন অনুসৰি ব'ৰ্ডক যথেষ্ট ধনৰ প্ৰয়োজন। সেই অনুসৰি ব্যৱস্থা লোৱাৰ অধিকাৰ ইতিমধ্যে দিয়া হৈছে। ধাৰা ৬৫ (চি) অনুসৰি লোকেল ব'ৰ্ডে মুখ্য আয়ুক্তৰ অনুমোদন সাপেক্ষে উদ্যোগৰ বিকাশৰ বাবে ঔদ্যোগিক প্ৰদৰ্শনীৰ ব্যৱস্থা কৰিব পাৰিব। ধাৰা ২৪(এন) অনুসৰি মুখ্য আয়ুক্তই এনে ঔদ্যোগিক উৎসাহৰ বাবে প্ৰদৰ্শনী পতাৰ ক্ষেত্ৰত অতিৰিক্ত মাচুল লোকেল ব'ৰ্ডৰ ওপৰত লগাব পাৰিব। এইক্ষেত্ৰত আটাইতকৈ জটিল বিষয়টো হৈছে লোকেল ব'ৰ্ডৰ ধনৰ যথেষ্ট অভাৱ। আনকি আইনে দিয়া অধিকাৰ সত্বেও তেওঁলোকে ধনৰ পৰিমাণ বৃদ্ধি কৰিবলৈ সক্ষম হোৱা নাই।

নৱম প্ৰস্তাৱ সন্দৰ্ভত আমাৰ দৃষ্টিভংগী স্পষ্টকৈ জনাব বিচাৰিছে। আপোনালোকে নিশ্চয় জানে কলেজৰ অধ্যাপক পদৰ বাবে বিশ্ববিদ্যালয়ে শিক্ষাগত অৰ্হতাৰ ক্ষেত্ৰত কিছু নিয়ম বান্ধি দিছে। কিন্তু এনে নিয়ম বান্ধি দিয়াৰ পিছৰে পৰা আৱশ্যকীয় শিক্ষাগত অৰ্হতা থকা অসমৰ কোনো প্ৰাৰ্থীয়ে কটন কলেজৰ খালী পদ পূৰণ কৰিবলৈ আগ বাঢ়ি অহা নাই। মই এছ'চিয়েচনক সম্পূৰ্ণভাৱে নিশ্চয়তা দিছো যে যদি কোনোবা অসমীয়া শিক্ষিত প্ৰাৰ্থী এই খালী পদ পূৰণৰ বাবে আগ বাঢ়ি আহে, তেতিয়াহ'লে তেওঁলোকক অগ্ৰাধিকাৰ দিয়া হ'বই।

দশম প্ৰস্তাৱ সন্দৰ্ভত মই জনাব খুজিছো যে কলেজসমূহত বে-চৰকাৰী সদস্য নিয়োগৰ বিষয়টো (যিখন কমিটী কলেজৰ হোষ্টেল পৰিচালনাৰ লগতো যুক্ত) মুখ্য আয়ুক্তই গুৰুত্বসহ গ্ৰহণ কৰিছে। আগন্তুক দিনত এই সন্দৰ্ভত ব্যৱস্থা গ্ৰহণ কৰা হ'ব।

একাদশ প্ৰস্তাৱ সন্দৰ্ভত জনাব খুজিছো যে শিক্ষা বিভাগে ইংৰাজী মাধ্যমৰ মাধ্যমিক স্কুল বৃদ্ধিৰ বাবে অসমবাসী উৎসাহিত হোৱাকৈ প্ৰস্তাৱ প্ৰস্তুত কৰিছে। কিন্তু মুখ্য আয়ুক্তই এইক্ষেত্ৰত ব্যৱস্থা ল'বলৈ অনিচ্ছা প্ৰকাশ কৰিছে। বৃত্তি প্ৰদানৰ ক্ষেত্ৰত জটিলতাৰ সৃষ্টি হ'ব বুলি অনুভৱ কৰিয়েই এই সিদ্ধান্ত গ্ৰহণ কৰিছে।

পঞ্চদশ প্ৰস্তাৱ সন্দৰ্ভত মই জনাব খুজিছো যে মাননীয় সদস্য বাবু কামিনী কুমাৰ চন্দই এই একেটা প্ৰস্তাৱ ইম্পেৰিয়েল লেজিছলেটিভ কাউঞ্চিলত উত্থাপন কৰিছিল। তাৰ প্ৰতিলিপি ইয়াৰ লগত সংলগ্ন কৰি দিয়া হৈছে। সকলোৰে জ্ঞাতৰ্থে জনাওঁ যে মুখ্য আয়ুক্তই এই সন্দৰ্ভত ইতিমধ্যে সম্ভৱপৰ

সকলো ব্যৱস্থা গ্ৰহণ কৰিছে।

ব'থামে আছাম এছ'চিয়েচনৰ সাধাৰণ সম্পাদকলৈ লিখা পত্ৰখনত উল্লেখ কৰিছিল যে বাবু কামিনী কুমাৰ চন্দই ইম্পেৰিয়েল লেজিছলেটিভ কাউঞ্চিলত একেটা বিষয় উত্থাপন কৰিছিল। চি শংকৰণ নায়াৰে এই প্ৰশ্নৰ উত্তৰ দিছিল। এই উত্তৰবোৰে এছ'চিয়েচনৰ প্ৰস্তাৱসমূহৰ কিছু ইংগিত আমাৰ আগত প্ৰস্ফুটিত কৰে। তদুপৰি এই ক্ষেত্ৰত আন এক পূৰ্বাভাস দাঙি ধৰে কামিনী কুমাৰ চন্দৰ প্ৰশ্ন আৰু এই সন্দৰ্ভত দিয়া উত্তৰৰ প্ৰতিলিপিবোৰে। ব'থামে সেইবোৰ উত্তৰৰ সৈতে সংলগ্ন কৰিছিল বাবে ব্যৱস্থাপক সভাৰ কাৰ্যবিৱৰণীত লিপিবদ্ধ কৰা হৈছিল।

চন্দৰ প্ৰশ্নকেইটা আছিল— (ক) কলিকতা বিশ্ববিদ্যালয়ত অসম প্ৰদেশৰ কিমানসংখ্যক ফেল' আছে অনুগ্ৰহ কৰি চৰকাৰে জনাবনে? (খ) অসম প্ৰদেশৰ বৰ্তমানৰ জনসংখ্যা কিমান? (গ) বেচৰকাৰী ফেল' ৰাজ্যখনৰ পৰা এজন আছে নেকি? (ঘ) ৰাজ্যখনৰ ফেল'ৰ সংখ্যা বৃদ্ধি কৰাৰ আৱশ্যকতা সম্পৰ্কে তেওঁলোকে বিবেচনা কৰাৰ প্ৰস্তাৱ ৰাখিছে নেকি? আৰু বেচৰকাৰী (Non Official) ফেল' প্ৰদেশখনৰ দুয়োটা উপত্যকাৰ পৰা নিয়োগৰ ব্যৱস্থা কৰিছে নেকি?

ইয়াৰ উত্তৰত চি শংকৰণ নায়াৰে কৈছিল— (ক) কলিকতা বিশ্ববিদ্যালয়ত এজন পদেন আৰু তিনিজন সাধাৰণ ফেল' আছে। (খ) যোৱা লোকপিয়লৰ হিচাপ মতে অসম প্ৰদেশৰ জনসংখ্যা হ'ল ৬৭,১৩,৬৩৫। (গ) সঁচা নহয়! (ঘ) অসমৰ পৰা মনোনীত কৰা ফেল'ৰ সংখ্যা আচাৰ্যই ইতিমধ্যে বৃদ্ধি কৰিছে। প্ৰয়োজন অনুসাৰে বেচৰকাৰী নতুন ফেল'ৰ নিযুক্তিৰ প্ৰস্তাৱ বিবেচনা কৰা হ'ব।

এতিয়া আহো বিংশ প্ৰস্তাৱলৈ। অসমত কাৰিকৰী শিক্ষাৰ প্ৰসাৰতাৰ বিষয়টো মুখ্য আয়ুক্তই ইতিমধ্যে বিবেচনা কৰিছে। যেতিয়া উদ্যোগ বিভাগৰ নতুন অধ্যক্ষ নিযুক্তি হ'ব, তেতিয়াই বিষয়টো সন্দৰ্ভত ব্যৱস্থা গ্ৰহণ কৰা হ'ব। আপোনালোকৰ এছ'চিয়েচনে নিশ্চয়কৈ জানে ইয়াৰ বাবে ধনৰ প্ৰয়োজন হ'ব। ইয়াৰ বাবে আৱশ্যকীয় ধন অহা বাজেটত ধাৰ্য কৰাটো সম্ভৱ নোহোৱা বাবে মুখ্য আয়ুক্তই এই ক্ষেত্ৰত সম্মতি প্ৰদান কৰা নাই।

সিদিনাৰ সভাত মৌলবী চৈয়দ মহম্মদ ছাদুল্লাই বেৰী হোৱাইট মেডিকেল স্কুলত ১৯১০ চনৰ পৰা সেই সময়লৈ কিমানজন মুছলমান ছাত্ৰই কোন বছৰত ভৰ্তি হৈছিল সেই সম্পৰ্কে জানিব বিচৰাত ব'থামে এক বিস্তৃত বিৱৰণী দাঙি ধৰিছিল— ১৯১০-১১ চনত চতুৰ্থ বাৰ্ষিকত তিনিজন, তৃতীয় বাৰ্ষিকত চাৰিজন, দ্বিতীয় বাৰ্ষিকত পাঁচজন, প্ৰথম বাৰ্ষিকত দুজন—সৰ্বমুঠ ১৪জন আছিল। প্ৰথম অনুজ্ঞাপত্ৰ পৰীক্ষাত অৱতীৰ্ণ হোৱা ছাত্ৰ চাৰিজন, উত্তীৰ্ণ হোৱা ছাত্ৰৰ সংখ্যা দুজন, চূড়ান্ত অনুজ্ঞাপত্ৰৰ পৰীক্ষাত অৱতীৰ্ণ হোৱা ছাত্ৰ আছিল তিনিজন। পৰীক্ষাত উত্তীৰ্ণ হোৱা ছাত্ৰৰ সংখ্যা দুজন।

১৯১১-১২ চনত চতুৰ্থ বাৰ্ষিকত পাঁচজন, তৃতীয় বাৰ্ষিকত দুজন, দ্বিতীয় বাৰ্ষিকত চাৰিজন, প্ৰথম বাৰ্ষিকত পাঁচজন। সৰ্বমুঠ ১৬জন। প্ৰথম অনুজ্ঞাপত্ৰ পৰীক্ষাত অৱতীৰ্ণ হোৱা ছাত্ৰ আছিল চাৰিজন, উত্তীৰ্ণ হোৱা ছাত্ৰ তিনিজন, চূড়ান্ত অনুজ্ঞা পত্ৰৰ পৰীক্ষাত অৱতীৰ্ণ হোৱা ছাত্ৰ পাঁচজন আছিল। পৰীক্ষাত উত্তীৰ্ণ হোৱা ছাত্ৰৰ সংখ্যা আছিল এজন।

১৯১২-১৩ চনত চতুৰ্থ বাৰ্ষিক শ্ৰেণীত পাঁচজন, তৃতীয় বাৰ্ষিক শ্ৰেণীত নাই, দ্বিতীয় বাৰ্ষিক শ্ৰেণীত ছজন, প্ৰথম বাৰ্ষিক শ্ৰেণীত চাৰিজন। সৰ্বমুঠ ১৫জন। প্ৰথম অনুজ্ঞাপত্ৰ পৰীক্ষাত অৱতীৰ্ণ হোৱা ছাত্ৰ চাৰিজন, উত্তীৰ্ণ হোৱাৰ ছাত্ৰৰ সংখ্যা নাই। চূড়ান্ত অনুজ্ঞাপত্ৰৰ পৰীক্ষাত অৱতীৰ্ণ হোৱা ছাত্ৰ চাৰিজন। পৰীক্ষাত উত্তীৰ্ণ হোৱা ছাত্ৰ তিনি।

১৯১৩-১৪ চনত চতুৰ্থ বাৰ্ষিকত এজন, তৃতীয় বাৰ্ষিকত দুজন, দ্বিতীয় বাৰ্ষিকত আঠজন, প্ৰথম বাৰ্ষিকত ছজন। সৰ্বমুঠ ১৭জন আছিল। প্ৰথম অনুজ্ঞাপত্ৰ পৰীক্ষাত অৱতীৰ্ণ হোৱা ছাত্ৰ আছিল আঠজন, উত্তীৰ্ণ হোৱাৰ ছাত্ৰ এজন, চূড়ান্ত অনুজ্ঞাপত্ৰৰ পৰীক্ষাত অৱতীৰ্ণ হোৱা ছাত্ৰ নাছিল। পৰীক্ষাত

উত্তীৰ্ণ হোৱা ছাত্ৰও নাছিল।

১৯১৪-১৫ চনত চতুৰ্থ বাৰ্ষিকত এজন, তৃতীয় বাৰ্ষিকত এজন, দ্বিতীয় বাৰ্ষিকত নজন, প্ৰথম বাৰ্ষিকত সাতজন। সৰ্বমুঠ ১৮জন। প্ৰথম অনুজ্ঞাপত্ৰ পৰীক্ষাত অৱতীৰ্ণ হোৱা ছাত্ৰ নজন, উত্তীৰ্ণ হোৱা ছাত্ৰৰ সংখ্যা চাৰিজন, চূড়ান্ত অনুজ্ঞাপত্ৰৰ পৰীক্ষাত অৱতীৰ্ণ হোৱা ছাত্ৰৰ সংখ্যা আছিল এজন। পৰীক্ষাত উত্তীৰ্ণ হোৱা ছাত্ৰও নাছিল।

১৯১৫-১৬ চনত চতুৰ্থ বাৰ্ষিকত দুজন, তৃতীয় বাৰ্ষিকত চাৰিজন, দ্বিতীয় বাৰ্ষিকত সাতজন, প্ৰথম বাৰ্ষিকত সাতজন। সৰ্বমুঠ ২০জন। প্ৰথম অনুজ্ঞাপত্ৰ পৰীক্ষাত অৱতীৰ্ণ হোৱা ছাত্ৰ তিনিজন, উত্তীৰ্ণ হোৱা ছাত্ৰৰ সংখ্যা এজন, চূড়ান্ত অনুজ্ঞাপত্ৰৰ পৰীক্ষাত অৱতীৰ্ণ হোৱা ছাত্ৰৰ সংখ্যা দুজন। পৰীক্ষাত উত্তীৰ্ণ হোৱা ছাত্ৰও নাছিল।

১৯১৬-১৭ চনত চতুৰ্থ বাৰ্ষিকত চাৰিজন, তৃতীয় বাৰ্ষিকত পাঁচজন, দ্বিতীয় বাৰ্ষিকত ছজন, প্ৰথম বাৰ্ষিকত তিনিজন। সৰ্বমুঠ ১৮জন।

মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাই ব্ৰহ্মপুত্ৰ উপত্যকাৰ জিলাসমূহৰ পৰা গো-চৰণীয়া কৰ কিমান আদায় হৈছে জানিব বিচাৰিছিল। ইয়াৰ উত্তৰ দি এলেনে কৈছিল যে গোৱালপাৰা জিলাৰ পৰা ১৫,৯৮৩ টকা, কামৰূপ জিলাৰ পৰা ৪১,৬৫৬ টকা, দৰং জিলাৰ পৰা ৩৬,৯৩১ টকা, নগাঁৱৰ পৰা ১১,৩১৬ টকা, শিৱসাগৰ জিলাৰ পৰা ৩০,২২৭ টকা, লখিমপুৰ জিলাৰ পৰা ১৭,৯৮৮ টকা। সৰ্বমুঠ ১,৫৪,১০১ টকা আদায় হৈছিল।

তৰুণৰাম ফুকনে সিদিনাৰ সভাতে গুৱাহাটী কটন কলেজত অসমীয়া অধ্যাপক নিযুক্তি সন্দৰ্ভত প্ৰশ্ন উত্থাপন কৰাৰ উপৰি অসমৰ গুড় কাৰখানা আৰু ধৰ্মীয় অনুষ্ঠানসমূহ পৰিচালনা সম্পৰ্কীয় প্ৰশ্নও উত্থাপন কৰিছিল। আনহাতে তেওঁ কামৰূপ ছুগাৰ কেন ইণ্ডাষ্ট্ৰীত চৰকাৰে কিমান ধন খৰচ কৰিছে জানিবলৈ বিচাৰিছিল। লগতে চৰকাৰৰ লগত মিল মালিক উইলিয়াম মেক্সৱেলৰ কি চুক্তিপত্ৰ হৈছিল এই সন্দৰ্ভত তেওঁ জানিব বিচৰাত চুক্তি-পত্ৰখন এলেনে ব্যৱস্থাপক সভাত দাঙি ধৰিছিল। কামৰূপ ছুগাৰ কেন ফাৰ্মত চৰকাৰী ধন খৰচ কৰা সন্দৰ্ভত উত্তৰ দি এলেনে কৈছিল যে ১৯১৩-১৪ চনত ১১,১৩৪ টকা, ১৯১৪-১৫ চনত ৯০,১৫৭ টকা আৰু ১৯১৫-১৬ চনত ৪৫,৪০৩ টকা চৰকাৰৰ ফালৰ পৰা খৰচ কৰা হৈছিল।

সিদিনাৰ সভাতেই ব'থামে ১৯১৭-১৮ চনৰ সংশোধিত বাজেট বিৱৰণী দাখিল কৰিছিল। এই বিৱৰণীত দিয়া ভাষণত তেওঁ আশা কৰিছিল যে বছৰটোৰ সামৰণিত ১৭,৬০,০০০ টকা জমা থাকিব। তেওঁ ৰাজহ বিভাগৰ প্ৰতিবেদন পাঠ কৰি কৈছিল— 'দুৰ্ভিক্ষ সাহায্য শিতান এটা খোলা হৈছে। এই শিতানৰ অধীনত কাছাৰত ২,৭০,০০০টকা, নগাঁৱত ৪৬,০০০টকা, শিৱসাগৰত ২৯,০০০ টকা আৰু কামৰূপত ১৬,০০০ টকা দিয়া হৈছে। বানৰ তাণ্ডৱত এই অঞ্চলসমূহ ভীষণভাৱে ক্ষতিগ্ৰস্ত হৈছে।' ৰাজ্যখনৰ বানপানীৰ ধাৰাবাহিকতাৰ বিষয়ে উল্লেখ কৰি তেওঁ ১৭৮১ চনত ভয়াবহ বান হোৱা বুলি জনাইছিল। ইয়াৰ পিছত বানে ক্ষতিগ্ৰস্ত কৰিছিল ১৭৮৪ চনত। ১৭৮৭ চনৰ বানপানীও ভয়ংকৰ আছিল। আনহাতে ১৭৯৩ আৰু ১৭৯৫ চনতো বানে ৰাজ্যখনক আতিগ্ৰস্ত কৰিছিল। এই আটাইবোৰ বানে ৰাজ্যখনৰ অৰ্থনীতিৰ বিস্তৰ ক্ষতি কৰিছিল। আৰক্ষী বিভাগৰ দায়িত্বত থকা লেফটেনেণ্ট কৰ্নেল ডি হাৰ্বাৰ্টে প্ৰথম মহসমৰৰ লগতে সেই সময়ত যুদ্ধত যোগদান কৰা অসমীয়া লোকৰ বিৱৰণসহ এক প্ৰতিবেদন সভাত দাঙি ধৰিছিল।

পাছৰ বৈঠকখন অনুষ্ঠিত হৈছিল ১৯১৭ চনৰ ২৫ এপ্ৰিলত। এই বৈঠকত ৰায়বাহাদুৰ ফণীধৰ চলিহাই জোকতলী আৰু চিলাকুটি মৌজাত কলাজ্বৰৰ প্ৰকোপ, বৰপেটা চৰকাৰী হাইস্কুলত ছাত্ৰৰ ভৰ্তিকৰণ আদি প্ৰশ্ন উত্থাপন কৰিছিল। আনহাতে ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে লক্ষীপুৰৰ পৰা সৰমৌজা

পৰগণালৈ পথ নিৰ্মাণ কৰিব লাগে বুলি অনুৰোধ জনাই তেওঁ প্ৰশ্ন কৰিছিল। ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাই ১৯১১ চনৰ পৰা ১৯১৫ চনলৈ আবকাৰী ৰাজহৰ পৰা কিমান ধন চৰকাৰে লাভ কৰিছিল এই সম্পৰ্কে জানিব বিচাৰিছিল। এ ডব্লিউ ব'থামে জনাইছিল যে ১৯১১-১২ চনত ৪৩,৩৪,১৪৫ টকা, ১৯১২-১৩ চনত ৪৭,৩৭,৪২০ টকা, ১৯১৩-১৪ চনত ৫১,৪৩,৮৯৮ টকা, ১৯১৪-১৫ চনত ৫২,৬৮,৪৪৮ টকা আৰু ১৯১৫-১৬ চনত ৫২,৯৫,২৫৯ টকা প্ৰকৃত লাভ হৈছিল।

ফণীধৰ চলিহাই সম্প্ৰদায় ভিত্তিত নিযুক্তি সন্দৰ্ভত প্ৰশ্ন কৰিছিল। লগতে চলিহাই বেৰী হোৱাইট মেডিকেল স্কুলত ভৰ্তি হোৱা ছাত্ৰৰ শিক্ষাগত অৰ্হতা সম্পৰ্কে প্ৰশ্ন উত্থাপন কৰিছিল আৰু অসমীয়া, ছিলেটীয়া, বাঙালী আৰু অন্যান্য সম্প্ৰদায়ৰ ছাত্ৰসকলৰ শিক্ষাগত অৰ্হতা কিমান আছিল সেই সম্পৰ্কে জানিব বিচৰাৰ লগতে এই সম্প্ৰদায়ৰ কিমানজন ছাত্ৰই চূড়ান্ত পৰীক্ষা উত্তীৰ্ণ হৈছিল এই সম্পৰ্কে তথ্য জনাবলৈ চৰকাৰক অনুৰোধ কৰিছিল। তেতিয়া এ ডব্লিউ ব'থামে লিখিত উত্তৰ দি উল্লেখ কৰিছিল যে ১৯১১-১২ চনত পাঁচজন অসমীয়া ছাত্ৰৰ ভিতৰত এজন, ১৯১২-১৩ চনত ১১জনৰ ভিতৰত পাঁচজনে, ১৯১৩-১৪ চনত পাঁচজনৰ ভিতৰত এজন, ১৯১৪-১৫ চনত আঠজনৰ ভিতৰত তিনিজন, ১৯১৫-১৬ চনত দুজন আৰু ১৯১৬-১৭ চনত ১১জনৰ ভিতৰত ৬জন উত্তীৰ্ণ হৈছিল।

চলিহাই ভাৰতীয় চাহ সন্থাই শ্ৰমিক নীতি (Labour Rules) প্ৰণয়ন সংক্ৰান্তীয় চুক্তি-পত্ৰৰ বিষয়ে জানিব বিচৰাত ব'থামে ব্ৰহ্মপুত্ৰ উপত্যকা আৰু সুৰমা উপত্যকাৰ চাহ কোম্পানীসমূহে প্ৰস্তুত কৰা চুক্তিপত্ৰখনৰ প্ৰতিলিপি সদনত দাখিল কৰিছিল। এই চুক্তিপত্ৰখনৰ নাম আছিল 'Memmorandum of Agreement in conection with Enticement of labour from Tea Garden.'

### MEMORANDUM OF AGREEMENT IN CONNECTION WITH ENTICEMENT OF LABOUR FROM TEA GARDENS BRAHMAPUTRA VALLEY.

The proprietors or accredited representatives whose signatures appear in the first column of the First Schedule hereto of the several Tea Companies or Concerns (hereinafter called "the Signatories") whose names appear in the second column of such Schedule do by these presents mutually bind the Signatoires to abide by the following Rules and Provisions which are aimed at discouraging and preventing the enticement harbouring detention or employment (hereinafter called offences) of garden coolies without the consent of the Signatoires by or for whom such coolies may have been imported recruited or emplyoyed and at prescribing certain fines of penalties by way of damages for infringement of such Rules and Provisions namely :

'(I) Every complaint as to an alleged offence of the kind or nature above indicated shall be in writing signed by the superintendent or Manager in charge who is directly responsible to the Agents or Proprietors of the complainant Garden and addressed and delivered or sent to the like superintendent or Manager of the Garden complained against, and every such complaint shall state.

'(1) All particulars necessary for identification of the coolies who are the subject matter of the complaint;

'(2) The period, if any, of the coolies' non-expired service, compulsory or otherwise;

'(3) The amount claimed as damages, and at the option of the complainant;

'(4) The cost of importing and recruiting the coolies.

'(II) The recipient of any such complaint shall within three days from the receipt thereof either

'(1) Pay or remit or settle the amount claimed;

'(2) Forthwith eject (in the presence of complainant's representative if so required) such coolies with their belongings from his Garden; or

'(3) If he repudiates the complaints, shall deliver or send the compalinant a written statement recording the grounds on which he disputes liability in the whole or in part as the case may be; and if he shall fail or neglect to take either of these three courses, he shall stand liable *ipso facto* for the full amount of the claim :

'Provided that if he adopts the third alternative his liability shall not be affected should the coolies or any of them abscond before final award or payment thereof.

'(III) If the dispute be not otherwise adjusted, the complainant may send, under registered post, a full copy of his compalint and of the other side's statement to be adjudicated upon by means of arbitration as follows :-

'If the Gardens of both complainant and recipient be within the jurisidication of the same sub-district, then to the Chairman of the Local Sub-Committee of such sub-district and otherwise to the Secretary of the Assam Branch of the Indian Tea Association.

'(IV) On receipt of the papers, the Chairman of the Local Sub-Committee, or the Secretary of the Branch Committee, as the case may be, shall give notice by registered post to both parties of the place and date and time when and where the dispute will be investigated, and either party may appear in person or by any Tea Garden Superintendent or Manager to conduct his case, but neither side shall be at liberty to be represented by Counsel Attorney or any Legal Adviser

'(V) A quorum of the said Sub-district Committee or Branch Committee are hereby constituted Arbitrators with full powers to investigate and decide all disputes, and their decision shall be final and possess the efficacy of an Award duly made under provisions of the Indian Arbitration Act, 1899, and all procedure shall be regulated by the arbitrators and no objection shall be taken or entertained by reason of any irregularity in procedure, and also with full powers instead of themselves adjudicating on the dispute to refer the same to two impartial Tea-Planters not being in any way connected with either Garden concerned in the dispute as Arbitrators who shall in the event only of their disagreeing appoint as Umpire a third Planter likewise unconnected with either Garden, and thereupon the reference shall proceed as regards procedure as if the dispute were adjudicated upon by the said Sub-Committee or Committee as the case may be. Provided always that notwithstanding anything in this clause contained the said Committee shall refer the dispute to arbitration as aforesaid if either party to the dispute shall so require by notice in writing, such notice accompanying the papers sent under clause III if given by the complainant and accompanying the written statement referred to in clause II (3) if given by the recipient of the complaint.

'(VI) Provided always that the Arbitrators shall not by their decision or Award impose larger sums by wayof damages than those prescribed according to the scale and under the provisions in the Second Schedule hereof.

'(VII) No complaint at the instance of any signatory against whom an Award shall have been made shall be entertained so long as the amount of the said Award shall remain unpaid, or the same shall otherwise remain uncomplied with.

'(VIII) These provisions shall be binding on any other Tea Company or Concern on whose behalf these Presents or a copy thereof be hereafter signed by its Proprietor or accredited representative.

'(IX) This Agreement shall continue in force three years against each Signatory hereto from the date of signature hereof by or on behalf of each Tea Company or Concern, subject to previous termination hereof in respect of such Signatory by giving twelve calendar month's notice in writing of his or their intention so to terminate the same, such notice to be addressed to the Indian Tea Association, Calcutta.

Dated 191

The first schedule above referred to

Name of Tea company or concern.

Date of joining

Signature of Proprietors or Accredited Representative.

Part I

Applicable to the case of offences in the Brahmaputrea Valley.

THE SECOND SCHEDULE

'1. For an offence affecting any coolies, whether under contract or not, who has been imported by another Garden if the offence be committed within three years of the impotration of such coolies, a maximum sum of Rs. 300 for each coolie for the first offence, and of Rs. 500 for a second or subsequent offence.

'2. For an offence affecting a locally recruited coolie under contract or an imported coolie under contract after three years from the date of importation a maximum sum of Rs. 200 per coolie for a first offence and of Rs. 300 for a second or subsequent offence.

'3. For an offence affecting any coolie who is defaulter* to another Garden Rs. 50 for each coolie, in addition to payment of all bona-fide advances outstanding.

*N. B.– "Defaulter" means any coolie not coming under clauses 1 or 2 of this Schedule who has absconded whilst under advances from his garden.

'4. For the offence of systematically enticing coolies from other employment or of attempting so to do a maximum sum Rs. 500 for a first offence, and of Rs. 1000 for a second or subsequent offence, irrespeetive of any penalties which may have been previously enforced under clauses 1, 2, 3 above.

'Part II

In the case of offences from the Brahmaputra Valley to the Surma Valley the Rules and Procedure to be adopted shall be those in force in the Surma Valley.

'SURMA VALLEY

'The Proprietors or accredited representatives whose signatures appear in the first column of the Schedule hereto of the several Tea Companies or Concerns (hereinafter called " the Signatories") whose names appear in the second column of such Schedule do by these Presents mutually bind the Signatories to abide by the following Rules and Provisions which are aimed at discouraging and preventing the enticement harbouring detention or employment (hereinafter called "offences") of garden coolies without the consent of the Signatories by or for whom such coolies may have been imported, recruited or employed and at prescribing certain fines or penalties by way of damages for infringement of such Rules and Provisions, which Rules and Provisions are framed and subscribed on the assurance or assumption that all Proprietors, Boards of Direc-

tors and Managing or other Agents or Secretaries of the gardens concerned may be depended on to enforce due complaince with all awards made in pursuance of such Rules and Provisions their active support in that behalf being deemed essential to the same being successfully carried out.

'Rules.

'1. All coolies or labourers living within the area of a Garden's grant or premises to be considered the coolies or labourers of such Garden whether regularly employed or not.

'2. That if any labourer who has been imported by one garden is employed by another garden within the period of three years after importation, without the previous sanction in writing of the garden which imported the labourer, the garden so employing the labourer shall either turn such labourer out and cease to employ him either directly or indirectly, or pay the importing garden as compensation the sum of Rs. 3 per mensem for the unexpired portion of such three years, plus Rs. 30. Provided that no claim under the rule shall be made or entertained unless duly formulated within one calendar year after the expiry of the above mentioned period of three years.

'3. Should a labourer other than mentioned in rule 2, being under Act XIII contract, abscond from A's garden to B's garden during the period of his contract, as shown by the garden Cash and Agreement Books, B shall pay to A as compensation the sum of Rs. 3 per mensem for the unexpired portion of such agreement, plus Rs. 30 or turn such labourer out of his garden and cease to employ him either directly or indirectly. Provided that no claim under this Rule shall be made or entertained unless duly formulated within one calendar year after the expiry of the period of the above-mentioned Contract.

'4. That in the event of a free labourer other than mentioned in Rule 2, leaving A's garden and going to B's garden, B shall pay to A all bona-fide advances shown against such a labourer in the garden books, plus Rs. 10 or turn him out of his garden and cease to employ him either directly or indirectly. Provided that no calim under this Rule shall be made or entertained unless duly formulated within one calendar year after such free labourer has left A's garden.

'5. That in the event of direct or indirect enticement of a wilful nature whether falling under Rules 2, 3, or 4 or not the offender shall become liable to pay to the complainant Garden in addition to the compensation payable or recoverable under such Rule a sum not ecceeding Rs. 250 as liquidated damages for every coolie or labourer so enticed.

'6. Failling satisfactory settlement or compliance with an award the case to be reported for action and enforcement of the award by the Proprietors, Boards, or Agents concerned.

'7. That in the case of a Company or private garden being signatory to these Rules it is understood that the same apply to all Concerns of the said Company or private garden, whether devoted to the culture of tea or other produce.

'(I) Every complaint as to an alleged in fringement of the above Rules or as to an offence of the kind or nature above indicated shall be in writing signed by the Superintendent or Manager in charge who is directly responsible to the Agents or Proprietors of the complainant Garden and addressed and delivered or sent to the like Superintendent or Manager of Garden complained against, and such complaint shall state–

'(1) All particulars necessary for identification of absonding coolies.

'(2) The period, if any, of the coolies' non-expired service, compulsory or otherwise;

'(3) The amount claimed as damages, and at the option of the compalinant;

'(4) The cost of importing and recruiting the coolies.

'(II) The recipient of any such complaint shall within three days from the receipt thereof either--

'(1) Pay or remit or settle the amount claimed :

'(2) Forthwith eject (in the presence of complainant's representative if so required) such coolies with all their belongings from his garden, or

(3) If he repudiates the complaint, shall deliver or send to the complainant a written statement recording the grounds on which he disputes liability in the whole or in part, as the case may be; and if he shall fail or neglect to take either of these three courses, he shall stand liable, ipso facto, for the full amount of the calim :

Provided that if he adopts the third alternative, his liability shall not be affected should the coolies or any of them abscond before final award or payment thereof.

(III) If the dispute be not otherwise adjusted, the complainant may send to the Secretary of the Surma Valley Branch, under registered post, a full copy of his complaint and of the other side's statement to be adjudicated upon by means of arbitration by or under the directions of the General Committee of the Surma Valley Branch of the Indian Tea Association.

(IV) On receipt of the papers, the said Committee shall give notice by registered post to both parties of the place and date and time when and where dispute will be investigated, and either party may appear in person or by any Tea Garden Superintendent or Manager to conduct his case, but neither side shall be at liberty to be represented by Counsel, Attorney or any Legal Adviser.

(v) A quorum of the said Committee are hereby constituted Aribtratiors with full powers to investigate and decide all disputes, and their decision shall be final and possess the efficacy of an Award duly made under the provisions of the Indian Arbitration Act, 1899, and all procedure shall be regulated by the arbitrators and no objections shall be taken or entertained by reason of any irregularity in procedure, and also with full powers instead of themselves adjudicating on the dispute to refer the same to two impartial Tea Planters not being in any way connected with either Garden concerned in the dispute as Arbitrators who shall in the event only of their disagreeing appoint as Umpire a third Planter, likewise unconnected with either Garden, and thereupon the Reference shall proceed as regards procedure as if the dispute were being adjudicated upon by the said Committee.

(VI) Provided always that the Arbitrators shall not by their decision or Award impose larger sums by way damages than those prescribed according to the foregoing Rules.

'Provided also that in the case of offences from the Surma Valley to the Brahmaputra Valley the Rules and Procedure to be adopted shall be those in force in the Brahmaputra Valley.

(VII) No complaint at the instance of any signatory against whom an Award shall have been made shall be entertained so long as the amount of the said Award shall remain unpaid.

(VIII) These provisions shall be binding on any other Tea Company or Concern on whose behalf these Presents or a copy thereof be hereafter signed by its Proprietor or accredited representative.

(IX) This Agreement shall continue in force for three years against each Signatory hereto from the date of signature hereof by or on behalf of each Tea Company or Concern, subject to previous termination hereof in respect of such Signatory by giving twelve calendar months' notice in writing of his or their intention so to terminate the same, such notice to be addressed to the Indian Tea Association, Calcutta.

Dated

The first schedule above referred to

Name of Tea Company Concern

Date of Joining

Signature of Proprietor or Accredited Representative.

সিদিনাৰ সভাত আন এটা প্ৰশ্ন উত্থাপন কৰিছিল নলিনী কান্ত ৰায় দস্তিদাৰে। তেওঁ পূৰ্বৰ পাঁচ বছৰত প্ৰাথমিক স্কুললৈ আগ বঢ়োৱা চৰকাৰী সাহায্য, স্কুলৰ সংখ্যা, ছাত্ৰ-ছাত্ৰীৰ সংখ্যা আদিৰ বিষয়ে জানিব খুজিছিল। ইয়াৰ উত্তৰত ব'থামে কৈছিল যে ১৯১১-১২ চনত ল'ৰাৰ প্ৰাইমাৰী স্কুলৰ সংখ্যা আছিল ৩,৪৬৯খন। ছাত্ৰ আছিল ১,৪১,৭৪৮জন। ছাত্ৰীৰ প্ৰাইমাৰী স্কুল আছিল ২৪২খন। ছাত্ৰী আছিল ৭,২৩৯গৰাকী। ল'ৰাৰ স্কুলত চৰকাৰী অৰ্থ সাহায্য দিয়া হৈছিল ২৭,৩০৯ টকা। ছোৱালীৰ স্কুলত দিয়া হৈছিল ৩,৫৯৮ টকা।

১৯১২-১৩ চনত ল'ৰাৰ প্ৰাইমাৰী স্কুলৰ সংখ্যা আছিল ৩,৫৩৪খন। ছাত্ৰৰ সংখ্যা আছিল ১,৪৮,২৭৮জন। ছাত্ৰীৰ প্ৰাইমাৰী স্কুলৰ সংখ্যা আছিল ২৫৬খন। ছাত্ৰীৰ সংখ্যা আছিল ৭,৮০৩গৰাকী। ল'ৰাৰ স্কুলত চৰকাৰী অৰ্থ সাহায্য দিয়া হৈছিল ৩০,৭৩৩ টকা। ছোৱালীৰ স্কুলত দিয়া হৈছিল ৩,৩৫২ টকা। ১৯১৩-১৪ চনত ল'ৰাৰ প্ৰাইমাৰী স্কুল আছিল ৩,৭৬০খন। ছাত্ৰ আছিল ১,৬১,৭৩০জন। ছাত্ৰীৰ প্ৰাইমাৰী স্কুল আছিল ৩০০খন, ছাত্ৰী আছিল ৯,৭৮৬গৰাকী। ল'ৰাৰ স্কুলত চৰকাৰী অৰ্থ সাহায্য দিয়া হৈছিল ৩৭,৮৩৩ টকা। ছোৱালীৰ স্কুলত দিয়া হৈছিল ২,৪৬০ টকা। ১৯১৪-১৫ চনত ল'ৰাৰ প্ৰাইমাৰী স্কুল আছিল ৩,৯২৬খন। ছাত্ৰ আছিল ১,৭৫,৪১৪জন। ছাত্ৰীৰ প্ৰাইমাৰী স্কুলৰ সংখ্যা আছিল ৩৪৫খন, ছাত্ৰী আছিল ১১,৪৬৪গৰাকী। ল'ৰাৰ স্কুলত চৰকাৰী অৰ্থ সাহায্য দিয়া হৈছিল ৪৫,৫৮৯ টকা। ছোৱালীৰ স্কুলত দিয়া হৈছিল ৩,০২২ টকা।১৯১৫-১৬ চনত ল'ৰাৰ প্ৰাইমাৰী স্কুল আছিল ৩,৮৫৯খন। ছাত্ৰ আছিল ১,৭৫,২৮৪জন। ছাত্ৰীৰ প্ৰাইমাৰী স্কুল আছিল ৩৩৩খন, ছাত্ৰী আছিল ১১,০৫৮গৰাকী। ল'ৰাৰ স্কুলত চৰকাৰী অৰ্থ সাহায্য দিয়া হৈছিল ৪৮,৯১৭ টকা। ছোৱালীৰ স্কুলত দিয়া হৈছিল ৪,২৭০ টকা।

সিদিনাৰ সভাত মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাই ঈদ-উল-ফিটৰ আৰু ঈদ-উদ-জোহাত চৰকাৰী বন্ধ ঘোষণা কৰিব লাগে বুলি প্ৰস্তাৱ এটা উত্থাপন কৰিছিল। এই প্ৰস্তাৱ মহম্মদ বখট মজুমদাৰ, ৰাজচন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে সমৰ্থন কৰিছিল যদিও চৰকাৰে এই প্ৰস্তাৱৰ বিৰোধিতা কৰিছিল। সিদিনাৰ সভাতেই ছৈয়দ মহম্মদ ছাদুল্লাই ঘঁৰিয়াল নিধনৰ বাবে চৰকাৰে দিয়া পুৰস্কাৰ সম্পৰ্কীয় প্ৰস্তাৱ উত্থাপন কৰিছিল। তেওঁ তেওঁৰ প্ৰস্তাৱত ১৯১৬-১৭ চনত দহ মাহৰ ভিতৰত অৰ্থাৎ ফেব্ৰুৱাৰী মাহলৈ ঘঁৰিয়াল নিধনৰ বাবে কামৰূপ জিলাত ৮,৫,৬৭ টকা খৰচ কৰাৰ কথা উল্লেখ কৰিছিল। এই সময়ছোৱাত গোৱালপাৰা জিলাত ৭,৫২৭ টকা, দৰঙত ১,৫৯২ টকা, শিৱসাগৰত ৩১০ টকা, লখিমপুৰ জিলাত ১২৮ টকা গোন্ধৰ অনা এধাৰ পাইচা। সৰ্বমুঠ ১৮,১২৪ টকা গোন্ধৰ অনা এধাৰ পইচা খৰচ হোৱা বুলি উল্লেখ কৰি কয় যে এই

ধন ঘঁৰিয়াল হত্যাৰ বাবে খৰচ কৰাতকৈ অন্য গঠনমূলক কামত খৰচ কৰাটো উচিত আছিল বুলি মন্তব্য কৰিছিল। ইয়াত অংশগ্ৰহণ কৰিছিল ৰায়বাহাদুৰ ফণীধৰ চলিহা, ঘনশ্যাম বৰুৱা, ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰী আৰু চৰকাৰী বিষয়া জে ই ওৱেবষ্টাৰ আদিয়ে। শেষত ভোটত প্ৰস্তাৱটো নাকচ হৈছিল।

সিদিনাৰ সভাতে ব'থামে ১৯১৭-১৮ চনৰ বাৰ্ষিক বিত্তীয় বাজেট দাখিল কৰিছিল। এই বাজেটত অংশগ্ৰহণ কৰি নলিনীকান্ত ৰায় দস্তিদাৰে সংস্কৃত টোলৰ অধ্যাপকৰ শোচনীয় অৱস্থা, পথ যোগাযোগৰ দুৰৱস্থা আদি সন্দৰ্ভত বক্তৃতা প্ৰদান কৰিছিল। আন এগৰাকী সদস্য ৰায়বাহাদুৰ ফণীধৰ চলিহাই উল্লেখ কৰিছিল যে কামৰূপত পৰীক্ষামূলকভাৱে কুঁহিয়াৰ উৎপাদনৰ বাবে স্থাপন কৰা পামখনে সেই বছৰটোত ৮৪ হাজাৰ টকা ধাৰে ল'ব লগীয়া হৈছিল। আগৰ বছৰটোত এই উদ্যোগৰ বাবে ধাৰ্য কৰা ধনৰ পৰিমাণ আছিল ৩৯ হাজাৰ টকা। ১৯১৩-১৪ চনৰ পৰা পামখনত সৰ্বমুঠ ১,৪৬,৬৯৪ টকা খৰচ কৰা হৈছিল। তেওঁ আক্ষেপ কৰি কৈছিল যে ভাৰতত ঔদ্যোগিক বিকাশৰ প্ৰয়োজনীয়তা অত্যধিক যদিও যিটো সময়ত যুদ্ধজনিত পৰিস্থিতিৰ বাবে বহু শ্ৰমিকক চাকৰিৰ পৰা বৰ্খাস্ত কৰা হৈছিল, সেই একেটা সময়তে পৰীক্ষামূলক কুঁহিয়াৰ খেতিৰ বাবে ইমান ধন খৰচ কৰাটো সমীচীন নাছিল। এই পৰা যে পৰা যে লাভ হ'ব সেই সন্দৰ্ভতো তেওঁ সন্দেহ প্ৰকাশ কৰিছিল। তেওঁ তেজপুৰৰ মানসিক চিকিৎসালয়ৰ বাবে ধন ধাৰ্য কৰা হেতু তেওঁ অৱশ্যে সন্তুষ্টি প্ৰকাশ কৰিছিল। তদুপৰি তেওঁ ১৯১৭-১৮ চনত ঘঁৰিয়াল নিধন কৰাৰ নামত চৰকাৰে ১৮ হাজাৰ টকা খৰচ কৰি ৰাজহৰ ধন পানীত পেলোৱা বুলি আক্ষেপ কৰিছিল। গুৱাহাটী ট্ৰেজাৰীৰ তথ্য আঙুলিয়াই দি এশৰো অধিক টকা পুৰস্কাৰৰ নামত ব্যয় কৰা কাৰ্যৰো তেওঁ বিৰোধিতা কৰিছিল। এই সন্দৰ্ভত ইষ্টাৰ্ন ক্লনিকলছ আৰু অসম বিলাসিনীটো সমালোচনামূলক বাতৰি প্ৰকাশ পাইছিল। তেওঁৰ উপৰিও ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা, বাবু ৰমনী মোহন দাস, মহম্মদ বখট মজুমদাৰ, ৰাজেন্দ্ৰ নাৰায়াণ চৌধুৰী, মৌলবী মহম্মদ ছৈয়দ ছাদুল্লাই বাজেটৰ ওপৰত ভাষণ দিছিল।

সিদিনাৰ সভাতেই ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে ৰাজবংশী ছাত্ৰসকলৰ বাবে মাহত ২৫ আৰু ২০ টকাকৈ দুটা বিশেষ জলপানি দিব লাগে বুলি প্ৰস্তৱ আগ বঢ়াই ব্যৱস্থাপক সভাক এই বিষয়টো মুখ্য আয়ুক্তৰ অনুমোদনৰ বাবে প্ৰেৰণ কৰিববলৈ অনুৰোধ জনাইছিল। এই প্ৰস্তাৱ সম্পৰ্কীয় আলোচনাত মহম্মদ ছাদুল্লা, ফণীধৰ চলিহা আৰু জে আৰ কানিংহামে অংশগ্ৰহণ কৰিছিল। কানিংহামে চৌধুৰীৰ প্ৰস্তাৱৰ উত্তৰত কৈছিল যে সেই সময়ত প্ৰদেশখনত ৰাজবংশী লোকৰ সংখ্যা আছিল মাত্ৰ দুই শতাংশ। 'যদি আমি প্ৰস্তাৱৰ প্ৰতি সহমত প্ৰকাশ কৰো, তেতিয়াহ'লে অন্য সম্প্ৰদায়ৰ লোকসকলে এনেধৰণৰ একে দাবী লৈ আগ বাঢ়ি আহিব। তেনে অৱস্থাত আমি ৫০টা জ্যেষ্ঠ জলপানি আৰু ৫০টা স্নাতকোত্তৰ ছাত্ৰৰ জলপানিৰ কাৰণে ধন খৰচ কৰিব লাগিব। বৰ্তমান আমাৰ বাজেটত জলপানিৰ বাবে ধন ধাৰ্য কৰা হৈছে। ২২জনলৈ জ্যেষ্ঠ জলপানি আৰু দুজনলৈ স্নাতকোত্তৰ জলপানি প্ৰদানৰ ব্যৱস্থা কৰা হৈছে। সেয়ে বৰ্তমান অৱস্থাত নতুনকৈ জলপানি আগ বঢ়োৱাৰ ব্যৱস্থা কৰাটো সম্ভৱ নহ'ব।

১৯১৭ চনৰ ১৭ অক্টোবৰ তাৰিখে আন এখন বৈঠক অনুষ্ঠিত হৈছিল। এই সভাত ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে গৌৰীপুৰৰ পৰা বগৰীবাৰীলৈ পথৰ ব্যৱস্থা, ঘনশ্যাম বৰুৱাই কটন কলেজত অসমীয়া অধ্যাপকৰ নিযুক্তি, ব্ৰিটিছ চৰকাৰৰ গৃহ সচিবৰ ভাৰত ভ্ৰমণ, জালুকবাৰী ছাৰ্ভে ট্ৰেইনিং স্কুল আদি বিষয়সমূহ প্ৰশ্নোত্তৰ কালত উত্থাপন হৈছিল। ঘনশ্যাম বৰুৱাই সোধা আন এটা প্ৰশ্ন আছিল পূৰ্বৰ দহ বছৰত অৰ্থাৎ ১৯১৭ চনৰ ১৩ জুনলৈ হাতীৰ মহল আৰু বন বিভাগৰ অন্তৰ্গত চৰকাৰী গো-চৰণীয়া পথাৰৰ পৰা আদায় হোৱা ৰাজহ ৰাজহ সন্দৰ্ভত। এই সম্পৰ্কীয় প্ৰশ্নৰ উত্তৰত জে ই ৱেবষ্টাৰে ব্যৱস্থাপক সভাত এটা বিবৃতি প্ৰদান কৰিছিল। তেওঁ কৈছিল —'১৯০৭-০৮ চনত সৰ্বমুঠ ৯,৩৮,৯২৭ টকা বন বিভাগৰ ৰাজহ আদায় হৈছিল। খৰচ হৈছিল মুঠ ৫,৮৮,০৩৪ টকা। ৰাহি হৈছিল ৩,৫০,৮৪৩

টকা। ১৯০৮-০৯ চনত সৰ্বমুঠ ১০,০১,৫৫৫ টকা আদায় হৈছিল। খৰচ হৈছিল ৭,১১,৮৪৮ টকা। ৰাহি হৈছিল ২,৮৯,৭০৭ টকা। ১৯০৯-১০ চনত সৰ্বমুঠ ৯,৬১,২৮৮ টকা আদায় হৈছিল। খৰচ হৈছিল ৭,২৩,৫৩০ টকা। ৰাহি হৈছিল ২,৩৭,৭৫৮ টকা। ১৯১০-১১ চনত সৰ্বমুঠ ১৩,০১,৬৪৬ টকা বন বিভাগৰ ৰাজহ আদায় হৈছিল। খৰচ হৈছিল ৮,০২,৫১৪ টকা। ৰাহি হৈছিল ৪,৯৯,১২৬ টকা। ১৯১১-১২ চনত সৰ্বমুঠ ১১,১৭,৫৬৯ টকা বন বিভাগৰ ৰাজহ আদায় হৈছিল। খৰচ হৈছিল ৮,৩২,১৫৮ টকা। ৰাহি লৈছিল ২,৮৫,৪১১ টকা। ১৯১২-১৩ চনত সৰ্বমুঠ ১০,৩৩,২২৮ টকা বন বিভাগৰ ৰাজহ আদায় হৈছিল। খৰচ হৈছিল ৮,১৫,৫৭১ টকা। ৰাহি হৈছিল ৩,১৭,৫৫৭ টকা। ১৯১৩-১৪ চনত সৰ্বমুঠ ১০,৯২,৮৭৮ টকা বন বিভাগৰ ৰাজহ আদায় হৈছিল। খৰচ হৈছিল ৯,১৬,৬৫৭ টকা। ৰাহি হৈছিল ১,৭৬,২২১ টকা। ১৯১৪-১৫ চনত সৰ্বমুঠ ৯,৩২,২৯৫ টকা বন বিভাগৰ ৰাজহ আদায় হৈছিল. খৰচ হৈছিল ৯,৩৭,৪৩২ টকা। লোকচান হৈছিল ৫,১৩৭ টকা। ১৯১৫-১৬ চনত সৰ্বমুঠ ৯,৯২,৮৮৮ টকা বন বিভাগৰ ৰাজহ আদায় হৈছিল। খৰচ হৈছিল ৭,২৬,৪৫৪ টকা, ৰাহি হৈছিল ২,৬৬,৪৩৪ টকা। ১৯১৬-১৭ চনত সৰ্বমুঠ ১১,৫৬,৮২৮ টকা বন বিভাগৰ ৰাজহ আদায় হৈছিল। খৰচ হৈছিল ৬,৮০,৩০৩ টকা। ৰাহি হৈছিল ৪,৭৬,৫২৫ টকা।

সিদিনাৰ সভাতেই ৰাধা বিনোদ দাসে আন এটা প্ৰস্তাৱ উত্থাপন কৰিছিল— তেওঁ জনসাধাৰণৰ আৰ্থিক উন্নতিৰ বাবে প্ৰদেশখনৰ যিকোনো সুবিধাজনক ঠাইত এটা ঔদ্যোগিক বেংক স্থাপনৰ বাবে অনুৰোধ জনাই এই সম্পৰ্কীয় প্ৰস্তাৱ সভাই মুখ্য আয়ুক্তলৈ প্ৰেৰণ কৰাৰ বাবে অনুৰোধ জনাইছিল। তেওঁ ১৯১৫-১৬ চনত অসমৰ পৰা ৰে'ল আৰু নদীৰে আমদানি আৰু ৰপ্তানি হোৱা সামগ্ৰী সন্দৰ্ভত ট্ৰেড অন্ আছামত প্ৰকাশিত প্ৰতিবেদন এখনো সভাত উত্থাপন কৰিছিল। প্ৰতিবেদনখনত উল্লেখ আছিল ঃ

| Articles | Lakhs 1913-14 | Lakhs 1914-15 | Lakhs 1915-16 |
|---|---|---|---|
| 1 | 2 | 3 | 4 |
| Rice in the husk | 108.6 | 116.7 | 60.0 |
| Hides of cattle (raw) | 21.3 | 12.2 | 25.1 |
| Jute | 121.3 | 61 1 | 63.2 |
| Mustard and rope seed | 20.5 | 33.0 | 11.7 |
| Timber | 29.7 | 18.2 | 26.3 |
| Raw silk | 13.0 | 3.0 | 1 2 |
| Raw cotton | 12.1 | 14.4 | 8.1 |
| Total | 326.5 | 258.6 | 195.6 |

Table I

| | | |
|---|---|---|
| Manufactured cotton imported | 27,071 maunds | Rs 20,14,690 price |
| Raw cotton exported | 62,257 | Rs 8.1 lakhs |
| 2. Jute imported, manufactured gunny bags and cloths | 18,863 maunds | Rs. 2,13,039 price |
| 2. Jute exported | | Rs 63.2 lakhs |
| 3. Rope and mustard oil imported | 1,50,995 maunds | Rs 25,33,393 |
| 3. Mustard seed exported | 2,58,557 "" | Rs. 11.7 lakhs |
| 4. Silk piece-goods, manufactured imported | $30^1/_2$ " " | 11,801 |
| 4. Raw silk exported | 440 " " | 1 2 lakhs |

ভাষণত তেওঁ কৈছিল—'আমি সংগ্ৰহ কৰা তথ্য-পাতিয়ে প্ৰমাণ কৰে যে অসমত কেঁচা সামগ্ৰীৰ অভাব নাই। ইয়াৰ পৰা লাভজনক উদ্যোগ স্থাপন কৰাৰ সম্ভাৱনা যথেষ্ট। আমি আশা কৰো চৰকাৰে বিষয়টো গুৰুত্ব সহকাৰে গ্ৰহণ কৰি ৰাজ্যখনত উদ্যোগ স্থাপনত গুৰুত্ব আৰোপ কৰিব।' প্ৰস্তাৱত অংশগ্ৰহণ কৰিছিল ছাৰ মহম্মদ ছাদুল্লা, ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰী আদিয়ে। ছৈয়দ মহম্মদ ছাদুল্লাই কৈছিল— 'অসমত ক্ষুদ্ৰ উদ্যোগ বহু আছে। সেইসমূহক কাৰিকৰী দিশত উন্নত কৰি লাভজনক উদ্যোগলৈ ৰূপান্তৰ কৰিব পাৰি। অসমত কমলা, নেমু আদি বিভিন্ন ধৰণৰ ফল যথেষ্ট পৰিমাণে উৎপাদন হয়। বাঁহ-বেতৰ উদ্যোগৰ সম্ভাৱনীয়তা যথেষ্ট । উজনি অসমৰ হাতীৰ দাঁতৰ শিল্প, কামৰূপৰ কাঁহ-পিতল আদি উদ্যোগসমূহক উন্নত কাৰিকৰী দিশেৰে আমি সমৃদ্ধ কৰিব পাৰো। এড়ী, মুগা আৰু ছিল্কৰ পৰা বৈজ্ঞানিক পদ্ধতিৰে উন্নত কাপোৰৰ উৎপাদন কৰিব পাৰি। অসমৰ সকলো মানুহ কৃষিজীৱী হ'লেও কিন্তু কৃষিখণ্ডৰ উৎপাদন যথেষ্ট নহয়। ইয়াৰ কাৰণ হৈছে তেওঁলোকে কৰা কৃষি পদ্ধতি কষ্টকৰ আৰু আওপুৰণি। ফলত পাব লগা লাভ তেওঁলোকে পোৱা নাই। চৰকাৰে এইবোৰ কথা গুৰুত্ব সহকাৰে গ্ৰহণ কৰিলে প্ৰদেশখনে নতুন গতি আৰম্ভ কৰিব।'

প্ৰস্তাৱটোক সমৰ্থন কৰিছিল ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা, বাবু ৰমণী মোহন দাস আৰু ৰাধাবিনোদ দাসে। অৱশেষত প্ৰস্তাৱটো ভোটলৈ প্ৰেৰণ কৰা হৈছিল আৰু পাছত এই প্ৰস্তাৱ নাকচ হৈছিল। সিদিনাৰ সভাতেই ভাৰতীয় ভলণ্টিয়াৰ্ছ প্ৰশিক্ষণ কেন্দ্ৰ এটা অসমত স্থাপন হ'ব লাগে বুলি মহম্মদ ছাদুল্লাই আনুৰোধ জনাইছিল। এই প্ৰস্তাৱ সমৰ্থন জনাইছিল ঘনশ্যাম বৰুৱা, ফণীধৰ চলিহা, তৰুণৰাম ফুকন, এ ডব্লিউ ব'থাম আৰু ৰাধা বিনোদ দাসে। পিছত ছাদুল্লাই প্ৰস্তাৱটো সন্দৰ্ভত ভোটৰ ব্যৱস্থা কৰাৰ ক্ষেত্ৰত আপত্তি প্ৰদৰ্শন কৰা হেতু ইয়াক বাতিল কৰা হয়। আন এটা প্ৰস্তাৱ সিদিনা উত্থাপন কৰিছিল ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাই। তেওঁ বছৰেকীয়া খেৰাজ লীজ মাটি উত্তৰাধিকাৰী সূত্ৰে অধিকাৰ কৰি থকাসকলক দিব লাগে বুলি প্ৰস্তাৱ আগ বঢ়াইছিল যদিও প্ৰস্তাৱটো পাছৰখন বৈঠকলৈ স্থগিত ৰখা হৈছিল।

পৰৱৰ্তী বৈঠকখন বহিছিল ১৯১৮ চনৰ ১২ জানুৱাৰী তাৰিখে। এই বৈঠকত ঘনশ্যাম বৰুৱাই গুৱাহাটী-শ্বিলং মটৰ সেৱাৰ বিষয়ে প্ৰশ্ন উত্থাপন কৰিছিল। নলিনীকান্ত ৰয় দস্তিদাৰে বেৰী হোৱাইট মেডিকেল স্কুলত অধ্যয়নৰত ছাত্ৰ-ছাত্ৰীৰ বাবে প্ৰয়োজনীয় সা-সুবিধা বিচাৰি প্ৰশ্ন উত্থাপন কৰিছিল। ইয়াৰ উত্তৰত এ আৰ্ এডবাৰ্ডে কৈছিল যে বেৰী হোৱাইট মেডিকেল স্কুলত বছৰি ৪০জন ছাত্ৰৰ ভৰ্তিকৰণৰহে ব্যৱস্থা আছিল। তাতকৈ বেছি ছাত্ৰ ভৰ্তিকৰণৰ পৰিবেশ নাছিল। সিদিনাৰ সভাতেই ঘনশ্যাম বৰুৱাই বছৰেকীয়া খিৰাজ লীজ মাটি ভোগ দখলকাৰীক দিব লাগে বুলি অনা প্ৰস্তাৱ সন্দৰ্ভত সুদীৰ্ঘ আলোচনা হৈছিল। এই আলোচনাত ছাদুল্লা, জে ই বেৰষ্টাৰ, এইচ মিলাৰ আদিয়ে অংশগ্ৰহণ কৰিছিল। প্ৰস্তাৱটো গ্ৰহণ কৰিব লাগে বুলি সদস্যসকলে আকোঁৰগোজ মনোভাৱেৰে লাগি আছিল যদিও সভাপতিয়ে এই প্ৰস্তাৱ গ্ৰহণযোগ্য নহয় বুলি মন্তব্য কৰিছিল আৰু বৰুৱাই এই প্ৰস্তাৱ প্ৰত্যাহাৰ কৰিছিল। সিদিনাৰ সভাত ঘনশ্যাম বৰুৱাই চাহ খেতিয়কসকলে দিয়া স্থানীয় কৰ আৰু সাধাৰণ খেতিয়কসকলে দিয়া কৰৰ পৰিমাণৰ ভিত্তিত লোকেল ব'ৰ্ডসমূহৰ আসনৰ ভাগ-বাটোৱাৰা হ'ব লাগে বুলি আন এটা প্ৰস্তাৱ আগ বঢ়াইছিল। ইয়াৰ কাৰণ হিচাপে তেওঁ উল্লেখ কৰিছিল যে ভূমি ৰাজহ বা স্থানীয় কৰৰ আধাৰত লোকেল ব'ৰ্ডৰ সদস্যৰ আসন চাহ খেতিয়ক আৰু সাধাৰণ কৃষিজীৱীসকলৰ মাজত ভাগ-বাটোৱাৰা কৰাৰ যি নীতি গ্ৰহণ কৰা হৈছে, সেয়া জনসংখ্যাৰ ফালৰ পৰা কেতিয়াও গ্ৰহণযোগ্য নহয়। সেয়ে তেওঁ পৰিমাণৰ হিচাপত বিচাৰ কৰি আসনৰ ভাগ-বাটোৱাৰা কৰিব লাগে বুলি দাবী জনাইছিল। তেওঁ লগতে কৈছিল যে ১৯১২ চন পৰ্যন্ত চাহ খেতিয়ক আৰু সাধাৰণ খেতিয়কসকলে স্থানীয় কৰ কিমান পৰিমাণে আদায় দিছিল তেতিয়াই মাণিক চন্দ্ৰ বৰুৱাই জানিব খুজিছিল। বৰুৱাই ১৯১৪ চনৰ ৫ জানুৱাৰীত সুধিছিল এই প্ৰশ্ন। চৰকাৰী উত্তৰত কোৱা হৈছিল যে শিলচৰৰ চাহ খেতিয়কসকলে স্থানীয় কৰ আদায় দিছিল ১৩,৬৪৬ টকা আৰু আন খেতিয়কসকলে আদায় দিছিল ২০,৯২০ টকা।

হাইলাকান্দিত চাহ খেতিয়কসকলে আদায় দিয়া কৰ বা খাজনা আছিল ৪,১৩৬ টকা। অন্যান্যসকলে আদায় দিছিল ৮,৪৯০ টকা। উত্তৰ ছিলেটত চাহ খেতিয়কসকলে আদায় দিয়া কৰ বা খাজনা আছিল ১,৭২৯ টকা। অন্যান্যসকলে আদায় দিছিল ৫৩,২৫৬ টকা। কৰিমগঞ্জত চাহ খেতিয়কসকলে আদায় দিয়া কৰ বা খাজনা আছিল ৪,১৬৭ টকা, অন্যান্যসকলে আদায় দিছিল ৪৪,৩৭০ টকা। দক্ষিণ ছিলেটত চাহ খেতিয়কসকলে আদায় দিয়া কৰ বা খাজনা আছিল ৫,৭৮৬ টকা, অন্যান্যসকলে আদায় দিছিল ৩৬,৯৪৬ টকা। হাবিগঞ্জত চাহ খেতিয়কসকলে আদায় দিয়া কৰ বা খাজনা আছিল ২,৩৭৭ টকা, অন্যান্যসকলে আদায় দিছিল ৫৯,১৩১ টকা। গুৱাহাটীত চাহ খেতিয়কসকলে আদায় দিয়া কৰ বা খাজনা আছিল ৯,০৭ টকা, অন্যান্যসকলে আদায় দিছিল ৮৭,৮৭২ টকা। তেজপুৰত চাহ খেতিয়কসকলে আদায় দিয়া কৰ বা খাজনা আছিল ৬,৪৪১ টকা, অন্যান্যসকলে আদায় দিছিল ২৬,৭২৬ টকা। মঙলদৈত চাহ খেতিয়কসকলে আদায় দিয়া কৰ বা খাজনা আছিল ২,৬০২ টকা, অন্যান্যসকলে আদায় দিছিল ২৩,৭৩৪ টকা। নগাঁৱত চাহ খেতিয়কসকলে আদায় দিয়া কৰ বা খাজনা আছিল ১,৭৪১ টকা, অন্যান্যসকলে আদায় দিছিল ৩৪,৫৬১ টকা। শিৱসাগৰত চাহ খেতিয়কসকলে আদায় দিয়া কৰ বা খাজনা আছিল ৯,২৯৩ টকা, অন্যান্যসকলে আদায় দিছিল ৩৬,৯৬১ টকা। যোৰহাটত চাহ খেতিয়কসকলে আদায় দিয়া কৰ বা খাজনা আছিল ১০,১৪২ টকা, অন্যান্যসকলে আদায় দিছিল ৩৭,৬৬৩ টকা। গোলাঘাটত চাহ খেতিয়কসকলে আদায় দিয়া কৰ বা খাজনা আছিল ৬,৫১৫ টকা, অন্যান্যসকলে আদায় দিছিল ২৩,২৬৮ টকা। ডিব্রুগড়ত চাহ খেতিয়কসকলে আদায় দিয়া কৰ বা খাজনা আছিল ২১,৫২৭ টকা, অন্যান্যসকলে আদায় দিছিল ৩৩,০৬৭ টকা। উত্তৰ লখিমপুৰত চাহ খেতিয়কসকলে আদায় দিয়া কৰ বা খাজনা আছিল ১,৬৮০ টকা, অন্যান্যসকলে আদায় দিছিল ১২,৩৯৬ টকা।

শিলচৰৰ চাহ বাগিচাসমূহৰ নিৰ্বাচিত সদস্য আছিল ৭জন, গ্ৰামাঞ্চলৰ পৰা নিৰ্বাচিত হৈছিল ৪জন। গ্ৰামাঞ্চলৰ সদস্যসকলৰ তুলনাত শতকৰা হাৰত চাহ বাগিচাৰ প্ৰতিনিধি আছিল ০.৭৫ শতাংশ। হাইলাকান্দিত চাহ বাগিচাৰ নিৰ্বাচিত সদস্য আছিল ৪জন, গ্ৰামাঞ্চলৰ পৰা নিৰ্বাচিত হৈছিল ২জন। গ্ৰামাঞ্চলৰ সদস্যসকলৰ তুলনাত শতকৰা হাৰত চাহ বাগিচাৰ প্ৰতিনিধিৰ সংখ্যা আছিল ২ শতাংশ। উত্তৰ ছিলেটত চাহ বাগিচাৰ নিৰ্বাচিত সদস্য আছিল ৪জন, গ্ৰামাঞ্চলৰ পৰা নিৰ্বাচিত হৈছিল ৪জন। গ্ৰামাঞ্চলৰ সদস্যসকলৰ তুলনাত শতকৰা হাৰত চাহ বাগিচাৰ প্ৰতিনিধি আছিল ১ শতাংশ। কৰিমগঞ্জত চাহ বাগিচাৰ নিৰ্বাচিত সদস্য আছিল ৬জন, গ্ৰামাঞ্চলৰ পৰা নিৰ্বাচিত হৈছিল ৪জন। গ্ৰামাঞ্চলৰ সদস্যসকলৰ তুলনাত শতকৰা হাৰত চাহ বাগিচাৰ প্ৰতিনিধি আছিল ১.৫০ শতাংশ। দক্ষিণ ছিলেটত চাহ বাগিচাৰ নিৰ্বাচিত সদস্য আছিল ৬জন, গ্ৰামাঞ্চলৰ পৰা নিৰ্বাচিত হৈছিল ৪জন। গ্ৰামাঞ্চলৰ সদস্যসকলৰ তুলনাত শতকৰা হাৰত চাহ বাগিচাৰ প্ৰতিনিধি আছিল ১.৫০ শতাংশ। হাবিগঞ্জত চাহ বাগিচাৰ নিৰ্বাচিত সদস্য আছিল ৪জন, গ্ৰামাঞ্চলৰ পৰা নিৰ্বাচিত হৈছিল ৫জন। গ্ৰামাঞ্চলৰ সদস্যসকলৰ তুলনাত শতকৰা হাৰত চাহ বাগিচাৰ প্ৰতিনিধি আছিল ০.৮০ শতাংশ। গুৱাহাটীত চাহ বাগিচাৰ নিৰ্বাচিত সদস্য আছিল ২জন, গ্ৰামাঞ্চলৰ পৰা নিৰ্বাচিত হৈছিল ৫ জন। গ্ৰামাঞ্চলৰ সদস্যসকলৰ তুলনাত শতকৰা হাৰত চাহ বাগিচাৰ প্ৰতিনিধি আছিল ০.৪৯ শতাংশ। তেজপুৰত চাহ বাগিচাৰ নিৰ্বাচিত সদস্য আছিল ৬জন, গ্ৰামাঞ্চলৰ পৰা নিৰ্বাচিত হৈছিল ৪জন। গ্ৰামাঞ্চলৰ সদস্যসকলৰ তুলনাত শতকৰা হাৰত চাহ বাগিচাৰ প্ৰতিনিধিৰ সংখ্যা আছিল ১.৫০ শতাংশ। মঙলদৈত চাহ বাগিচাৰ নিৰ্বাচিত সদস্য আছিল ৬জন। গ্ৰামাঞ্চলৰ পৰা নিৰ্বাচিত হৈছিল ২জন। গ্ৰামাঞ্চলৰ সদস্যসকলৰ তুলনাত শতকৰা হাৰত চাহ বাগিচাৰ প্ৰতিনিধিৰ সংখ্যা আছিল ৩ শতাংশ। নগাঁৱত চাহ বাগিচাৰ নিৰ্বাচিত সদস্য আছিল ৫জন, গ্ৰামাঞ্চলৰ পৰা নিৰ্বাচিত হৈছিল ৪জন। গ্ৰামাঞ্চলৰ সদস্যসকলৰ তুলনাত শতকৰা হাৰত চাহ বাগিচাৰ প্ৰতিনিধি আছিল ১.২৫ শতাংশ। শিৱসাগৰত চাহ বাগিচাৰ নিৰ্বাচিত সদস্য আছিল ৬জন, গ্ৰামাঞ্চলৰ পৰা নিৰ্বাচিত হৈছিল ৪জন। গ্ৰামাঞ্চলৰ সদস্যসকলৰ তুলনাত শতকৰা হাৰত চাহ বাগিচাৰ প্ৰতিনিধি আছিল ১.৫০ শতাংশ। যোৰহাটত চাহ বাগিচাৰ নিৰ্বাচিত সদস্য আছিল ৬জন, গ্ৰামাঞ্চলৰ পৰা নিৰ্বাচিত হৈছিল ৪ জন।

গ্ৰামাঞ্চলৰ সদস্যসকলৰ তুলনাত শতকৰা হাৰত চাহ বাগিচাৰ প্ৰতিনিধি আছিল ১.৫০ শতাংশ। গোলাঘাটত চাহ বাগিচাৰ নিৰ্বাচিত সদস্য আছিল ৬জন, গ্ৰামাঞ্চলৰ পৰা নিৰ্বাচিত হৈছিল ৪জন। গ্ৰামাঞ্চলৰ সদস্যসকলৰ তুলনাত শতকৰা হাৰত চাহ বাগিচাৰ প্ৰতিনিধিৰ সংখ্যা আছিল ১.৫০ শতাংশ। ডিব্ৰুগড়ত চাহ বাগিচাৰ নিৰ্বাচিত সদস্য আছিল ৮জন, গ্ৰামাঞ্চলৰ পৰা নিৰ্বাচিত হৈছিল ৫জন। গ্ৰামাঞ্চলৰ সদস্যসকলৰ তুলনাত শতকৰা হাৰত চাহ বাগিচাৰ প্ৰতিনিধি আছিল ১.৬০ শতাংশ। উত্তৰ লখিমপুৰত চাহ বাগিচাৰ নিৰ্বাচিত সদস্য আছিল ৬জন, গ্ৰামাঞ্চলৰ পৰা নিৰ্বাচিত হৈছিল দুজন। গ্ৰামাঞ্চলৰ সদস্যসকলৰ তুলনাত শতকৰা হাৰত চাহ বাগিচাৰ প্ৰতিনিধি আছিল ৩ শতাংশ।

বৰুৱাই তথ্যসহকাৰে দাঙি ধৰা যুক্তিৰ বিপৰীতে এইচ মিলাৰে উল্লেখ কৰিছিল যে ১৯১১ চনৰ লোকপিয়ল মতে অসমত চাহ বনুৱা আছিল ৩,৭০,০০০জন। এওঁলোকৰ জন্ম হৈছিল অসমৰ বাহিৰত। এই হিচাপত অসমত জন্ম হোৱা শ্ৰমিকৰ সংখ্যা অন্তৰ্ভুক্ত নকৰা বুলিও তেওঁ জানিবলৈ দিছিল। ১৯১১ চন পৰ্যন্ত অসমৰ চাহ উদ্যোগত ১.৫০ নিযুত লোক জড়িত হৈছিল। ৰাজ্যৰ বাহিৰৰ পৰা অহা শ্ৰমিকসকলৰ অবিহনে অসমত চাহ উদ্যোগ গঢ়ি তোলা সম্ভৱ নহ'লহেঁতেন বুলিও মিলাৰে জানিবলৈ দিছিল। ১৯১৫-১৬ চনৰ ৰাজহ প্ৰশাসনিক প্ৰতিবেদনত প্ৰকাশ পাইছিল যে অসমৰ প্ৰাক্তন বনুৱাসকলে ২,১৪,৬০১ একৰ মাটি তলতীয়া ৰায়ত হিচাপে ভোগ দখল কৰি আছিল। তদুপৰি ৫০ হাজাৰ একৰ মাটি মাৰোৱাৰী, চাহ বাগিচাৰ অন্যান্য বাবু আৰু চাওতালসকলে দখল কৰি আছিল। ১৯১৫ চনৰ হিচাপে মতে অসম উপত্যকাত চাহ খেতি কৰা মাটিৰ পৰিমাণ আছিল ৭,৬৫,২৯৮ একৰ। ১৯১৪-১৫ চনত নিজ সন্তান-সন্ততিৰে সৈতে অসম উপত্যকাৰ চাহ শ্ৰমিকৰ সংখ্যা আছিল প্ৰায় ৫,৭০,০০০জন। সেই সময়ত চাহ উদ্যোগত ব্ৰিটিছ মূলধন বিনিয়োগ হৈছিল ১৬ নিযুত ষ্টাৰ্লিং। তদুপৰি চাহ বনুৱাঁ আমদানিৰ বাবেও চৰকাৰে ধন ভাঙিব লগীয়া হৈছিল। 'আমি সকলো দিশ মনোযোগেৰে লক্ষ্য কৰিব লাগিব। সেয়েহে, লোকেল বোৰ্ডৰ সদস্যৰ অনুপাতক কেন্দ্ৰ কৰি কোনো প্ৰস্তাৱ গ্ৰহণ নকৰিবলৈ মই সকলোকে অনুৰোধ জনালো।' —মিলাৰে কৈছিল। এই প্ৰস্তাৱ সন্দৰ্ভত ছৈয়দ মহম্মদ ছাদুল্লাই নিজৰ দৃষ্টিভংগী সদনত দাঙি ধৰিছিল। পিছত সদনে প্ৰস্তাৱটো স্থগিত ৰাখিছিল। সিদিনাৰ সভাত ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাই গুৱাহাটী-শ্বিলং পথত মটৰ পৰিবহণ কোম্পানীয়ে চলোৱা একচেটিয়া ব্যৱসায় বন্ধ কৰিব লাগে বুলি আন এক প্ৰস্তাৱ উত্থাপন কৰিছিল যদিও এই প্ৰস্তাৱ ভোটযোগে নাকচ কৰা হৈছিল।

পাছৰখন সভা অনুষ্ঠিত হৈছিল ১৯১৮ চনৰ ১৩ মাৰ্চত। সভাত ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে সুৰমা উপত্যকাই অসমৰ সমুদায় ৰাজহৰ চাৰিভাগৰ এক অংশ আদায় দিয়া বুলি অভিযোগ কৰি উক্ত উপত্যকাটোৰ লগতে পাহাৰীয়া জিলাকেইখনৰ খৰচৰ পৰিমাণ জানিব খুজি এটা প্ৰশ্ন উত্থাপন কৰিছিল যদিও এ আৰ এডৱাৰ্ডে ইয়াৰ উত্তৰ দিব খোজা নাছিল। ছাত্ৰীসকলৰ বাবে প্ৰদেশখনত কিমান জলপানিৰ ব্যৱস্থা কৰা হৈছিল সেই বিষয়েও ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে জানিব খুজিছিল। ইয়াৰ উত্তৰত এডৱাৰ্ডে কৈছিল যে সেই সময়ত প্ৰাথমিক বিদ্যালয়ৰ জলপানি ১৫টা আৰু মধ্য ইংৰাজী বিদ্যালয়ৰ জলপানি আছিল ৫টা। স্কুলসমূহৰ পৰিদৰ্শকে ইয়াক নিৰ্ধাৰণ কৰা বুলিও তেওঁ উল্লেখ কৰিছিল।

সিদিনাৰ সভাতে ১৯১৮-১৯ চনৰ বিত্তীয় বিবৰণী সদনত দাখিল কৰা হৈছিল। আবকাৰী বিভাগৰ দায়িত্বত থকা বিষয়া এ আৰ এডৱাৰ্ডে উল্লেখ কৰিছিল যে প্ৰতি সেৰ আফিঙৰ দাম চৰকাৰে ৫০টকালৈ বৃদ্ধি কৰিছিল আৰু প্ৰতি তোলা খুচুৰা আফিঙৰ দাম দহ অনাৰ পৰিবৰ্তে বাৰ অনালৈ বৃদ্ধি কৰা হৈছিল। সিদিনাৰ সভাত মহম্মদ ছাদুল্লাই কটন কলেজত আৰবী শিক্ষাৰ বাবে দ্বিতীয়জন অধ্যাপক নিযুক্তি দিয়াৰ লগতে তেওঁৰ দৰমহা ২,৪০০ টকা ধাৰ্য কৰিব লাগে বুলি এটা প্ৰস্তাৱ কৰিছিল। এই প্ৰস্তাৱ সমৰ্থন জনাইছিল তৰুণৰাম ফুকন আৰু ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে। অৱশ্যে আলোচনাৰ অন্তত এই প্ৰস্তাৱ উঠাই লোৱা হৈছিল। ছাদুল্লাই গুৱাহাটীত জুনিয়ৰ মাদ্ৰাছা স্কুল এখন স্থাপন কৰাৰ বাবেও অনুৰোধ জনাইছিল। এই প্ৰস্তাৱটো ভোটত নাকচ হৈছিল। তেওঁ উত্তৰ লখিমপুৰ স্কুলক হাইস্কুললৈ

উন্নীত কৰাৰ উপৰি তিনি হাজাৰ টকা শিক্ষা শিতানৰ পৰা অনুমোদন জনাবলৈ আন এক প্ৰস্তাৱ আগ বঢ়াইছিল। এই প্ৰস্তাৱটোও পাছত উঠাই লোৱা হৈছিল।

স্বাস্থ্য বিভাগৰ দায়িত্বত থকা বেনেটভালাই তেওঁৰ বিভাগ সম্পৰ্কীয় প্ৰতিবেদন সভাত দাঙি ধৰিছিল আৰু কলাজ্বৰৰ বিৰুদ্ধে ব্যৱস্থা লোৱাৰ বাবে বাজেটত অধিক ধন ধাৰ্য কৰা বুলি ঘোষণা কৰিছিল। কলাজ্বৰ সম্পৰ্কে আলোচনাৰ বাবে ১৯১৭ চনৰ ছেপ্টেম্বৰ মাহত শ্বিলঙত এখন সন্মিলন অনুষ্ঠিত হৈছিল। এই সন্মিলনে উজনি অসমক কলাজ্বৰৰ ভয়াবহতাৰ পৰা ৰক্ষা কৰিবলৈ স্থানীয় প্ৰশাসনক পৰামৰ্শ দিছিল। সন্মিলনৰ পৰামৰ্শমতে কলাজ্বৰে সংক্ৰামক ৰূপ লোৱা শিৱসাগৰ, নগাঁও জিলা আৰু মঙলদৈ মহকুমাৰ কিছু অঞ্চলৰ ঘৰে ঘৰে গৈ জৰীপ কৰাৰ ব্যৱস্থা কৰিছিল। ইয়াৰ বাবে নজন উপ-সহায়কাৰী ছাৰ্জনক নিযুক্তি দিয়া হৈছিল। তেওঁলোকে সহকাৰী ছাৰ্জনৰ নিয়ন্ত্ৰণত জৰীপ কাৰ্য চলাইছিল। এই সহকাৰী ছাৰ্জনজন নিযুক্তি দিছিল অনাময় আয়ুক্তই। শিৱসাগৰ জিলাত শীতকালীন সময়ছোৱাত কাম কৰা ছজন উপ-সহকাৰী ছাৰ্জনক ভ্ৰাম্যমাণ চিকিৎসালয় একোখনো দিয়া হৈছিল। কলাজ্বৰ আক্ৰান্ত পৰিয়ালবোৰক সেই অঞ্চলৰ পৰা আঁতৰোৱাৰ বাবেও ব্যৱস্থা গ্ৰহণ কৰিছিল। অনাময় আয়ুক্তয়ো ক'লাজ্বৰ আক্ৰান্ত অঞ্চলসমূহ ভ্ৰমণ কৰিছিল আৰু তেওঁ ভুক্তভোগী পৰিয়ালসমূহক ৰোগাক্ৰান্ত ঠাইৰ পৰা আঁতৰাই নিয়াৰ ক্ষেত্ৰত অনুমোদন জনাইছিল। সন্মিলনৰ পৰামৰ্শৱলী কাৰ্যকৰীকৰণৰ ক্ষেত্ৰত বেছ সফলতাৰে আগ বঢ়া বুলিও বেনেটভোলাই জনাইছিল।

সিদিনাৰ সভাতে ৰাধা বিনোদ দাসে কৃষকসকলক বৈজ্ঞানিক পদ্ধতিৰে খেতি কৰাৰ প্ৰশিক্ষণ দিয়াৰ অৰ্থে বাজেটত ২০ হাজাৰ টকা ধাৰ্য কৰিবলৈ প্ৰস্তাৱ উত্থাপন কৰিছিল। এই প্ৰস্তাৱলৈ ফণীধৰ চলিহাই সমৰ্থন আগ বঢ়াইছিল যদিও ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে ইয়াৰ বিৰোধিতা কৰিছিল। এই প্ৰস্তাৱ সন্দৰ্ভত বক্তৃতা প্ৰদান কৰিছিল ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা, মিঃ ওৱেবষ্টাৰ আদিয়ে। সিদিনাৰ সভাত ফণীধৰ চলিহাই মৰাসুঁতিৰ পৰা গৰিয়াজান পৰ্যন্ত পাঁচ মাইল অঞ্চলত ব্ৰহ্মপুত্ৰৰ দাঁতিত এটা বান্ধ নিৰ্মাণৰ বাবে ২০ হাজাৰ টকা দিব লাগে বুলি প্ৰস্তাৱ উত্থাপন কৰিছিল। এই প্ৰস্তাৱ সমৰ্থন জনাইছিল ঘনশ্যাম বৰুৱাই। অসম এছ'চিয়েশ্যনেও বান্ধ সম্পৰ্কীয় প্ৰস্তাৱ এটা গ্ৰহণ কৰি চৰকাৰলৈ প্ৰেৰণ কৰা বুলি ফণীধৰ চলিহাই জনাইছিল। 'এই বান্ধ এটা সময়ত আহোম ৰজাই নিৰ্মাণ কৰিছিল। এতিয়া এই বান্ধৰ পুনৰ নিৰ্মাণৰ প্ৰয়োজন হৈছে। খেতিয়কসকলৰ খেতি নষ্ট নোহোৱাৰ স্বাৰ্থতে এই ব্যৱস্থাৰ প্ৰয়োজন হৈছে।' —বৰুৱাই কৈছিল। প্ৰস্তাৱটো ভোটত দিয়াৰ পাছত অৱশ্যে নাকচ হৈছিল। সিদিনাৰ সভাতেই 'দ্য আছাম মিউনিচিপাল বিল ১৯১৭' বাছনী কমিটীলৈ প্ৰেৰণ কৰিবৰ অৰ্থে এ আৰ এডবাৰ্ডে ইয়াক ব্যৱস্থাপক সভাত উত্থাপন কৰিছিল।

সভাত অংশগ্ৰহণ কৰি বাবু ৰাধাবিনোদ দাসে মিউনিচিপাল বিলখন স্থগিত ৰাখিব লাগে বুলি যুক্তিসহ এক প্ৰস্তাৱ উত্থাপন কৰিছিল। বিলখনত জনসাধাৰণে আশা কৰা ধৰণে বিষয়সমূহ উল্লেখ কৰা নকৰাৰ হেতু জনসাধাৰণে ইয়াক গ্ৰহণ নকৰিব বুলিও মত প্ৰকাশ কৰিছিল। বিলখনত সন্নিবিষ্ট কিছু বিষয় আছিল জনস্বাৰ্থৰ পৰিপন্থী। বিভিন্ন বক্তাৰ লগতে তৰুণৰাম ফুকনে এই প্ৰস্তাৱক সমৰ্থন জনাইছিল। বাবু ৰমণীমোহন দাসেও এই বিলৰ বিৰোধিতা কৰিছিল। ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাই এই বিলৰ ক্ষেত্ৰত তেওঁৰ মতামত দাঙি ধৰি সেইছোৱা সময়ৰ বাবে প্ৰস্তাৱটো স্থগিত ৰাখি বাছনী কমিটীৰ বৈঠকৰ পাছত পুনৰ আলোচনা কৰাৰ প্ৰস্তাৱ আগ বঢ়াইছিল। বিষয়টো ভোটত দিয়াত তৰুণৰাম ফুকনৰ লগতে আঠজনে তাৰ সপক্ষে আৰু আঠজনে বিপক্ষে ভোট দিয়াত সংশোধনী প্ৰস্তাৱটো গৃহীত হৈছিল। এই সভাতে ৰাধা বিনোদ দাসে 'বোম্বে প্ৰাইমাৰী শিক্ষা আইন' আৰু 'বংগ প্ৰাইমাৰী বিল'ৰ লেখীয়াকৈ অসমতো আনুৰূপ আইন প্ৰণয়ন কৰিব লাগে বুলি তেওঁ এটা প্ৰস্তাৱ উত্থাপন কৰিছিল। সকলো শ্ৰেণীৰ লোকক প্ৰাইমাৰী শিক্ষাদানৰ ব্যৱস্থা কৰা আৰু নিৰক্ষৰতা দূৰীকৰণৰ বাবে এনে ধৰণৰ আইনৰ প্ৰয়োজন বুলি তেওঁ মন্তব্য কৰিছিল। প্ৰসংগক্ৰমে তেওঁ কৈছিল যে ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতি লালমোহন ঘোষে ১৯০৩ চনতে জাপানৰ নিচিনা ভাৰততো বাধ্যতামূলক আৰু বিনামূলীয়া শিক্ষা

ব্যৱস্থা প্ৰৱৰ্তনৰ প্ৰস্তাৱ আগ বঢ়াইছিল তথা এনে পদক্ষেপে জনসাধাৰণক উপকৃত কৰিব বুলি মন্তব্য কৰিছিল। 'সকলো উন্নয়নশীল দেশে এই ব্যৱস্থা গ্ৰহণ কৰিছে। সেয়ে অসমতো বোম্বে আৰু কলিকতাত গ্ৰহণ কৰা আইনৰ লেখীয়া আইন প্ৰণয়ন কৰিব লাগে।'— তেওঁ কৈছিল। এই সন্দৰ্ভত এ আৰ এডবাৰ্ডে জনাইছিল যে মুখ্য আয়ুক্তৰহে এনে প্ৰস্তাৱ গ্ৰহণৰ আধিকৰ আছিল। প্ৰাদেশিক চৰকাৰৰ এইক্ষেত্ৰত সিদ্ধান্ত লোৱাৰ কোনো ক্ষমতা নাছিল। তৰুণৰাম ফুকনেও অসমত বাধ্যতামূলক বিনামূলীয়া শিক্ষাৰ আৱশ্যকতা থকাৰ কথা উল্লেখ কৰি এই প্ৰস্তাৱত সমৰ্থন জনাইছিল। অৱশেষত বিতৰ্কৰ অন্তত প্ৰস্তাৱটো উঠাই লোৱা হৈছিল। সিদিনাৰ সভাতে নলিনীকান্ত ৰয় দস্তিদাৰে অত্যাৱশ্যকীয় সামগ্ৰী বিশেষকৈ নিমখ আৰু কাপোৰৰ ঊৰ্ধমুখী দামে সৰ্বসাধাৰণ লোকক কষ্ট দিয়া বুলি কৈ এনে মূল্যবৃদ্ধি ৰোধ কৰাৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিব লাগে বুলি এটা প্ৰস্তাৱ সদনত উত্থাপন কৰিছিল। এই বিষয়টোত অংশগ্ৰহণ কৰিছিল ফণীধৰ চলিহাই। অৱশেষত সভাপতিয়ে মূল্যবৃদ্ধি ৰোধ কৰাৰ বাবে বিহিত ব্যৱস্থা লোৱাৰ প্ৰতিশ্ৰুতি দিয়াত প্ৰস্তাৱটো উঠাই লোৱা হৈছিল। আন এটা প্ৰস্তাৱ সিদিনা উত্থাপন কৰিছিল ছাৰ মহম্মদ ছাদুল্লাই। তেওঁ হাজোৰ পোৱামক্কাক ঐতিহাসিক ধৰ্মীয় পীঠ হিচাপে ঘোষণা কৰিবলৈ অনুৰোধ জনাইছিল। ছাদুল্লাই ভাইচৰয়ে দিয়া প্ৰতিশ্ৰুতি অনুসাৰে স্থানীয় ব্যৱস্থাপক সভাতো ইম্পেৰিয়েল লেজিছলেটিভ কাউঞ্চিলৰ বাজেট সংক্ৰান্তীয় নিয়মাৱলী গ্ৰহণ কৰিব লাগে বুলি আন এটা প্ৰস্তাৱ উত্থাপন কৰিছিল। তদুপৰি কটন কলেজৰ আৰবী আৰু পাৰ্ছী বিভাগত দ্বিতীয়জন অধ্যাপক নিযুক্তি দিয়াৰ বাবে প্ৰস্তাৱ উত্থাপন কৰিছিল।

ইয়াৰ পৰৱৰ্তী বৈঠকখন অনুষ্ঠিত হৈছিল ১৯১৮ চনৰ ৬ এপ্ৰিল তাৰিখে। সিদিনাৰ সভাতে ১৯১৮-১৯ চনৰ প্ৰাদেশিক ৰাজহ আইনৰ আয়-ব্যয়ৰ হিচাপ দাখিল কৰা হৈছিল। প্ৰতিবেদনত ৰাজকীয় পুঁজিৰ পৰা প্ৰাদেশিক পুঁজিলৈ সৰ্বমুঠ ২৫,৩১,০০০ টকা আগ বঢ়োৱাৰ বিপৰীতে প্ৰদেশিক পুঁজিৰ পৰা ৰাজকীয় পুঁজিলৈ ৩,০১,০০০ টকা আগ বঢ়োৱা হৈছিল বুলি উল্লেখ কৰা হৈছিল। সিদিনাৰ সভাত বাজেট ভাষণত অংশগ্ৰহণ কৰি নলিনীকান্ত ৰয় দস্তিদাৰে অন্যান্য বিষয়ৰ লগতে কলাজ্বৰৰ বাবে সুকীয়াকৈ পাঁচ হাজাৰ টকা ধাৰ্য কৰাত সন্তুষ্টি প্ৰকাশ কৰিছিল। বাবু ৰমণী মোহন দাসে আয়কৰৰ ক্ষেত্ৰত ব্যৱসায়ীসকলক হাৰাশাস্তি কৰাৰ অভিযোগ সন্দৰ্ভত ব্যৱস্থা ল'ব লাগে বুলি উল্লেখ কৰিছিল। তদুপৰি ৰাধা বিনোদ দাসে খাদ্যৰ অভাৱৰ বাবে বজাৰত লুটপাতৰ নিচিনা ঘটনা সংঘটিত হোৱাত গভীৰ দুখ প্ৰকাশ কৰাই নহয়, এই সংক্ৰান্তত ব্যৱস্থা গ্ৰহণ কৰিব লাগে বুলিও মন্তব্য কৰিছিল।

ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে তেওঁৰ ভাষণত উল্লেখ কৰিছিল যে ভাৰতৰ ভাইচৰয় মণ্টেগু অসমলৈ আহোঁতে বিভিন্ন ব্যক্তি আৰু সংগঠনে তেওঁক স্মাৰক-পত্ৰ প্ৰদান কৰিছিল। অসম এছ'চিয়েশ্যনে তেওঁলোকৰ দৃষ্টিভংগী দাঙি ধৰি প্ৰাদেশিক স্বায়ত্তশাসনৰ দাবী তুলিছিল। 'এতিয়া প্ৰশ্ন হৈছে আমাক কেনেধৰণৰ সাংবিধানিক সুৰক্ষা দিব? যি দেখা গৈছে ব্ৰিটিছ সংসদত আমাৰ প্ৰদেশখনৰ বিষয়ে কৰা ঘোষণাত আমাৰ কথা উল্লেখ নাই। মই অনুৰোধ কৰিছো সুকীয়াকৈ হ'লেও আমাৰ প্ৰদেশক স্বায়ত্তশাসন দিব লাগে। এনেধৰণৰ উদ্দেশ্য আগত ৰাখি অসমত এখন 'ইংলিছ ইউনিভাৰ্ছিটী'ৰ নিচিনাকৈ আৱাসিক বিশ্ববিদ্যালয় প্ৰতিষ্ঠা কৰিব লাগে। তদুপৰি তিনিজনীয়া বিচাৰকমণ্ডলীক লৈ সৰু এখন উচ্চ ন্যায়ালয়ো স্থাপন কৰা উচিত। 'ছেক্ৰেটাৰী অব্ ষ্টেটছ'ত গোৱালপাৰা জিলাৰ জমিদাৰসকলক প্ৰতিনিধিত্ব কৰিব পৰা কোনো লোক নাই। মই আশা ৰাখিছো যদি সাংবিধানিক সংস্কাৰ আঁচনি গ্ৰহণ কৰা হয়, তেতিয়াহ'লে জমিদাৰসকলৰ লগতো আলোচনা কৰিব লাগে আৰু তেওঁলোকৰ স্বাৰ্থ সুৰক্ষিত কৰিব লাগে। জমিদাৰসকলে তেওঁলোকৰ বাবে সুকীয়া নিৰ্বাচকমণ্ডলী গঠন কৰা উচিত। দুখৰ কথা হৈছে কলিকতা বিশ্ববিদ্যালয় আয়োগত কোনো এজন অসমীয়া সদস্য নাই। ঠিক তেনেকৈ ঔদ্যোগিক আয়োগতো অসমীয়া লোক নাই। গোৱালপাৰা জিলাৰ কিছুমান বজাৰত কাপোৰ আৰু নিমখ লুট-পাত হৈছে। বোধ কৰো এইবোৰ সামগ্ৰীৰ মূল্যবৃদ্ধি হোৱা বাবে দুখীয়া শ্ৰেণীৰ লোকে এনেধৰণৰ ঘটনা সংঘটিত কৰিছে। মোৰ বোধেৰে তেওঁলোকক এইবাবে দোষ দিয়া উচিত নহয়। ব্যৱসায়ীসকলো ইয়াৰ বাবে জগৰীয়া।

কাৰণ তেওঁলোকে ইচ্ছাকৃতভাৱে এই সামগ্ৰীৰ দাম বৃদ্ধি কৰিছে। আমি আনন্দিত হৈছো যে চৰকাৰে এইবোৰ সামগ্ৰীৰ দাম হ্ৰাস কৰাৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিছে।' —চৌধুৰীয়ে কৈছিল। সিদিনাৰ সভাতেই ফণীধৰ চলিহাই তেওঁৰ ভাষণত বাজেটৰ সন্দৰ্ভত এক তথ্যভিত্তিক ভাষণ দাঙি ধৰিছিল। তেওঁ তেওঁৰ ভাষণত উল্লেখ কৰিছিল যে ১৯১৬-১৭ চনত খৰচৰ শিতানত ১,৪৪,৩০,০০০ টকা, ১৯১৭-১৮ চনত ১,৪৪,৭৮,০০০ টকা আৰু ১৯১৮-১৯ চনত ১,৫৭,০০,০০০ টকা ধাৰ্য কৰা হৈছিল। যুদ্ধত হোৱা ব্যয়ৰ বাবে অৰ্থনীতি ক্ষতিগ্ৰস্ত হৈছিল যদিও ক্ৰমাগতভাৱে খৰচৰ শিতানত ব্যয় বৃদ্ধি পোৱাটো সুখৰ কথা আছিল বুলি তেওঁ মন্তব্য কৰিছিল। কলাজ্বৰ শিৱসাগৰ মহকুমাৰ বিয়পাৰ বাবে ভাষণত তেওঁ দুখ প্ৰকাশ কৰিছিল। চলিহাই কৈছিল–– 'মই জনামতে কমেও ১৮খন গাঁও এই ৰোগত আক্ৰান্ত হৈছে। চৰকাৰে ৰোগ নিৰাময়ৰ বাবে লোৱা ব্যৱস্থাৰ বাবে মই চৰকাৰক ধন্যবাদ জনাইছো। যোৰহাটৰ মই কলাজ্বৰ আক্ৰান্ত এলেকাত পানী যোগান ব্যৱস্থা উন্নত কৰাৰ বাবে দিয়া পৰামৰ্শক চৰকাৰে স্বীকৃতি দিছে। আৰু ইয়াৰ বাবে দহহাজাৰ টকা ধনো ধাৰ্য কৰিছে। যোৱা দহ বছৰত কলাজ্বৰে নগাঁৱত প্ৰায় ৪০ শতাংশ লোকৰ জীৱন-বন্তি নিৰ্বাপিত কৰিছে। ৰাজহৰো ক্ষতি হৈছে। জিলাখনে এতিয়াও সম্পূৰ্ণ ৰূপে এই মহামাৰীৰ ক্ষতিৰ পৰা উদ্ধাৰ পোৱা নাই। সেই দৃষ্টিকোণৰ পৰা চালে এই সংক্ৰান্তত পোৱা ধন খৰচৰ ক্ষেত্ৰত কোনেও প্ৰশ্ন কৰিব নোৱাৰে। শিৱসাগৰ জিলাতো কিছু সংখ্যক সন্দেহযুক্ত কলাজ্বৰৰ ৰোগী থকাৰ কথা মই জানো। সেয়ে চৰকাৰক অনুৰোধ জনাইছো, যাতে অন্ততঃ শিৱসাগৰত প্ৰয়োজনীয় ২৮ হাজাৰ টকা খোৱা পানী যোগান আঁচনিৰ বাবে অনুদান দিয়ে।' তেওঁ কামৰূপৰ কুঁহিয়াৰ পাম সন্দৰ্ভতো নিজৰ প্ৰতিক্ৰিয়া ব্যক্ত কৰিছিল। অসমৰ ৰাইজৰ দ্বাৰা স্বীকৃত অনুষ্ঠান আসাম এছ'চিয়েশ্বনে প্ৰতিবছৰে লোৱা প্ৰস্তাৱসমূহ চৰকাৰৰ ওচৰত উত্থাপন কৰিছিল। প্ৰদেশখনৰ শৈক্ষিক, সামাজিক আৰু অৰ্থনৈতিক বিষয়সমূহেই স্থান পাইছিল এই প্ৰস্তাৱত। ইয়াৰ প্ৰধান কেইটামান প্ৰস্তাৱ আছিল অসমৰ বাবে সুকীয়া বিশ্ববিদ্যালয়, বিনামূলীয়া বাধ্যতামূলক প্ৰাথমিক শিক্ষা, কটন কলেজত অসমীয়া অধ্যাপকৰ নিযুক্তি, গো-চৰণীয়া পথাৰৰ কৰ ৰদ, অসমীয়া লোকক পুলিচ, বন, ডাক-তাঁৰ বিভাগ, গডকাপ্তানি বিভাগ আৰু ৰে'ল বিভাগত নিযুক্তি, ইংলেণ্ড আৰু ভাৰতত একে সময়ত ভাৰতীয় অসামৰিক সেৱাৰ পৰীক্ষা অনুষ্ঠিত কৰা, কলিকতাত অধ্যয়নৰত ছাত্ৰসকলৰ বাবে হোষ্টেলৰ ব্যৱস্থা কৰা, ১৯১৫ চনত যোৰহাটত অনুষ্ঠিত হোৱা ঔদ্যোগিক সন্মিলনে গ্ৰহণ কৰা পৰামৰ্শমতে অসম উপত্যকাত ছিল্ক উদ্যোগ স্থাপন কৰা আদি। এই আটাইবোৰ প্ৰস্তাৱৰ কথা চলিহাই সিদিনাৰ সভাত পুনৰ সোঁৱৰাই দিছিল। ইয়াৰ পাছতে খান বাহাদুৰ মৌলবী আব্দুল মজিদে সুৰমা উপত্যকাৰ সমস্যাৱলী উপস্থাপনেৰে তেওঁৰ ভাষণ আৰম্ভ কৰিছিল। মহম্মদ বখট মজুমদাৰ, ডব্লিউ মেশ্বন, মুন্সি ৰিয়াজ বক্স, এইচ মিলাৰ আদিৰ লগতে মহম্মদ ছাদুল্লায়ো বাজেট সন্দৰ্ভত তেওঁৰ ভাষণ দাঙি ধৰিছিল। মহম্মদ ছাদুল্লাই তেওঁৰ ভাষণত খোৱাপানী যোগান, কলাজ্বৰ আদিৰ ফলত হোৱা ভয়াবহ পৰিস্থিতি সম্পৰ্কে ব্যাখ্যা আগ বঢ়াইছিল। কলাজ্বৰৰ ভয়াবহতা সম্পৰ্কে উল্লেখ কৰি তেওঁ কৈছিল যে এক-দুই দশক আগেয়ে কলাজ্বৰৰ ভয়াবহতাই ৰাজ্যখনৰ জনসংখ্যা ভালেখিনি হ্ৰাস কৰিছিল। ই উত্তৰ ভাৰতৰ ভয়াবহ প্লেগৰ সংহাৰমূৰ্তিৰ লগতহে তুলনীয় বুলিও উল্লেখ কৰিছিল তেওঁ। আনহাতে গ্ৰামাঞ্চলৰ খোৱাপানী যোগান সন্দৰ্ভত ১৯১৭ চনৰ অক্টোবৰ মাহত বিত্তীয় কমিটীয়ে লোৱা পৰামৰ্শৱলীৰ কথা উল্লেখ কৰি কয় যে এই ব্যৱস্থাই প্ৰকৃততে সকলো অঞ্চলকে সামৰি লোৱা নাছিল বুলি মন্তব্য কৰিছিল। ১৯১৩ চনৰ ৪ জুনত অনুষ্ঠিত হোৱা পানী যোগান সন্মিলনত প্ৰস্তুত কৰা তথ্যভিত্তিক তালিকাখন তেওঁ সভাত দাঙি ধৰিছিল। ধুবুৰী লোকেল ব'ৰ্ডৰ অধীনত বিশুদ্ধ খোৱাপানী পোৱা গাঁৱৰ সংখ্যা আছিল ৮৮৬খন, বিশুদ্ধ খোৱাপানী নোপোৱা গাঁৱৰ সংখ্যা আছিল ২৯২খন আৰু কোনোধৰণৰ খোৱাপানী যোগান নথকা গাঁও আছিল ২৮৩খন। গোৱালপাৰা লোকেল ব'ৰ্ডৰ অধীনস্থ গাঁওসমূহত বিশুদ্ধ খোৱাপানী পোৱা গাঁৱৰ সংখ্যা আছিল ৩০৩খন, বিশুদ্ধ খোৱা পানী নোপোৱা গাঁৱৰ সংখ্যা আছিল ২৩৪খন আৰু কোনোধৰণৰ খোৱাপানী যোগান নথকা গাঁও আছিল ১৬৮খন। গুৱাহাটী লোকেল ব'ৰ্ডৰ অধীনস্থ গাঁওসমূহত বিশুদ্ধ

খোৱাপানী পোৱা গাঁৱৰ সংখ্যা আছিল ৮৯৮খন, বিশুদ্ধ খোৱা পানী নোপোৱা গাঁৱৰ সংখ্যা আছিল ৫৮৬খন আৰু কোনোধৰণৰ খোৱাপানী যোগান নথকা গাঁৱৰ সংখ্যা হৈছে ৩খন। বৰপেটা লোকেল ব'ৰ্ডৰ অধীনস্থ গাঁওসমূহত বিশুদ্ধ খোৱাপানী পোৱা গাঁৱৰ সংখ্যা আছিল ১৩৮খন, বিশুদ্ধ খোৱা পানী নোপোৱা গাঁৱৰ সংখ্যা আছিল ১৯৭খন আৰু কোনোধৰণৰ খোৱাপানী যোগান নথকা গাঁৱৰ সংখ্যা হৈছে ২৮৬খন। তেজপুৰ লোকেল ব'ৰ্ডৰ অধীনস্থ গাঁওসমূহত বিশুদ্ধ খোৱাপানী পোৱা গাঁৱৰ সংখ্যা হৈছে ১৬২খন, বিশুদ্ধ খোৱা পানী নোপোৱা গাঁৱৰ সংখ্যা হৈছে ৩৫৬খন আৰু কোনোধৰণৰ খোৱাপানী যোগান নথকা গাঁৱৰ পৰিসংখ্যা পোৱা নগ'ল। মঙলদৈ লোকেল ব'ৰ্ডৰ অধীনস্থ গাঁওসমূহত বিশুদ্ধ খোৱাপানী পোৱা গাঁৱৰ সংখ্যা হৈছে ১৫২খন, বিশুদ্ধ খোৱাপানী নোপোৱা গাঁৱৰ সংখ্যা হৈছে ৯৬খন আৰু কোনোধৰণৰ খোৱাপানী যোগান নথকা গাঁৱৰ সংখ্যা হৈছে ১৬খন। কলাইগাঁও লোকেল ব'ৰ্ডৰ অধীনস্থ গাঁওসমূহত বিশুদ্ধ খোৱাপানী পোৱা গাঁৱৰ সংখ্যা হৈছে ৩০৬খন, বিশুদ্ধ খোৱা পানী নোপোৱা গাঁৱৰ সংখ্যা হৈছে ৮৫খন আৰু কোনোধৰণৰ খোৱাপানী যোগান নথকা গাঁৱৰ সংখ্যা হৈছে ২৯খন। গোলাঘাট লোকেল ব'ৰ্ডৰ অধীনস্থ গাঁওসমূহত বিশুদ্ধ খোৱাপানী পোৱা গাঁৱৰ সংখ্যা হৈছে ১৬২খন, বিশুদ্ধ খোৱাপানী নোপোৱা গাঁৱৰ সংখ্যা হৈছে ১৩১খন আৰু কোনোধৰণৰ খোৱাপানী যোগান নথকা গাঁৱৰ সংখ্যা হৈছে ৬৩খন। দক্ষিণ ছিলেট লোকেল ব'ৰ্ডৰ অধীনস্থ গাঁওসমূহত বিশুদ্ধ খোৱাপানী পোৱা গাঁৱৰ সংখ্যা হৈছে ১৬২খন, বিশুদ্ধ খোৱাপানী নোপোৱা গাঁৱৰ সংখ্যা হৈছে ৩৭১খন আৰু কোনোধৰণৰ খোৱাপানী যোগান নথকা গাঁৱৰ সংখ্যা হৈছে ৩৪খন। হবিগঞ্জ লোকেল ব'ৰ্ডৰ অধীনস্থ গাঁওসমূহত বিশুদ্ধ খোৱাপানী পোৱা গাঁৱৰ সংখ্যা হৈছে ৮১০খন, বিশুদ্ধ খোৱাপানী নোপোৱা গাঁৱৰ সংখ্যা হৈছে ৯৯৭খন আৰু কোনোধৰণৰ খোৱাপানী যোগান নথকা গাঁৱৰ সংখ্যা হৈছে ৮৯খন। সুনামগঞ্জ লোকেল ব'ৰ্ডৰ অধীনস্থ গাঁওসমূহত বিশুদ্ধ খোৱাপানী পোৱা গাঁৱৰ সংখ্যা হৈছে ১,৩৫১খন, বিশুদ্ধ খোৱাপানী নোপোৱা গাঁৱৰ সংখ্যা হৈছে ৫২৪খন আৰু কোনোধৰণৰ খোৱাপানী যোগান নথকা গাঁৱৰ সংখ্যা হৈছে ৪৭৫খন।

'উল্লিখিত তালিকাখনে প্ৰকট কৰিছে পানী যোগান ব্যৱস্থাৰ পঁয়ালগা অৱস্থাৰ ছবি। সেয়ে মই এইক্ষেত্ৰত কিছু নিৰ্দিষ্ট অনুদান প্ৰতি বছৰে ধাৰ্য কৰিব লাগে বুলি পৰামৰ্শ আগ বঢ়াইছো।'—ছাদুল্লাই কৈছিল। তেওঁৰ এই প্ৰস্তাৱৰ প্ৰতি সমৰ্থন আগ বঢ়াই এ আৰ এডবাৰ্ডে চৰকাৰে গ্ৰামাঞ্চলত পানীযোগান উন্নত কৰাৰ বাবে ব্যৱস্থা গ্ৰহণ কৰা বুলি কৈছিল। চৰকাৰে ১৯১৫-১৬ চনত লোকেল ব'ৰ্ডসমূহক ১,৪০,১১৩ টকা আৰু ১৯১৬-১৭ চনত ১,২১,০০০ টকা অনুদান আগ বঢ়াইছিল। তদুপৰি আগৰ পাঁচোটা বছৰত এই আঁচনিসমূহৰ কাৰ্যকৰীকৰণৰ বাবে ১১ লাখ টকা খৰচ কৰা হৈছিল বুলিও এডবাৰ্ডে জানিবলৈ দিছিল। ইয়াৰে তিনি ভাগৰ দুই অংশ আছিল প্ৰাদেশিক ৰাজহ আৰু তিনি ভাগৰ এক অংশ আছিল লোকেল ব'ৰ্ডসমূহৰ অংশ। তেওঁ লগতে কৈছিল যে যিহেতু যুদ্ধৰ ফলত লোকেল ব'ৰ্ডৰ ৰাজহ কমা নাই, সেয়েহে তেওঁলোকে উন্নত পানী যোগান আঁচনিৰ বাবে ধন ব্যয় কৰিব বুলি আশা প্ৰকাশ কৰিছিল। ইয়াৰ পিছত মৌলবী চৈয়দ মহম্মদ ছাদুল্লাই তেওঁৰ প্ৰস্তাৱ উঠাই লৈছিল।

সেইদিনাই ৰায়বাহাদুৰ ফণীধৰ চলিহাই তেওঁৰ ভাষণত কৈছিল— 'আসাম এছ'চিয়েশ্যনে অসম উপত্যকাৰ জনসাধাৰণৰ আশা-আকাংক্ষাক প্ৰতিফলিত কৰাৰ উদ্দেশ্যে সময়ে সময়ে চৰকাৰৰ ওচৰত আবেদন কৰি আহিছে। আসাম এছ'চিয়েশ্যন ব্ৰহ্মপুত্ৰ উপত্যকাৰ জনসাধাৰণে স্বীকৃতি প্ৰদান কৰা প্ৰতিনিধিত্বমূলক সংগঠন। আসাম এছ'চিয়েশ্যনে দাঙি ধৰা গুৰুত্বপূৰ্ণ দাবীসমূহ হৈছে— (ক) অসমৰ বাবে সুকীয়া বিশ্ববিদ্যালয়, (খ) বিনামূলীয়া আৰু বাধ্যতামূলক প্ৰাথমিক শিক্ষাব্যৱস্থা, (গ) কটন কলেজত অসমীয়া অধ্যাপক নিযুক্তি, (ঘ) গো-চৰণীয়া পথাৰৰ কৰ বন্ধ, (ঙ) অসমীয়া লোকক পুলিচ, বন, ডাক-তাঁৰ, গড়কাপ্তানি আৰু ৰে'লৱে বিভাগত নিযুক্তি, (চ) ভাৰতীয় অসামৰিক সেৱাৰ পৰীক্ষা ইংলেণ্ডৰ সৈতে একেলগে ভাৰতত অনুষ্ঠিত কৰা, (ছ) কলিকতাত থকা ছাত্ৰসকলৰ বাবে হোষ্টেলৰ সুবিধা প্ৰদান, (জ) যোৰহাটত ১৯১৫ চনত অনুষ্ঠিত ঔদ্যোগিক সন্মিলনৰ পৰামৰ্শৰ ভিত্তিত অসমত

ছিল্ক উদ্যোগ স্থাপন কৰা।'

সিদিনাৰ সভাত বেনেটভালাই স্বাস্থ্য বিভাগ সম্পৰ্কে বাজেট বিতৰ্কত উত্থাপিত বিষয়সমূহৰ উত্তৰ দিছিল। ৰায়বাহাদুৰ ফণীধৰ চলিহাই ডিমৌত এখন স্বাস্থ্য সেবাকেন্দ্ৰ প্ৰতিষ্ঠা কৰাৰ সন্দৰ্ভত তেওঁ বিষয়টো শিৱসাগৰ লোকেল ব'ৰ্ডৰ অধীনত বিবেচনাধীন হৈ আছে বুলি জানিবলৈ দিছিল। অসম উপত্যকাৰ আয়ুক্তয়ো এই স্বাস্থ্য সেবা কেন্দ্ৰ স্থাপনত অনুমোদন জনোৱা বুলি তেওঁ জানিবলৈ দিছিল। তেওঁ লগতে কৈছিল যে বেৰী হোৱাইট মেডিকেল স্কুলত নাম ভৰ্তিকৰণৰ আগেয়ে ছাত্ৰ-ছাত্ৰীসকলৰ শিক্ষাগত মান বিচাৰ কৰি চোৱা বিষয়টো চৰকাৰে গুৰুত্ব সহকাৰে বিবেচনা কৰিছিল যদিও সেই সম্পৰ্কত কোনো সিদ্ধান্তত উপনীত হোৱা নাছিল। শিৱসাগৰ পানী যোগান আঁচনিয়ে প্ৰশাসনিক অনুমোদন লাভ কৰা বুলিও তেওঁ জনাইছিল।

সিদিনাৰ সভাতে কানিংহামে শিক্ষা সংক্ৰান্তীয় বাজেটত বিতৰ্কত উত্থাপিত বিষয়সমূহৰ উত্তৰ দিছিল। তেওঁ কৈছিল যে ভাৰতৰ মোটামুটি ১০-১১ লাখ জনসংখ্যাৰ মাজত একোখনকৈ চৰকাৰী হাইস্কুল আছিল আৰু তাত ৩০০জনমানকৈ ছাত্ৰ-ছাত্ৰীয়ে অধ্যয়ন কৰি আছিল। ইয়াৰ বিপৰীতে অসমত তিনি-চাৰি লাখ মানুহৰ মাজত একোখনকৈ চৰকাৰী হাইস্কুল আছিল আৰু ৮০০জন ছাত্ৰ-ছাত্ৰীয়ে অধ্যয়ন কৰি আছিল। কিন্তু অসমত গড় হিচাপে ছাত্ৰ-ছাত্ৰীয়ে দিয়া স্কুলৰ মাচুল ভাৰতৰ অন্য প্ৰদেশতকৈ বহু পৰিমাণে কম আছিল। হাইস্কুল তথ্য উলিওৱাৰ সময়ত দেখিছিলো ভাৰতৰ অন্য প্ৰদেশতকৈ অসমৰ চৰকাৰী হাইস্কুলত মাচুল প্ৰায় ৫০ শতাংশতকৈও কম আছিল।

গোৱালপাৰাৰ পৰা ব্যৱস্থাপক সভালৈ মনোনীত সদস্যসকলে জিলাখনৰ পথ যোগাযোগৰ উন্নয়নৰ ক্ষেত্ৰত চৰকাৰৰ ফালৰ বিশেষ উদ্যোগ গ্ৰহণ নকৰা বুলি উল্লেখ কৰিছিল। এই সন্দৰ্ভত চৰকাৰৰ বক্তব্য স্পষ্ট কৰি দি ই এফ বুলে সদস্যসকলে কোনো পৰামৰ্শ আগ নবঢ়োৱা কথা উল্লেখ কৰিছিল। চৰকাৰে গ্ৰহণ কৰা পদক্ষেপৰ কথা সদৰী কৰি তেওঁ কৈছিল— 'মই সকলোৰে দৃষ্টি আকৰ্ষণ কৰি কওঁ যে গোৱালপাৰা-আগিয়া পথ পকীকৰণৰ বাবে ধনৰ অনুমোদন দিয়া হৈছে। ইয়াৰ বাবে নিবিদা জাননীও প্ৰকাশ কৰা হৈছে। পথ নিৰ্মাণৰ কাম দুই-তিনি বছৰৰ ভিতৰতে সম্পূৰ্ণ কৰা হ'ব। ফণীধৰ চলিহাই গুৱাহাটী-শ্বিলং পথৰ মটৰ সেৱাৰ খৰচৰ পৰিমাণ বৃদ্ধি কৰা সম্পৰ্কে প্ৰশ্ন কৰাৰ লগতে উচ্চমানৰ সেৱাও বিচাৰিছে। মই বাৰে বাৰে ব্যৱস্থাপক সভাত উল্লেখ কৰিছো যে ৪০ ৰ পৰা ৭৬ হাজাৰ টকা খৰচ হোৱাৰ ফলত ৰাজহৰ কোনো ক্ষতি নহয়। কাৰণ ভাৰত চৰকাৰে পেট্ৰ'ল কৰৰ পৰা বছৰি অতিৰিক্ত খৰচৰ বাবে ৩৬ হাজাৰ টকা দি আহিছে। সদস্য গৰাকীয়ে দৈনিক হোৱা দুৰ্ঘটনাৰ কথা উল্লেখ কৰিছে। মই ভাবো গাড়ীসমূহৰ ব্ৰেক ডাউন হোৱাটো কোনোধৰণৰ দুৰ্ঘটনা নহয়।'

মিঃ জে ই ৱেবষ্টৰে বাজেট বিতৰ্কৰ উত্তৰত তিনিজন মুছলমান সদস্যই নিয়োগৰ ক্ষেত্ৰত এই সম্প্ৰদায়ৰ লোকে সামানুপাতিকভাৱে নিযুক্তিৰ সুযোগ নোপোৱা বুলি কৰা অভিযোগৰ কথা উল্লেখ কৰিছিল। মুছলমান সম্প্ৰদায়ে তেতিয়ালৈকে চৰকাৰী সেৱাত সমানে নিযুক্তি নোপোৱাটো সঁচা বুলি মন্তব্য কৰিছিল। সম্প্ৰদায়টো শিক্ষা-দীক্ষাত আগ বঢ়া নাছিল বাবে এনেদৰে পিছপৰি থকা বুলিও তেওঁ জানিবলৈ দিছিল। ১৯১৬ চনৰ ৬ এপ্ৰিলত অনুষ্ঠিত বৈঠকত ৰীডেও মুছলমান সম্প্ৰদায়ৰ পিছপৰা অৱস্থাৰ কথা উল্লেখ কৰিছিল। সকলো বিভাগৰ সকলোধৰণৰ সেৱাত সকলো সম্প্ৰদায়ৰ লোকক উপযুক্তভাৱে প্ৰতিনিধিত্ব দিয়াৰ বাবে মুখ্য আয়ুক্তই মনোযোগ দিয়া বুলি জানিবলৈ দিছিল। জে ই ওৱেবষ্টাৰে এই সন্দৰ্ভত চৰকাৰে আৱশ্যকীয় আদেশো দিব বুলি জানিবলৈ দিছিল। 'ডাঙৰ সমস্যাটো হৈছে মুছলমান সম্প্ৰদায়ৰ লোকসকলৰ মাজত শিক্ষা সম্প্ৰসাৰিত হোৱা নাই। ফলস্বৰূপে নিযুক্তি আদিৰ ক্ষেত্ৰত তেওঁলোকে সমান সুবিধা পোৱা নাই। তথ্য অনুসাৰে ১৯১৫-১৬ চনত ১৯টা চৰকাৰী চাকৰিত হোৱা নিযুক্তিত কোনো এজন মুছলমান সম্প্ৰদায়ৰ লোক নাছিল। ইয়াৰ আগৰ বছৰটোৰ খালী হোৱা ২২টা পদত কেৱল চাৰিজন মুছলমান লোকে নিযুক্তি পাইছিল। মুছলমান সম্প্ৰদায়ৰ লোকসকলে উপযুক্ত প্ৰতিনিধিত্ব নোপোৱাটো এইবোৰেই প্ৰতীয়মান কৰে। পুলিচৰ উপ-পৰিদৰ্শক নিযুক্তিৰ প্ৰসংগটো

*মই বিশেষভাবে দাঙি ধৰিব খুজিছো। যোৱা সময়ছোৱাত সম্প্ৰদায় ভিত্তিত নিযুক্তিৰ ব্যৱস্থা কৰা হৈছিল। কিন্তু ১৪টা খালী হোৱা পদত কেৱল চাৰিজন মুছলমান লোককহে নিযুক্তি দিব পৰা গ'ল। আনকি শিক্ষাগত অৰ্হতা নোহাৱা সত্ত্বেও আমি এজন লোকক নিযুক্তি দিছিলো।* উচ্চ সেৱা পদত ভাৰসাম্য ৰক্ষাৰ বাবে আমি চেষ্টাৰ ত্ৰুটি কৰা নাই। ১৯১২ চনৰ পৰা প্ৰাদেশিক অসামৰিক সেৱাত হোৱা নজন পোনপটীয়া নিযুক্তিৰ পাঁচটা পদ মুছলমান সম্প্ৰদায়ৰ লোকক দিয়া হৈছে। আনহাতে তলতীয়া কাৰ্যবাহী সেৱাত ৩৭টা পদৰ নিযুক্তিৰ বিপৰীতে ১৪জন মুছলমানক দিয়া হৈছে। মাননীয় সদস্য মহম্মদ ছাদুল্লাই সুৰমা উপত্যকাতো মুছলমান লোকসকলে নিযুক্তিৰ উপযুক্ত অংশ নোপোৱা বুলি অভিযোগ কৰিছে। কিন্তু তেওঁৰ এই ধাৰণা শুদ্ধ বুলি ক'ব নোৱাৰি। মই শেষত সদস্যসকলক আশ্বাস দি কৈছো যে চৰকাৰী বিষয়াসকলে এই বৈষম্য আঁতৰোৱাৰ বাবে চেষ্টা কৰি আছে। কিন্তু ইয়াৰ বাবে লাগিব শিক্ষিত প্ৰাৰ্থী। সিদিনাৰ সভাৰ মোখানি মাৰি সভাপতিয়ে অসমে ধন-জনেৰে প্ৰথম মহাসমৰত সহায় কৰাৰ বাবে চৰকাৰৰ হৈ তেওঁ ধন্যবাদ জনাইছিল।

১৯১৮ চনৰ পাঁচ অক্টোবৰৰ ব্যৱস্থাপক সভাত মুখ্য আয়ুক্ত মিঃ নিক'লাছ ড'ড বীটছন বেলে সভাপতি হিচাপে দিয়া ভাষণত সভাখন পূজাৰ সময়ত অনুষ্ঠিত কৰিব লগীয়া হোৱা বাবে দুখ প্ৰকাশ কৰিছিল। 'অনিচ্ছাকৃতভাৱে মই এই সভাখন আহ্বান কৰিব লগা হৈছে ভাৰতীয় সাংবিধানিক সংস্কাৰ সন্দৰ্ভত বেচৰকাৰী সদস্যসকলৰ মতামত গ্ৰহণৰ উদ্দেশ্যে। অহা নৱেম্বৰ মাহৰ আগছোৱাত এই কমিটীৰ সদস্যসকল ভাৰত পাবহি। সেয়ে মোৰ মতামত কমিটী অহাৰ আগেয়ে ভাৰত চৰকাৰে পাবই লাগিব। সেয়ে পূজাৰ বন্ধৰ সময়ছোৱাত মই মোৰ প্ৰতিবেদন লিখিব লাগিব। সেই কাৰণে প্ৰতিবেদন লিখাৰ আগতে আপোনালোকৰ মতামত মই জানিব বিচাৰি ততাতৈয়াকৈ এই সভাখন আহ্বান কৰিছো। অসমৰ বিভিন্ন সমস্যা সন্দৰ্ভত মই নতুনকৈ কোৱাৰ আৱশ্যক নাই। ইয়াত বিভিন্ন ভাষা-ভাষীৰ লোক বাস কৰি আহিছে। বিভিন্ন সম্প্ৰদায়ৰ ৪৩টা ভাষা ইয়াত প্ৰচলিত হৈ আছে। ১০ হাজাৰ বা তাতকৈ কমসংখ্যক লোকৰ মাজত চলা কথিত ভাষাক বাদ দিলে ৩২টা ভাষা বহু সংখ্যক লোকৰ মাজত এতিয়াও চলি আছে। তদুপৰি প্ৰদেশখনৰ তিনিভাগৰ দুই অংশ এলেকা পাহাৰীয়া। ইয়াৰ অধিবাসীসকলৰ প্ৰায়বোৰেই এতিয়াও ব্যৱস্থাপক সভাত প্ৰতিনিধিত্ব কৰা নাই। প্ৰথম প্ৰশ্নটো হৈছে— এই প্ৰদেশখনৰ কোন অংশত এই নতুন আঁচনি গ্ৰহণ কৰা হ'ব? মোৰ বোধেৰে এইক্ষেত্ৰত তিনিটা বিশেষ কথাৰ প্ৰতি লক্ষ্য ৰাখিব লাগিব। প্ৰথমটো হৈছে, দুয়োখন উপত্যকাৰ জনসংখ্যা চুবুৰীয়া বংগৰ মৈমনসিঙীয়া আৰু ঢাকা জিলাতকৈ কম। দ্বিতীয়টো বিষয় হৈছে, অসম উপত্যকাত মূলতঃ হিন্দুভাষী অসমীয়া লোক বাস কৰে।

আনহাতে সুৰমা উপত্যকাত মূলতঃ বাংলাভাষী মুছলমান সম্প্ৰদায়ে বাস কৰে। তৃতীয় বিষয়টো হৈছে যে দুয়োখন উপত্যকাতে ব্ৰিটিছ সম্প্ৰদায়ৰ লোকে প্ৰায় দুহাজাৰ বৰ্গমাইল ভূমি অধিগ্ৰহণ কৰিছে। ইয়াত লক্ষ লক্ষ টকা বিনিয়োগ কৰিছে চাহ খেতিৰ বাবে আৰু তাৰ জৰিয়তে প্ৰায় আধা মিলিয়ন ভাৰতীয় শ্ৰমিকক নিয়োগৰ সুবিধা কৰি দিছে। এই ব্ৰিটিছ বাসিন্দাসকলে আপোনালোকৰ মাজতে থাকি দৈনন্দিন স্থানীয় স্বায়ত্তশাসিত ব্যৱস্থাৰ মাজত কাম কৰি আছে। অষ্ট্ৰেলিয়া, দক্ষিণ আফ্ৰিকা, কানাডাৰ ব্ৰিটিছ বাসিন্দাসকলৰ দৰে তেওঁলোকেও ইয়াত সকলো ধৰণৰ কামত সহায়-সহযোগ কৰিব খোজে। মই এতিয়া আপোনালোকৰ পৰা পৰামৰ্শ বিচাৰিব খুজিছো তলৰ বিষয় সন্দৰ্ভত। প্ৰদেশখনত কেনেধৰণৰ ভাৰতীয় সাংবিধানিক সংস্কাৰ আঁচনি গ্ৰহণ কৰা উচিত এই সম্পৰ্কে মই আপোনালোকৰ পৰা সহায় আৰু মতামত বিচাৰিছো। এই সন্দৰ্ভত মই তলৰ বিষয়সমূহ বিচাৰ্য হিচাপে আপোনালোকৰ হাত এৰি দিলো।

"(1) In what portion of the province do you propose in the first instance to introduce the reforms?

"(2) Do you accept the declaration of 20th August 1917 as the basis on which the reforms should be built?

" (3) Do you approve of substituting direct for indirect electorates?

"(4) Do you approve of communal electorates? If so, for whom, in particular, for Muhammadans? for British Settlers? for Ahoms? for Animists? for Sylhet Zamindars? for Goalpara Zamindars?

"(5) How should the governing body in Assam be constituted? Should it consist of a Governor, an Executive Council, one or more ministers and several standing committees of the Legislature– all permanently located in Shillong? If not, how would you simplify the scheme to suit local conditions? What position, if any would you assign to our Commissioners?

"(6) Do you consider that the Local Government should as far as possible be independent of the Government of India. If so, do you consider that the Report contains adequate proposals to secure this end both as regards finance and as regards other matters of administration? Have you any suggestions concerning the 'Illustrative list of Provincial Subjects' contained in Appendix II of the Report'?

"(7) Either on its own merits or as a means of inaugurating the 'gradual development Self-Governing institutions with a view to the progressive realization of responsible Government', do you approve of the device of dividing the branches of Provincial Administration into 'reserved subjects' and 'transferred subjects'? If so, have you any suggestions concerning the 'Illustrative list of transferred subjects' contained in the aforesaid appendix? Those of you who are unable to accept the scheme of 'reservation and transfer' will no doubt answer this question as if the list were entitled an 'Illustrative list of subjects for the portfolios of the popularly selected Ministers.'

"(8) Have you any further criticisms of the proposals regarding provincial Governments and legislatures for instance regarding 'certification' and 'Grand Committees'?

"(9) What do you think of the proposals regarding the Government of India?

"(10) What do you think of the proposals regarding Parliament and the India Office?

তেওঁ আৰু ভাষণত উল্লেখ কৰিছিল যদি অসমত সুকীয়াকৈ উচ্চ ন্যায়ালয়ৰ প্ৰস্তাৱ উত্থাপিত হয় —তেতিয়া চৰকাৰী বিষয়াসকলে তেওঁলোকৰ ইচ্ছা অনুসৰি ভোটাধিকাৰ সাব্যস্ত কৰিব। কাৰণ গোটেই বিষয়টো জটিল আৰু ইয়াৰ ৰাজনীতিকৰণ উচিত নহয়। এই বিষয়টো উত্থাপিত হ'লে মই নিজেও ভোটদানৰ পৰা বিৰত থাকিম।

সিদিনাৰ সভাতে ১৯১৮ চনৰ ৯ ছেপ্টেম্বৰত অসমীয়া কাকতত প্ৰকাশিত অসম আৰু বংগ প্ৰদেশ সুকীয়াকৈ গঠন হ'ব বুলি প্ৰকাশ কৰা বাতৰিটো সম্পৰ্কে দৃষ্টি আকৰ্ষণ কৰি জে ই বেবষ্টাৰে এই বিষয়ে চৰকাৰে অসম আৰু বংগৰ সীমা নতুনকৈ নিৰ্ধাৰণ কৰা সম্পৰ্কে বিবেচনা কৰা নাই বুলি উল্লেখ কৰে। আন এগৰাকী সদস্য ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে অসমত কিমান হাতীৰ মহল আছে আৰু এই সম্পৰ্কে সোধা প্ৰশ্নৰ উত্তৰত ব'থামে কয় যে অসমত দহখন চিকাৰ কৰিব পৰা এলেকা আছে আৰু ৪১খন মহল আছে।

ফণীধৰ চলিহাই ১৯১৮ চনৰ ৯ ছেপ্টেম্বৰত অসমীয়া কাকতত প্ৰকাশিত বাতৰি এটাৰ সন্দৰ্ভত চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰি জানিব বিচাৰে যে বাতৰিত প্ৰকাশিত নগাঁৱৰ ফ্লৰেন্স মজুমদাৰক দুবছৰ ধৰি নগাঁৱৰ পৰা চৰকাৰে আঁতৰাই ৰাখিছে নেকি?. ইয়াৰ উত্তৰত মিঃ জে ই ওৱেবষ্টাৰে কৈছিল যে মুখ্য আয়ুক্তই ১৯১৫ চনৰ ২৫ ছেপ্টেম্বৰ তাৰিখে ১৯১৪ চনৰ Ingress into Ordinance মতে তেওঁক নগাঁও চহৰৰ পৰা বাহিৰত থাকিবলৈ আদেশ দিছে। সেইমতে তেওঁ তেওঁৰ মাকৰ সৈতে নগাঁও চহৰৰ বাহিৰত বাস কৰি আছে। ফণীধৰ চলিহাই 'আসাম বিলাসিনী'ত প্ৰকাশিত ১৯১৮ চনৰ পাঁচ ছেপ্টেম্বৰত প্ৰকাশিত বাতৰি এটাৰ লগতে ৩১ আগষ্টৰ 'টাইমছ অব্ আসাম'ত প্ৰকাশিত কটন কলেজৰ হিন্দু হোষ্টেলৰ আবাসীসকলৰ অভাৱ-অভিযোগ সম্পৰ্কে প্ৰকাশিত বাতৰি সম্পৰ্কে চৰকাৰ পৰা জানিব বিচাৰে। তদুপৰি শিৱসাগৰ মহকুমাত কলাজ্বৰৰ ফলত মৃত্যু হোৱা লোকৰ সংখ্যা আৰু এই সন্দৰ্ভত চৰকাৰে লোৱা ব্যৱস্থা সম্পৰ্কেও জানিব বিচৰাত এ ডব্লিউ ব'থামে কয় যে বাতৰিত প্ৰকাশিত বাতৰিটোৰ প্ৰতি চৰকাৰৰ দৃষ্টি আকৰ্ষণ হৈছে। অধ্যক্ষক হোষ্টেলৰ মেৰামতিৰ বাবে গড়কাপ্টানি বিভাগৰ লগত যোগাযোগ কৰিবলৈ কোৱা হৈছে। ১৯১৮ চনৰ জানুৱাৰী মাহৰ পৰা জুন মাহলৈ শিৱসাগৰ মহকুমাত কলাজ্বৰত ২৩জন লোকৰ মৃত্যু হৈছে, যোৰহাটত চাৰিজনৰ, গোলাঘাটত ১৭জনৰ, চাহ বাগিচাত ৪৩জনৰ আৰু শিৱসাগৰ টাউনত এজনৰ, মুঠ ৯৮জন লোকৰ মৃত্যু হোৱা বুলি তেওঁ উল্লেখ কৰে। সিদিনাৰ সভাতেই বাবু ৰমণী মোহন দাসে অসমৰ স্নাতকোত্তৰ শ্ৰেণীত অধ্যয়নৰ বাবে ১৯১৭-১৮ চনত জলপানিৰ বাবে নিৰ্বাচিত চৰকাৰী তালিকাখন সম্পৰ্কে জানিব বিচৰাত ব'থামে তালিকাখন সদনত দাখিল কৰে। সেই মৰ্মে ১৯১৭ চনত স্নাতকোত্তৰ শ্ৰেণীৰ পাঠ্যক্ৰমৰ বাবে জলপানিৰ বাবে আবেদন কৰা অসম উপত্যকাৰ ব্যক্তিকেইগৰাকী আছিল কৃষ্ণকান্ত সন্দিকৈ, কামদা চৰণ শৰ্মা, উমেশ চন্দ্ৰ চৌধুৰী, হৰেন্দ্ৰ কুমাৰ চৌধুৰী, কনকেশ্বৰ গগৈ। ইয়াৰে কনকেশ্বৰ গগৈ ১৯১২ চনত মেট্ৰিক পৰীক্ষাত দ্বিতীয় বিভাগ আৰু বাকীকেইজন দৰ্খাস্তকাৰীয়ে ১৯১৩ চনত প্ৰথম বিভাগত উত্তীৰ্ণ হৈছে। ১৯১৮ চনত দৰ্খাস্ত দিয়া অসম উপত্যকাৰ প্ৰাৰ্থীকেইগৰাকী আছিল ৰাধাকান্ত দাস, উমাকান্ত গোস্বামী, ৰাজেদ আলী।

সিদিনাৰ সভাতে ঘনশ্যাম বৰুৱাই বেৰী হোৱাইট মেডিকেল স্কুল সম্পৰ্কে প্ৰশ্ন কৰাত এ ডব্লিউ ব'থামে ১৮৯৬ চনৰ ১৬ নৱেম্বৰত ব্ৰিগেডিয়াৰ ছাৰ্জন জন বেৰী হোৱাইটে লিখা ইচ্ছাপত্ৰখন সদনত দাখিল কৰে। সিদিনাৰ সভাৰ অন্যতম গুৰুত্বপূৰ্ণ প্ৰস্তাৱ উত্থাপন কৰিছিল ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে। তেওঁৰ প্ৰস্তাৱটো আছিল অসমত এখন উচ্চ ন্যায়ালয় স্থাপন কৰাৰ বাবে ব্যৱস্থাপক সভাই মুখ্য আয়ুক্তলৈ পৰামৰ্শ আগ বঢ়াব লাগে। উক্ত সভাত এই সন্দৰ্ভত আলোচনা শেষ নোহোৱাত বিষয়টো পৰৱৰ্তী সভাত আলোচনাৰ বাবে স্থগিত ৰখা হয়। সিদিনাৰ সভাত ঘনশ্যাম বৰুৱাই খেৰাজ পট্টাভুক্ত মাটিৰ লোকে তেওঁলোকৰ মাটিত থকা বনৰীয়া গছ-গছনিসমূহ বিক্ৰী কৰাৰ ক্ষেত্ৰত কিছু বছৰৰ বাবে সীমাবদ্ধ কৰাৰ পৰামৰ্শ ব্যৱস্থাপক সভাই মুখ্য আয়ুক্তক দিব লাগে বুলি প্ৰস্তাৱ এটা উত্থাপন কৰিছিল। পাছলৈ এই প্ৰস্তাৱ আলোচনাৰ অন্তত উঠাই লোৱা হয়। ৰায়বাহাদুৰ ঘন্যশাম বৰুৱাই ব্যৱসায়িক গো-চৰণীয়াসকলৰ ওপৰত থকা কৰ অসম উপত্যকাৰ পৰা সম্পূৰ্ণ ৰূপে উঠাই দিয়া নতুবা এই কৰ ১৯১২ চনৰ আগৰ পৰিমাণলৈ হ্ৰাস কৰাৰ বাবে ব্যৱস্থাপক সভাই মুখ্য আয়ুক্তলৈ অনুমোদন কৰিব লাগে বুলি আন এটা প্ৰস্তাৱ উত্থাপন কৰিছিল। আলোচনাৰ অন্তত ভোটত দিয়াত এই প্ৰস্তাৱটো নাকচ হয়।

এইদৰে অন্ত হৈছিল ১৯১৮ চনৰ ব্যৱস্থাপক সভাৰ অধিৱেশন। ১৯০৬ চনৰ পৰা ১৯১৮ চনলৈ এই সময়ছোৱাত বহুবোৰ গুৰুত্বপূৰ্ণ বিষয় ব্যৱস্থাপক সভাই সামৰি লৈছিল।

# প্ৰথম মহাসমৰ আৰু ব্যৱস্থাপক সভা

প্ৰথম মহাসমৰত অসমৰ অৱদান কিমান বাৰু? এই বিষয়ে বিভিন্নজনে বিভিন্ন সময়ত আলোচনা-বিলোচনা কৰি অহা আমি সকলোৱে লক্ষ্য কৰিছো। লক্ষ্মীনাথ তামুলীয়ে তেওঁৰ 'ভাৰতৰ স্বাধীনতা সংগ্ৰামত অসমৰ অৱদান : সংঘাত আৰু সহযোগৰ ইতিহাস' নামৰ গ্ৰন্থখনত উল্লেখ কৰিছে যে সাম্ৰাজ্যবাদৰ সাহায্যাৰ্থে অসমে ৩,২৩২জন আৰু বৰাক উপত্যকাই ২,৬০০জন সামৰিক আৰু অৰ্ধসামৰিক লোকৰ যোগান ধৰিছিল। যুদ্ধ ঋণ হিচাপে অসমৰ বাবে ২৫ হাজাৰ টকা আৰু বৰঙণি হিচাপে ৯ লাখ টকা ধাৰ্য কৰা হৈছিল। জনসাধাৰণৰ পৰা দান-বৰঙণিৰ নামত ৫৫ হাজাৰ টকা সংগ্ৰহ কৰাৰ লগতে প্ৰায় ২০ হাজাৰ টকাৰ আন আন সামগ্ৰীও সংগ্ৰহ কৰা হৈছিল। এই তথ্য অসমৰ ৰাজনৈতিক ইতিহাসৰ ২২২ আৰু ২২৩ নম্বৰ পৃষ্ঠাতো উল্লেখ আছে। অসমৰ ৰাজনৈতিক ইতিহাসৰ প্ৰথম খণ্ডত উল্লেখ কৰা হৈছে যে অসমৰ প্ৰশাসনৰ ১৭৪জন বিষয়াক সামৰিক কৰ্তব্যৰ বাবে অব্যাহতি দিয়া হৈছিল। 'আসাম ভেলী লাইট হৰ্ছ' আৰু 'সুৰমা ভেলী লাইট হৰ্ছ'ৰ বেচৰকাৰী সদস্যসকলে প্ৰথম মহাসমৰত উল্লেখযোগ্য সেৱা আগ বঢ়াইছিল। ইয়াৰে ১৬৮জনে ভাৰতীয় সেনা সংৰক্ষিত বাহিনীতো যোগদান কৰিছিল। সৰ্বমুঠ ৩,২৩২জন বিষয়াক যুদ্ধৰ বাবে ৰাজ্যখনৰ পৰা পঠিওৱা হৈছিল। তদুপৰি লেবাৰ ক'ৰ্ছ যুদ্ধৰ বাবে পঠিওৱা তথ্যও উল্লিখিত বুৰঞ্জীখনত পোৱা যায়।

১৯১৪ চনত আৰম্ভ হোৱা প্ৰথম মহাসমৰত কংগ্ৰেছ দলে ইংৰাজৰ পক্ষত ভাৰতৰ সকলো শ্ৰেণীৰ লোকক থিয় হ'বলৈ আহ্বান জনাইছিল। আনকি মহাত্মা গান্ধীয়েও এই যুদ্ধত ইংৰাজক সহায় কৰিবলৈ ভাৰতবাসীক অনুৰোধ জনাইছিল। সেই হিচাপে ভাৰতৰ অন্যান্য অংশৰ লগতে অসমৰ জনসাধাৰণেও ইংৰাজক সৰ্বতোপ্ৰকাৰে সহায় কৰিছিল। যুদ্ধৰ সেই ভয়াৱহ পৰিস্থিতি আৰু যুদ্ধৰ পৰৱৰ্তী সময়ছোৱাত প্ৰদেশখনত আৰম্ভ হোৱা আৰ্থিক আৰু অন্যান্য সমস্যাসমূহৰ বিষয়ে সেই সময়ৰ অসম ব্যৱস্থাপক সভাত যে গভীৰভাৱে আলোচনা হৈছিল, সেই বিষয়ে আমি উক্ত সভাৰ কাৰ্যবিৱৰণীবোৰত প্ৰত্যক্ষ কৰো। এই আলোচনাবোৰত কোন সদস্যই কি দৃষ্টিভংগী গ্ৰহণ কৰিছিল, তাক বহলাই ব্যাখ্যা কৰাৰ প্ৰাসংগিকতা আজিও আছে বুলি আমি একান্তভাৱে অনুভৱ কৰিছো। দুই-এখন ঐতিহাসিক গ্ৰন্থত যুদ্ধত যোগদান কৰা লোকৰ সংখ্যা, অসমে আগ বঢ়োৱা স্বেচ্ছামূলক বৰঙণি আৰু যুদ্ধ ঋণলৈ আগ বঢ়োৱা ধনৰ পৰিমাণো উল্লেখ কৰা হৈছে। কিন্তু ব্যৱস্থাপক সভাৰ আলোচনাবোৰ তথা পৰিসংখ্যা আদি উত্থাপনত খেলিমেলি কৰা যেন আমাৰ অনুমান হয়। সেয়ে উদঘাটিত আচল তথ্যখিনি এই আলোচনাৰ জৰিয়তে আমি পাঠক সমাজৰ প্ৰতি নিবেদন কৰিলো। ১০০ বছৰীয়া পুৰণি ব্যৱস্থাপক সভাৰ কাৰ্যবিৱৰণীৰ এই উৰলিব ধৰা তথ্যই অনুসন্ধিৎসুসকলক নিশ্চয় বিষয়টোৰ গভীৰতালৈ যোৱাৰ ক্ষেত্ৰত কিছু সহায় কৰিব।

প্ৰথম মহাসমৰৰ দুন্দুভিয়ে কোনো কালে বেলি নুডুবা ব্ৰিটিছ সাম্ৰাজ্যতেই নহয়, বিশ্বজুৰি অস্থিৰতাৰ সৃষ্টি কৰিছিল। বিশ্বৰ চৌদিশে সিঁচৰতি হৈ থকা ব্ৰিটিছৰ ঔপনিৱেশিক ৰাষ্ট্ৰসমূহৰ মাজত ইয়াৰ প্ৰভাৱ আছিল অপেক্ষাকৃতভাৱে অধিক। তুৰস্ক, জাৰ্মানী আদিয়ে এই উপনিৱেশসমূহক লক্ষ্য হিচাপে লৈছিল বাবে ধন-জন, সৈন্য-সামন্তৰে তেওঁলোকক সহায় কৰিবলৈ আগ বাঢ়ি আহিছিল এই আটাইবোৰ দেশৰ জনসাধাৰণে। যুদ্ধৰ বাবে আৰ্থিক আৰু অন্যান্য দিশত মুক্তমনে সহায় কৰিবলৈ ব্ৰিটিছ চৰকাৰে তেওঁলোকৰ অধস্তন ৰাষ্ট্ৰসমূহক আহ্বানো জনাইছিল। দুখীয়া প্ৰদেশ হ'লেও ব্ৰিটিছ চৰকাৰে সন্মুখীন হোৱা প্ৰত্যাহ্বানৰ সমভাগী হোৱাৰ ক্ষেত্ৰত আমাৰ তথাকথিত অজান্তিমূলক অসমো পিছপৰি থকা নাছিল। সৰ্বসাধাৰণ অসমীয়া সমাজে ব্ৰিটিছ সেনাৰ সৈতে একেলগে যুঁজিব খোজাৰ উপৰি অভিজাত অসমীয়া সমাজখনে নিজৰ তৰফৰ পৰা যুদ্ধলৈ ধনে-ধানে সহায়-সহযোগিতা আগ বঢ়াই বগা চাহাবৰ আপোনজন হ'বলৈ যৎপৰোনাস্তি চেষ্টা চলাইছিল। ইয়াৰ বাবে কাৰোবাৰ বিৰুদ্ধে আঙুলি টোঁৱাব খোজাটোও কিন্তু ইতিহাস চৰ্চাৰ নামত বাতুলতাৰ আশ্ৰয় লোৱাহে হ'ব। বৰং উল্লিখিত পৰিস্থিতিক এক ঐতিহাসিক আৰু সামাজিক পৰিস্থিতিৰ দাবী বুলিহে আমি অভিহিত কৰিব লাগিব। মহাসমৰৰ ক'লীয়া ডাৱৰে বিশ্ববাসীক সচকিত কৰি তোলা সময়তে অসমৰ ব্যৱস্থাপক সভাৰ এখন সভা মুখ্য আয়ুক্তৰ পৌৰোহিত্যত শ্বিলঙত অনুষ্ঠিত হৈছিল। কেইবাজনো অসমীয়া আৰু বাঙালী সম্প্ৰদায়ৰ লোকে উক্ত সভাত ৰাজ্যবাসীক প্ৰতিনিধিত্ব কৰিছিল। পৰাধীন অসমৰ সমস্যা আদি ব্যৱস্থাপক সভাৰ জৰিয়তে চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰাটোৱেই এইসকল প্ৰতিনিধিৰ উদ্দেশ্য আছিল। সেই সময়ত ব্যৱস্থাপক সভা শুৱনি কৰা অসমৰ উল্লেখযোগ্য প্ৰতিনিধিসকল আছিল ৰাজ্যখনৰ সামাজিক জীৱনৰ কাণ্ডাৰীস্বৰূপ ক্ৰমে মাণিক চন্দ্ৰ বৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা, ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰী, তৰুণৰাম ফুকন, মৌলবী ছৈয়দ মহম্মদ ছাদুল্লা, আব্দুল মজিদ আদি। বাঙালী সম্প্ৰদায়ৰ প্ৰতিনিধিসকল আছিল নলিনীকান্ত ৰায় দস্তিদাৰ, কামিনী কুমাৰ চন্দ আদি। যুদ্ধত এই প্ৰদেশখনৰ ভূমিকা কি আছিল সেই বিষয়ে উক্ত সভাৰ কাৰ্যবিৱৰণিত বহু কথা সন্নিবিষ্ট আছে। আধুনিক অসমৰ ইতিহাস প্ৰণেতাসকলে এই বিষয়ে উল্লেখ কৰিছে যদিও ব্যৱস্থাপক সভাৰ সদস্যসকলৰ প্ৰকৃত মনোভাব আৰু চিন্তা-চেতনা উপলব্ধি কৰি বহল পৰিসৰত এইবোৰ দিশ উপস্থাপন কৰা আমাৰ এই পৰ্যন্ত দৃষ্টিগোচৰ হোৱা নাই। সেয়ে ব্যৱস্থাপক সভাৰ মজিয়াত প্ৰথম মহাসমৰ সন্দৰ্ভত কোনে কি কৈছিল সেই বিষয়ে এই প্ৰবন্ধত কিছু কথা উল্লেখ কৰা হ'ল।

১৯১৪ চনৰ ১০ নৱেম্বৰত প্ৰথমবাৰৰ বাবে ব্যৱস্থাপক সভাত প্ৰথম মহাসমৰৰ বিষয়ে আলোচনা হৈছিল। আলোচনাৰ পাতনি মেলিছিল ব্যৱস্থাপক সভাৰ সেই সময়ৰ সভাপতি, মুখ্য আয়ুক্ত Archdale Earl। তেওঁ নতুন অধিৱেশনৰ প্ৰথম দিনটোত উপস্থিত থকা সকলো সদস্যকে আদৰণি জনাইছিল। মহাসমৰৰ কথা উল্লেখ কৰি তেওঁ 'সকলোৱে এক জটিল আৰু সংকটপূৰ্ণ মুহূৰ্তত উপস্থিত' হোৱা বুলি মন্তব্য কৰিছিল। 'কিন্তু মোৰ বাবে আটাইতকৈ আনন্দ আৰু সন্তুষ্টিৰ বিষয় হৈছে যে এই প্ৰদেশৰ জনসাধাৰণে ভাৰতবৰ্ষৰ অন্য প্ৰদেশৰ দৰে আগ্ৰহেৰে ব্ৰিটিছ চৰকাৰলৈ সহযোগিতা আগ বঢ়াইছে। সকলো সম্প্ৰদায়ৰ লোকে চৰকাৰখনৰ প্ৰতি থকা আনুগত্য মুক্তমনে প্ৰকাশ কৰিছে। প্ৰদেশখনৰ মুছলমান সম্প্ৰদায়ৰ লোকসকলেও অন্যান্য অঞ্চলৰ মুছলমান সম্প্ৰদায়ৰ লোকৰ দৰে দুৰ্যোগৰ সময়ত মহামান্য সম্ৰাটৰ প্ৰতি গভীৰ আনুগত্য প্ৰকাশ কৰিছে। আনকি তুৰস্কই আমাৰ শত্ৰুসকলৰ প্ৰৰোচনাত লোৱা ব্যৱস্থাৰ বাবে তেওঁলোকে দুখো প্ৰকাশ কৰিছে। আমাৰ এই প্ৰদেশৰ লোকসকলে সম্ৰাটৰ প্ৰতি আনুগত্য প্ৰকাশ কৰাই নহয়, তেওঁলোক আগ্ৰহেৰে আগ বাঢ়ি আহিছে যুদ্ধত ক্ষতিগ্ৰস্ত হোৱা সেনা তথা তেওঁলোকৰ পৰিয়ালবৰ্গৰ সহায়ৰ বাবে। তেওঁলোকে

দেখুওৱা সহায় আৰু উৎসাহৰ বাবে এই ছেগতে মই আপোনালোকৰ জৰিয়তে আটাইলৈ আন্তৰিক ধন্যবাদ জনাইছো। যি সংঘৰ্ষত আমি জড়িত হৈ পৰিছো, সি যথেষ্ট কঠিন আৰু দীঘলীয়া হ'ব। কিন্তু এইক্ষেত্ৰত আমাৰ সম্ৰাটে যথেষ্ট দৃঢ়তা প্ৰদৰ্শন কৰিছে, য'ত প্ৰতিফলিত হৈছে ব্ৰিটিছ সাম্ৰাজ্যৰ অতীত গৌৰৱ আৰু দৃঢ় মনোবল। আমাৰ এই প্ৰদেশৰ সকলো সম্প্ৰদায়ৰ লোকে প্ৰদৰ্শন কৰা মানসিকতাই আমাক উৎসাহিত কৰিছে আৰু সেয়েহে প্ৰদেশখনৰ জনসাধাৰণক লৈ মই পূৰ্বতকৈও অধিক গৌৰৱবোধ কৰিব পৰা হৈছো।'—Archdale Earl ভাষণত কৈছিল।

সিদিনাৰ সভাতে সম্মানীয় সদস্য কামিনী কুমাৰ চন্দই মহাসমৰ সম্পৰ্কীয় এটা প্ৰস্তাৱ সদনত উত্থাপন কৰিছিল। তেওঁ উত্থাপন কৰা প্ৰস্তাৱটো আছিল— 'এই ব্যৱস্থাপক সভাই চৰকাৰ আৰু সম্ৰাটৰ প্ৰতি থকা গভীৰ আনুগত্য প্ৰকাশ কৰাৰ লগতে এইখন মহাসমৰৰ ক্ষেত্ৰতো ব্ৰিটিছ চৰকাৰক আন্তৰিকতাৰে সমৰ্থন জনাইছে যাতে মহাসমৰত তেওঁলোক সম্পূৰ্ণৰূপে কৃতকাৰ্য হয়। আমি জানো যে ব্ৰিটিছ চৰকাৰে বন্ধু দেশসমূহৰ মাজত থকা চুক্তিৰ বাধ্যবাধকতাৰ লগতে নিজৰ সাম্ৰাজ্যৰ সুৰক্ষাৰ বাবে যুদ্ধত জড়িত হ'ব লগা হৈছে। অসমৰ ব্যৱস্থাপক সভাই ভাৰতীয় সৈন্যবাহিনীক ইউৰোপৰ যুদ্ধত অংশগ্ৰহণ কৰিবলৈ অনুমতি প্ৰদান কৰাৰ বাবে সম্ৰাটৰ প্ৰতি গভীৰ আনুগত্য প্ৰকাশ কৰিছে। আমি সম্মানীয় সভাপতিক ব্যৱস্থাপক সভাৰ এই প্ৰস্তাৱৰ প্ৰতিলিপি মহামান্য সম্ৰাট আৰু ভাৰত চৰকাৰলৈ প্ৰেৰণ কৰাৰ বাবে অনুৰোধ কৰিলো।' প্ৰস্তাৱৰ সমৰ্থনত তেওঁ লগতে কৈছিল— 'আজি এই যুদ্ধ সংঘটিত হোৱাৰ তিনি মাহ হ'ল। গোটেই দেশৰ জনসাধাৰণে যুদ্ধ সম্পৰ্কত নিজৰ মনোভাব আলোচনা কৰাই নহয় তেওঁলোকে এইক্ষেত্ৰত কথাৰে নহয়, কামেৰে কিবা এটা কৰিব খুজিছে। কিছুমানে প্ৰশ্ন কৰিছে— ইমান দিন পাছত এই প্ৰস্তাৱৰ প্ৰাসংগিকতা ক'ত? ইয়াৰ উত্তৰত মই ক'ব খুজিছো যে এইখন হৈছে যুদ্ধ আৰম্ভ হোৱাৰ পাছত ব্যৱস্থাপক সভাৰ এয়া প্ৰথমখন বৈঠক। ইতিমধ্যে অন্য প্ৰদেশত এই সম্পৰ্কে প্ৰস্তাৱ গ্ৰহণ কৰা হৈছে। যুদ্ধ সম্পৰ্কত মনোভাব ব্যক্ত কৰাৰ বাবে এতিয়া আমি প্ৰতিনিধিসকল সমবেত হৈছো। কাৰণ চৰকাৰ আৰু সম্ৰাটৰ প্ৰতি আনুগত্য ব্যক্ত কৰাটো আমাৰ দায়িত্ব আৰু কৰ্তব্য। এই সময়ত গোটেই বিশ্বই জনা উচিত যে আমাৰ দেশৰ জনসাধাৰণ চৰকাৰৰ প্ৰতি থকা আনুগত্য সন্দৰ্ভত ঐক্যবদ্ধ হৈছো। ইংলেণ্ড আৰু ভাৰতবৰ্ষৰ শত্ৰুসকলে জনা উচিত, তেওঁলোকে আমাক প্ৰতাৰণা কৰিব নোৱাৰে বা প্ৰতাৰণাৰ চেষ্টাও কৰিব নোৱাৰে। আমাৰ চৰকাৰৰ লগত কিছু মতভেদ আৰু পাৰ্থক্য আছে। তথাপি শত্ৰু যিহেতু আমাৰ পদুলিমুখ পাইছে, সেয়েহে আমি আমাৰ সকলো পাৰ্থক্য পৰিহৰি ঐক্যবদ্ধ হৈছো আৰু কান্ধত কান্ধ মিলাই আমাৰ দেশক ৰক্ষা কৰিবলৈ সাজু হৈছো। আমি চৰকাৰক শক্তি অনুসৰি সহায় কৰিবলৈ সাজু আছো। মহোদয়, বহুতে অপবাদ আনিছে যে ভাৰতীয় জনসাধাৰণৰ সম্ৰাটৰ প্ৰতি আনুগত্য নাই। আমাৰ ধৰ্মই আমাক শিক্ষা দিছে চৰকাৰৰ প্ৰতি আনুগত্য, আমাৰ কৰ্তব্য। আমাৰ শাস্ত্ৰত লিখা আছে— Sovereign is a great deity on the face of the earth in the shape of man (Mahoti devata ysesha nararoopena sangstitha.) A nation whose scriptures lay down that the Emperor Delhi is as the great ruler of the universe (Delhisvorasva Jagadisvarova) has no need to demonstrate its loyalty by arguments. আনুগত্য হৈছে আমাৰ ধৰ্মৰ এটা অংশ আৰু এই আনুগত্য দেশপ্ৰেমৰো এটা অংগ। ব্ৰিটিছ চৰকাৰৰ প্ৰতি আমি ঋণী। এই কথা আমি সকলো শিক্ষিত সম্প্ৰদায়ে অনুভৱ কৰো যে এই প্ৰদেশৰ সৃষ্টিৰ মূলতে হৈছে ব্ৰিটিছ চৰকাৰ। আমি জানো ভাৰতৰ মুক্তি ব্ৰিটিছ চৰকাৰৰ হাততে আছে। যদি ভাৰতে স্বাধীনতা পাব লাগে, তেতিয়াহ'লে ব্ৰিটিছ চৰকাৰৰ আশ্ৰয়তহে সম্ভৱ

হ'ব। ইংৰাজ চৰকাৰৰ প্ৰতি জনোৱা আমাৰ এই স্বতঃস্ফূৰ্ত আনুগত্যই বিশ্ববাসীক প্ৰভাৱিত কৰিব। আনকি ব্ৰিটিছ চৰকাৰৰ অন্তৰাত্মাতো আমাৰ দেশৰ নাগৰিকৰ মানসিকতা আৰু আনুগত্য সম্পৰ্কে এক নতুন ধাৰণাৰ জন্ম দিব। মহামহিম সম্ৰাটৰ পৰা অহা বাণীয়ে আমাৰ অন্তৰ আন্দোলিত কৰিছে। এতিয়া আমাৰ মনত যি অনুভূতিৰ সৃষ্টি হৈছে পূৰ্বতে তেনে অনুভূতি প্ৰকট হোৱা নাছিল। আজি আমাৰ মনত এটা বেলেগ অনুভূতিয়ে ঠাই লৈছে। সেয়া হৈছে আমি মহান সম্ৰাটৰ নাগৰিক। ভাৰতীয় সৈন্যসকলক ইউৰোপৰ যুদ্ধত অংশগ্ৰহণ কৰিবলৈ দিয়া অনুমতিয়ে ইয়াকে পুনৰবাৰ প্ৰমাণ কৰিছে। কাৰণ পূৰ্বতে এনেধৰণৰ অনুমতি দিয়া হোৱা নাছিল। আমাৰ যিসকল গোৰ্খা, বেলুচি, শিখ, পাঠান সৈনিকে যুদ্ধত অংশগ্ৰহণ কৰিছে, তেওঁলোকক লৈ আমি গৌৰৱবোধ কৰিছো। মই এইখিনি ব্যাখ্যা দাঙি ধৰিছো চৰকাৰৰ প্ৰতি থকা আনুগত্যৰ বাবে। কিন্তু আপোনালোকে নাভাবিব যে এই আনন্দ প্ৰকাশৰ বাবে এইটো অন্যতম কাৰণ। যদি এই যুদ্ধৰ আক্ৰমণকাৰী ইংলেণ্ড বুলিও জানিলোহেঁতেন, তেতিয়াও আমি চৰকাৰৰ প্ৰতি আনুগত্যশীল হৈ থাকিলোহেঁতেন। আমি অনুভৱ কৰিছো, এই যুদ্ধৰ ক্ষেত্ৰত ব্ৰিটিছে ইচ্ছাকৃতভাৱে আক্ৰমণকাৰীৰ ভূমিকা লোৱা নাই। ব্ৰিটিছে অন্য ৰাষ্ট্ৰৰ ভূমি গ্ৰহণ বা আনৰ প্ৰতি হিংসাপৰায়ণতাৰ বশৱৰ্তী হৈও এই যুদ্ধত অংশগ্ৰহণ কৰা নাই; বৰং ইংলেণ্ডক এই যুদ্ধত অংশগ্ৰহণ কৰিবলৈ বাধ্য কৰোৱা হৈছে। আমি অনুভৱ কৰো, ব্ৰিটিছে এই যুদ্ধত অংশগ্ৰহণ কৰাটো উচিত সিদ্ধান্ত হৈছে। আমাৰ শাস্ত্ৰত কোৱা আছে— যথা ধৰ্ম তথা জয়। মহান সম্ৰাটৰ নাগৰিক হিচাপে আৰু ধৰ্মযুদ্ধৰ খাতিৰত আমি গভীৰভাৱে চৰকাৰৰ প্ৰতি আনুগত্য প্ৰকাশ কৰিছো। এইখিনি বক্তব্যৰে মই এই প্ৰস্তাৱ গ্ৰহণ কৰাৰ বাবে সদনক অনুৰোধ কৰিছো।'

সভাত অসমৰ আহোম সমাজৰ প্ৰতিনিধি ৰায়বাহাদুৰ পদ্মনাথ গোহাঞিবৰুৱাই কৈছিল— 'মই মোৰ সম্প্ৰদায় আৰু গোটেই প্ৰদেশখনৰ জনসাধাৰণৰ হকে মোৰ বন্ধু সন্মানীয় চন্দই দাঙি ধৰা প্ৰস্তাৱৰ প্ৰতি সমৰ্থন আগ বঢ়াইছো। আমাৰ মহামান্য সম্ৰাটে আন্তঃৰাষ্ট্ৰীয় বাধ্যবাধকতাৰ ওপৰত থকা দায়িত্ব আৰু কৰ্তব্যবোধৰ বাবে জাৰ্মানী, অষ্ট্ৰিয়া আৰু অৱশেষত তুৰস্কৰ বিৰুদ্ধে যুদ্ধত জড়িত হ'ব লগা হৈছে। আমি ব্ৰিটিছ সাম্ৰাজ্যৰ প্ৰতি অকুণ্ঠ সমৰ্থন আগ বঢ়াইছো। লগতে এই যুদ্ধত আমাৰ জীৱন আৰু সম্পত্তি আগ বঢ়োৱাই নহয়, আমি চৰকাৰৰ এই সংকটপূৰ্ণ মুহূৰ্তত সকলো ধৰণৰ সহায় আগ বঢ়াবলৈ সাজু আছো। আমি ঈশ্বৰৰ ওচৰত ব্ৰিটিছ সেনাবাহিনীৰ জয়ৰ বাবে প্ৰাৰ্থনা জনাইছো। আমি বিশ্বাসী যে এই যুদ্ধত আমাৰ জয় হ'বই। কাৰণ আমাৰ সম্ৰাটে এই যুদ্ধত অংশগ্ৰহণ কৰিছে এটা ন্যায্য কাৰণত। কাৰণটো হৈছে দুৰ্বল বেলজিয়ামক জাৰ্মানীৰ আক্ৰমণৰ পৰা ৰক্ষা কৰা। মই এইক্ষেত্ৰত সংস্কৃত শ্লোক এটা উল্লেখ কৰিব খুজিছো। শ্লোকটো হৈছে 'যতো ধৰ্ম স্ততো জয়ঃ।'

অসমৰ জমিদাৰ আৰু ভূস্বামীসকলৰ প্ৰতিনিধি তৰুণৰাম ফুকনেও অসমৰ ভূস্বামী আৰু জমিদাৰসকলৰ হকে এই প্ৰস্তাৱলৈ পূৰ্ণ সমৰ্থন আগ বঢ়াইছিল। তেওঁ কৈছিল— 'মই অসমৰ জনসাধাৰণৰ প্ৰতিনিধি হিচাপে চৰকাৰৰ সকলো অসমীয়াভাষীয়ে হওক বা মুছলমান নতুবা হিন্দুৱে হওক, সকলোৱে হৈ আন্তৰিকতাৰে সহযোগ কৰাৰ প্ৰতিশ্ৰুতি দিছো, লগতে এই সময়ত আমি দৃঢ়ভাৱে সকলো পৰিস্থিতিৰ মুখামুখি হৈ চৰকাৰৰ প্ৰতি থকা আনুগত্য প্ৰকাশ কৰিছো। আপুনি জানে, আমি অসমীয়াসকল দুখীয়া। আমি অন্য প্ৰদেশৰ লোকৰ দৰে বেছি ধন আগ বঢ়াব নোৱাৰো। কিন্তু আনুগত্যৰ দিশত আমি দৃঢ়ভাৱে ক'ব খোজো যে অন্য প্ৰদেশতকৈ আমি প্ৰথমত থাকিম।'

ৰায়বাহাদুৰ সীতামোহন দাসে কৈছিল যে চন্দই অনা প্ৰস্তাৱটোৰ প্ৰতি তেওঁৰ সমৰ্থন আছে। জাৰ্মানীৰ ধ্বংসাত্মক নীতিৰ বাবে অনিচ্ছাকৃতভাৱে হ'লেও ব্ৰিটিছ সাম্ৰাজ্য এই যুদ্ধত জড়িত হ'ব লগা হোৱাৰ কথা উল্লেখ কৰি তেওঁ জাৰ্মানীকেই যুদ্ধৰ বাবে দায়ী কৰিছিল। 'এক কথাত জাৰ্মানী

বিশ্বৰ শান্তি আৰু সম্প্ৰীতিৰ বাবে ভয়ানক ভাবুকি। আজি গোটেই বিশ্ব তেওঁলোকৰ ভাবুকিৰ সন্মুখীন হৈছে। গ্ৰেট ব্ৰিটেইনে তেওঁলোকৰ পৰম্পৰা ৰক্ষা কৰি সাহসেৰে ন্যায় আৰু ধৰ্মৰ খাতিৰত যুদ্ধত অংশগ্ৰহণ কৰিব লগা হৈছে। নিশ্চয়কৈ তেওঁলোকৰ জয় হ'ব। তথাপি এই যুদ্ধত জয়ৰ বাবে সম্ৰাটে অশেষ কষ্ট আৰু ত্যাগ স্বীকাৰ কৰিব লাগিব। ব্ৰিটিছ সম্ৰাটৰ প্ৰজা হিচাপে আমি সকলোৱে এই দুৰ্যোগৰ সময়ত একেলগে থিয় হ'ব লাগিব। আমি সকলো ভাৰতীয়ই এক হৈ ব্ৰিটিছ ৰাজত্বৰ প্ৰতি সমৰ্থন দিব লাগিব। কাৰণ এই সময়ত আটাইতকৈ আৱশ্যকীয় দিশ হ'ল আমাৰ একতা। ভাৰতৰ বিভিন্ন জাতি, সম্প্ৰদায়ে এজন মানুহ হিচাপে অন্তৰেৰে আমি আমাৰ সম্ৰাটৰ প্ৰতি আনুগত্য প্ৰকাশ কৰিব লাগিব। কাৰণ সম্ৰাটৰ বদান্যতাৰ বাবে আমাৰ দেশখন ক্ৰমাগতভাৱে উন্নতিৰ পিনে ধাবিত হৈছে। মই বিশ্বাস কৰো এই জটিল মুহূৰ্তত সকলোৱে চৰকাৰৰ প্ৰতি আনুগত্য প্ৰকাশ কৰিব আৰু এইক্ষেত্ৰত চৰকাৰৰ বিজয় কামনা কৰিব, যাতে চৰকাৰে অন্যায়ৰ বিৰুদ্ধে গৌৰৱেৰে জয়লাভ কৰিব পাৰে। এইখিনি কথাৰে ভগবানৰ ওচৰত ব্ৰিটিছ সেনাবাহিনীৰ ন্যায় যুদ্ধৰ জয় কামনা কৰি মই এই প্ৰস্তাৱ সমৰ্থন কৰিলো।'—ৰায়বাহাদুৰ সীতামোহন দাসে কৈছিল।

ইয়াৰ পাছত নলিনীকান্ত ৰয় দস্তিদাৰ, মাণিক চন্দ্ৰ বৰুৱা, বাবু ৰমণীমোহন দাসে কেৱল সমৰ্থনসূচক বাক্যৰে প্ৰস্তাৱটোৰ সমৰ্থন জনাইছিল।

এইক্ষেত্ৰত মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাই কোৱা কথাখিনি আছিল বিশেষ তাৎপৰ্যপূৰ্ণ। তেওঁ চন্দৰ প্ৰস্তাৱৰ প্ৰতি সমৰ্থন জনোৱাৰ উপৰি অসমৰ মুছলমানসকলৰ অনুভূতি সম্পৰ্কতো সকলো কথা মুকলিকৈ ব্যক্ত কৰিছিল। সেই সময়লৈ ধৰ্মৰ ভিন্নতাই অসম তথা ভাৰতৰ জনসাধাৰণক বিশেষ প্ৰভাৱিত কৰা নাছিল। ছাদুল্লাৰ ভাষণত তাৰ চানেকী আমি দেখোঁ। তেওঁৰ এই ভাষণ দীঘলীয়া যদিও আমি ইয়াৰ সিংহভাগ উল্লেখ কৰিলো। ছাদুল্লাই কৈছিল—'কেইসপ্তাহমান আগেয়ে আমাৰ অগ্ৰণী মুছলমান সম্প্ৰদায়ৰ প্ৰতিনিধিসকলে এই সভাঘৰতে শিক্ষা বিষয়ক সন্মিলনত লগ লাগিছিলো। ইয়াতে সকলোৱে আমাৰ সম্প্ৰদায়ৰ হৈ যুদ্ধ সম্পৰ্কত প্ৰস্তাৱ গ্ৰহণ কৰিছিলো। এই প্ৰস্তাৱত আমাৰ সম্প্ৰদায়ৰ চৰকাৰৰ প্ৰতি থকা আনুগত্য স্পষ্ট ৰূপত উল্লেখ কৰা হৈছিল। এটা সময়ত আমি সকলোৱে তুৰস্কৰ মনোভাৱক সমৰ্থন কৰিছিলো। আমি আশা কৰিছিলো তুৰস্কই নিৰপেক্ষ ভূমিকা গ্ৰহণ কৰিব। তুৰস্কৰ যুদ্ধৰ প্ৰতি বেলেগ ধৰণৰ আসক্তি আছিল যদিও তেওঁলোক ইংলেণ্ডৰ পক্ষত থাকিব লাগিছিল। কাৰণ ক্ৰিমিয়াৰ যুদ্ধৰ সময়ৰে পৰা ইংলেণ্ডৰ লগত তুৰস্কৰ বন্ধুত্ব আছিল। কিন্তু নভবাকৈয়ে তুৰস্কই এই যুদ্ধত জড়িত হ'ল। আমাৰ বাবে আটাইতকৈ দুখৰ বিষয়টো হ'ল তুৰস্কই জাৰ্মানী আৰু অষ্ট্ৰিয়াৰ লগ লাগিছে আৰু ইংলেণ্ড আৰু মিত্ৰগোষ্ঠীৰ বিপক্ষে যুদ্ধত অৱতীৰ্ণ হৈছে। ইয়ে সমগ্ৰ মুছলমান সম্প্ৰদায়কে ক্ষুব্ধ কৰি তুলিছে। মহাশয়, এই প্ৰদেশৰ সমুদায় মুছলমান লোকৰ হৈ আপোনাক আমি প্ৰতিশ্ৰুতি দিছো যে আমাৰ আপোনাৰ প্ৰতি থকা আনুগত্য এচুলিমানো হীন-দেঢ়ি নহয়। যেনেকৈ আমাৰ সহায় বিচাৰে, তেনেকৈ আমি সকলোৱে ব্ৰিটিছ চৰকাৰক সহায় কৰিবলৈ সাজু আছো। আমাৰ এই মনোভাৱৰ বিষয়ে আমি পূৰ্বতেও বিভিন্ন সভা-সমিতিত প্ৰকাশ কৰিছো। দূৰণিৰ প্ৰান্তৰ এই অঞ্চলৰ মুছলমান সম্প্ৰদায়ে ইংলেণ্ডে তুৰস্কৰ লগত যুদ্ধ এৰাই চলাৰ বাবে চলোৱা প্ৰচেষ্টাৰ বাবেও ধন্যবাদ জ্ঞাপন কৰিছে। আমাৰ সম্প্ৰদায়ে বৰ্তমানৰ যুদ্ধখন ধৰ্মীয় যুদ্ধ নহয় বুলিও ইতিমধ্যে অনুভৱ কৰিছে। এই যুদ্ধত প্ৰকৃততে যুদ্ধৰ তৰোৱাল ইংলেণ্ডৰ হাতত অৰ্পণ কৰাৰ লেখীয়া হোৱা বুলি আমাৰ সম্প্ৰদায়ে ভাবে। তুৰস্কৰ প্ৰতি ব্ৰিটিছ সহানুভূতিশীল হোৱা সত্ত্বেও জাৰ্মানীৰ কূট-কৌশল আৰু প্ৰৰোচনাত পৰি দেশখনে কৰা আক্ৰমণ সঁচাকৈয়ে দুঃখজনক। আমাৰ মুছলমান সম্প্ৰদায়ে মহামান্য চৰকাৰৰ লগতে ভাইচৰয়ৰ প্ৰতি কৃতজ্ঞতা

জ্ঞাপন কৰিছে, বিশেষকৈ আৰব আৰু মেছোপোটামিয়াৰ দৰে ধৰ্মীয় স্থানসমূহত ব্ৰিটিছ চৰকাৰে দেখুওৱা ধৰ্মীয় সহানুভূতিৰ বাবে। ধৰ্মীয় অনুষ্ঠানত আক্ৰমণ, বলাৎকাৰ আদি কৰা নহয় বুলি কৰা ঘোষণাৰ বাবে সকলোৱে চৰকাৰলৈ শ্ৰদ্ধা নিবেদিছে। মই মোৰ কৰ্তব্যৰ প্ৰতি অৱহেলা কৰা হ'ব যদি দুয়োখন উপত্যকাৰ মুছলমান সম্প্ৰদায়ে যুদ্ধ সংক্ৰান্তত তেওঁলোকৰ মাজত গঢ়ি উঠা চৰকাৰৰ প্ৰতি থকা আনুগত্য আৰু প্ৰতিশ্ৰুতি মই ইয়াত প্ৰকাশ নকৰো। সেয়ে আপোনাৰ অনুমতি লৈ তেওঁলোকে লোৱা প্ৰতিশ্ৰুতিৰ প্ৰস্তাৱ ইয়াত উল্লেখ কৰিলো ঃ

'The Muslims of this Province beg respectfully to assure Government of their traditional devotion to His Majesty the King-Emperor and their readiness to be of use in any capacity to the British Empire, and they deplore the action of Turkey in ranging herself on the side of England's foes, which they view with strong disapproval and pray to God that good sense will ultimately prevail with those who are at the helm of Turkey.

The Muslims express their deep and heartfelt gratitude to His Majesty's Government and His Excellency the Viceroy for the declaration made in regard to the holy places of Arabia and Mesopotamia in the Official Communique.'

ইয়াৰ পাছতে ব্যৱস্থাপক সভাৰ সভাপতি মুখ্য আয়ুক্তই প্ৰস্তাৱক আৰু সমৰ্থকসকলক ধন্যবাদ জনাইছিল। তেওঁ লগতে ছাদুল্লাই সকলো মুছলমান সম্প্ৰদায়ৰ হকে চৰকাৰলৈ দিয়া প্ৰতিশ্ৰুতিৰ বাবে ধন্যবাদ জনাই কৈছিল—'কিছুমানৰ মতে ভাৰতবৰ্ষৰ মুছলমান সম্প্ৰদায় আৰু তুৰস্কৰ মুছলমানসকল এক পিতৃৰ দুই সন্তানৰ দৰে। ব্ৰিটিছ আৰু তুৰস্কৰ সংঘাত মোৰ মতে আমি পুৰণি বন্ধুৱে নতুনকৈ কাজিয়া আৰম্ভ কৰাৰ লেখীয়া কথা। কাৰণ আমি পূৰ্বতে আমাৰ শত্ৰুৰ বিপক্ষে একেলগে যুদ্ধ কৰিছিলো। নিঃসন্দেহে মুছলমান সম্প্ৰদায়ে দিয়া প্ৰতিশ্ৰুতি আমি গ্ৰহণ কৰিছো আৰু মাননীয় সদস্যসকলে বিচৰাৰ দৰে এই প্ৰস্তাৱৰ প্ৰতিলিপি যথাস্থানলৈ প্ৰেৰণ কৰা হ'ব।'

১৯১৫ চনৰ ১৩ মাৰ্চত দাখিল কৰা ১৯১৫-১৬ চনৰ সংশোধিত বিত্তীয় বিৱৰণীত ব'থামে কৈছিল যে যুদ্ধৰ বাবে ৰাজ্যখনত ৰাজহ বৃদ্ধি কৰাৰ ক্ষেত্ৰত সেই সময়ত বহু বাধাৰ সৃষ্টি হৈছিল। ৰাজহৰ সৰহভাগ ধন অতিৰিক্তভাৱে ব্যয় কৰিব লগীয়া হৈছিল দৰমহাৰ বাবে। ফলত প্ৰশাসনিক যন্ত্ৰ আৰু পূৰ্বৰ নিৰ্ধাৰিত চৰকাৰী কাম-কাজতে চৰকাৰ সীমাবদ্ধ থাকিব লগীয়া হৈছিল। তেওঁ লগতে উল্লেখ কৰিছিল যে কেৱল যুদ্ধৰ বাবে ৰাজহ সংকুচিত হোৱা নাছিল, ইয়াৰ অন্য কাৰণো আছিল। সিদিনাৰ সভাতে ইংৰাজ বিষয়া পি চি এলেনে আৰক্ষী বিভাগ সন্দৰ্ভত বক্তৃতা প্ৰদান কৰিছিল। তেওঁ জনাইছিল যে চৰকাৰে পূৰ্বতে মিলিটাৰী পুলিচৰ ক্ষেত্ৰত খৰচৰ পৰিমাণ লাখ টকাতকৈ কম হ'ব বুলি অনুমান কৰিছিল। সেই সময়ত বহুসংখ্যক পুলিচ বেটেলিয়নৰ পৰা নি নিয়মীয়া সৈন্যবাহিনীত ভৰ্তি কৰোৱা হৈছিল। '৫০০জন পুলিচে ইতিমধ্যে নিয়মীয়া সৈন্যবাহিনীত যোগদান কৰিছে আৰু ৩০০জনে সোনকালে যোগদান কৰিব। তেওঁলোকৰ খালী পদসমূহ পূৰণ কৰা হ'ব যদিও সোনকালে সম্ভৱপৰ নহ'ব। ব্যৱস্থাপক সভাই জানি আনন্দিত হ'ব যে আমাৰ মিলিটেৰী পুলিচসকলক এই যুদ্ধত অংশগ্ৰহণ কৰাৰ বাবে অনুমতি দিয়া হৈছে আৰু ইয়াৰ বাবে পশ্চিমলৈ যাবলৈ নিৰ্দেশ দিয়া হৈছে। আমাৰ দুজন সামৰিক বিষয়া মেজৰ ব্লিছ আৰু কেপ্টেইন গ্ৰাহামে সমুখ সমৰত যুঁজি সাহসেৰে নিজৰ জীৱন উছৰ্গা কৰিছে। আমাৰ ইয়াৰ পৰা যোৱা

চিপাহীসকলে যুদ্ধ কৰিছে নে নাই আমি জানিব পৰা নাই। কিন্তু কিছুমানৰ মতে ফ্ৰান্সত উপস্থিত হোৱা আমাৰ পুলিচসকলক গোৰ্খা ৰেজিমেণ্টত যোগদান কৰিবলৈ সুবিধা দিয়া হ'ব। পৰিবহণ বিভাগৰ তাত থকা কেপ্টেইনজনে আমাৰ ছিগনেলাৰসকলৰ সেৱাক ভূয়সী প্ৰশংসা কৰিছে। আমাৰ সদস্যসকলে জানে যে মিলিটেৰী পুলিচৰ ওপৰত আমাৰ সীমান্তৰ দায়িত্ব অৰ্পণ কৰা হৈছে আৰু তেওঁলোকে ইউৰোপৰ যুদ্ধক্ষেত্ৰত নিশ্চয় অতুলনীয় সেৱা আগ বঢ়াইছে।' — 'মহাসমৰত আৰক্ষীৰ ভূমিকা সম্পৰ্কে ব্যাখ্যা কৰি এ ডব্লিউ ব'থামে এনেদৰে উল্লেখ কৰিছিল।

১৯১৫ চনৰ ৯ এপ্ৰিলত বহা ব্যৱস্থাপক সভাতো মহাসমৰৰ ঘটনা-পৰিঘটনাসমূহে বিশেষ স্থান অধিকাৰ কৰিছিল। ব্ৰিটিছ বিষয়াসকলে চৰকাৰৰ পদক্ষেপ ইত্যাদিৰ বিষয়ে ব্যাখ্যা কৰাৰ বিপৰীতে অসম তথা ছিলেটৰ প্ৰতিনিধিসকলে বিভিন্ন পৰামৰ্শ আগ বঢ়াই চৰকাৰক উৎসাহিত কৰিবলৈ যত্ন কৰিছিল। কামিনী কুমাৰ চন্দই সকলোৰে দৃষ্টি যুদ্ধকেন্দ্ৰিক হৈ পৰা বুলি মন্তব্য কৰি যুদ্ধখন মানৱ সভ্যতাৰ প্ৰতি ভাবুকি বুলি উল্লেখ কৰিছিল। ভাষণত তেওঁ মন্তব্য কৰিছিল আধুনিক কুৰুক্ষেত্ৰখনে পৌৰাণিক কুৰুক্ষেত্ৰক চেৰ পেলোৱা বুলি। 'এই যুদ্ধত হোৱা হত্যা আৰু ধ্বংসলীলা দেখি সকলোৰে অন্তৰাত্মা সচকিত হৈছে। ভগৱানক প্ৰাৰ্থনা কৰিছো এই অন্ধকাৰ পৰিস্থিতিৰ পৰা আমাক ৰক্ষা কৰক। হে ভগৱান, তুমি আমাক পোহৰ দিয়া। আজি এই হত্যা আৰু ধ্বংসলীলা দেখি মোৰ মনত ধাৰণা হৈছে— 'Is this the land of Goethe, of Schiller, of Beethoven, which is preaching and carrying into execution such inhuman principles?' One universal prayer goes forth to the seat of the Almighty the Lord of Hosts and cries out to Him to step in and save the world and show a ray of His divine light to His erring children. যুদ্ধৰ ফলত গোটেই সভ্য জগতৰ সীমাহীন ক্ষতি হৈছে। যুদ্ধৰ প্ৰকৃত অঞ্চলৰ পৰা আমি হাজাৰ মাইল দূৰত আছো যদিও যুদ্ধৰ ফলত ধনী-দুখীয়া, উচ্চ-নীচ সকলোৱে ক্ষতিগ্ৰস্ত হৈছে। যুদ্ধই কি পৰিমাণৰ ক্ষতি কৰিছে সেই সম্পৰ্কে হিচাপ কৰাটো সম্ভৱ নহয়। আমাৰ প্ৰদেশৰ বাজেটতো উল্লেখ কৰা হৈছে যে যুদ্ধৰ ফলত আমি ক্ষতিগ্ৰস্ত হৈছো। কেবাখনো গুৰুত্বপূৰ্ণ আঁচনি আমি বন্ধ ৰাখিব লগীয়া হৈছে। কোনেও ক'ব নোৱাৰে কেতিয়ালৈ পৰিস্থিতি শুধৰিব আৰু কেতিয়ালৈকে আমাৰ এই প্ৰদেশখনৰ উন্নয়ন হ'ব। যুদ্ধ সম্পৰ্কত দুই ধৰণৰ সমালোচনামূলক মন্তব্য আমি শুনি আহিছো। ভুল ধাৰণাৰ বশৱৰ্তী হৈ দুয়োটা মন্তব্য কৰা হৈছে। এটা সমালোচনা হৈছে— আমি যুদ্ধৰ বাবে কৰিব লগীয়া কৰ্তব্য পালন কৰা নাই আৰু যুদ্ধত আমাৰ অৱদান সামান্য। অন্য এটা সমালোচনা হ'ল যে যুদ্ধ সংক্ৰান্তত ভাৰতবৰ্ষই পুৰস্কাৰ পোৱা উচিত। দুয়োটা মতেই ভুল আৰু অশুদ্ধ ধাৰণাৰ ওপৰত প্ৰতিষ্ঠিত। প্ৰথমটো ধাৰণা হৈছে যে এই যুদ্ধত অন্য দেশতকৈ আমাৰ অৱদানৰ মূল্য তুলনামূলকভাৱে কম। ভাৰতবৰ্ষৰ অৱদান তুলনামূলকভাৱে কানাডাৰ নিচিনা ধনী দেশতকৈ কম হ'ব পাৰে। কিন্তু কানাডাৰ লগত ভাৰতবৰ্ষৰ নিচিনা এখন দুখীয়া দেশক তুলনা কৰাটো উচিত হোৱা নাই। এইক্ষেত্ৰত হোৱা সমালোচনাৰ বিৰুদ্ধে ইতিমধ্যে বিত্তমন্ত্ৰীগৰাকীয়ে প্ৰতিবাদ কৰি বক্তব্য আগ বঢ়াইছে। যুদ্ধত ভাৰতৰ অৱদানক লৈ মিঃ আৰ'টৰ সমালোচনাৰ উত্তৰ দি উইলিয়ম মেয়ৰে কৈছিল যে মাননীয় সদস্যগৰাকীয়ে যুদ্ধত ভাৰতৰ অৱদানক লৈ কৰা সমালোচনা শুনিবলৈ তেওঁ ইচ্ছুক নহয়। মই মাননীয় সদস্যসকলক মনত পেলাই দিব খুজিছো যে ভাৰতৰ অৱদান সোণ-ৰূপতকৈও বেছি মূল্যবান। ভাৰতবৰ্ষই দুই লাখ প্ৰশিক্ষিত সৈন্য দিছে। তদুপৰি ভাৰতে যুদ্ধৰ খাৰ-বাৰুদ আৰু অন্যান্য সামগ্ৰীও যোগান ধৰিছে। ভাৰতবৰ্ষই ভৰাতকৈ বেছি অৱদান আগ বঢ়াইছে। মাননীয় সদস্যগৰাকীয়ে উপলব্ধি কৰা উচিত— ভাৰতীয় সৈন্যবাহিনী

আৰু ভাৰতৰ পৰা সৰবৰাহ্ কৰা যুদ্ধৰ সামগ্ৰীয়ে বৰ্তমান অৱস্থাত যুদ্ধত নিৰ্ণায়ক স্থিতি পোৱাত যথেষ্ট সহায়ক হৈছে।' তেওঁ ভাৰতবৰ্ষৰ অৱদান কম বুলি কোৱা সমালোচনাক মুঠেও গ্ৰহণ কৰিবলৈ ইচ্ছুক নাছিল।

আনহাতে, যুদ্ধত ভাৰতে যোগোৱা অৱদানৰ বাবে পুৰস্কৃত কৰিব লাগে বুলি চলোৱা প্ৰচাৰ কেৱল ভ্ৰান্ত ধাৰণাৰ বাদে অন্য একো নহয় বুলিও চন্দই উল্লেখ কৰিছিল। ভাৰতে ইংলেণ্ডক যুদ্ধত যিমানখিনি সহায় কৰিছিল, তাতকৈ ইংলেণ্ডে ভাৰতক বেছি সহায় কৰা বুলিও কৈছিল। 'মহান সাম্ৰাজ্য ৰক্ষণাবেক্ষণ কৰাৰ ক্ষেত্ৰত প্ৰতিখন তলতীয়া দেশৰে কৰ্তব্য আছে। আমাৰ দেশে আগ বঢ়োৱা অৱদান নিশ্চয় অন্যতকৈ কম যদিও আমি সাধ্যানুসাৰে সাম্ৰাজ্যক ৰক্ষা কৰাৰ ক্ষেত্ৰত আমাৰ কৰ্তব্য পালন কৰিছো। আমাক এইক্ষেত্ৰত পুৰস্কৃত কৰাৰ কোনো প্ৰশ্ন উত্থাপন হ'ব নোৱাৰে। আমি যি কৰিছো সেয়া নিজৰ স্বাৰ্থত আৰু নিজক ৰক্ষা কৰিবলৈহে কৰিছো। কিছুমানে আমাক 'দোলাভাৰী' বুলি আখ্যা দিছে। এইটো একেবাৰে অসত্য আৰু ভুল ধাৰণা। ইয়াত কোনো মান-সন্মানৰ প্ৰশ্ন নাই। এইক্ষেত্ৰত সকলোৱে নিজৰ সামৰ্থ্য অনুসৰি কাম কৰা উচিত। কোনো এজন আঘাতপ্ৰাপ্ত সেনাক কঢ়িয়াই অনাটো বন্দুকেৰে যুদ্ধত অংশগ্ৰহণ কৰাৰ দৰে গুৰুত্বপূৰ্ণ। যুদ্ধত দুয়োটা কামেই দৰকাৰী। সেই কাৰণে ভাৰতীয় স্বেচ্ছাসেৱকসকলে এম্বুলেন্স বাহিনীৰ দায়িত্ব গ্ৰহণ কৰাত কোনো ধৰণৰ বিসংগতি থকাৰ থল নাই। যদি এই কামৰ দ্বাৰা আমাৰ সেনাবাহিনীক দুৰ্বল বুলি প্ৰচাৰ চলোৱা হৈছে, সেইটো গৰিহণাৰ যোগ্য। মই ভাবো, এনে ধাৰণা লোৱাটো উচিত নহয়। যদি আমাক সম্ৰাটৰ সেনাবাহিনীৰ অংশীদাৰ হিচাপে গণ্য নকৰিলেহেঁতেন নতুবা এটা গুৰুত্বপূৰ্ণ অংশীদাৰ হিচাপে স্বীকৃতি নিদিলেহেঁতেন, তেতিয়াহ'লে বিষয়টো সুকীয়া আছিল। আমাৰ শাস্ত্ৰই দেখুৱাই যোৱা নিষ্কাম ধৰ্মৰ কথা মই মনত পেলাই দিব খুজিছো। ইয়াত উল্লেখ কৰা হৈছে— তুমি তোমাৰ কৰ্তব্য পালন কৰি যোৱা। কেতিয়াও ইয়াৰ পৰা ফলাফল প্ৰত্যাশা নকৰিবা।'

পদ্মনাথ গোহাঞিবৰুৱাই তেওঁৰ ভাষণত কৈছিল যে যদিও যুদ্ধ সমাজৰ বাবে অভিশাপ, তথাপি যুদ্ধক সকলো সময়তে বেয়া বুলি অনুভৱ কৰাটো উচিত নহয়। কাৰণ যুদ্ধৰ ফলত ঔদ্যোগিক বিকাশৰ সুবিধাও ঠন ধৰি উঠে।

মহম্মদ ছাদুল্লাই তেওঁৰ ভাষণত কৈছিল যে যুদ্ধৰ ফলত সৃষ্টি হোৱা অৰ্থনৈতিক সংকট তথা জাৰ্মানীৰ লগত থকা ব্যৱসায়িক সম্পৰ্ক বন্ধ হোৱাৰ পৰিণতিত স্থানীয় উদ্যোগসমূহ নতুনকৈ গঢ়ি তোলাৰ আৱশ্যকতা অপৰিহাৰ্য হৈ পৰিছিল। অসমৰ প্ৰশাসনে কি কৰিছে সেই কথা নজনা বুলি উল্লেখ কৰি তেওঁ থলুৱা এৰী উদ্যোগৰ প্ৰতি গুৰুত্ব দিয়া উচিত বুলি মন্তব্য কৰিছিল। 'জাৰ্মানী আৰু অষ্ট্ৰিয়াৰ পৰা অহা উলৰ কাপোৰৰ ঠাই এৰীয়ে ল'ব পাৰে। ইয়াৰ ফলত স্থানীয় বস্ত্ৰ উদ্যোগ পুনৰুজ্জীৱিত হ'ব। তদুপৰি চৰকাৰে আমাৰ এই প্ৰদেশৰ পৰা লা ৰপ্তানি কৰিব পাৰে। চৰকাৰে উদ্যোগ স্থাপন কৰাৰ অৰ্থই হ'ব ঔদ্যোগিক দিশত জাৰ্মানসকলৰ মনোবল হ্ৰাস কৰা।' —ছাদুল্লাই কৈছিল।

মাণিক চন্দ্ৰ বৰুৱাই তেওঁৰ ভাষণ ইউৰোপত অব্যাহত থকা ভয়ানক যুদ্ধই সকলোৰে মন চিন্তিত কৰি তোলা বুলি উল্লেখ কৰিছিল। এই যুদ্ধ দুৰ্ভাগ্যৰ প্ৰতীক বুলিও অভিহিত কৰিছিল তেওঁ। যুদ্ধই মূল্যবান জীৱন আৰু সম্পত্তি ধ্বংস কৰাই নহয়, ইয়াৰ ফলত সাময়িকভাৱে ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰতো দেশক প্ৰভূত ক্ষতি কৰিছিল। এইবোৰ কথাত তেওঁ আক্ষেপ কৰিছিল। অসমীয়া মানুহৰ মনোভাব ব্যক্ত কৰিবলৈ গৈ মাণিক চন্দ্ৰই কৈছিল— 'সম্ৰাট আৰু সাম্ৰাজ্ঞীৰ লগতে সিংহাসনৰ প্ৰতি *আমাৰ আনুগত্য, জনসাধাৰণৰ শ্ৰদ্ধা আছে। গ্ৰেট ব্ৰিটেইন আৰু ভাৰতৰ স্বাৰ্থ এইক্ষেত্ৰত একেই।*

আজি ভাৰতীয় সেনাবাহিনীয়ে ব্ৰিটিছ সৈন্যৰ লগত কান্ধত কান্ধ মিলাই শত্ৰুৰ বিৰুদ্ধে যুঁজিছে। নিঃসন্দেহে ইয়াৰ দ্বাৰাই পূব আৰু পশ্চিমৰ মিলন শক্তিশালী হৈছে। ভাৰতৰ বিভিন্ন ঠাইত যুদ্ধৰ সমৰ্থনত সভা-সমিতি হৈছে। ধন-জনৰ দৰে সকলো সম্পদ বিভিন্ন ৰাজ্য আৰু ব্যক্তিয়ে চৰকাৰৰ ওচৰত সমৰ্পণ কৰিছে। আমি অসমীয়াসকলেও আনুগত্য প্ৰকাশ কৰি সভা-সমিতি কৰিছো। কাৰণ আনুগত্য আমাৰ সহজাত প্ৰবৃত্তি। আন্তঃৰাষ্ট্ৰীয় আইনৰ পবিত্ৰতা ৰক্ষা কৰিবলৈ গৈ গ্ৰেট ব্ৰিটেইন এই যুদ্ধত জড়িত হ'ব লগা হৈছে। গ্ৰেট ব্ৰিটেইন যুদ্ধত জড়িত হোৱা কাৰণ ন্যায়সংগত। অৱশ্যে এদিন সত্যৰ জয় হ'বই।'

সভাপতিয়ে তেওঁৰ মন্তব্যত যুদ্ধৰ ক্ষেত্ৰত অসমে আগ বঢ়োৱা সহায় আৰু সাহায্যৰ কথা উল্লেখ কৰিছিল আৰু ইয়াৰ বাবে ভূয়সী প্ৰশংসা কৰিছিল। সেই সময়লৈকে পাঁচ শ মিলিটাৰী-পুলিচক সেৱাত লগোৱা হৈছিল। তদুপৰি ২৫০জন মিলিটাৰী-পুলিচ পঠিওৱাৰ বাবে সাজু কৰি ৰখাৰ কথাও তেওঁ অৱগত কৰিছিল। 'মাননীয় সদস্যসকলে জানি সুখী হ'ব যে তেওঁলোকে আগ বঢ়োৱা সেৱা সম্পৰ্কে সুন্দৰ প্ৰতিবেদন আমি পাইছো আৰু যিমান পাৰো সিমান মিলিটাৰী-পুলিচ পঠিওৱাৰ ব্যৱস্থা কৰিছো। তদুপৰি বিভিন্ন সেৱাৰ কেবাজনো বিষয়াক ভাৰতীয়সকলৰ বাবে সংৰক্ষিত সৈন্যবাহিনীৰ সেৱাত যোগদানৰ বাবে অনুমতি দিয়া হৈছে। এই সময়ছোৱাত এই প্ৰশাসনে নিশ্চয় কাৰ্যকৰীভাৱে দায়িত্ব পালন কৰিব পাৰিব। প্ৰয়োজন অনুসাৰে আৰু কিছু বিষয়াক যোগদান কৰিবলৈ দিয়া হ'ব। চাহ উদ্যোগ, অন্য উদ্যোগ তথা ৰে'ল বিভাগেও যথেষ্ট সহায় কৰিছে। যিসকল লোকে সংৰক্ষিত বাহিনীত যোগদান কৰিব খোজে, তেওঁলোকক ইতিমধ্যে পঠিওৱা হৈছে। এইক্ষেত্ৰত চৰকাৰে পুনৰবাৰ উদ্যোগখণ্ডক আৰু ৰে'ল বিভাগক ধন্যবাদ জনাইছে। যুদ্ধৰ সাহায্য পুঁজিত এই প্ৰদেশৰ লোকসকলে সামৰ্থ্য অনুযায়ী সাহায্য আগ বঢ়াইছে। এই সাহায্য কিছুমানে ভাৰতীয় সাহায্য পুঁজিত আৰু কিছুমানে ছেইণ্ট জনছ এম্বুলেঞ্চ ফাণ্ডলৈ আগ বঢ়াইছে। কিছু সাহায্য বেলজিয়াম পুঁজিলৈ পোনপটীয়াকৈ পঠিওৱা হৈছে। এইক্ষেত্ৰত মই মনত পেলাই দিব খুজিছো যে ভাৰতীয় সাহায্য পুঁজিয়ে যুদ্ধত যথেষ্ট অৰিহণা যোগাইছে আৰু ভৱিষ্যতে এনেধৰণৰ সাহায্যৰ আৱশ্যকতা আছে। আমাৰ লগতে সাধ্যানুযায়ী বিভিন্নজনে যুদ্ধলৈ ধন আগ বঢ়াইছে। তথাপি মই আপোনালোকক আকৌ সকীয়াই দিব খুজিছো যে আপোনালোকৰ বদান্যতা ভাৰতীয় সাহায্য পুঁজি আৰু ছেইণ্ট জনছ এম্বুলেঞ্চ পুঁজিত আৰু প্ৰয়োজন হ'ব।' কিছু দীঘলীয়া হ'লেও সভাপতিৰ এই উক্তি উদ্ধৃত কৰা হ'ল।

১৯১৫ চনৰ ৫ নৱেম্বৰত বহা ব্যৱস্থাপক সভাৰ সভাপতি ছাৰ আৰ্চডেল আৰ্লে তেওঁৰ ভাষণত পুনৰ যুদ্ধ সংক্ৰান্তীয় বিষয় উত্থাপন কৰি যুদ্ধৰ পৰিস্থিতি আৰু অসমে আগ বঢ়োৱা অৱদান সম্পৰ্কে উল্লেখ কৰিছিল। তেওঁ কৈছিল— 'মই আজিৰ এই অধিৱেশনলৈ আপোনালোকক আদৰি কেইআষাৰমান কথা উল্লেখ কৰিব খুজিছো। বৰ্তমান পৰিস্থিতিত যুদ্ধ আলোচনাৰ বিষয় হৈ পৰিছে। এইখিনিতে মাননীয় সদস্যসকলে শুনি সুখী হ'ব যে এই সংকটপূৰ্ণ মুহূৰ্তত এইখন প্ৰদেশে গুৰুত্বপূৰ্ণ ভূমিকা লোৱাৰ বাবে চেষ্টা কৰিছে। আমি প্ৰথমতে, নিয়মীয়া সৈন্যবাহিনীত যোগদান কৰাৰ সুবিধাৰ বাবে আমাৰ গোটেই পুলিচ বেটেলিয়ান নিয়মীয়া সেনাবাহিনীলৈ অৰ্পণ কৰিছো। আনহাতে আমাৰ হাতত থকা অন্য বেটেলিয়ান, যেনে— ১২৩ নং আউট ৰান ৰাইফলছে ইতিমধ্যে এহাজাৰ সৈন্যক যুদ্ধলৈ পঠিয়াইছে। আৰু অতি সোনকালে বেছিসংখ্যক সেনা পঠিওৱাৰ বাবে সাজু কৰি ৰখা হৈছে। তদুপৰি আমাৰ সৈনবাহিনীৰ শক্তি অটুট ৰখাৰ বাবে নতুনকৈ নিযুক্তি দিয়াৰ কথাও চিন্তা কৰা হৈছে। বহুসংখ্যক চৰকাৰী-বেচৰকাৰী বিষয়াক সংৰক্ষিত ভাৰতীয় সেনাবাহিনীত যোগদান কৰাৰ

বাবে সাজু কৰি ৰখা হৈছে।'

সেই সময়ত মিলিটাৰী-পুলিচৰ পৰা চৰকাৰে এহাজাৰ স্বেচ্ছাসেৱক পঠিয়াইছিল। সেই বছৰৰ নৱেম্বৰ আৰু জানুৱাৰী মাহৰ মাজভাগত দুটা দুশজনীয়া দলে যাত্ৰা কৰিব বুলি জানিবলৈ দিছিল সভাপতিয়ে। তদুপৰি দুজন হাবিলদাৰ, দুজন নায়ক, দুজন লেন্স কৰ্প'ৰেল, নজন চিপাহী ছিগনেলৰ কামৰ বাবে ফ্ৰান্স আৰু মেছোপটেমিয়ালৈ পঠিওৱা হৈছিল। প্ৰসংগক্ৰমে তেওঁ অসামৰিক বিষয়াসকলে ৰিক্ৰুইটিং বিষয়াসকলে কৰা সহায়ৰ বাবে ধন্যবাদ জনাইছিল। তেওঁ কৈছিল— 'আমি জানুৱাৰীৰ পিছত নিয়মীয়াকৈ সৈন্যবাহিনীৰ দল পঠিয়াব পাৰো। মই অহা বছৰৰ ভিতৰত অন্ততঃ আৰু এহাজাৰ মানুহ পঠিওৱাৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিছো। এইখিনি কৰিব পৰা যাব যদি আমি সময় মতে আমাৰ বাহিৰৰ গাঁথনি ঠিক কৰি ল'ব পাৰো।' অসমৰ মিলিটাৰী-পুলিচৰ শক্তি আছিল ৩,২০০জন। মিলিটাৰী-পুলিচসকলে আগ বঢ়োৱা সেৱাৰ বাবে সভাপতিয়ে ধন্যবাদ জনাইছিল । সেনাবাহিনীৰ কমাণ্ডাৰ-ইন-চীফে অসমবাসীক ধন্যবাদ দি এখন চিঠিও লিখিছিল। চিঠিখন এনে ধৰণৰ—'These men, His Excellency has obseved, have been of the greatest assistance in helping him to keep the Gurkha Battalions at the front up to strength. His Excellency concluded his letter by saying 'I fully realise what it has meant to you and the Assam Military Police to send so many of your best men to the assistance of the Indian Army in the time of its greatest need, and I am most grateful to you for what you have done.'

সভাপতিয়ে এই কথাখিনি অসমবাসীৰ বাবে অতি উৎসাহজনক আৰু আনন্দদায়ক বুলি বৰ্ণনা কৰিছিল। অসমৰ অসামৰিক পুলিচসকলো পিছপৰি থকা নাছিল। যুদ্ধক্ষেত্ৰত সহায়ৰ বাবে গোৰ্খা পুলিচসকলক পঠিওৱা হৈছিল। ৭৮জন গোৰ্খা অসামৰিক পুলিচে স্বেচ্ছাসেৱক হিচাপে কাম কৰাৰ তথ্যও সভাপতিয়ে সদৰী কৰিছিল। ৪০জন নিৰ্বাচিত হৈছিল অস্থায়ী (active) হিচাপে।

তেওঁ অসমে যোগান ধৰা মটৰ এম্বুলেন্সৰ তথ্যও দাঙি ধৰিছিল। এম্বুলেন্সসমূহ ভাৰতীয় আৰু ইউৰোপীয়ান মহিলাসকলে যোগান ধৰিছিল। অসমৰ মহিলাসকলে যোগান ধৰিছিল পাঁচখন এম্বুলেন্স। ইয়াৰে এখন আগ বঢ়াইছিল বিজনীৰ ৰাণীয়ে। যুদ্ধৰ বাবে দান-বৰঙণি সংগ্ৰহো অব্যাহত আছিল। মণিপুৰৰ ৰজাই চাৰিখন এম্বুলেন্স দিছিল। এই সকলো মিলি অসমৰ পৰা পাঁচখন এম্বুলেন্স সংগ্ৰহ হৈছিল। সভাপতিয়ে গৌৰৱেৰে এই তথ্য সদৰী কৰিছিল।

সেই সময়ৰ অসমৰ সামাজিক পৰিৱেশে বিশেষ অগ্ৰগতি লাভ কৰা নাছিল যদিও অসমৰ মহিলাসকল ৰেডক্ৰছৰ কাম-কাজত সেৱা আগ বঢ়োৱাত পিছপৰি থকা নাছিল। খিলঙৰ মহিলাসকলে এইক্ষেত্ৰত বহুখিনি ত্যাগ কৰাৰ কথাও ব্যৱস্থাপক সভাৰ ইতিহাসত পোৱা যায়। তদুপৰি স্বেচ্ছাসেৱক বিষয়াসকলৰ পত্নী আৰু অন্যান্য মহিলাসকলেও সামৰিক বাহিনীলৈ বিভিন্ন সামগ্ৰী পঠিয়াইছিল। অসমৰ সেনাসকলে কৰা ত্যাগক ভাইচৰয়েও প্ৰশংসা কৰিছিল। সেই সময়ত যুদ্ধ পুঁজিৰ ধন সংগ্ৰহৰ বাবে বিভিন্ন ধৰণৰ গান-বাজনাৰ লগতে সাংস্কৃতিক কাৰ্যসূচীৰ ব্যৱস্থাও গ্ৰহণ কৰিছিল। ফলস্বৰূপে যথেষ্ট ধন সংগ্ৰহ হৈছিল। প্ৰদেশখনৰ চৰকাৰী-বেচৰকাৰী বিষয়াসকলে সেই দুৰ্যোগৰ সময়ত কৰা সহায়ৰ বাবে সভাপতিয়ে সকলোকে ধন্যবাদ জনাইছিল।

১৯১৬ চনৰ ১৩ মাৰ্চত ব'থামে দাখিল কৰা সংশোধিত বিত্ত বিবৰণীত উল্লেখ কৰিছিল যে যুদ্ধৰ বাবে ৰাজকীয় চৰকাৰৰ লগত কোনো স্থায়ী, বিত্তীয় বন্দৱস্তি কৰাটো সম্ভৱ হোৱা নাছিল। এই ব্যৱস্থা ১৯১২ চনত গ্ৰহণ কৰা হৈছিল। পৰৱৰ্তী তিনি বছৰ ধৰি এই বন্দৱস্তি কাৰ্যকৰী হৈ

আছিল সম্পূর্ণ অস্থায়ীভাৱে। কিন্তু যুদ্ধ শেষ নোহোৱালৈকে কোনোধৰণৰ স্থায়ী নিৰ্দিষ্ট বন্দবস্ত সম্ভৱ নোহোৱাৰ কথাও ব'থামে উল্লেখ কৰিছিল। সিদিনাৰ সভাতে ডি হাৰবাৰ্ট উল্লেখ কৰিছিল মিলিটাৰী-পুলিচৰ ক্ষেত্ৰত বছৰটোত ধাৰ্য কৰা ধন ৭৫ লাখ টকাতকৈ কম বুলি। 'বহুসংখ্যক পুলিচে নিয়মীয়া আৰ্মিত যোগদান কৰিছে আৰু তেওঁলোকে এৰি থৈ যোৱা খালী পদসমূহ একে সময়তে পূৰণ কৰিব পৰা নাই। আমাৰ মিলিটাৰী-পুলিচৰ ক্ষমতা হ'ল ২,৮০০। ইয়াৰে ইতিমধ্যে ৮০০জনে নিয়মীয়া সৈন্যবাহিনীত যোগদান কৰিছে আৰু এই ৮০০জনৰ ভিতৰত ৫০০জন পঠিচ ১৯১৪-১৫ চনত পঠিওৱা হৈছে। ১৯১৫ চনৰ এপ্ৰিল মাহত আৰু ৩০০জনক পঠিওৱা হৈছে। ইয়াৰ পাছত ১৯১৬ চনৰ জানুৱাৰী মাহলৈকে সৰ্বমুঠ ১,৪০০ ৰাইফলছ আৰু ১৫জন ছিগনেলাৰ পঠিওৱা হৈছে। ২১৬জন চিপাহী এই মাহত পঠিওৱা হৈছে। তদুপৰি দুই মাহৰ মূৰে মূৰে ২০০জনকৈ মানুহ পঠিওৱা হ'ব। মিলিটাৰী-পুলিচৰ বেটেলিয়নত প্ৰশিক্ষণ আৰু নিযুক্তিৰ বাবে বৰ্তমান থকা বেটেলিযনৰ শক্তি অস্থায়ীভাৱে ভাৰত চৰকাৰৰ অনুমোদন সাপেক্ষে এহাজাৰলৈ বঢ়োৱা হৈছে। নিয়মীয়া মিলিটাৰী প্ৰশিক্ষণৰ বাবে হোৱা খৰচ মিলিটাৰীৰ বাবে নিৰ্ধাৰিত ধনৰ পৰা দিয়া হ'ব। মই জনাবলৈ পাই সুখী হৈছো যে মিলিটাৰী-পুলিচৰ নিযুক্তিৰ বাবে স্থানীয়ভাৱে আৰু দাৰ্জিলিঙৰ পৰা উৎসাহজনক সঁহাৰি পোৱা গৈছে। এইক্ষেত্ৰত অসমৰ জিলা বিষয়াসকলৰ পৰাও আমি সহায় পাইছো। ব্যৱস্থাপক সভা কৃতজ্ঞ আৰু আনন্দিত হ'ব যে যুদ্ধৰ খণ্ডৰ পৰা অহা প্ৰতিবেদন আমাৰ সেনাবাহিনীৰ ক্ষেত্ৰত যথেষ্ট উৎসাহজনক। আমাৰ পুলিচ-মিলিটাৰীসকলে যথেষ্ট দক্ষতাৰে তাত নিজৰ কৰ্তব্যত নিয়োজিত হৈ আছিছে। অলপতে গেজেটত প্ৰকাশ পাইছে যে দুজন নগা পাহাৰীয়া বেটেলিয়নৰ চিপাহীয়ে যি দুজন চিপাহী সৈন্যবাহিনীত যোগদান কৰিছিল, তেওঁলোকে দ্বিতীয় শ্ৰেণীৰ ইণ্ডিয়ান অৰ্ডাৰ অব্ মেৰিট, ফ্ৰান্স আৰু ফ্লেগুৰ্ছৰ যুদ্ধত দেখুওৱা সাহসিকতা আৰু কৰ্তব্যপৰায়ণতাৰ বাবে লাভ কৰিবলৈ সমৰ্থ হৈছে। আমাৰ ক্ষতিও হৈছে। যোৱা বছৰ মই উল্লেখ কৰিছিলো মেজৰ ব্লিছ আৰু কেপ্টেইন গ্ৰাহাম মৃত্যুমুখত পৰিছিল সাহসিকতাৰে দেশৰ কাৰণে যুদ্ধ কৰি। এইবাৰ কেপ্টেইন মেথিউ আৰু মেজৰ নিকোলয়ই যুদ্ধত নিহত হোৱা বুলি খবৰ পাইছো। তেওঁলোকৰ লগতে আমাৰ বহুজন লোকে যুদ্ধত প্ৰাণাহুতি দিছে। মণিপুৰৰ ৰাজাই বদান্যতা আৰু আনুগত্যৰে ৫০জন মণিপুৰৰ ৰাজিক পুলিচ আমাৰ প্ৰশাসনৰ হাতত অৰ্পণ কৰিছে। প্ৰয়োজনবোধে ইয়াৰ সংখ্যা বঢ়াব বুলিও উল্লেখ কৰিছে। এই পুলিচ বাহিনীটো শদিয়াত থকা লখিমপুৰ মিলিটাৰী-পুলিচ বেটেলিয়নৰ লগত ৰখা হৈছে। মই অলপতে পৰিদৰ্শন কালত দেখিছিলো তেওঁলোকৰ কৰ্তব্যপৰায়ণতা। তেওঁলোকৰ শাৰীৰিক গঠনো সুন্দৰ। তেওঁলোকে লখিমপুৰ পুলিচ-বেটেলিয়নৰ সাধাৰণ কাম-কাজত অংশগ্ৰহণ কৰিছিল। তেওঁলোক সম্পৰ্কে কেপ্টেইন লেনে উচ্চ প্ৰশংসা কৰিছিল।'—হাৰবাৰ্টে কৈছিল এনেদৰে।

১৯১৬ চনৰ ৬ এপ্ৰিলত তৰুণৰাম ফুকনে বাজেট বিতৰ্কত অংশগ্ৰহণ কৰি সভাপতিক উদ্দেশ্যি এইদৰে কৈছিল— 'আপোনাৰ সুদক্ষ নেতৃত্বৰ বাবে এই যুদ্ধত আমি ধন-জনেৰে সহায় কৰাৰ সুবিধা পোৱাৰ বাবে অতিশয় সন্তুষ্ট হৈছো। এই যুদ্ধ সম্পৰ্কে মহামান্য সম্ৰাটে উল্লেখ কৰা এষাৰ কথা মই পুনৰ উল্লেখ কৰিব খুজিছো— 'To confront and overthrow an unparalleled assault upon the continuity of civilization and the peace of mankind' আমি জানিবলৈ পাই আনন্দিত হৈছো যে যুদ্ধত আমাৰ এই প্ৰদেশৰ পৰা কিছুসংখ্যক অসমীয়া লোকেও অংশগ্ৰহণ কৰিছে। কিন্তু দুৰ্ভাগ্যবশতঃ তেওঁলোকক জাৰুৱাহু (Jharuas) বুলি উল্লেখ কৰা হৈছে। যদি চৰকাৰে আৰু কিছু উৎসাহজনক ব্যৱস্থা গ্ৰহণ কৰে, তেতিয়াহ'লে ইয়াৰ সংখ্যা আৰু বৃদ্ধি কৰিব পৰা যাব। আপুনি অসমীয়া ৰেজিমেণ্ট এটা গঠন কৰাৰ বিষয়ে পূৰ্বতে উল্লেখ কৰিছে

আৰু আমিও এই ৰেজিমেণ্ট গঠন হ'ব বুলি আশাৰে বাট চাই আছো। যদি আৰ্মছ এক্টৰ কঠোৰতা কিছু শিথিল কৰা হয়, তেতিয়াহ'লে সামৰিক বাহিনীত নিযুক্তিৰ ক্ষেত্ৰত উৎসাহজনক ফল পোৱা যাব। এইটো নিশ্চিত যে আমি আন্তৰিকতাৰে সকলো সময়তে সম্ৰাটৰ প্ৰতি আনুগত্য পোষণ কৰি আহিছো। সেয়ে আইনখনৰ ক্ষেত্ৰত কিছু সহজাত আৰু শিথিলকৰণ ব্যৱস্থা কৰিব বুলি আমি আশাবাদী। সামৰিক বাহিনীত যেতিয়ালৈকে যুদ্ধ শেষ নহয়, তেতিয়ালৈকে নিযুক্তি চলি থাকিব। এইক্ষেত্ৰত প্ৰতিজন আনুগত্যশীল নাগৰিকে তেওঁলোকে কৰিব পৰা সকলোখিনি কৰাটো দৰকাৰ। নিযুক্তিৰ ক্ষেত্ৰত কিছু দায়িত্বজ্ঞানহীনভাৱে কাম কৰা মোৰ চকুত পৰিছে। এইক্ষেত্ৰত কোনো দায়িত্বশীল বিষয়া নোহোৱাকৈ কেৱল চিপাহীৰ জৰিয়তে গাঁৱলৈ গৈ যদি নিযুক্তিৰ ব্যৱস্থা কৰা হয়, তাৰ ফলত দুৰ্ভাগ্যজনক পৰিস্থিতিৰ সৃষ্টি হ'ব। মোৰ সন্দেহ নাই যে কৰ্তৃপক্ষই ইয়াক বন্ধ কৰাৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিব।'

পদ্মনাথ গোহাঞিবৰুৱা আছিল ঐতিহ্য সচেতন। তেওঁ য'তেই সুবিধা পাইছিল ত'তেই অসম আৰু অসমীয়াৰ শৌৰ্য-বীৰ্যৰ কথা উল্লেখ কৰিছিল। সেইদিনাৰ সভাত তেওঁ জাতিৰ নামত সুকীয়া ৰেজিমেণ্ট এটা গঠন কৰিলে বহু অসমীয়া লোকে সামৰিক সেৱাত যোগদান কৰিব বুলি মন্তব্য কৰিছিল। 'পূৰ্বতে অসমত বিভিন্ন সামৰিক কলা-কৌশল জনা বিভিন্ন সম্প্ৰদায়ৰ যুঁজাৰু লোক আছিল। সেই ক্ষমতা ক্ৰমাগতভাৱে হ্ৰাস পাইছে। অসমীয়াসকলে ষোড়শ আৰু সপ্তদশ শতিকাত মুছলমানৰ বিৰুদ্ধে যুঁজাৰ কৃতিত্ব ইতিমধ্যে হেৰুৱাই পেলাইছে। যদি নতুনকৈ অসমীয়া ৰেজিমেণ্ট গঠন কৰা হয়, তেতিয়াহ'লে বিভিন্ন সম্প্ৰদায়ে তেওঁলোকৰ সুপ্ত সামৰিক শক্তি ওভোতাই পোৱাই নহয়, তেওঁলোকে ইউৰোপৰ যুদ্ধত অংশগ্ৰহণ কৰাৰ সুযোগো লাভ কৰিব পাৰিব।' — গোহাঞিবৰুৱাই কৈছিল।

ফণীধৰ চলিহাই তেওঁৰ ভাষণত উল্লেখ কৰিছিল— 'আমি বৰ আনন্দিত হৈছো। হাৰবাৰ্টৰ প্ৰতিবেদনত উল্লেখ কৰা হৈছে যে ১,৪০০ ৰাইফলছ্ আৰু ১৫জন ছিগনেলাৰক ১৯১৬ চনৰ জানুৱাৰীলৈ নিয়মীয়া সৈন্যবাহিনীৰ সেৱাৰ বাবে পঠিওৱা হৈছে। তদুপৰি নতুনকৈ আৰু এদল সেনাও পঠিওৱা হৈছে। দুজন চিপাহীয়ে ফ্ৰান্স আৰু ফ্ৰেগুৰ্হত দেখুওৱা সাহসিকতা আৰু কৰ্তব্যপৰায়ণতাৰ বাবে দ্বিতীয় শ্ৰেণীৰ 'ইণ্ডিয়ান অৰ্ডাৰ অব্ মেৰিট' পদক লাভ কৰিবলৈ সমৰ্থ হৈছে। আমি জানিবলৈ পাই গৌৰৱবোধ কৰিছো যে অসমীয়া বিভিন্ন শ্ৰেণীৰ যুঁজাৰু যাক 'জাৰুৱাছ' বুলি মিলিটাৰী পক্ষই উল্লেখ কৰিছে, তেওঁলোকক গোৰ্খা ৰেজিমেণ্টৰ লগত চামিল কৰি যুদ্ধত জড়িত কৰা হৈছে। এতিয়া মই পৰামৰ্শ আগ বঢ়াব খুজিছো এইবুলি যে সময় আহিছে অসমীয়া সুকীয়া ৰেজিমেণ্ট এটা গঠন কৰাৰ আৰু আশা কৰিছো যে সামৰিক বাহিনীত নিযুক্তিৰ ক্ষেত্ৰত অসমীয়া লোকক অৱজ্ঞা নকৰিব। মই মোৰ ভাষণ শেষ কৰাৰ আগেয়ে পুনৰ উল্লেখ কৰিব খুজিছো যে ইউৰোপৰ যুদ্ধই সকলো বিষয় তল পেলাইছে। ফলত সকলোপিনে আৰ্থিক ক্ষতিও হৈছে। এজাক বেয়া বতাহ বলিছে। এই বতাহৰ কোবত কোনো নতুন ফল আমি লাভ কৰিব নোৱাৰিম। কিন্তু এই যুদ্ধত ব্ৰিটিছ সম্ৰাটৰ সৈতে আমি সমভাৱে সুখ-দুখৰ অংশীদাৰ হোৱাৰ লগতে ব্ৰিটিছ সিংহাসনৰ প্ৰতি থকা আনুগত্য আৰু শ্ৰদ্ধা দেখুওৱাৰ সুযোগ পাইছো। আমি যুদ্ধ শেষ হোৱা সেই দিনটোলৈ অপেক্ষা কৰিছো। আশা ৰাখিছো সেই দিনলৈ বেছি দূৰ নাই। আমি নিশ্চিতভাৱে যুদ্ধত জয়লাভ কৰিম। কাৰণ আমি ন্যায়ৰ বাবে যুঁজিছো।'

বাবু ৰমণীমোহন দাসে তেওঁৰ ভাষণত কৈছিল— 'এতিয়া আমাৰ মন যুদ্ধই আচ্ছন্ন কৰি ৰাখিছে। এই যুদ্ধত ভাৰতীয়সকলে নিজৰ সাহস, বীৰত্ব ইয়াৰ সৈন্যবাহিনীৰ জৰিয়তে দেখুৱাবলৈ

সক্ষম হৈছে। এই যুদ্ধ হৈছে পৃথিৱীৰ আটাইতকৈ সংগঠিত সেনাবাহিনীৰ বিৰুদ্ধে। ভাৰতৰ সকলো অঞ্চলৰ জনসাধাৰণ ব্ৰিটিছ সিংহাসনৰ প্ৰতি আনুগত্যশীল। এই যুদ্ধই শুনে আনুগত্যক নতুন মাত্ৰা প্ৰদান কৰিলে। আমাৰ বাঙালীসকলেও শিখ আৰু পাঠানৰ দৰে মহামান্য সম্ৰাটৰ হকে যুঁজিবলৈ ইচ্ছুক। বহুসংখ্যক বাঙালী লোক সৈন্যবাহিনীত অন্তৰ্ভুক্ত হৈছে। তেওঁলোকে যাতে সাহস আৰু সততাৰে যুদ্ধত অংশগ্ৰহণ কৰিব পাৰে তাৰ বাবে ফ্ৰান্স চৰকাৰে পণ্ডিচেৰীত তেওঁলোকক সামৰিক প্ৰশিক্ষণ দি আছে। এই যুদ্ধই আমাক এটা কথা শিকাইছে—সেয়া হৈছে আমাৰ দেশৰ লোকসকলক সামৰিক বাহিনীত প্ৰশিক্ষণ দিয়া। এইক্ষেত্ৰত যদি মই ভুল কৰা নাই, তেতিয়াহ'লে মোৰ মত এই যে দেশৰ প্ৰতিজন নাগৰিকে কম-বেছি পৰিমাণে সামৰিক বাহিনী অৰ্থাৎ অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰৰ প্ৰশিক্ষণ গ্ৰহণ কৰা উচিত। ইয়ে নিজক আৰু নিজৰ সম্পত্তি ৰক্ষণাবেক্ষণ দিয়াৰ উপৰি জৰুৰী অৱস্থাত সহায়ক হ'ব।'

সভাপতি ছাৰ আৰ্চডেল আৰ্লে ভাষণত কৈছিল— 'যোৱা বছৰ মই প্ৰতিটো বিভাগত কি কি কাম হৈছিল, এই সম্পৰ্কে চমু খতিয়ান দাঙি ধৰিছো। কিন্তু যুদ্ধৰ বাবে হোৱা বিত্তীয় সংকটৰ বাবে এই বছৰ কিছু খেলিমেলি হৈছে। যিটো বিষয়ৰ আৱশ্যক আজি সৰ্বাধিক, সেই বিষয়টোতহে আমি অধিক গুৰুত্ব দিবলগীয়া হৈছে। প্ৰথমতে মই যুদ্ধ সম্পৰ্কে ক'ব খুজিছো— এই যুদ্ধত বৰ্তমান সময়লৈ ১,৬১৬জনতকৈও অধিক মিলিটাৰী পুলিচ পঠিওৱা হৈছে। তদুপৰি ১৫জন ছিগনেলাৰ আৰু প্ৰতি দুমাহৰ মূৰে মূৰে ২০০জনকৈ লোক পঠিওৱাৰ ব্যৱস্থা কৰা হৈছে। একেদৰে অসামৰিক পুলিচ ৩৯জন নিযুক্তি দিয়া হৈছে। ইতিমধ্যে সামৰিক সেৱাৰ বাবে দুটা নিয়মীয়া ৰেজিমেণ্ট সাজু কৰি ৰাখিছো। ৰাজ্যখনত সামৰিক বাহিনীত নিযুক্তি দিয়াৰ ক্ষেত্ৰত আশাপ্ৰদ ফল লাভ কৰিব পৰা হৈছে। ফেব্ৰুৱাৰী মাহৰ শেষলৈকে ৮৬২জন গোৰ্খা, ৩৭২জন অসমীয়া লোকক নিযুক্তি দিয়া হৈছে। নিযুক্তি দিয়া অসমীয়া লোকক 'জাৰুৱাছ' বুলি কোৱা হয়। এইটো আমাৰ প্ৰদেশখনৰ জনসাধাৰণৰ বাবে গৌৰৱৰ বিষয় যে এই প্ৰদেশৰ লোকসকলে সামৰিক বাহিনীৰ সেৱাত নিযুক্তি পাইছে। আমাৰ এজন সম্মানীয় সদস্যই উল্লেখ কৰিছে যে অসমীয়া ৰেজিমেণ্ট নাম দি সামৰিক পুলিচ বাহিনী গঠন কৰাটো উচিত। অসমীয়া লোকসকলে যুদ্ধক্ষেত্ৰত দেখুওৱা সাহসিকতা আৰু কৰ্তব্যপৰায়ণতাৰ প্ৰতি লক্ষ্য ৰাখি আমি এই পৰামৰ্শ বিবেচনা কৰিম যদিহে নিযুক্তিৰ বাবে যথেষ্টসংখ্যক লোক আগ বাঢ়ি আহে। কিন্তু যুদ্ধ শেষ নোহোৱালৈকে এইক্ষেত্ৰত আমি একো কৰিব নোৱাৰো। বৰ্তমানলৈ সামৰিক বাহিনীত অধিক লোক অংশগ্ৰহণ কৰা জিলাসমূহ হৈছে উত্তৰ-পূব ফ্ৰন্টিয়াৰ, কামৰূপ, গাৰো পাহাৰ আৰু লুচাই পাহাৰ জিলা। এইক্ষেত্ৰত জিলা বিষয়াসকলে আগ বঢ়োৱা সহায়-সহযোগিতাৰ বাবে তেখেতসকলক ধন্যবাদ জনাইছো।

ভাৰতীয় সংৰক্ষিত সেনাবিষয়াসকলৰ বাহিনীত যোগদানৰ বাবে ইচ্ছুক অসামৰিক বিষয়াসকলক ইতিমধ্যে সকলো সুযোগ প্ৰদান কৰা হৈছে। এতিয়ালৈকে ১৯জন বিষয়াই এইক্ষেত্ৰত চনদ-পত্ৰ পাইছে। এই প্ৰদেশৰ বেচৰকাৰী বিষয়াসকলৰ ফালৰ পৰা সৰ্বমুঠ ১২১জনে যোগদান কৰিছে।

এতিয়া মই যুদ্ধৰ সাহায্য সম্পৰ্কে আপোনালোকৰ দৃষ্টি আকৰ্ষণ কৰিব খুজিছো। ইতিমধ্যে লেডী আৰ্লৰ নেতৃত্বত ছেইণ্ট জনছ এম্বুলেন্স এছ'চিয়েচনে সংগ্ৰহ কৰা ধনৰ পৰিমাণ হৈছে ৫৮,৭৯১টকা। অসম উপত্যকা আৰু সুৰমা উপত্যকাৰ চাহ সম্থাই দিয়া ধন ইয়াৰ হিচাপত অন্তৰ্ভুক্ত কৰা হোৱা নাই। মণিপুৰৰ ৰজাই যুদ্ধৰ বাবে আৰম্ভণিৰ পৰা আগ বঢ়োৱা সহায়ত আমি তেওঁৰ ওচৰত ঋণী। মহামান্য ৰজাজনে ধন-জন, অন্যান্য সামগ্ৰীৰে যথেষ্ট পৰিমাণে সহায় আগ বঢ়াইছে। অসমে এই যুদ্ধত আংশিকভাৱে অংশগ্ৰহণ কৰাৰ বাবে মই গৌৰৱান্বিত হৈছো। মই নিশ্চিত যে

এইখন প্ৰদেশৰ জনসাধাৰণে যুদ্ধ শেষ নোহোৱালৈকে সকলো ধৰণৰ সহায়ৰ হাত আগ বঢ়াই যাব।'

১৯১৬ চনৰ ২৩ অক্টোবৰৰ দিনা সভাপতিৰ ভাষণত আৰ্ছডেল আৰ্লে যুদ্ধ সংক্ৰান্তীয় মন্তব্য কৰি কৈছিল যে সেই তাৰিখলৈ ৫৮জন বিষয়া আৰু ১৮৭জন বেচৰকাৰী লোকে নিয়মীয়া সৈন্যবাহিনী নতুবা ভাৰতীয় বিষয়াৰ বাবে সংৰক্ষিত সেনাবাহিনীত যোগদান কৰিছিল। আমি ইতিমধ্যে ২৩৮৬জন মিলিটাৰী পুলিচ সেৱাৰ বাবে পঠিয়াইছো। এই মিলিটাৰী পুলিচ পূৰ্বে পঠিওৱা দুটা নিয়মীয়া ৰেজিমেণ্টৰ বাহিৰৰ। ছেইণ্ট জন্ছ এম্বুলেন্স এছ'চিয়েচনলৈ ২০৭,৫৫৩ টকা, ইম্পেৰিয়েল ৰিলিফ ফাণ্ডলৈ ১,৬৫,৭০৬ টকা আৰু অন্যান্য যুদ্ধ ফাণ্ডলৈ ১,৫৩,৭৫৭ টকা বৰঙণি হিচাপে আগ বঢ়াইছে।

১৯১৭ চনৰ ১৩ মাৰ্চত বহা ব্যৱস্থাপক সভাত ভাষণ দি সভাপতি আৰ্চডেল আৰ্লে দিয়া লিখিত ভাষণত উল্লেখ কৰিছিল— 'মই আপোনালোকৰ সন্মুখত এটা গুৰুত্বপূৰ্ণ বিষয় দাঙি ধৰিব খুজিছো। বিষয়টো হৈছে 'যুদ্ধ ঋণ'। সময়ে সময়ে এই সভাত মই অসম প্ৰদেশে কেনেধৰণে যুদ্ধলৈ সহায় আগ বঢ়াইছে এই বিষয়ে উল্লেখ কৰি আহিছো। যোৱা সময়ছোৱাত অসমে লোৱা ভূমিকাত আমি গৌৰৱান্বিত। এতিয়া আমি ভাৰতীয়সকলে দেশপ্ৰেমৰ চূড়ান্ত নিদৰ্শন প্ৰদৰ্শন কৰাৰ ক্ষেত্ৰত অগ্নি পৰীক্ষা আহিছে। যিসকলৰ এই সম্পৰ্কে সম্যক জ্ঞান আছে তেওঁলোকে যুদ্ধৰ ঋণৰ আৱশ্যকতা সম্পৰ্কে জানে। আজি প্ৰতিজন লোকে যুদ্ধ পুঁজিত ধন বিনিয়োগ কৰাটো কৰ্তব্য। অৱশ্যে এইক্ষেত্ৰত নিজৰ ক্ষমতাও থাকিব লাগিব। দ্বিতীয়তে, সদস্যসকলেও জনসাধাৰণক ঋণৰ নিয়ম সম্পৰ্কে তথা যিসকলে এনে ধৰণে ধন বিনিয়োগ কৰিব খোজে, তেওঁলোকক এই সম্পৰ্কে অৱগত কৰোৱা উচিত। এইক্ষেত্ৰত হয়তো আপোনালোকে মোক প্ৰশ্ন কৰিব পাৰে, কেনেকৈ আমি তেওঁলোকৰ মাজত এই বিষয়টো প্ৰচাৰ কৰিম। অৱশ্যে এইক্ষেত্ৰত আপোনালোকে পৰিস্থিতি অনুযায়ী সকলো শ্ৰেণীৰ লোকক প্ৰভাৱিত কৰিব পাৰে। এইক্ষেত্ৰত খণ্ড আয়ুক্ত আৰু উপায়ুক্তসকলৰ লগতে তেওঁলোকৰ বিশ্বাসী অতিৰিক্ত সহকাৰী আয়ুক্ত আৰু অন্যান্য বিষয়াসকলেও সহায়ৰ হাত আগ বঢ়াব পাৰে। জমিদাৰ আৰু জোতদাৰসকলে তেওঁলোকৰ ৰায়তক, সদাগৰসকলে তেওঁলোকৰ গ্ৰাহকক, অধিবক্তাসকলে তেওঁলোকৰ মক্কেলক, ধৰ্মীয় অনুষ্ঠানৰ মুৰব্বীসকলে তেওঁলোকৰ ভক্তসকলক আৰু অন্যান্য কোম্পানীৰ পৰিচালকসকলে তেওঁলোকৰ কাৰ্যালয়ৰ কৰ্মচাৰীসকলক প্ৰভাৱিত কৰিব পাৰে। এইদৰে সকলোৱে যদি আন্তৰিকতাৰে কামত আগ বাঢ়ে, তেতিয়াহ'লে এইক্ষেত্ৰত আমি ভালেখিনি নতুন পদক্ষেপ আগ বঢ়াব পাৰিম। আমি কাকো বাধ্য কৰিব খোজা নাই নতুবা কোনো বিজ্ঞাপনযোগে প্ৰচাৰ বা আবেদনো জনাব খোজা নাই। তেনে কৰিলে আমি ঈপ্সিত লক্ষ্যত উপনীত হ'ব নোৱাৰিম। এই কথা সকলোৱে জনা উচিত যে ইয়াৰ জৰিয়তে ভাৰতবৰ্ষকহে সহায় কৰাৰ মহান সুযোগ এটা সকলোৱে পাব। আনহাতে তেওঁলোকে এইক্ষেত্ৰত যথেষ্ট লাভৱান হ'ব পাৰিব। মই আগেয়েই এই বিষয়ে উল্লেখ কৰিছো আৰু এইখন প্ৰদেশৰ জনসাধাৰণক ধন্যবাদ জনাইছো যুঁজৰ সময়ত যুদ্ধ পুঁজিলৈ দিয়া দান তথা অন্যান্য সহায়ৰ বাবে, বিশেষকৈ ৰেডক্ৰছ পুঁজি আৰু ভাৰতীয় সাহায্য পুঁজিলৈ আগ বঢ়োৱা দানৰ বাবে। মই তেওঁলোকৰ পৰা নতুনকৈ বৰঙণি বিচৰা নাই; কেৱল বিচাৰিছো ঋণ। ইয়াৰ দ্বাৰা তেওঁলোক নিজেও লাভান্বিত হ'ব। মই জানো, অসম এখন ধনী প্ৰদেশ নহয়। ইয়াৰ জনসাধাৰণৰ আয়ো যথেষ্ট নহয়। কিন্তু অন্য বহু প্ৰদেশতকৈ ইয়াৰ জনসাধাৰণ আৰ্থিকভাৱে স্বচ্ছল। সেয়ে মই এই চৰ্তসমূহ আৰোপ কৰিব খুজিছো।

For the well-to-do there is the 5 percent. war loan, 1929-1947, issue price Rs. 95, for those who cannot let their money remain invested for a

long period there are the War Bonds, 1920 and 1922, issue price Rs.100, free of income-tax; while for the poorer classes there are the Post Office 5 years cash certificates, free of income-tax, for Rs.10, Rs 20, Rs.50, and Rs.100, the issue price of which is Rs. 7-12, Rs. 15-8, Rs. 38-12 and Rs. 77-8.

যুদ্ধ ঋণৰ ধন বিনিয়োগৰ বাবে ডাকঘৰক ব্যৱহাৰ কৰিব পাৰিব। মই এই প্ৰদেশৰ শিক্ষিত শ্ৰেণীক যুদ্ধ ঋণৰ নিয়মাৱলী সাধাৰণ মানুহক বুজাই দিবলৈকে অনুৰোধ কৰিলো। অৱশেষত মই ৭ ফেব্ৰুৱাৰী তাৰিখে ইম্পেৰিয়েল কাউন্সিলৰ সভাত ভাইচৰয়ে প্ৰকাশ কৰা তেওঁৰ মতামত উল্লেখ কৰিব খুজিছো। তেওঁ কৈছিল— এই ঋণ সকলো দিশৰ পৰাই কৃতকাৰ্য হোৱা উচিত। আজি ভাৰতবৰ্ষই যিমানখিনি অৱদান আগ বঢ়াইছো যুদ্ধত হোৱা সমুদায় খৰচৰ তুলনাত ইয়াৰ পৰিমাণ নিচেই কম। কিন্তু ভাৰতবৰ্ষই আগ বঢ়োৱা সহায় আমাৰ বাবে অমূল্য আৰু গুৰুত্বপূৰ্ণ হ'ব। ইয়ে সাম্ৰাজ্যৰ অংশীদাৰ হিচাপে ভাৰতৰ সন্মান আৰু মৰ্যাদা বৃদ্ধি কৰিব। মই পূৰ্বে কৈছো, এই ঋণ ভাৰতীয় লোকৰ দেশপ্ৰেমৰ উজ্জ্বল চানেকী হ'ব। পূৰ্বে এই ঋণ সংগ্ৰহ বাস্তৱসন্মত নাছিল বুলি বিত্ত বিভাগৰ সদস্যগৰাকীয়ে কৈছিল যদিও তেওঁ এতিয়া ইয়াৰ বাস্তৱতা উপলব্ধি কৰি সমৰ্থন জনাইছে। এইক্ষেত্ৰত প্ৰতিজন লোকৰে সম্পূৰ্ণ দায়িত্ব আৰু কৰ্তব্য আছে। ধনী লোকসকলৰ এইক্ষেত্ৰত বাধ্যবাধকতা থকাৰ লগতে দায়িত্বও আছে। যিসকল দুখীয়া তেওঁলোকেও নিজৰ সুবিধাৰ বাবে কিছু আৰ্থিক অৱদান, যদি ঋণ হিচাপে আগ বঢ়ায়, সেয়া দেশৰ স্বাৰ্থত ব্যৱহৃত হ'ব।'

সিদিনাৰ সভাতে ডি হাৰবাৰ্টে উল্লেখ কৰিছিল— মিলিটাৰী পুলিচ বেটেলিয়নৰ পৰা স্বেচ্ছাসেৱক হিচাপে যুদ্ধ আৰম্ভ হোৱাৰ পৰা তেতিয়ালৈকে গোৰ্খা ৰেজিমেণ্টত যোগদান কৰা অসমৰ সেনা আছিল এনেধৰণৰ— গোৰ্খা ২,২০৬জন, অসমীয়া (জাকৰাছ) ৫৪১ জন, ডোগ্ৰা দুজন, মুঠ আনুমানিক ২,৭৪৯জন। তদুপৰি ৩৯জন অসামৰিক পুলিচৰ পৰা গোৰ্খা স্বেচ্ছাসেৱক গোৰ্খা ৰেজিমেণ্টলৈ পঠিওৱা হৈছিল। ব্যৱস্থাপক সভাই জানি আনন্দিত হ'ব যে আমাৰ কিছুমান মানুহৰ দক্ষতা তথা কৰ্তব্যপৰায়ণতাৰ বাবে সামৰিক বাহিনীলৈ পদোন্নতি হৈছে আৰু কিছুমান পুৰস্কৃতও হৈছে। এজন জামাদাৰে ভাৰতীয় বিশিষ্ট সেৱাৰ মেডেল পাইছে, এজন ছুবেদাৰ চিপাহীয়ে দ্বিতীয় শ্ৰেণীত ইণ্ডিয়ান 'অৰ্ডাৰ অব মেৰিট' পাইছে, অন্য এজন চিপাহীৰ নাম বিশিষ্ট সেৱাৰ বাবে প্ৰেৰণ কৰা হৈছে। যিজন চিপাহীক ইণ্ডিয়ান অৰ্ডাৰ অব্ মেৰিট দিয়া হৈছে, তেওঁ শত্ৰুপক্ষৰ বাংকাৰত আক্ৰমণ কৰাৰ ক্ষেত্ৰত যথেষ্ট সাহসিকতা প্ৰদৰ্শন কৰিছিল। তেওঁ সাতজন জাৰ্মান সৈন্যক খুকুৰিৰে অকলে কাটি হত্যা কৰা কথাও আমি জানিব পাৰিছো। আমাৰ সেনাসকলে যুদ্ধত দেখুওৱা কৰ্তব্যপৰায়ণতা সম্পৰ্কে মই উল্লেখ কৰিবলৈ লোৱা চিঠিখনৰ পৰাই প্ৰমাণ হয় আমাৰ সৈন্যসকলৰ সাহসিকতা কিমান—

'Extract from special Orders by the Officer Commanding a Gurkha Regiment addressed to the Burma and Assam Military Police attached thereto, all of whom are Gurkhas.

'Your bravery in action, your zeal out of action, in learning new regimental customs and fitting yourselves for each successive effort, has not only earned you the admiration and gratitude of us, your brothers in arms, but has made us wish that you really belonged to us.'

Extract from a letter to officer Commanding a Gurkha Regiment in Mesopotamia refering to the Assmese (Jharuas).

'I am very pleased with the Jharuas. The name of one has been put up for the Order of Merit for gallantry in going out under close fire to destory the enemy's wire and also to put up our own. They are very intelligent, and most of them excellent soldiers.' হাৰবাৰ্টে উল্লেখ কৰিছিল।

১৯১৭ চনৰ ২৫ এপ্ৰিল তাৰিখে ৰায়বাহাদুৰ ফণীধৰ চলিহাই বাজেট ভাষণত উল্লেখ কৰিছিল— 'ডিফেন্স অব্ ইণ্ডিয়া ফৰ্চ এক্ট' প্ৰণয়ন কৰাৰ বাবে আমি আনন্দিত হৈছো। এই আইন প্ৰণয়ন হোৱাৰ পাছত আমাৰ দেশৰ জনসাধাৰণৰ মাজত আশাৰ সঞ্চাৰ হৈছে। আমাৰ ডেকা ল'ৰাসকল, যিসকল দেশপ্ৰেমৰ প্ৰতি উদ্বুদ্ধ, তেওঁলোকে সামৰিক প্ৰশিক্ষণ লৈ নিজৰ দেশক সুৰক্ষা দিয়াৰ বাবে অনুপ্ৰেৰণা আৰু উৎসাহ পাব। কিন্তু উচ্চপদস্থ সামৰিক সেৱা বিষয়াৰ পদৰ ক্ষেত্ৰত ভাৰতীয়সকলক বঞ্চিত কৰা বুলি অসন্তুষ্টি প্ৰকাশ পাইছে। যদি এই বাধা নাথাকিলহেঁতেন, শ শ ডেকা ল'ৰাই সামৰিক বাহিনীত যোগ দিলেহেঁতেন। তথাপি চৰকাৰে আমাক নিজক প্ৰমাণ কৰাৰ বাবে যি সুবিধা দিছে তাৰ বাবে আমি চৰকাৰৰ ওচৰত কৃতজ্ঞ। এইক্ষেত্ৰত হাৰবাৰ্টে (যিজন অসম পুলিচৰ মহাপৰিদৰ্শক) দিয়া বিবৃতিত উল্লেখ কৰিছে যে ৫৪১জন অসমীয়া লোকে গোৰ্খা ৰেজিমেণ্টত যোগদান কৰি যুদ্ধত অংশগ্ৰহণ কৰিছে। এই বিবৃতিত আমি অতিশয় গৌৰৱবোধ কৰিছো। ইয়াৰ দ্বাৰা মই আশা ৰাখিছো, ভৱিষ্যতলৈ অসমীয়াসকলক লৈ এটা অসমীয়া ৰেজিমেণ্ট চৰকাৰে গঠন কৰিব।

যুদ্ধ ঋণ সম্পৰ্কে ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাই তেওঁৰ ভাষণত উল্লেখ কৰি কৈছিল— 'যুদ্ধ ঋণত অসম কিমান দূৰ কৃতকাৰ্য হৈছে এতিয়াও আমি জানিব পৰা নাই। কিন্তু আমাৰ এই সৰু প্ৰদেশখনে যুদ্ধত ধন-জনেৰে সহায় কৰা দেখি মন গৌৰৱত উথলি উঠিছে। যুদ্ধ ঋণ অন্য এটা বিষয়। যুদ্ধ ঋণত মূলধন বিনিয়োগ কৰাৰ ক্ষমতা আমাৰ নিচিনা দুখীয়া প্ৰদেশৰ খুবেই কম। আমাৰ মাজত কোনো লাখপতি নাই। অধিক ধন অৰ্জন কৰা লোকৰ সংখ্যা খুব কম। সেয়ে আমি সৰ্বসাধাৰণ ৰাইজৰ ওচৰত নিৰ্ভৰশীল হ'ব লগা হৈছে। তদুপৰি গড় হিচাপে বহুসংখ্যক লোক এই ঋণ সম্পৰ্কে অভিজ্ঞ নহয়। এই ধন ঋণ হিচাপে বিনিয়োগ কৰাৰ ফলত পাব পৰা সুতৰ হাৰ প্ৰতিবছৰে কেৱল ২৪ৰ পৰা ৬০ শতাংশ। আমাৰ মানুহে ধাৰণা কৰিব নোৱাৰে চৰকাৰেও ঋণ লয় বুলি। তদুপৰি চৰকাৰে লোৱা ব্যৱস্থাক মানুহে সন্দেহৰ চকুৰে চাইছে। এই আন্দোলন বা ব্যৱস্থা ফলপ্ৰসূ কৰিবলৈ হ'লে চৰকাৰী আৰু বেচৰকাৰী বিষয়াসকলে আন্তৰিকতাৰে কাম কৰিব লাগিব। এই আঁচনি তেতিয়ালৈ কৃতকাৰ্য নহ'ব, যেতিয়ালৈকে সকলোৱে এই আঁচনি আন্তৰিকতাৰে গ্ৰহণ নকৰে। তেওঁ লগতে উল্লেখ কৰিছিল যে গোটেই বছৰ যুদ্ধই মন আচ্ছন্ন কৰি ৰাখিছিল আৰু ইয়াৰ প্ৰভাৱ সকলোতে পৰিছিল। এই যুদ্ধত ভাৰতবৰ্ষয়ো অংশগ্ৰহণ কৰি নিজৰ স্থান দখল কৰিবলৈ সক্ষম হৈছে। ইতিমধ্যে ডিফেন্স অব্ ইণ্ডিয়া ফৰ্চ আইন প্ৰণয়ন হৈছে। ভাৰতবৰ্ষই ১০০ মিলিয়ন ষ্টাৰ্লিং ধন যুদ্ধ পুঁজিলৈ আগ বঢ়াইছে। তদুপৰি যুদ্ধ ঋণ আন্দোলন আৰম্ভ হৈছে। জানিব পৰা মতে, ইংলেণ্ডত কপাহৰ উৎপাদিত সামগ্ৰীৰ শুল্ক বঢ়োৱা বিষয়টোৱে স্থান পাইছে। আনহাতে ভাৰত আৰু ইংলেণ্ডৰ মাজত অৰ্থনৈতিক আৰু ৰাজনৈতিক সম্পৰ্কৰ পুনৰ্বিন্যাস আৰম্ভ হৈছে।

ৰায়বাহাদুৰ ৰমণীমোহন দাসে তেওঁৰ ভাষণত উল্লেখ কৰিছিল— 'যোৱা বছৰৰ বাজেট সম্পৰ্কে আলোচনা কৰিবলৈ আমি মিলিত হৈছিলো। বিগত সময়ছোৱাত যুদ্ধৰ ভয়াবহতাই পৃথিৱীৰ সুখ আৰু শান্তি কাঢ়ি নিছিল। এতিয়া আকৌ মিলিত হৈছো এই বছৰৰ বাজেট সম্পৰ্কে আলোচনা

কৰিবলৈ। এতিয়াও আমাৰ মনৰ পৰা যুদ্ধৰ কলীয়া ভাৱৰ আঁতৰি যোৱা নাই। যুদ্ধৰ বাবে বছৰৰ পাছত বছৰ ধৰি বাজেট কৰ্তন হোৱাৰ ফলত উন্নয়নমূলক দিশত একো কাম হোৱা নাই যদিও এইক্ষেত্ৰত আমাৰ কৰিব লগীয়াও একো নাই।'

মৌলবী মুন্সি ৰিয়াজ বক্সেও তেওঁৰ ভাষণ যুদ্ধৰ ফলত গোটেই বিশ্বতে কৰৰ বোজা বাঢ়ি যোৱাৰ লগতে চৌদিশে অৰ্থনৈতিক সংকটে দেখা দিয়া হেতু কঠোৰ অৰ্থনৈতিক আঁচনি গ্ৰহণ কৰিবলৈ চৰকাৰক পৰামৰ্শ আগ বঢ়াইছিল। ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে যুদ্ধৰ ঋণলৈ বৰঙণি আগ বঢ়োৱাটো কৰ্তব্য আৰু অসমে সামৰ্থ্য অনুযায়ী সেই কৰ্তব্য পালন কৰিব বুলি জানিবলৈ দিছিল। খান বাহাদুৰ মহম্মদ বখট মজুমদাৰে চৰকাৰে ডিফেন্স অৱ্ ইণ্ডিয়া আইন প্ৰণয়ন কৰাৰ বাবে ধন্যবাদ জনোৱাৰ লগতে যুদ্ধ ঋণক কেন্দ্ৰ কৰি আৰম্ভ হোৱা বিশ্বজোৰা আন্দোলন কৃতকাৰ্য হ'ব বুলি আশা ব্যক্ত কৰিছিল। মিঃ ৰবাৰ্ট ছেণ্ট জন হিকমেনে তেওঁৰ ভাষণ উল্লেখ কৰিছিল— 'যুদ্ধ আৰম্ভ হোৱাৰ পূৰ্বে জনসাধাৰণৰ উন্নয়নমূলক কামৰ বাবে যথেষ্ট ধন চৰকাৰে খৰচ কৰিছিল। কিন্তু যুদ্ধৰ ফলত এই উন্নয়নমূলক কাম-কাজবোৰ স্থবিৰ হৈ পৰিছে। যুদ্ধৰ অন্তত আৰ্থিক অৱস্থা ভাল হ'লে উন্নয়নমূলক কাম-কাজ পূৰ্বৰ দৰে নিশ্চয়কৈ কৰিব পৰা যাব।'

মিঃ জে ই ওৱেবষ্টাৰে সদস্যসকলক উদ্দেশি কৈছিল— 'আমাৰ সন্মানীয় সদস্যসকলে যুদ্ধ ঋণ সম্পৰ্কত চৰকাৰে গ্ৰহণ কৰা নীতিৰ প্ৰতি সহমত প্ৰকাশ কৰিছে আৰু সকলোৱে অনুভৱ কৰিছে যে প্ৰতিজন নাগৰিকৰে কৰ্তব্য হৈছে এই সন্ধিক্ষণত চৰকাৰক সহায় কৰা। মাননীয় ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাই চৰকাৰী-বেচৰকাৰী সকলো লোকক যুদ্ধ ঋণৰ উদ্দেশ্য আৰু কেনেকৈ ইয়াত বিনিয়োগ কৰিব পাৰি, এই সম্পৰ্কে জনসাধাৰণৰ মাজত প্ৰচাৰ চলোৱাৰ বাবে জড়িত কৰাৰ বাবে দিয়া পৰামৰ্শ আমি গ্ৰহণ কৰিছো।'

সিদিনাৰ সভাত মুখ্য আয়ুক্ত আৰু ব্যৱস্থাপক সভাৰ সভাপতি আৰ্চডেল আৰ্লে বাজেট বিতৰ্কৰ মোখনি মাৰি দিয়া ভাষণত উল্লেখ কৰিছিল— 'আমি যুদ্ধ সংক্ৰান্তীয় এটা বিবৃতি ছপাই বিতৰণ কৰিছো। এই প্ৰদেশখনে যুদ্ধলৈ কিমান বৰঙণি আগ বঢ়াইছে সেই কথা তাত উল্লেখ কৰা হৈছে। এতিয়া গোটেই বিষয়টো মই ইয়াত দোহাৰিব খোজা নাই। কেৱল উল্লেখ কৰিব খুজিছো নতুনকৈ অসমৰ পৰা পাঁচটা শ্ৰমিক বাহিনী (Labour corps) পঠিওৱা হৈছে। প্ৰতিটো বাহিনীত দুহাজাৰকৈ শ্ৰমিক আছে। এই বাহিনী পঠিওৱা হৈছে ফ্ৰান্সলৈ। বাহিনীৰ লোকসকল মূলতঃ খাছীয়া-জয়ন্তীয়া পাহাৰ, নগা পাহাৰ, লুচাই পাহাৰ, গাড়ো পাহাৰ আৰু মণিপুৰৰ বাসিন্দা। নগা পাহাৰৰ দলটো ইতিমধ্যে গৈছে। খাছীয়া আৰু জয়ন্তীয়া পাহাৰৰ পৰা অহা বাহিনীৰ আধাসংখ্যক লোকেও ফ্ৰান্স অভিমুখে যাত্ৰা কৰিছে। লুচাই পাহাৰৰ লোকসকলো যাবলৈ সাজু হৈছে, মণিপুৰ আৰু গাড়ো পাহাৰ দলটোও ইতিমধ্যে লগ লাগিছে আৰু তেওঁলোকে অতি সোনকালে যাব। মাননীয় সদস্যসকল আমাৰ এই কৃতকাৰ্যতাৰ বাবে নিশ্চয় গৌৰৱান্বিত হ'ব। এইক্ষেত্ৰত মই অতি আনন্দিত হৈছো তথা আপোনালোকো আনন্দিত হ'ব যে সেনাবাহিনীৰ কামাণ্ডাৰ ইন-চীফে আমালৈ এখন টেলিগ্ৰাম দিছে। এই টেলিগ্ৰামখন আমি ১৯ তাৰিখে পাইছো। তাত লিখিছে— Please accept for yourself and kindly convey to your officers my most sincere thanks for your very effective and practical assistance in so promptly raising the labour corps for service in France. The response from Assam has indeed been most encouraging and the rapid formation of these corps is a worthy addition to the help which your province has already rendered to the Army.

মাননীয় সদস্যসকলে জানি আনন্দিত হ'ব যে খাৰ-বাৰুদ সংক্রান্তীয় বিভাগৰ জৰিয়তে খাচী আৰু জয়ন্তীয়া পাহাৰৰ পৰা corundum সৰবৰাহ কৰিছো। যুদ্ধ আৰম্ভ হোৱাৰ পাছৰে পৰা এই উদ্যোগ স্থাপন কৰা হৈছে। ১৯১৬ চনত ১৮২৭ টন প্ৰেৰণ কৰা হৈছে। ১৯১৭ চনত ইয়াৰ পৰিমাণ আৰু বৃদ্ধি পাব। মই যোৱা ব্যৱস্থাপক সভাত যুদ্ধৰ ঋণ সম্পৰ্কে উল্লেখ কৰিছো। মই গৌৰৱান্বিত যে প্ৰদেশখনে এই সন্দৰ্ভত উৎসাহ দেখুৱাইছে। প্ৰদেশৰ পৰা কিমান ধন কোষাগাৰত সংগ্ৰহ হৈছে এই সম্পৰ্কে গোটেইখিনি তথ্য দাঙি ধৰিব নোৱাৰিম। কাৰণ আমাৰ বৰগুণিৰ ডাঙৰ অংশ কলিকতাৰ কোষাগাৰত জমা দিয়া হৈছে। আৰু সেই বৰগুণি বংগ প্ৰদেশৰ বৰগুণিৰ সৈতে চামিল হৈছে। আনহাতে ডাক বিভাগত জমা হোৱা ধনৰ হিচাপো আমি পুংখানুপুংখ দিব নোৱাৰিম, কাৰণ বংগ আৰু অসমৰ ডাক চাৰ্কুল একেটাই। সম্ভৱতঃ পাছলৈ আমি চেষ্টা কৰিলে অসমৰ পৰা কিমান ধন যুদ্ধ ঋণৰ ক্ষেত্ৰত সংগ্ৰহ কৰা হৈছে উলিয়াব পৰা যাব। সি যি কি নহওক, আমাৰ লক্ষ্য হৈছে এটা মহৎ কামত সহায়ৰ হাত বঢ়োৱা।

সিদিনাৰ সভাতে ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে ব্যৱস্থাপক সভাত ৰাজবংশী ছাত্ৰসকলৰ বাবে প্ৰতিমাহে বিশেষ জলপানি ২৫ টকা আৰু ২০ টকাকৈ দিব লাগে বুলি প্ৰস্তাৱ উত্থাপন কৰিছিল। এই প্ৰস্তাৱমতে তেওঁ যিসকল ছাত্ৰই স্নাতক পৰীক্ষা পাছ কৰিছিল তেওঁলোকক আইন, ইঞ্জিনীয়াৰিং আৰু চিকিৎসাবিজ্ঞান পঢ়ুৱাবলৈ প্ৰতিমাহে ২৫ টকাকৈ আৰু আই এ পাছ কৰাসকলক দুবছৰীয়া স্নাতক পাঠ্যক্ৰম অধ্যয়ন কৰিবলৈ ২০ টকা মাহে জলপানি দিয়াটো বিচাৰিছিল। এই প্ৰস্তাৱৰ সমৰ্থনত ভাষণ দি ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে কৈছিল— 'ৰাজবংশীসকল ব্ৰিটিছ চৰকাৰৰ প্ৰতি গভীৰভাৱে আনুগত্যশীল, তেওঁলোকে যুদ্ধত অংশগ্ৰহণ কৰি সম্ৰাটৰ স্বাৰ্থত ইতিমধ্যে আত্ম বলিদান দিছে। তেওঁলোকে তেওঁলোকৰ কৰ্তব্য কৰিছিল আৰু ভৱিষ্যতলৈ নিজৰ কৰ্তব্য পালনৰ ক্ষেত্ৰত পিছ নুহঁহকে। মই হাৰবাৰ্টে দিয়া ভাষণৰ পৰাই অনুভৱ কৰিছো যে যিসকল জাৰুৱাছ লোকে গোৰ্খা ৰেজিমেণ্টত যুদ্ধ কৰি সাহসিকতা দেখুৱাইছে বুলি কমাণ্ডিং বিষয়াগৰাকীয়ে উল্লেখ কৰিছে, সেই জাৰুৱাছ ৰেজিমেণ্ট আংশিকভাৱে গঠন হৈছে ৰাজবংশী আৰু ৰাজবংশী-ক্ষত্ৰিয় সম্প্ৰদায়ক লৈ— যাৰ বাবে মই গৌৰৱবোধ কৰিছো। যোৱা সভাত মই সোধা প্ৰশ্নৰ উত্তৰত কোৱা হৈছিল যে ১১৮জন ৰাজবংশী লোক মিলিটাৰী সেৱাত কৰ্মৰত হৈ আছে। মই কিমানসংখ্যক ৰাজবংশী ক্ষত্ৰিয় জাৰুৱাছ ৰেজিমেণ্টত নতুবা গোৰ্খা ৰেজিমেণ্টত আছে নাজানো। যদি সেনাবাহিনীত ৰাজবংশী আৰু ৰাজবংশী-ক্ষত্ৰিয় ১১৮জনতকৈ বেছি আছে, তেনেহ'লে ইয়াৰ বাবে গোটেই সম্প্ৰদায় গৌৰৱান্বিত হ'ব। এই সম্প্ৰদায়ৰ লোকে সাহায্য পুঁজি, এম্বুলেন্স পুঁজি, যুদ্ধ ঋণ আদিত পৰ্যাপ্ত ধন বৰগুণি হিচাপে দিছিল। মই এইক্ষেত্ৰত বিজনীৰ ৰাণীৰ নাম উল্লেখ কৰিছো। যিগৰাকীয়ে ব্যক্তিগতভাৱে এইক্ষেত্ৰত দান আগ বঢ়াই আমাৰ সম্প্ৰদায়ৰ নাম আৰু গৌৰৱ বঢ়াইছে।'

১৯১৭ চনৰ ১৭ অক্টোবৰত বাবু ৰাধা বিনোদ দাসে প্ৰদেশখনৰ জনসাধাৰণৰ আৰ্থিক অৱস্থাৰ উন্নয়নৰ বাবে বেংক এটা গঠনৰ পৰামৰ্শ ব্যৱস্থাপক সভাই মুখ্য আয়ুক্তক দিব লাগে বুলি অনা প্ৰস্তাৱৰ সমৰ্থনত তেওঁ কৈছিল যে আজি মধ্যম শ্ৰেণীৰ লোকৰ আৰ্থিক অৱস্থা বেয়াৰ পৰা বেয়ালৈ গতি কৰিছে। হাতত থকা নামমাত্ৰ সম্পত্তিৰে চলিব নোৱাৰা হৈছে। জীৱননিৰ্বাহ কঠিন হৈ পৰিছে। বস্তুৰ দাম অস্বাভাৱিকভাৱে বৃদ্ধি পাইছে। জীয়াই থকাৰ মান পৰিৱৰ্তন হোৱাৰ ফলত খৰচৰ মাত্ৰা বাঢ়িছে, নিবনুৱা সমস্যাই আজি ভয়াবহ ৰূপ লৈছে।

১৯১৭ চনৰ ১৭ অক্টোবৰত মৌলবী ছৈয়দ মহম্মদ ছাদুল্লাই ব্যৱস্থাপক সভাত এটা প্ৰস্তাৱ উত্থাপন কৰিছিল। তেওঁৰ ভাৰতীয় প্ৰতিৰক্ষা বাহিনীৰ বাবে দেশীয় স্বেচ্ছাসেৱকৰ প্ৰশিক্ষণ কেন্দ্ৰ

এটা গুৱাহাটীত স্থাপনৰ অনুৰোধ কৰিছিল। তেওঁ তেওঁৰ প্ৰস্তাৱৰ সমৰ্থনত কৈছিল যে মহামান্য সম্ৰাটে ভাৰতীয় প্ৰতিৰক্ষা বাহিনী গঠন কৰিবলৈ লোৱা ঘোষণাৰ প্ৰাপ্ত সকলো শ্ৰেণীৰ লগে সমৰ্থন আগ বঢ়াইছিল আৰু সেই সন্দৰ্ভত বিভিন্ন ঠাইত সভা-সমিতিও আনুষ্ঠিত হৈছিল। সামৰিক বাহিনীৰ কৰ্তব্যৰ পৰা বাহিৰত ৰখা ব্যৱস্থা আঁতৰিব বুলি জানি সকলো শ্ৰেণীৰ লোক আনন্দিত হৈছিল। অসমৰ হিন্দু, মুছলমান সকলো শ্ৰেণীৰ লোকৰ মাজত আনন্দৰ ঢৌ উঠিছিল বুলি ছদুল্লাই মুকলিকৈ ঘোষণা কৰিছিল। ‘গুৱাহাটীৰ কাৰ্জন হলত অনুষ্ঠিত এখন সভাত মই নিজেও উপস্থিত আছিলো। তাত লক্ষ্য কৰিছিলো অসমীয়া মানুহৰ উৎসাহ-উদ্দীপনা। চুটি জাননীৰে অনুষ্ঠিত এইখন সভাত ২০০জন লোকে স্বেচ্ছাসেৱক বাহিনীত যোগ দিবলৈ আগ বাঢ়ি আহিছিল। কিন্তু যেতিয়া আমি জানিব পাৰিলো যে অসমত প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন নহয় আৰু আমি ৰংপুৰ ফৰ্ট উইলিয়ামলৈ যাব লাগিব— আমাৰ সকলোৰে আশাত চেঁচা পানী পৰে। আমাৰ এই স্বেচ্ছাসেৱকসকলৰ বেছিভাগেই ছাত্ৰ আৰু অন্য বিভাগত চাকৰি কৰা লোক। কম সময়ৰ বাবে তেওঁলোকে নিজৰ ঠাই এৰি যাব নোখোজে। আশাৰ মাজতে ভাৰতীয় লোকক কমিছন মৰ্যাদা দিয়া নহ'ব বুলি হোৱা প্ৰচাৰত বহুতৰে মনত হতাশা বিৰাজ কৰিছে। আমাৰ স্বেচ্ছাসেৱকসকল ভাৰতীয় প্ৰতিৰক্ষা বাহিনীতো যোগদান কৰাৰ কাৰণে সাজু আছে। কিন্তু প্ৰশ্ন হৈছে, তেওঁলোকৰ বাবে কলিকতাত কেন্দ্ৰ হ'লে বহু সমস্যা আহি পৰিব। ইতিমধ্যে মহামান্য সম্ৰাটে ভাৰতীয় লোকক কমিছন দিব বুলি উল্লেখ কৰিছে আৰু নজন ভাৰতীয় বিষয়াক কমিছন পৰ্যায়লৈ পদোন্নতি দিয়া হৈছে। অসমীয়া জাতি সামৰিক দিশত উন্নত জাতি। অসমীয়া লোকসকলে নিজক ৰক্ষাৰ কৰাৰ বাবে পূৰ্বেও সকলো সময়তে সাজু থাকিব লগীয়া হৈছিল, বিশেষকৈ মোৱামৰীয়াৰ আক্ৰমণৰ বিৰুদ্ধে। এতিয়াও অসমীয়া ডেকাসকলৰ যুদ্ধৰ প্ৰতি থকা আগ্ৰহৰ অন্ত নাই। অসমীয়া চিপাহীসকলৰ সাহসিকতা ইতিমধ্যে প্ৰমাণিত হৈছে। আৰক্ষী বিভাগৰ পৰা বহুজনক সামৰিক বাহিনীত নিয়োজন কৰা হৈছে। তেওঁলোকৰ সাহস, কৰ্তব্যপৰায়ণতা আৰু সম্ৰাটৰ প্ৰতি থকা শ্ৰদ্ধা আৰু ভক্তি প্ৰমাণিত হৈছে মেছোপটেমিয়া যুদ্ধত। তেওঁলোক কিন্তু বৈজ্ঞানিকভাৱে প্ৰশিক্ষণপ্ৰাপ্ত নিয়মীয়া সৈন্য নাছিল; তেওঁলোক কেৱল মিলিটাৰী পুলিচ বাহিনীহে আছিল। কোনোবাই হয়তো প্ৰশ্ন কৰিব পাৰে, কিয় আমাৰ স্বেচ্ছাসেৱকসকলে কলিকতালৈ যাব নোখোজে? আমাৰ আপত্তি বহুক্ষেত্ৰত। যদি আমাৰ স্বেচ্ছাসেৱকসকল ফৰ্ট উইলিয়ামত প্ৰশিক্ষণ কেন্দ্ৰত যোগদান কৰে, তেওঁলোকক জনা যাব ভাৰতীয় প্ৰতিৰক্ষা বাহিনীৰ বেংগল ইউনিট বুলি। ফলত অসমৰ অৱদানৰ কথাটো নাহিব। ঠিক যেনেকৈ আমাৰ চাহ খেতিয়কসকলে যুদ্ধৰ ঋণ কলিকতাৰ বেংকৰ জৰিয়তে আগ বঢ়োৱাৰ বাবে এই ঋণ বংগৰ সমুদায় যুদ্ধ ঋণৰ লগত চামিল হ'ল। আমাৰ প্ৰশাসনে অসমে কিমান অৱদান যুদ্ধ ঋণত আগ বঢ়াইছে তাৰ ব্যাখ্যা আগ বঢ়াবলৈ অপাৰগ হৈছে। আমাৰ বন্ধু ৰায়চাহাব পদ্মনাথ গোহাঞিবৰুৱাই উল্লেখ কৰিছে যে আমাৰ অসমীয়াসকলক লৈ এটা ৰেজিমেণ্ট গঠন কৰিব লাগে, যাৰ জৰিয়তে আমি শত্ৰুৰ বিপক্ষে যুঁজিব পাৰো। অন্য এটা মানসিকতা আমাৰ বহুতৰ আছে। অসমীয়া পৰিয়ালবোৰে কলিকতালৈ যথেষ্ট দূৰ বাবে তেওঁলোকৰ ল'ৰাক পঠিয়াব নোখোজে। কাৰণ কলেজীয়া শিক্ষাতকৈ সামৰিক বাহিনীৰ প্ৰশিক্ষণ বেছি কঠোৰ। অধ্যয়নৰত ছাত্ৰসকলক এই প্ৰশিক্ষণৰ বাবে কলিকতালৈ পঠিওৱাৰ অনুমতি অভিভাৱকসকলে দিব খোজা নাই। বিশ্ববিদ্যালয়ে প্ৰশিক্ষণৰ সময়খিনিত তেওঁলোকক কলেজত উপস্থিত থকা বুলিয়েই ধৰি লোৱা হ'ব বুলি ঘোষণা কৰিছে যদিও ছাত্ৰসকল তালৈ যাবলৈ ইচ্ছুক নহয়। এই মাহৰ ১০ তাৰিখলৈ ভাৰতীয় প্ৰতিৰক্ষা বাহিনীত যোগদান দিয়াৰ বাবে ১৫১জন লোকৰ নাম তালিকাভুক্ত হৈছিল, ইয়াৰে ৭৬জনে স্থানীয় কেন্দ্ৰত প্ৰশিক্ষণ লোবাৰ কথা উল্লেখ কৰিছিল। এইটো এটা গভীৰ

চিন্তাৰ বিষয়। কাৰণ ৫০ শতাংশ লোকে প্ৰশিক্ষণত যোগ দিবলৈ ইচ্ছুক নহয় যদিহে প্ৰশিক্ষণ কেন্দ্ৰ সুকীয়াকৈ গুৱাহাটীত স্থাপন কৰা নহয়। আমাৰ দেশখন দুখীয়া। আমাৰ ইয়াত সংগ্ৰহ হোৱা যুদ্ধ ঋণ মধ্যপ্ৰদেশৰ লগতো তুলনা কৰিব নোৱাৰি। সেই প্ৰদেশৰ চৰকাৰ আৰু প্ৰশাসনিক ব্যৱস্থা অসমৰ দৰে প্ৰায় একে। যদি অসমৰ লোকে যুদ্ধ ঋণ আগ বঢ়োৱাৰ ক্ষেত্ৰত ঘাটি হৈছে, তেনেহ'লে আমি বিচাৰিছো সামৰিক বাহিনীত আমাৰ কিছু অৱদান আগ বঢ়াই এই ঘাটি পূৰণ কৰিব পাৰিম। যদি কলিকতা কেন্দ্ৰত প্ৰশিক্ষণ দিয়া হয়, তেতিয়াহ'লে অসমৰ অৱদান সামৰিক বাহিনীতো যথেষ্ট কম বুলি প্ৰতিপন্ন হ'ব। এই কাৰণে মই অসমত প্ৰশিক্ষণ কেন্দ্ৰ পতাৰ বাবে অনুৰোধ কৰিছো।'

ছাদুল্লাৰ প্ৰস্তাৱত সমৰ্থন জনাই ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে কৈছিল— 'যদি কলিকতাত কেন্দ্ৰটো দিয়া হয়, তেতিয়াহ'লে বিভিন্ন ধৰণৰ অসুবিধা হ'ব। কাৰণ প্ৰশিক্ষণৰ সময়ছোৱাত কলিকতালৈ যোৱা আৰু তাত থকাৰ বাবে যথেষ্ট খৰচ হ'ব। এই প্ৰস্তাৱটোত কেৱল গুৱাহাটীত কেন্দ্ৰটো স্থাপন কৰাৰ কথা কৈছে। অন্য জিলাৰ কথা মই নাজানো, কিন্তু গোৱালপাৰাৰ মানুহৰ বাবে কলিকতাতকৈ গুৱাহাটীত বিশেষ সুবিধা হ'ব।

আনহাতে তৰুণৰামে ফুকনে এই আলোচনাত অংশগ্ৰহণ কৰি অসমৰ প্ৰতিখন জিলাতে প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন কৰিব পাৰি বুলি মত প্ৰকাশ কৰিছিল। ইয়াৰ সমৰ্থনত যুক্তি আগ বঢ়াই তেওঁ অসমৰ প্ৰতিখন জিলাত ছাৰ্জেণ্ট ইনষ্ট্ৰাক্টৰ থকাৰ দিশটোও দৃষ্টিগোচৰ কৰিছিল। একে ব্যৱস্থা কিন্তু বংগত নাছিল। 'যদি গুৱাহাটীত প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন কৰা নহয়, তেতিয়াহ'লে আমাৰ স্বেচ্ছাসেৱকৰ সংখ্যা কম হ'ব, কাৰণ তিনি মাহৰ বাবে কলিকতালৈ গৈ প্ৰশিক্ষণ লোৱাৰ ক্ষেত্ৰত অভিভাৱকসকলৰ পৰা বাধা অহাটো স্বাভাৱিক। মই আয়ুক্তক অনুৰোধ জনাইছো যদি স্বেচ্ছাসেৱক প্ৰাৰ্থীৰ সংখ্যা ১০০জনতকৈ বেছি হয়, তেতিয়াহ'লে গুৱাহাটীত প্ৰশিক্ষণ কেন্দ্ৰ স্থাপনৰ অনুমতি দিব লাগে। মই ভাবো এই সংখ্যা ১৫০ৰো অধিক হ'ব।' —ফুকনে কৈছিল।

ৰায়বাহাদুৰ ফণীধৰ চলিহাই গুৱাহাটী আৰু ডিব্ৰুগড়ত দুটা প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন কৰাৰ বাবে অনুৰোধ জনাইছিল। অৱশেষত সভাপতিয়ে তেওঁৰ উত্তৰত কৈছিল— 'মই ইতিমধ্যে অসমত এটা কেন্দ্ৰ স্থাপনৰ বাবে প্ৰস্তাৱ আগ বঢ়াইছো, বিশেষকৈ গুৱাহাটীত। মাননীয় সদস্যসকলে উল্লেখ কৰিছে যে অসমত যদি প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন হয়, তেতিয়াহ'লে আমি যুদ্ধ ক্ষেত্ৰত বেছি সহায় কৰিবলৈ সমৰ্থ হ'ম। ভাৰতীয় প্ৰতিৰক্ষা বাহিনীলৈ বেছিসংখ্যক লোকৰ যোগদান আমাৰ সকলোৰে বাবে আনন্দৰ কথা। কিন্তু ইয়াত উপস্থিত থকা আমাৰ সদস্যসকলক মই জনাব খুজিছো যে অসমে যুদ্ধত কি অৱদান আগ বঢ়াইছে এই সম্পৰ্কে দ্বিধাগ্ৰস্ত হ'ব নালাগে। সকলোৱে জানে যে অসম ৰাইফলছে সামৰ্থ্য অনুযায়ী যিমানখিনি পাৰে সিমানখিনি কৰি আছে। ৩,০০০ লোক সামৰিক বাহিনীলৈ পঠিওৱা হৈছে। প্ৰতি দুমাহৰ মূৰে মূৰে ২০০জনকৈ সেনা বাছনি কৰি পঠিয়াই থকা হৈছে। সামৰিক বাহিনীত অসমীয়াৰ নিযুক্তি সম্পৰ্কে মাননীয় সদস্যসকলে উল্লেখ কৰিছে। কিন্তু মই আনন্দেৰে ঘোষণা কৰিব খুজিছো যে ৬০০জন অসমীয়া লোকে অসম ৰাইফলছত যোগদান কৰিছে। মই আপোনালোকক জনাবলৈ পাই আনন্দিত হৈছো যে এটা গোৰ্খা ৰেজিমেণ্টৰ লগত অসমীয়া দৈত কোম্পানী এটা লগ লগোৱাৰ পৰামৰ্শ সামৰিক বিভাগে দিছে। এই পৰামৰ্শ আমি গ্ৰহণ কৰিছো। ইয়াৰ পৰা প্ৰমাণ হয় নিয়মীয়া সামৰিক বাহিনীত অসমীয়া লোকৰ স্থিতি সম্পৰ্কে।

১৯১৮ চনৰ ১৩ মাৰ্চত অনুষ্ঠিত ব্যৱস্থাপক সভাত সদস্য নলিনীকান্ত ৰয় দস্তিদাৰে অস্বাভাৱিকভাৱে বৃদ্ধি হোৱা সামগ্ৰী, বিশেষকৈ লোণ আৰু কাপোৰৰ মূল্যবৃদ্ধিত উদ্বেগ প্ৰকাশ কৰিছিল। অসমৰ মধ্যবিত্ত আৰু দুখীয়া শ্ৰেণীৰ লোকসকলে ভোগ কৰা অসুবিধাৰ প্ৰতি লক্ষ্য ৰাখি

চৰকাৰে এই মূল্যবৃদ্ধি ৰোধ কৰিব লাগে বুলিও তেওঁ প্ৰস্তাৱ উত্থাপন কৰিছিল। তেওঁ কৈছিল— 'যোৱা তিনি বছৰ ধৰি হোৱা ভয়াবহ যুদ্ধৰ ফলত বহু সামগ্ৰীৰ দাম অস্বাভাৱিকভাৱে বৃদ্ধি হৈছে। কিন্তু যুদ্ধৰ বাবে দাম বৃদ্ধি হ'লে বিশেষ ক'ব লগীয়া নাছিল। আমাৰ কথা হ'ল ক'লা বেপাৰী আৰু ব্যৱসায়ীসকলেই এই মূল্যৰ বৃদ্ধিৰ বাবে দায়ী। কাৰণ তেওঁলোকে পৰিস্থিতিৰ সুবিধা গ্ৰহণ কৰি অস্বাভাৱিকভাৱে মূল্যবৃদ্ধি ঘটাইছে। এই মূল্যবৃদ্ধি অকল ধনী মানুহে ব্যৱহাৰ কৰা সামগ্ৰীৰ ওপৰতেই নহয়, সাধাৰণ মানুহৰ বাবে প্ৰয়োজনীয় অত্যাৱশ্যকীয় সামগ্ৰীৰ দামো যথেষ্ট বৃদ্ধি হৈছে। সাধাৰণ মানুহৰ লগতে প্ৰশাসনেও জানে কাপোৰৰ দাম দুগুণ বৃদ্ধি কৰা হৈছে। নিমখৰ দাম দুগুণতকৈ বেছি বৃদ্ধি কৰা হৈছে। ইয়াৰ ফলত দুখীয়া আৰু মধ্যবিত্ত লোকৰ কি অৱস্থা হৈছে অনুমান কৰক। অতিৰিক্ত মূল্যবৃদ্ধিৰ ফলত ভাৰতবৰ্ষৰ বিভিন্ন ঠাইৰ লগতে ছিলেট আৰু কাছাৰত অসন্তুষ্টি সৃষ্টি হোৱাই নহয়, অস্বাভাৱিক পৰিস্থিতিৰো সৃষ্টি হৈছে। আনকি আইন-শৃংখলাজনিত সমস্যাৰো সৃষ্টি হৈছে। ভাইচৰয়ে কিছুদিন আগেয়ে ইম্পেৰিয়েল ব্যৱস্থাপক সভাত কৈছে যে নিমখৰ দৰে কিছু সামগ্ৰীৰ মূল্য বৃদ্ধি  হোৱাটো সঁচা। মুঠতে ভৱাতকৈ অধিক পৰিমাণে নিমখৰ দাম বাঢ়িছে। পাছত চৰকাৰে বাহিৰৰ পৰা নিমখ আমদানি কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিছে। ভাইচৰয়ে নিমখৰ দাম নিয়ন্ত্ৰণ কৰি নিৰ্ধাৰিত দাম বা স্থিৰ দাম নিৰ্ণয় কৰাৰ বাবে স্থানীয় চৰকাৰক নিৰ্দেশ দিছে। এইক্ষেত্ৰত আমি যদি আমাৰ চৰকাৰৰ পৰা কোনো ধৰণৰ ব্যৱস্থা গ্ৰহণ কৰাৰ প্ৰতিশ্ৰুতি নাপাওঁ, তেতিয়াহ'লে এই অৱস্থাৰ কোনো পৰিৱৰ্তন নহ'ব। সেয়েহে মই অনা প্ৰস্তাৱটো গ্ৰহণ কৰাৰ বাবে অনুৰোধ কৰিলো। বোম্বাইত মূল্যবৃদ্ধিৰ বিৰুদ্ধে কঠোৰ ব্যৱস্থা গ্ৰহণ কৰিছে। ৱাৰ্ড কমিটী গঠন কৰা হৈছে, মূল্যবৃদ্ধি নিয়ন্ত্ৰক নিযুক্তি দিয়া হৈছে আৰু ৱাৰ্ড কমিটীসমূহে মূল্যবৃদ্ধি হ্ৰাস কৰাৰ বাবে যুঁজ দি আছে। নগৰপালিকাত দোকান খোলা হৈছে আৰু দুখীয়া মানুহক সহজ মূল্যত বস্ত্ৰ দিয়া হৈছে। যদি বোম্বাইত এনেধৰণৰ ব্যৱস্থা গ্ৰহণ কৰিব পাৰে, মই ভাবো অসমতো তেনেধৰণৰ ব্যৱস্থা গ্ৰহণ কৰা উচিত। কাৰণ যোৱা দুটা বছৰত অসমত হোৱা ভয়াবহ বানপানী আছিল শতিকাৰ ভিতৰত আটাইতকৈ ভয়াবহ। সম্প্ৰতি খেতি কিছু পৰিমাণে ভাল হৈছে যদিও শস্য উৎপাদকসকলে বজাৰত পাব লগা মূল্য পোৱা নাই। অকল নিমখৰ দাম বৃদ্ধিৰ বাবে আপত্তি দৰ্শোৱা নাই, আমাৰ আপত্তি হৈছে কাপোৰৰ দাম বৃদ্ধিক লৈয়ো। যুদ্ধৰ আগেয়ে ভাল কাপোৰৰ বাবে থকা মূল্যতকৈও বৰ্তমান সস্তীয়া কাপোৰৰো মূল্যবৃদ্ধি হৈছে। ফলত সাধাৰণ দুখীয়া মানুহে পিন্ধিবলৈ সস্তীয়া কাপোৰ পোৱাটো কঠিন হৈ পৰিছে।

বিষয়া সদস্য এ আৰ এডৱাৰ্ডে ইয়াৰ উত্তৰত কৈছিল— 'ইতিমধ্যে কিছুমান উপায়ুক্তই এই দাম হ্ৰাস কৰাৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিছে। মূল্য নিৰ্ধাৰণ কমিটীসমূহ কোনো কোনো ঠাইত গঠন কৰা হৈছে আৰু প্ৰশাসনে তেওঁলোকৰ সহযোগত ব্যৱস্থা গ্ৰহণ কৰিছে। আনকি এইক্ষেত্ৰত চাহ বাগিচাৰ মেনেজাৰসকলেও সহায় কৰিবলৈ আগ বাঢ়ি আহিছে। যদিও প্ৰস্তাৱত নিমখ আৰু কাপোৰৰ কথা কৈছে, তথাপি নিমখৰ অৱস্থা কিছু সপ্তাহৰ পৰা উন্নত হৈছে। আমাৰ বেছিভাগ বস্ত্ৰ আহে বংগৰ পৰা। সেয়ে বহু পৰিমাণে আমি বংগৰ ওপৰতে নিৰ্ভৰ কৰিব লাগে। বংগৰ চৰকাৰে পাইকাৰী আৰু খুচুৰা নিমখৰ দাম নিৰ্ধাৰণ কৰি দিছে। বংগ চৰকাৰৰ লগত আলোচনা সাপেক্ষে মুখ্য আয়ুক্তয়ো এইখন প্ৰদেশত নিমখৰ সৰ্বোচ্চ খুচুৰা দাম নিৰ্ধাৰণ কৰি দিছে। মই আগেয়ে উল্লেখ কৰিছো, যেতিয়ালৈকে বংগত বস্ত্ৰৰ মূল্য সন্দৰ্ভত সঠিক সিদ্ধান্ত গ্ৰহণ কৰা নহয়, তেতিয়ালৈকে আমি ইয়াত সিদ্ধান্ত গ্ৰহণ কৰাটো কঠিন হ'ব। বৰ্তমান আমি বস্ত্ৰ সৰ্বোচ্চ খুচুৰা দাম নিৰ্ধাৰণ কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিছো। যদি প্ৰয়োজন হয়, নগৰপালিকা আৰু গাঁও অঞ্চলত খুচুৰা বিক্ৰীৰ বাবে দোকান মুকলি

কৰা হ'ব। এইক্ষেত্ৰত আমি প্ৰয়োজন সাপেক্ষে নগৰপালিকা আৰু লোকেল ব'ৰ্ডৰ সহযোগিতা গ্ৰহণ কৰিম।

কাপোৰৰ দাম বৃদ্ধি সংক্ৰান্তত আমি ভাৰত চৰকাৰ আৰু বংগ চৰকাৰৰ লগত আলোচনা কৰা দিশটো বিবেচনা কৰি আছো। কিছুমান কাৰণত গোটেই বিষয়টো আপোনালোকৰ আগত প্ৰকাশ কৰিব খোজা নাই। নিমখ আৰু কাপোৰ জনসাধাৰণৰ অতি প্ৰতিয়োজনীয় সামগ্ৰী। প্ৰয়োজন সাপেক্ষে অন্য সামগ্ৰীৰ ক্ষেত্ৰতো ভাৰত চৰকাৰ আৰু বংগ চৰকাৰৰ সহযোগ বিচাৰি আলোচনা কৰা হ'ব। তদুপৰি চৰকাৰে উপায়ুক্ত আৰু আয়ুক্তসকলৰ সেৱাও পূৰামাত্ৰাই গ্ৰহণ কৰিব।'

ফণীধৰ চলিহায়ো এই প্ৰস্তাৱত সমৰ্থন জনাই কয়— 'মই সংক্ৰান্তত প্ৰশ্ন উত্থাপন কৰিছিলো। কিন্তু আজিৰ এই প্ৰস্তাৱৰ বিষয় একেই। কাপোৰৰ দামৰ বিষয়টোও বিবেচনা কৰিব লাগে আৰু দাম নিয়ন্ত্ৰণ কৰিব লাগে। কাৰণ ই দুখীয়া মানুহৰ আৰ্থিক অৱস্থাক বেয়াকৈ ক্ষতি কৰে। ইয়াৰ পাছতে ব্যৱস্থাপক সভাৰ সভাপতিয়ে কৈছিল— 'স্থানীয় প্ৰশাসনে এই প্ৰস্তাৱৰ ক্ষেত্ৰত আপত্তি কৰা কথাই থাকিব নোৱাৰে। ইতিমধ্যে মিঃ এডৱাৰ্ডে আমি কি ব্যৱস্থা গ্ৰহণ কৰিছো আৰু ভৱিষ্যতলৈ কি ব্যৱস্থা গ্ৰহণ কৰিম সেই বিষয়ে উল্লেখ কৰিছে। ১৯১৮ চনৰ ১২ আৰু ১৪ মাৰ্চত 'ইংলিছ ম্যেন' নামৰ কাকতখনত চৰকাৰে কি কৰিব এই সন্দৰ্ভত ইম্পেৰিয়েল ব্যৱস্থাপক সভাৰ কাৰ্যবিৱৰণীৰ ওপৰত ভিত্তি কৰি বাতৰি প্ৰকাশ কৰিছে। ছাৰ জৰ্জ বাৰ্নেছে তেওঁৰ ভাষণত নিমখৰ যোগান উন্নত কৰাৰ বাবে কি কি ব্যৱস্থা গ্ৰহণ কৰা হৈছে সেই বিষয়ে বাতৰিটোত উল্লেখ কৰিছে। উত্তৰ ভাৰতৰ খেওৰা লোণৰ খনিৰ উৎপাদন বঢ়োৱাৰ ব্যৱস্থা কৰা হৈছে। তদুপৰি এডেন আৰু ছেইড বন্দৰৰ পৰাও নিমখৰ আমদানি কৰা হৈছে। আমি অসমত স্থিৰীকৃত দামত নিমখৰ যোগান ধৰাৰ বাবে স্থানীয় বিক্ৰী কেন্দ্ৰৰ ব্যৱস্থা কৰিম। এইক্ষেত্ৰত লোকেল ব'ৰ্ড আৰু নগৰপালিকাসমূহে নিশ্চয় সহযোগিতা আগ বঢ়াব। কাপোৰ যোগানৰ বিষয়টো এটা জটিল প্ৰশ্ন। ভাৰত চৰকাৰেও কি ব্যৱস্থা গ্ৰহণ কৰিব সেই সম্পৰ্কে সিদ্ধান্ত গ্ৰহণ কৰা নাই। ইতিমধ্যে বোম্বাইত উদ্যোগৰ লগত জড়িত আগশাৰীৰ ব্যক্তিসকলক লৈ এখন কমিটী কৰা হৈছে, যাতে এই কমিটীয়ে চৰকাৰক পৰামৰ্শ আগ বঢ়াব পাৰে। আমি ভাৰত চৰকাৰ আৰু বংগ চৰকাৰে সততে যোগাযোগ ৰাখিছো আৰু প্ৰয়োজন সাপেক্ষে দৃঢ় পদক্ষেপ দিব লাগিব। কাপোৰ আৰু নিমখৰ দাম বৃদ্ধিৰ প্ৰতি সততে আমি সজাগ হৈ আছো।'

১৯১৮ চনৰ ৬ এপ্ৰিলত বাজেট বিতৰ্কত অংশগ্ৰহণ কৰি নলিনীকান্ত দস্তিদাৰে অন্য প্ৰসংগৰ লগতে উল্লেখ কৰিছিল— শিক্ষা অনাময় আৰু কৃষিৰ দৰে বহু গুৰুত্বপূণ আঁচনি বিত্তীয় নাটনিৰ বাবে বাদ দিব লগা হৈছে। যোৱা চাৰে তিনি বছৰত বিশ্বৰ আটাইতকৈ ভয়াবহ যুদ্ধখনত আমাৰ দেশো জড়িত হ'ব লগা হৈছে— যাৰ বাবে বিভিন্ন ধৰণে আমাক বাধ্য কৰোৱা হৈছে আৰ্থিক সাহায্য দিয়াৰ বাবে। বিত্তীয় বৰ্ণনাত খৰচৰ বাবে নিৰ্ধাৰিত শিতানত যি ধন ধাৰ্য কৰা হৈছে সেয়াও প্ৰশাসনিক ব্যৱস্থাৰ বাবে খৰচ কৰা হৈছে। কঠোৰ আৰ্থিক দিশ চিন্তা কৰি যদি কোনোবা গুৰুত্বপূৰ্ণ শিতানৰ পৰা ৰাজহ বেছিকৈ আহিলহেঁতেন, তেতিয়া হয়তো যুদ্ধই বাধা সৃষ্টি কৰা সত্বেও শিক্ষা আৰু অনাময় ব্যৱস্থাত ধন ধাৰ্য কৰিব পৰা গ'লহেঁতেন।' তেওঁ আৰু কৈছিল— যদিও ভয়াবহ যুদ্ধ উন্নতিৰ বাবে বাধা হৈছে, তথাপি মই ভাবো অন্য কম গুৰুত্বপূৰ্ণ বিভাগৰ ধন হ্ৰাস কৰি হ'লেও বেছি পৰিমাণৰ ধন প্ৰাথমিক শিক্ষাৰ শিতানত খৰচ কৰিব লাগে।' আন এগৰাকী সদস্য ৰাধা বিনোদ দাসে কৈছিল— 'এই মুহূৰ্তত সকলোৰে চকু হৈছে সাগৰৰ সিপাৰে হোৱা ৰক্তক্ষয়ী যুদ্ধখন— য'ত আমাৰ সাম্ৰাজ্যৰ সন্তানসকলে শক্তিশালী শত্ৰুৰ বিৰুদ্ধে ভয়ানক যুদ্ধত অৱতীৰ্ণ হৈছে। চাৰি বছৰৰ কঠোৰ সংগ্ৰামৰ পাছতো যি সংগ্ৰামত ধন-জনৰ দিশত হোৱা ক্ষতিয়ে পূৰ্বৰ ইতিহাসকো চেৰ

পেলাইছে। তথাপি আমি শান্তিৰ ৰেঙণি দেখা নাই, নামত শান্তি আহিলেই ন'হ'ব, সেই শান্তি হ'ব লাগিব স্থায়ী আৰু যিবোৰ মহান দেশ এই যুদ্ধত অৱতীৰ্ণ হৈছে তেওঁলোকৰ বাবে হ'ব লাগিব সম্মানজনক শান্তি। বিশ্বই যাতে জাৰ্মানীৰ পৰা কোনোদিনে ভাবুক্তিৰ সন্মুখীন হ'ব নালাগে, তাৰ বাবে এক সুদীৰ্ঘ স্থায়ী আৰু সম্মানজনক শান্তিচুক্তি হোৱা উচিত। উদ্দেশ্য— প্ৰতিখন দেশৰ স্বাধীনতা পুনৰবাৰ ক্ষতিগ্ৰস্ত নোহোৱা। নাইবা ক্ৰুছিয়া সম্ৰাটৰ দ্বাৰা দেশ বা জাতিসমূহৰ হস্তক্ষেপ নহয়। মই ভাবি আনন্দিত হওঁ, এই মহান যুদ্ধত ভাৰতবৰ্ষই অংশগ্ৰহণ কৰিছে আৰু কৰি আছে। এই যুদ্ধত অসমেও ধনে-জনে কৰা সমৰ্থন আৰু সাহায্য কম নহয়। ইয়াৰ বাবেও মই নিজেই গৌৰৱবোধ কৰে। তেওঁ আৰু কৈছিল যুদ্ধই বিশ্বৰ ব্যৱসায়িক বজাৰখন ভাবিব নোৱাৰাকৈ ভাৰসাম্যহীন কৰি তুলিছে। ফলত আমাৰ লগতে গোটেই বিশ্বত জনসাধাৰণৰ অৱস্থা অবৰ্ণনীয় হৈছে। আনকি আমাৰ বজাৰসমূহতো লুটপাত হৈছে। ইয়াত নিমখ আৰু কাপোৰ অতি অত্যাৱশ্যকীয় সামগ্ৰী। এই দুয়ো সামগ্ৰীৰ দাম আকাশলংঘী হৈছে। মোৰ মতে, পৰিস্থিতি ভয়াবহ হৈছে। মই ভাবো, এই লুটপাত অশুভ লক্ষণ। ইয়াক নিয়ন্ত্ৰণ কৰিব লাগে। মানুহৰ হাতত টকা নাই, কিন্তু বস্তুৰ প্ৰয়োজনীয়তা আছে। তেওঁলোকে কেৱল জানে ক'ত কেনেকৈ সামগ্ৰী পোৱা সংগ্ৰহ কৰিব পাৰি। এয়া হৈছে লুটপাতৰ মানসিকতা। সেয়ে ইয়াক চৰকাৰে প্ৰতিহত কৰিব লাগিব। আমাৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক সূত্ৰ আজিৰ এই অৱস্থাত এটা ভঙা পাত্ৰ। মই ক'বলৈ সংকোচ নকৰো, আমাৰ বাবে ভয়াবহ পৰিস্থিতি আগত ৰৈ আছে। সেয়ে সময় থাকোতে বিশ্বত অৰ্থনৈতিক সমস্যা সমাধানৰ ব্যৱস্থা গ্ৰহণ কৰা উচিত।

মানুহে বেছি আয় আৰু জমা কৰিবলৈ শিকক। দেশৰ মৃত আৰু মৃতপ্ৰায় উদ্যোগসমূহ পুনৰুজ্জীৱিত কৰি তোলক। মই আগেয়ে কৈছো, এতিয়াও কৈছো চৰকাৰৰ সহায় অবিহনে এই উদ্যোগসমূহ জীয়াই তোলাটো সম্ভৱ নহয়। যেতিয়াই যুদ্ধ আৰম্ভ হৈছিল, তেতিয়াই এই ভয়াবহ অৱস্থা হ'ব পাৰে বুলি মই শংকা কৰিছিলো। জাৰ্মানী আৰু অষ্ট্ৰিয়া আমাৰ বজাৰৰ পৰা আঁতৰি যোৱাৰ লগতে জাপানো একে সময়তে আঁতৰি গৈছে। ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰত পদক্ষেপৰ অভাৱ, ধনৰ অভাৱ আৰু সময়ৰ অভাৱৰ বাবে আমাৰ মানুহে সুযোগ ল'ব নোৱাৰিলে। সেয়ে চৰকাৰে উদ্যোগসমূহক পুনৰুজ্জীৱিত কৰিব লাগে, যাতে আমি জাপানে চলোৱা শান্তিপূৰ্ণ আগ্ৰাসনক বাধা দিব পাৰো। ভাৰত চৰকাৰ আৰু জনসাধাৰণৰ সন্মুখত ডাঙৰ প্ৰত্যাহ্বান হৈছে কেনেকৈ আমি ভাৰতবৰ্ষৰ জনসাধাৰণক সুখী কৰিব পাৰো, আত্মনিৰ্ভৰশীল হ'ব পাৰো আৰু সাম্ৰাজ্যৰ শক্তি বৃদ্ধি কৰিব পাৰো। ইয়াৰ বাবে ভাৰত আৰু ইংলেণ্ডে ৰাজনৈতিকভাৱে সংহত হৈ কাম কৰিব লাগিব।' আন এগৰাকী সদস্য মিঃ এ আৰ এডবাৰ্ডে কৈছিল— 'কেবাজনো সদস্যই নিমখ আৰু কাপোৰৰ দাম বৃদ্ধিৰ বিষয়ে উল্লেখ কৰিছিল। এই বিষয়টো যোৱা মাৰ্চ মাহৰ অধিবেশনতো আলোচনা কৰা হৈছিল। তেতিয়া এই সংক্ৰান্তত অসম উপত্যকাত নিমখৰ সৰ্বোচ্চ খুচুৰা বিক্ৰী দাম নিৰ্ধাৰণ কৰি চৰকাৰী জাননী দিয়া হৈছিল। অতি সোনকালে সুৰমা উপত্যকা আৰু ছিলেট জিলাতো তেনেধৰণৰ জাননী দিয়া হ'ব। সেই তাৰিখতে খান বাহাদুৰ মহম্মদ বখট মজুমদাৰে কৈছিল— আকৌ এটা বছৰ অতিক্ৰম কৰিলে যদিও ভয়াবহ যুদ্ধৰ ডাৱৰ আঁতৰা নাই। আমি বহুতো আশা কৰিছিলো পুনৰ স্বাভাৱিক অৱস্থালৈ দেশখন ঘূৰি আহিব আৰু আমাৰ প্ৰদেশখনৰ উন্নয়নৰ বাবে আমি মনোনিৱেশ কৰিব পাৰিম। কিন্তু যুদ্ধৰ ভয়াবহ অৱস্থাই বেছি ভয়াবহতালৈ গতি কৰিছে। যুদ্ধত জয়লাভ কৰাৰ বাবে সকলো প্ৰচেষ্টা ৰাখিব লাগিব যাতে আমাৰ মিত্ৰশক্তিয়ে যুদ্ধত জয়লাভ কৰিব পাৰে। যদিও সুৰমা উপত্যকাৰ পৰা বেংগলী ৰেজিমেণ্টত ইয়াৰ লোকৰ অৱদান কম, তথাপি আমি গৌৰৱবোধ কৰো

যে ছিলেট জিলাৰ পৰা বহুসংখ্যক মুছলমান লোক ৰয়েল আৰ্টিলাৰী ফ'ৰ্চ আৰু লেবাৰ কৰ্পছত যোগদান কৰিছে। মই অনুৰোধ কৰিছো আমি এই সন্ধিক্ষণত সকলো ধৰণৰ সহায়ৰ হাত আগ বঢ়োৱাত দ্বিধাগ্ৰস্ততা কৰিব নালাগে; বৰং এইক্ষেত্ৰত মহামান্য সম্ৰাট আৰু সাম্ৰাজ্যক সকলোপিনৰ পৰাই আমি সহায়ৰ হাত আগ বঢ়াব লাগে।'

সিদিনাৰ সভাতেই ব্যৱস্থাপক সভাৰ সভাপতি নিক'লাছ ড'ড বীটছন বেলে অসমে যুদ্ধত ধনে-জনে সহায় কৰা বাবে ধন্যবাদ জনাইছিল। যুদ্ধৰ অন্ত পৰাৰ পাছত অসমে ব্ৰিটিছ সাম্ৰাজ্যৰ অন্য অংশৰ জনসাধাৰণৰ আগত নিৰ্ভয়ে বুকু ফিন্দাব পাৰিব বুলিও সকলোৰে আগত সহাস্যে সদৰী কৰিছিল। 'কেইসপ্তাহমান আগেয়ে যেতিয়া মই ছুটীৰ পৰা উভতি আহিছিলো, মই অহা জাহাজখনক ছাবমেৰিনেৰে আক্ৰমণ কৰিছিল। জাহাজখনৰ ডেকৰ নাবিকজন বংগৰ আৰু ইঞ্জিনৰ চালকজন আছিল অসমৰ। বিপদৰ সময়ত তেওঁলোকে দেখুওৱা দৃঢ়তাই মোৰ গৌৰৱ বঢ়াইছিল আৰু প্ৰদেশখনৰ প্ৰতি থকা মোৰ গভীৰ শ্ৰদ্ধা দুগুণে বৃদ্ধি পাইছিল।'—বেলে কৈছিল।

১৯১৯ চনৰ ১৩ মাৰ্চত পুনৰ কাপোৰৰ মূল্যবৃদ্ধি সংক্ৰান্তত নলিনীকান্ত ৰয় দস্তিদাৰে এটা প্ৰস্তাৱ দাখিল কৰিছিল যদিও তেওঁৰ অনুপস্থিতিত ছৈয়দ আব্দুল মজিদে প্ৰস্তাৱটো ব্যৱস্থাপক সভাত দাঙি ধৰে। প্ৰস্তাৱটোত কোৱা হৈছিল যুদ্ধ আৰম্ভ হোৱাৰ পাছৰে পৰা নিত্য প্ৰয়োজনীয় সামগ্ৰীসমূহৰ অস্বাভাৱিক মূল্যবৃদ্ধিয়ে সৰ্বসাধাৰণ ৰাইজৰ জীৱন নিৰ্বাহ প্ৰণালী দুৰ্বিসহ কৰি তোলাৰ কথা। সেই সময়ত জনসাধাৰণ অস্তিত্বত ভুগিছিল। লাভখোৰ আৰু ক'লা ব্যৱসায়ীৰ কাৰণেও প্ৰদেশৰ ভিতৰ আৰু বাহিৰত বস্তুৰ দাম বৃদ্ধি হৈছিল। প্ৰকৃত গ্ৰাহকৰ ওচৰলৈ সামগ্ৰী গৈ পোৱাৰ আগেয়ে মধ্যভোগী লোকৰ হাত অতিক্ৰম কৰিব লগীয়া হোৱাৰ ফলতো মূল্যবৃদ্ধি হৈছিল। সেয়ে চৰকাৰে লাভখোৰসকলে যাতে বেছি লাভ ল'ব নোৱাৰে আৰু মানসম্পন্ন কাপোৰৰ যোগান ধৰে তাৰ ব্যৱস্থা কৰিবলৈ প্ৰস্তাৱটোত কোৱা হৈছিল। 'কাপোৰৰ দামে চৰকাৰৰ ৰাজহৰ ক্ষতি নকৰাৰ দিশটোলৈকো অৱশ্যে মনোযোগ দিব লাগিব। আচৰিত কথা হৈছে কলিকতাৰ পৰা তাঁৰবাৰ্তা এখন আহিলেই সমগ্ৰ ৰাজ্যত কাপোৰৰ দাম উৰ্ধ্বমুখী হয়। এইধৰণৰ প্ৰচাৰৰ গইনা লৈ ব্যৱসায়ীসকলে প্ৰচুৰ লাভ লোৱাৰ সুযোগ গ্ৰহণ কৰে। আজি ৰাজ্যখনৰ দুখীয়া মানুহৰ অৱস্থা অবৰ্ণনীয় হৈছে। খুব কমসংখ্যক লোকৰ ঘৰতহে প্ৰয়োজনীয় কাপোৰখিনি আছে। অৱস্থা এনে হৈছেগৈ যে পৰিয়ালৰ কোনো এজনে বাহিৰলৈ যাবলৈ হ'লে পৰিয়ালৰ আন সদস্য এজনৰ কাপোৰহে পিন্ধি যাব লগীয়া হয়। চাৰিওফালে জ্বৰ-কাঁহ বেমাৰে আগুৰি ধৰিছে। ইয়াৰ ফলত মৃত্যু হৈছে বহু লোকৰ। আজি দুখীয়া লোকে এই ৰোগৰ পৰা সুৰক্ষা পাবলৈ কাপোৰ এডুখৰিৰ অভাৱত ভুগিছে। ইয়াৰ ফলত বহু লোকৰ মৃত্যু হৈছে। যদি তদন্ত কৰা হয়, আটাইতকৈ বেছি মৃত্যু হৈছে দুখীয়া শ্ৰেণীটোৰ। আজি স্কুললৈ যোৱা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা হ্ৰাস পাইছে, কাৰণ মাক-দেউতাকে আৱশ্যকীয় কাপোৰ তেওঁলোকক দিব পৰা নাই। বৰ্তমান সময়ত দেশখনৰ অৰ্থনৈতিক অৱস্থা আটাইতকৈ দুখ লগা হৈছে। দুৰ্ভিক্ষ, বস্তুৰ নাটনি, মহামাৰী, যুদ্ধ আদিৰ কাৰণে সকলো বস্তুৰে মূল্যবৃদ্ধি হৈছে। ফলত দুৰ্গত লোকৰ পানীত হাঁহ নচৰা অৱস্থা হৈছে। যদি চৰকাৰে এই অৱস্থাৰ পৰিবৰ্তন কৰাৰ কাৰণে আগ বাঢ়ি নাহে, তেতিয়াহ'লে এই অৱস্থাই আৰু ভয়াবহ ৰূপ ল'ব।' দীঘলীয়া প্ৰস্তাৱটোত এইবোৰ কথা উল্লেখ কৰা হৈছিল।

তেওঁৰ প্ৰস্তাৱক সমৰ্থন জনাইছিল খান বাহাদুৰ মহম্মদ বখট মজুমদাৰে। ৰায়বাহাদুৰ ফণীধৰ চলিহাই এই প্ৰস্তাৱৰ সমৰ্থন জনাই বিভিন্ন ঠাইৰ বজাৰত লুটপাত হোৱাৰ লগতে বহুসংখ্যক লোক জে'ললৈ যাব লগীয়া হোৱাৰ কথা চৰকাৰক অৱগত কৰিছিল। তেনে লোকসকল অপৰাধী নহয় বুলিও চলিহাই স্পষ্ট কৰি দিছিল। অৱস্থাইহে যে তেওঁলোকক তেনেধৰণৰ আইন-বিৰোধী কাৰ্যকলাপত

জড়িত হ'বলৈ বাধ্য কৰাইছিল সেই কথাও পতিয়ন নিয়াবলৈ যত্ন কৰাৰ কথা উল্লেখ্যত পোৱা যায়। 'দুখীয়া মানুহখিনিক লাভখোৰ বেপাৰীসকলৰ পৰা ৰক্ষাৰ কৰাৰ লগতে তেওঁলোকক লাও লোৱা অৱস্থাৰ পৰা চৰকাৰে ৰক্ষা কৰা উচিত। চৰকাৰে বিহাৰ আৰু উৰিষ্যা চৰকাৰৰ দৰে কঠোৰ নীতি গ্ৰহণ কৰি প্ৰকৃত দুখীয়া লোকসকলক সাহায্য প্ৰদান কৰিব লাগিব। চৰকাৰে গ্ৰহণযোগ্য দৰত দুখীয়া লোকসকলক মানসম্পন্ন কাপোৰ বিতৰণ কৰিব লাগে। এই কাপোৰ মৌজাদাৰ, উপ-প্ৰতিসমাহৰ্তা আদিৰ জৰিয়তে বিতৰণ কৰাটো উচিত। তদুপৰি কম দামত সূতা বিতৰণ কৰিব লাগে যাতে অসমীয়া বোৱনীসকলে নিজে সেই সূতাৰে কাপোৰ বই ল'ব পাৰে। কাৰণ অসমৰ প্ৰতিটো পৰিয়ালে অতীজৰে পৰা নিজেই কাপোৰ বই আহিছে।' এই প্ৰস্তাৱ সমৰ্থন কৰিছিল ৰমণী মোহন দাস, লেঃ কৰ্নেল মেছন, ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে। ব্যৱস্থাপক সভাৰ উপ সভাপতি লেফটেনেণ্ট কৰ্নেল পি আৰ টি গৰ্ডনে প্ৰস্তাৱত অংশগ্ৰহণ কৰি কৈছিল— 'ফণীধৰ চলিহাই কাপোৰৰ নাটনি সম্পৰ্কে আৰু বজাৰসমূহত চলা লুণ্ঠন সম্পৰ্কে উল্লেখ কৰিছে। এই অৱস্থাৰ কিন্তু পৰিবৰ্তন হোৱা নাই; বৰং বেছি গভীৰহে হৈছে। সেয়ে মই ভাবো, এই সন্দৰ্ভত বিহাৰ আৰু উৰিষ্যাৰ দৰে ব্যৱস্থা গ্ৰহণ কৰা উচিত। কামৰূপ জিলাৰ গুৱাহাটীত আমি এখন 'কামৰূপ উইভাৰ্চ এইড ছ'চাইটী' নামৰ এখন ছ'চাইটী আৰম্ভ কৰিছো। এই ছ'চাইটীৰ অন্তৰ্গত গাঁওসমূহত বহুকেইখন ছ'চাইটী আছে। কেন্দ্ৰীয় ছ'চাইটীৰ পৰা কাপোৰ বোৱাৰ বাবদ সূতাৰ যোগান ধৰা হয়। এই সূতা কেন্দ্ৰীয় ছ'চাইটীয়ে নাগপুৰ আৰু কলিকতাৰ পৰা আমদানি কৰে। মুখ্য আয়ুক্তই সূতা কিনাৰ বাবদ ৫ হাজাৰ টকা ছ'চাইটীলৈ অনুদান দিছিল। ময়ো এহাজাৰ টকা অনুদান দিছো। এনেধৰণৰ ছ'চাইটি দৰং, শিৱসাগৰ আদিত স্থাপন কৰাৰ বাবে পৰামৰ্শ আগ বঢ়োৱা হৈছে। এই ছ'চাইটীৰ ব্যৱসায় বৃদ্ধি পাইছে আৰু মুখ্য আয়ুক্তই দিয়া অনুদানৰ ফলত ইয়াৰ প্ৰসাৰ নিশ্চয় বৃদ্ধি পাব। এই বিতৰ্কত অংশগ্ৰহণ ব'থামে কৈছিল— ষ্টেণ্ডাৰ্ড কাপোৰ অনাৰ বাবে প্ৰশাসনে ব্যৱস্থা গ্ৰহণ কৰিছে। যোৱা বছৰ কাপোৰৰ দাম যেতিয়া বৃদ্ধি হৈছিল, তেতিয়া ৰে'ল যোগে বাহিৰৰ পৰা কাপোৰ অনা হৈছিল। অসুবিধাটো হৈছে কাপোৰ উৎপাদিত মিলসমূহৰ পৰা কাপোৰ আনোতে হোৱা ধনৰ বিনিয়োগ। ডাণ্ডৰ ফাৰ্ম এখনক এই কাপোৰ সৰবৰাহৰ কাৰণে এজেণ্ট হিচাপে নিয়োগ কৰাৰ ক্ষেত্ৰতো অসুবিধা আছে। বংগ চৰকাৰে মিলৰ পৰা কাপোৰ ক্ৰয় কৰাৰ ক্ষেত্ৰত থকা প্ৰয়োজনীয় অসুবিধাখিনি দূৰ কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিছে। আমি ইয়াত উদ্যোগ বিভাগৰ সঞ্চালকক কাপোৰৰ মূল্যবৃদ্ধি বৃদ্ধিৰ সংক্ৰান্তত সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰিবলৈ নিৰ্দেশ দিছো। কাপোৰৰ দাম সাধাৰণতে বৃদ্ধি পায় নৱেম্বৰ মাহৰ পৰা। সদ্যহতে কিছু মানসম্পন্ন কাপোৰ চৰকাৰী খৰচত ক্ৰয় কৰি সামান্য মূল্যৰ ব্যৱধানত পাইকাৰী দামত বিক্ৰী কৰা হ'ব। আৰু ইয়াৰ বাবে কিছু স্থানীয় এলেকা নিৰ্বাচন কৰা হ'ব দুয়োখন উপত্যকাত। চহৰৰ নগৰপালিকাৰ কাৰ্যালয়সমূহ, চক্ৰ বিষয়াৰ কাৰ্যালয়সমূহো ইয়াৰ বাবে ব্যৱহাৰ কৰা হ'ব। ইতিমধ্যে চাহ বাগিচাৰ পৰিচালকসকলে চাহ বনুৱাসকলৰ বাবে পৰীক্ষামূলক কাপোৰ বিক্ৰীৰ ব্যৱস্থা গ্ৰহণ কৰিছে। আমি পৰিচালকসকলক এই ব্যৱস্থাৰ প্ৰতি ধন্যবাদ জনাইছো।'

১৯১৯ চনৰ ৫ এপ্ৰিল তাৰিখে ৰমণী মোহন দাসে সুৰমা উপত্যকাৰ কিমানজন লোকে যুদ্ধৰ সময়ত মেছ'পটেমিয়া, পূব আফ্ৰিকা আৰু ফ্ৰান্সত কাৰ্যনিৰ্বাহ কৰিছিল, সেই বিষয়ে প্ৰশ্ন উত্থাপন কৰিছিল। ইয়াৰ উত্তৰত জে ই ওৱেবষ্টাৰে কৈছিল যে কমেও ২,০০০জন লোক উক্ত সীমান্তলৈ গৈছিল আৰু প্ৰায় অৰ্ধেকেই ঘূৰি আহিছিল। চৰকাৰে যুদ্ধৰ পৰা ঘূৰি অহা আৰু চাকৰিত নিযুক্তি নথকা লোকসকলৰ নিয়োগ সংক্ৰান্তীয় বিষয়ক লৈ এখন জাননী জাৰি কৰিছিল। জাননীখন আছিল এই ধৰণৰ—

**Circular No. 8A, dated Shillong, the 7th September 1918**

**From– The Hon'ble Mr. J E Webster, C.I.E., I.C.S., Chief Secretary to the Chief Commissioner of Assam.**

***To*– *The* Commissioners of Divisions, all Departments and Political Officer, North East Frontier.**

The Chief Commissioner's general policy on the subject of according preferential treatment in Government employment of men with war services was declared in his speech, dated the 10th June 1918, to the officers and men of the Khasi Labour Corps, who have returned from France, an extract (Copy enclosed) from which was forwarded to you with this Department memorandum No. 4399-4412A, dated the 25th June 1918. I am now directed to communicate for your information and guidance the principles which should be followed in giving effect to this policy :–

(a) Men of military age who are now in Governement service, whether permanent or temporary, should be freely permitted to join the Army or take up war work of any kind without loss of lien or of seniority.

(b) In applying the limit of age prescribed by Article 51 of the Civil Service Regulations for admission into Government service, you should exercise freely the power of extending the ordinary limit of age for admission to the superior pensionable service of the State in all cases where candidates have been precluded from entering the service before the age of 25 by having been employed in the Army or in Labour Battalions.

(c) A list is now being prepared showing all men of the Assam Labour Companies (recently returned from France) whose educational standard is that of 'Middle English' or upwards. This list will be printed and circulated to all Heads of offices. All men of the above class will be shown in this list whether they have or have not submitted formal applications. Similar lists will be printed and circulated in respect of the educated men in the battalions which will shortly be recruited.

(d) Heads of offices will also maintain registers showing applications for civil employment received by them from other candidates who have served, or are about to serve in the Army whether as combatants or as non-combatants.

(e) When any vacancy occurs in Government service, the Head of the offices immediately concerned will consult the list mentioned in clause (c) and the registers mentioned in clause(d) and will take all other steps in

order to secure a 'war candidate' before offering the post to an ordinary candidate.

(f) If there is any suitable 'war candidate' he should be permanently appointed to the vacant post whether he is or is not able to join at once. If he is unable to join at once, a temporary arrangement should be made pending his return from military duty.

(g) These orders should not affect the standing instructions regarding the preferential claims to all appointments of natives of this province nor should they affect the claims of Muhammadans to a definite share of appointments. For example if there is no Assamese "War Candidate' of sufficient education, it is not intended that a 'war candidate' of another province should be selected. Again, in a Muhammadan vacancy a Muhammadan 'war candidate' should receive preference; failing such a candidate an ordinary Muhammadan candidate should (subject to next clause) be selected.

(h) In making the temporary arrangements contemplated in these instructions and generally in filling any vacancies in the posts inder your control, you should avoid as far as possible employing men of military age (18 to 25) and fit for military service. Such men must understand that they are to reap no advantage by failing to do their duty to the Empire.

2. The widest possible publicity should be given to these orders, and I am to request that a brief report may be submitted soon after the 1st January 1919 showing how they work in practice, and in particular, how far Heads of offices have been able to make the orders known among those who have already served, or are now about to serve in the Army.

Extract from the Chief Commissioner's speech dated the 10th June 1918 to the officers and men of the Khasi Labour Corps.

In fact, I take this occasion to declare publicly that, so long as I am Chief Commissioner, no post under Government will be given to any man who stayed at home while there is single man fit to hold the post among those who went to the war. If the fit man is still at the war when the vacancy occurs, the post will be kept open for him until he returns, some temporary arrangement being made in the interval. This applies to every Assamese soldier and to every Assamese war labourer, It applies to every district in the province and to every post from that of Extra Assistant Commissioner down to that of peon. It is the least that Govenment can do to show its gratitude.

১৯২০ চনৰ ১৩ মাৰ্চৰ ব্যৱস্থাপক সভাত বিষয়া সদস্য ব'থামে অসম ৰাইফলছ বিল উত্থাপন কৰাৰ কাৰণে অনুমতি বিচাৰি কৈছিল— এই বিলখন উত্থাপন কৰাৰ মূল উদ্দেশ্য হৈছে অসম মিলিটাৰী পুলিচৰ নামকৰণ আছাম ৰাইফল্‌ছ হিচাপে কৰিব খোজা হৈছে। ইয়াক ১৯১৭ চনতে উত্থাপন কৰা হৈছিল। ইয়াৰ মূল উদ্দেশ্য হৈছে ভাৰতীয় সেনাবাহিনীৰ লগত অসম মিলিটাৰী পুলিচে যুদ্ধৰ সময়ত থাকি অমূল্য সেৱা আগ বঢ়োৱাৰ এয়া এক স্বীকৃতি। সেয়ে অসম মিলিটাৰী পুলিচক এক যুঁজাৰু সংগঠন হিচাপে গঢ়ি তোলা হওক। যুদ্ধৰ সময়ছোৱাত ৩,২০০ সদস্যই নিয়মীয়া সৈন্যবাহিনীক সৰ্বক্ষেত্ৰতে সহায় কৰি আহিছিল। তেওঁলোকৰ সেৱাত সেনাবাহিনীৰ মুখ্য অধিনায়ক আৰু ভাইচৰয়ে গৌৰব সহকাৰে স্বীকৃতি দিছিল। মই চিঠিখন আপোনালোকৰ জ্ঞানাৰ্থে পঢ়ি দিছো।

No. 1870, dated Delhi, 12th the February 1920

From– The Secretary to the Government of India, Army Department,

To– The Chief Secretary to the Hon'ble the Chief Commissioner of Assam.

I am directed to state that His Excellency the Commander-in-Chief has requested that his appreciation of the services of officers and men to the Assam Military Police (now Assam Rifles) who served with Indian units during the war may be conveyed to the police authorities in Assam.

2. The Assam Military Police ( now Assam Rifles) furnished reinforcements for the regular army at a time of national emergency. The officers and men so lent to the Army have been conspicuous for their soldierly and gallant conduct in the field, and their behaviour while serving in the regular army or with troops in the field has left nothing to be desired.

3. I am also to state that His Excellency the Viceroy desires that an expression of his high appreciation may also be conveyed to the Assam Military Police (now Assam Rifles).

১৯২১ চনত অসমৰ লোকপিয়লৰ প্ৰতিবেদনত যুদ্ধৰ ফলাফল সম্পৰ্কে আৰু অসম প্ৰদেশৰ যুদ্ধত অংশগ্ৰহণ সম্পৰ্কে এইদৰে উল্লেখ কৰা হৈছে— "The effect of the European war began to be felt in 1916. The high food prices were felt severely by those with fixed incomes; the rise in prices of imported articles such as cloth, salt and kerosene oil was felt by all classes, though it was counteracted generally for the cultivators by the increased prices obtained for their surplus crops. Direct benefit to the province accrued from increased employment, mainly for the clerical and labouring classes. Contingents of fighting men were supplied to Gurkha regiments; artillery drivers and mechanical transport drivers were enlisted from classes with on previous

military tradition; some young men of education went as clerks to military units and others enlisted in the Bengali regiment; and several labour corps were raised for service overseas and in India or on the frontier, All these brought back sums of money to their home districts on demobilization.

প্ৰায় এশ বছৰ আগেয়ে আৰম্ভ হোৱা প্ৰথম মহাসমৰ সম্পৰ্কে আজিৰ প্ৰজন্মই বিস্তৃতভাৱে জনাৰ সুযোগ তেনেই সীমিত। ইয়াৰ কাৰণ হৈছে অসমৰ বুৰঞ্জীসমূহত এই মহাসময়ৰ বিস্তৃত বিৱৰণ পোৱা নাই। দ্বিতীয়তে, সেই সময়ৰ প্ৰচাৰ মাধ্যমৰ সীমাবদ্ধতা আৰু যুদ্ধ সম্পৰ্কত সৰ্বসাধাৰণ লোকৰ অনুসন্ধিৎসাৰ অভাৱো ইয়াৰ আন এক কাৰক বুলি আমাৰ বোধ হয়। প্ৰথম মহাসমৰে বহু ক্ষেত্ৰত ভাৰতবৰ্ষৰ জনসাধাৰণৰ মাজত ৰাজনৈতিক চেতনাবোধৰ জন্ম দিছিল বুলি ভবাৰ থল আছে। ভাৰতবৰ্ষৰ সকলো প্ৰদেশৰ জনসাধাৰণে ব্ৰিটিছৰ প্ৰতি থকা আনুগত্যৰ প্ৰতিযোগিতাৰ বাবেই হওক বা যুদ্ধত সহায় কৰিলে ব্ৰিটিছ চৰকাৰে প্ৰদেশসমূহৰ উন্নয়ন আৰু বিকাশৰ ক্ষেত্ৰত আগ ভাগ ল'ব বুলিয়েই হওক, এই মহাসমৰত অংশগ্ৰহণ কৰি গৌৰৱবোধ কৰিছিল। এই ধৰণৰ মানসিকতা গঢ় লৈ উঠিছিল ভাৰতৰ সকলো অংশৰ ৰাইজৰ মাজত। জাতীয় কংগ্ৰেছৰ নেতৃবৃন্দয়ো মহাসমৰৰ ক্ষেত্ৰত ব্ৰিটিছ চৰকাৰলৈ সমৰ্থন জনাইছিল। আনকি মহাত্মা গান্ধীয়েও সেই সময়ত ব্ৰিটিছ চৰকাৰৰ প্ৰতি যথেষ্ট দুৰ্বলতা প্ৰদৰ্শন কৰিছিল। ১৯১৫ চনৰ এপ্ৰিল মাহত মহাত্মা গান্ধীয়ে মাদ্ৰাজ ল ডিনাৰত দিয়া ভাষণত এইদৰে কৈছিল— 'I discovered that the British Empire had certain ideals with which I have fallen in love, and one of those ideals is that every subject of the British Empire has the freest scope possible for his energies and honour and whatever he thinks is due to his conscience. I think that this is true of the British Empire, as it is not true of any other Government.

I am no lover of any Government and I have more than once said that Government is best which governs least. And I have found that it is possible for me to be governed least under the British Empire. Hence my loyalty to the British Empire.' মহাত্মা গান্ধীৰ উল্লিখিত বাক্যৰাশিয়ে প্ৰমাণ কৰিছে তেওঁৰ ব্ৰিটিছ চৰকাৰৰ প্ৰতি সেই সময়ত থকা আনুগত্যৰ কথা। সেই সময়ৰ অসমত যিসকল লোকে ব্যৱস্থাপক সভাত প্ৰদেশখনক প্ৰতিনিধিত্ব কৰিছিল, তেওঁলোকেও ৰাজ্যখনৰ স্বাৰ্থ তথা আন কোনো বিকল্প নথকা হেতু ব্ৰিটিছ চৰকাৰৰ লগত সহাবস্থান কৰি চলিছিল। প্ৰতিটো গোষ্ঠী আৰু সম্প্ৰদায়ৰ মাজত প্ৰতিযোগিতা চলিছিল— কোনে ব্ৰিটিছ চৰকাৰৰ বেছি ওচৰ চাপি নিজৰ সম্প্ৰদায় বা অঞ্চলৰ উন্নয়ন সাধিব পাৰে। সি যি কি নহওক, প্ৰথম মহাসমৰত ভাৰতবৰ্ষৰ অন্য প্ৰদেশৰ তুলনাত অসম কোনোক্ষেত্ৰতে পিছপৰি থকা নাছিল। অসমীয়া সমাজক সাধাৰণতে 'ভীৰু' বুলি আখ্যা দিয়া হয়; অথচ এই অসমীয়া সমাজৰ পৰা অন্ততঃ ৫৪১জন লোক গৈ ফ্ৰান্স, মেছ'প'টেমিয়া, ফ্ৰেণ্ডাৰ্ছ, পূব আফ্ৰিকা আদি দেশত ব্ৰিটিছ সামৰিক বাহিনীৰ সহযোগী হিচাপে যুদ্ধত অংশগ্ৰহণ কৰিছিল। অসমৰ পৰা যোৱা গোৰ্খা বাহিনীৰ এজন সদস্যই কেবাজনো জাৰ্মান সেনাক হত্যা কৰা তথ্যও আমি ব্যৱস্থাপক সভাৰ কাৰ্যবিৱৰণীত পাওঁ। তিনিজন লোকে সামৰিক বাহিনীত দেখুওৱা কৃতিত্বৰ বাবে পদক অৰ্জন কৰিবলৈ সমৰ্থ হৈছিল। ইয়াকে লৈ অসমৰ ব্যৱস্থাপক সভাৰ প্ৰায়বোৰ সদস্যই গৌৰৱবোধ কৰিছিল। অসমত অসমীয়া ৰেজিমেণ্ট এটা গঠন কৰাৰ বাবে আমাৰ প্ৰতিনিধিসকলে জনোৱা দাবীৰ

প্ৰতি চৰকাৰে সহমত প্ৰকাশ কৰিছিল। তদুপৰি পৰৱৰ্তী সময়ত 'ডিফেন্স অব্ ইণ্ডিয়া ফৰ্চ এক্ট' ভাৰত চৰকাৰে প্ৰণয়ন কৰিছিল। যুদ্ধত আমাৰ প্ৰদেশে আৰ্থিকভাৱে কিমান ধন অৱদান আগ বঢ়াইছিল আৰু যুদ্ধ ঋণত অসমৰ পৰা কিমান ধন বিনিয়োগ হৈছিল, তাৰ পৰিসংখ্যা কেবাজনে গ্ৰন্থকাৰে উল্লেখ কৰিলেও ব্যৱস্থাপক সভাত চৰকাৰী পক্ষৰ পৰা দিয়া বিবৃতিৰ পৰা স্পষ্ট হয় যে অসমৰ পৰা যুদ্ধৰ বাবে আগ বঢ়োৱা ধনৰ হিচাপ পোৱাটো সেই সময়ৰ চৰকাৰৰ পক্ষে কঠিন আছিল। কাৰণ চাহ বাগিচাৰ মালিকসকলে কলিকতাত এই ধন জমা দিছিল। ইয়াৰ বিপৰীতে যুদ্ধ ঋণৰ ধন ডাকঘৰসমূহত জমা দিয়া হৈছিল। ইয়াৰ মূল কাৰ্যালয় কলিকতাত থকা হেতু প্ৰকৃত ধনৰ পৰিমাণ জনোৱাটো চৰকাৰৰ পক্ষে অসম্ভৱ হৈ পৰিছিল। সেয়ে এইখিনিতে প্ৰশ্ন উঠে— গ্ৰন্থসমূহত উল্লিখিত ধনৰ পৰিমাণৰ প্ৰকৃত তথ্য শুদ্ধ হয় নে নহয়? সি যি কি নহওক, প্ৰথম মহাসমৰে গোটেই বিশ্বতে আৰ্থিক সংকটৰ সৃষ্টি কৰিছিল, যাৰ ফলত ইয়াৰ প্ৰভাৱ আমাৰ দৰে সৰু প্ৰদেশসমূহতো পৰিছিল। উন্নয়ন স্থবিৰ হৈছিল। অৱশ্যে লাহে লাহে অৱস্থাৰ উন্নতি হৈছিল। যুদ্ধৰ জোকাৰণিৰ অন্ত পৰাৰ পিছত সমগ্ৰ ভাৰতবৰ্ষত স্বাধীনতা আন্দোলনৰ নৱ উন্মেষ আৰম্ভ হৈছিল।

মহাসমৰৰ আৰম্ভণিৰ পৰা অন্তলৈ ব্ৰিটিছ চৰকাৰক সহায়-সাহায্য আগ বঢ়োৱাৰ ক্ষেত্ৰত অসমীয়া মানুহে কাৰ্পণ্য কৰা নাছিল বুলি উল্লিখিত ভাষণসমূহে প্ৰমাণ কৰে। সেই সময়ৰ ব্যৱস্থাপক সভাৰ সদস্যসকলে অসম আৰু অসমৰ লোকসকল ভাৰতৰ অন্যান্য জাতি বা সম্প্ৰদায়ৰ তুলনাত যে পিছপৰা নহয়, সেই কথা প্ৰমাণ কৰিবলৈ উঠিপৰি লাগিছিল। সেয়েহে বিচাৰিছিল সামৰিক বাহিনীত অসমীয়া লোকৰ যোগদান যাতে অতীতৰ শৌৰ্য-বীৰ্যৰ দিনবোৰৰ জিলিকনি সামৰিক বাহিনীত যোগদান কৰা অসমীয়া সৈন্যসকলে দাঙি ধৰিব পাৰে। কিন্তু তাৰ মাজতো যুদ্ধৰ বাবে সৃষ্টি হোৱা ভয়াবহ মূল্যবৃদ্ধিয়ে সৰ্বসাধাৰণক কোঙা কৰি তুলিছে। ছিলেট আৰু উজনি অসমৰ কিছু অঞ্চলত বজাৰত লুটপাত আৰম্ভ হৈছিল। দুবাৰকৈ মূল্যবৃদ্ধিক লৈ বিস্তৃত আলোচনা ব্যৱস্থাপক মজিয়াত হৈছিল। চৰকাৰেও প্ৰতিশ্ৰুতি দিছিল এই মূল্যবৃদ্ধি ৰোধৰ বাবে। কিন্তু কাৰ্যতঃ মূল্যবৃদ্ধি ৰোধ কৰিবলৈ চৰকাৰ ব্যৰ্থ হৈছে।

# QUESTIONS AND ANSWERS

## 22 February 1909

**EDUCATION**

The Hon'ble Mr. Manik Chandra Barua asked :–

" (1) Will Government be pleased to state whether arrangements for opening B. A. classes in the Cotton College, Gauhati, from the beginning of the next session have yet been completed?

"(2) Will Government be pleased to state whether it is true that provision has not been made for teaching History in the Cotton College?

"(3) Is Government aware that there is at present a considerable number of Assamese students reading History in the Cotton College, and that these students will have to leave the College, if steps are not taken to teach that subject in the ensuing year?

"(4) Will Government be pleased to state whether the Cotton College will be affiliated to the University in Science and in Law?"

The Hon'ble Mr. P. C. Lyon replied :–

"(1) The Cotton College has not yet been affiliated to the University of Calcutta up to the B. A. Standard, but proposals made by this Government with a view to secure this affiliation are now under the consideration of the Government of India, and it is hoped that arrangements will be completed in time to permit of the opening of some B.A. classes from the commencement of the next session.

"(2) and (3)– The Cotton College is at present preparing 19 students for the Intermediate Examination in History which will take place at the close of the present session. As, however, under present conditions, the affiliation of the College to the University in History up to the Intermediate standard will not continue after June 1909, no students in the first-year class are receiving instruction in this subject. The proposals referred to in my answer to the first question provide for the teaching of history up to the Intermediate standard, and should they be sanctioned, arrangements will be made to teach this subject to students in the first and second-year classes from the commencement of next session. It is not proposed, however, to ask for the affiliation of this College to the University up to the B.A. standard in this subject.

"(4) The proposals just referred to include the affiliation of this College to the

Calcutta University up to the Intermediate standard in Science. It has also been proposed to apply for affiliation up to the B. A. standard in one Science subject, that of Physics.

'It is not proposed to ask for the affiliation of this College to the University in Law."

**LOCAL BOARDS**

The Hon'ble Mr. Manik Chandra Barua asked :–

"Will Government be pleased to state whether it is proposed to give a legal status to the Local Boards in Assam and to amend the rules regarding the qualifications of candidates and voters, and also make such other alterations as may be found necessary for the betterment of the existing system?"

The Hon'ble Mr. L. J. Kershaw replied :–

"No proposal to legalise the position of Local Boards in Assam is at present before Government. A Regulation to make better provision for the constitution of these Boards has been drafted, but has been held in abeyance. When legislation giving effect to various changes which are understood to be contemplated is taken in hand, this draft Regulation will be made use of, and it may be found possible to frame one self-contained Local Self-Government Act for the whole Province.

"The question of modifying the system of rural elections prescribed in the Local Boards Manual was brought to the notice of Sir Charles Bayley last year in a address presented to him at Jorhat, and the matter has been referred to the Commissioner of the Assam Valley Districts for opinion. The Lieutenant-Governor will give his most careful consideration to any specific proposals which may be made on this or any other question regarding Local Self-Government in Assam."

**APPOINTMENTS**

The Hon'ble Mr. Manik Chandra Barua asked :–

"I. (1) Has the attention of Government been drawn to the fact that out of 205 appointments in the Provincial Service, of which 24 have been allotted to Assam (including the Hill districts), only 14 have been filled by Assamese?

"(2) Is Government aware that the number of qualified Assamese is increasing year by year, and will Government be pleased to take such measures as may be possible to secure their larger representation in the Provincial Service?

"(3) Will Government also be pleased to reserve a larger number of appointments in the Provincial Civil Service for Sub-Deputy Collectors in Assam, and also to do away with the age limit of 40 years?

"II. Will Government be pleased to state the total number of ministerial appointments in the Assam Valley districts carrying salaries of (i) Rs.100 or upwards, (ii) Rs. 50 to Rs. 100, (iii) below Rs. 50, and the number of posts held by Assamese in each of the above grades?"

The Hon'ble Mr. P. C. Lyon replied :–

"I. (1) In reply to the first part of this question I am desired to state that, out of 205 officers in the Provincial Civil Service, 47 have been actually posted to the districts formerly included in the Province of Assam and of these officers, 29 are serving in the

Assam Valley and Hill districts. There are 14 Assamese officers in this service, as stated in the question.

"(2) Under the Rules for admission to this service, which received the approval of the Government of India in July 1906, provision has been made for the appointment of candidates from the Assam Valley districts on the nomination of the Commissioner, and careful arrangements have been made to secure that appointments shall be given to these candidates in proportion to the number of officers employed in these districts. The Lieutenant-Governor is prepared to exercise his right of nomination to posts which have been reserved for candidates selected by him in such a way as to redress any inequalities in the service, and as he has already publicly stated in reply to memorials addressed to him, will always be ready to give every consideration to applications from the Assam Valley districts which may be consistent with a due regard to other claims and interests.

"(3) The appointment of qualified candidates direct to the Provincial Civil Service is an essential part of the sanctioned scheme for the recruitment of this service and the Lieutenant-Governor is not prepared to reduce the number of appointments which have been placed at the disposal of the Commissioners and the University of Calcutta in order to provide for more rapid promotion from the Subordinate Executive Service to the Provincial Civil Service. The Lieutenant-Governor is not prepared to recommend to the Government of India any amendment of the rules for the purpose of eliminating the age limit of 40 years for promotion from the Subordinate Service.

"II. As to the second question, the Lieutenant-Governor will have a statement prepared and laid before the Council containing the information asked for by the Hon'ble Member."

# 6th April 1909

**CONSUMPTION OF OPIUM AND GANJA IN THE ASSAM VALLEY.**

The Hon'ble Mr. Manik Chandra Barua asked :-

"1. (a) Will Government be pleased to state if any steps have taken to reduce the consumption of opium in Assam?

" (b) Will Government be pleased to state whether it is proposed to limit the supply of opium from the treasuries and, if so, to what extent?

" 2. (a) Is Government aware that the conumption of ganja in the Assam Valley districts has, of late, increased to a great extent.

" (b) Will Government be pleased to state if any steps are being taken to reduce the consumption of *ganja* in the Assam Valley districts?

"3. Will Government, in view of the great abuse of opium and ganja in the Assam Valley districts, be pleased to appoint a Committee, consisting both of official and non-official gentlemen, to suggest means for reducing their consumption?"

**The Hon'ble Mr. L. J. Kershaw replied :-**

"1. (a) The steps taken by Government to reduce the consumption of opium in the Assam Valley in late years have been :-

" First, raising of the treasury price of the drug, thus making it more expensive to the

consumer; and, secondly, a reduction in the number of licenses for retail sale.
"The treasury price has been raised from Rs. 37 to Rs. 40 a seer from 1st April 1909 in the five upper districts of the Assam Valley, and the number of licenses for retail sale has been gradually reduced from 683 in 1905-06, the year of the formation of this Province, to 401 for 1909-10.
" (b) – Pending observation of the results of the action already taken and of the effect upon opium consumption of the probable fall in the prices of agricultural produce, it is not proposed to take further action.
"2. (a)– Government is not aware of any great increase in the consumption of ganja.
" (b)– The Board of Revenue are enquiring into this question, There are at present only 134 retail ganja licenses in force in the Assam Valley, there having been a reduction of 12 licenses since 1905-06.
"3.– It is not propsed to appoint a Committee such as that suggested. The Board of Revenue will, however, be glad to receive suggestions from the Hon'ble Member or from any other gentlemen in a position to advise."

**APPOINTMENT OF ASSAMESE IN THE EDUCATION DEPARTMENT.**

The Hon'ble Mr. Manik Chandra Barua asked :–
"1. (a) Has Government noticed that out of the 51 appointments in the Provincial Educational Service not even one was given to the Assamese graduates serving in the Education Department?
" (b) Will government, in view of the reluctance of the Assamese to enter the Educational Service in preference to the Executive Services, be pleased to appoint a few deserving Assamese graduates to the Provincial Educational Service?
"2. (a) Is Government aware of the fact that out of 486 appointments in the Subordinate Educational Service, only 32 have been filled up by Assamese?
" (b) Is Government aware of the fact that many appointments in the superior grades have been left vacant?
" (c) Is Government aware that a large number of Assamese under graduates serving as teachers have got no promotion to the superior grades?
" (d) Will Government be pleased to give redress to this large number of Assamese teachers?"

**The Hon'ble Mr. P.C. Lyon replied :–**
"The chief reason for the absence of Assamese graduates from the newly constituted Provincial Educational Service is that there is no such graduate at present serving in the Education Department who is qualified for appointement to that service under the existing rules of the Department. This Government is anxious to encourage Assamese gentlemen of high educational qualifications to Join the Education Department, but is not of opinion that it would be in the interests of the Assamese themselves to lower the qualifications required of candidates for that service in their favour.
"2. The total number of appointments in the Subordinate Educational Service is 450. Thirty-six of these appointments have been given to Assamese.
" The number of appointments in the superior grade that have been left vacant for the

present is 91, but there are 36 posts in excess of the sanctioned number in the lowest grades. So that the actual number of vacancies is 55. There are, however, several officers who hold posts outside the graded service which will be shortly amalgamated with that service. The vacancies which remain will be gradually filled up in accordance with the requirements of the Department.

" The Director of Public Instruction reports that every Assamese under-graduate serving as a teacher, whose pay at the time of the organisation of the Subordinate Educational Service was Rs. 40 or more, has obtained promotion to that service. Teachers drawing less than Rs. 40, whether Assamese or Bengali, must perforce wait until vacancies occur to which they can be appointed.

" In these circumstances the Lieutenant-Governor is not of opinion that the Assamese teachers have any grievance which requires redress."

**EXTENSION OF THE COURT OF WARDS ACT TO ASSAM.**

The Hon'ble Mr. Manik chandra Barua asked :-

" Will government be pleased to state whether the Court of Wards Act will be extended to Assam, specially to the permanently-settled areas of the Goalpara district, and, if so, when?"

**The Hon'ble Mr. P.C. Lyon replied :-**

" The Court of Wards Act, with its various amending Acts, has already been extended to the plains districts of the Province of Assam."

**LOCAL SELF-GOVERNMENT**

The Hon'ble Mr. Manik Chandra Barua asked :-

" Will Government be pleased to state whether, in framing the proposed Local Self-government Act for the Province, provision will be made for improving the sanitation of those areas where Municipalities or Unions cannot be started, but which at the same time are of sufficient importance from commercial or other points of view so as to require special measures of sanitation?"

The Hon'ble Mr. L. J. Kershaw replied :-

"The Hon'ble Member is referred to Sections 87-91 of the Bengal Local Self-Govenment Act which deal with the sanitation of rural areas. These sections are only applicable when expressly extended by notification. The exact nature of the provisions to be made in the new Act has not yet been considered."

# 14th March 1910

**LOCAL BOARDS IN ASSAM**

The Hon'ble Mr. Manik Chandra Barua asked :-

" 1. Will Government be pleased to state whether any steps have been taken to amend the Local Self-Government Act with a view to giving a legal status to Local Boards in Assam and modifying the rules regarding the constitution and working of the Boards for the betterment of the existing system?

"2. Will Government, before drafting the above Act, be pleased to publish an outline

of the changes to be made and invite public criticisms on the same?'

The Hon'ble Mr. Kershaw replied :

"1. In replying to a question asked by the Hon'ble Member a year ago, I stated that when legislation giving effect to various changes which were understood to be in contemplation was taken in hand, it might be found possible to frame one self-contained Local Self-Government Act for the whole province. Since that reply was made the report of the Decentralisation Commission has been published, and as the report contains many important recommendations on the subject of Local Self-Government, it will not be possible to undertake legislation until these recommendations have been fully considered.

"2. It is probable that the most convenient method of obtaining public opinion is the circulation of a draft Bill rather than the publication of an outline of the changes proposed, but the Hon'ble Member is assured that before legislation will be undertaken Government will avail itself to the fullest extent of the advice and assistance of those interested in the measure."

**COMMUNICATION**

The Hon'ble Mr. Manik Chandra Barua asked :

"1. Will Government be pleased to state, that in view of the opening of the Gauhati Extension of the Eastern Bengal State Railway, what arrangements have been made for the carrying on of the mails and passengers to those places, namely, Goalpara, Dalgoma, Kholabandha, Palasbari, Mangaldai, Tezpur, etc., which are not touched by the Railway?

"2. Will Government be pleased to state whether the construction of a short line of railway from Singhjani (Jamalpur) to Bahadurabad (opposite Fulchari) has been undertaken, and whether any arrangements have been made for running a suitable ferry service between Jagannathganj and Fulchari so as to link up the train service of the Rajshahi Division, the Dacca Mymensingh and the Golakganj-Gauhati systems?

"3. Will Government be pleased to arrange with the Eastern Bengal State Railway authorities to improve the train service, as regards the speed, alteration of the time-table, opening of refreshment-rooms, etc., to suit the convenience of the passengers between Jagannathganj and Dacca?

"4. Will Government be pleased to state what arrangements have been made for constructing a Tramway from Kampur to Silghat and the probable time its construction would take?"

The Hon'ble Mr. Banks Gwyther replied :

"1. Since the opening of the Gauhati Extension, Dalgoma Post office has been connected with Goalpara by a runner's line and the latter similarly connected with the nearest Railway station at Abhayapuri. The Kholabandha Post office, which used to be maintained by the post office for administrative purposes, has been closed, and the place is now served from the Barpeta Post office. Mails for Palashbari are exchanged at Pandughat by runners. Mangaldai subdivision is served twice a day by runners, the mails being taken off at the Baihata Railway station (near Amingaon), while the Tezpur Sadar subdivision mails travel by rail to Chaparmukh (Assam-Bengal Railway) and thence by runners via Nowgong, crossing the river at Laokhowaghat.

Since the Opening of the Golakganj-Gauhati Extension of the Eastern Bengal State Railway the River Steamer Companies still continue their services, so that passengers have the same facilities as formerly.

"2. The Project for a branch line of railway from Singhjani, on the Dacca-Mymensingh line, to Bahadurabad on the Brahmaputra river, opposite to Fulchari (a river terminus on the Bonarpara-fulchari branch of the Northern Section, Eastern Bengal State Railway), has been assigned a prominent place on the programme of railway schemes for this province, and the Lieutenant-Governor has on several occasions strongly advocated its early construction.

'A preliminary survey was carried out last cold season and a final working survey for it is now in progress.

The Railway Board admit that it is a line that should be constructed as soon as possible.

'It has not yet been found practicable to arrange for a regular ferry service being run between Jagannathganj and Fulchari either by the Eastern Bengal State Railway or the Joint Steamer Companies, mainly because the railway timings at the two places do not at present suit, and because it would necessitate two vessels being employed which the Steamer Companies are not in a position to provide. A proper river-side terminus for the railway at Fulchari is also required and a survey is in hand for it.

"3. The Eastern Bengal State Railway authorities are now engaged in improving the permanent way on the Dacca-Mymensingh line which is a necessary preliminary to such other improvements as increased speed and alteration of the time-table In the matter of refreshment-rooms the attention of the Manager was drawn in May 1908 to the necessity of better station arrangements, including refreshment-rooms at Narayanganj and Dacca, and it is understood that schemes have been prepared for enlarged buildings with increased amenities for passengers, but the execution of these improvements depends upon necessary funds being made available by the Railway Board. There is already a refreshment room on the flat at Jagannathganj, which seems to meet the needs of the travelling public.

4 The survey of a line of railway from Kampur on the Assam-Bengal Railway, *via* Nowgong to Silghat on the Brahmaputra river was taken in hand last cold season at the instance of the Local Government by the Assam-Bengal Railway staff.

The survey was stopped by the Government of India before it was completed, but permission was subsequently obtained to continue it, which has been done during the present field season. An advance copy of the report on the proposal has been received and is under consideration."

## SERVICE

### MINISTERIAL APPOINTMENTS HELD BY ASSAMESE.

The Hon'ble Mr. Manik Chandra Barua asked :-

"1. Will Government be pleased to state whether the statement showing the total number of ministerial appointments and that held by Assamese in the Assam Valley districts, laid before the Council on the 4th January last, includes all the departments of Government, and, if not, to what particular department or departments it relates?

"2. In view of the large number of ministerial appointments in the Assam Valley, to which the Assamese have a right, being held by foreigners, will government be pleased to state what steps are being taken to give full effect to Sir Bampfylde fuller's circular and the repeated declarations of Government on this subject?

"3. Has the attention of Government been drawn to the fact that the number of ministerial appointments held by Assamese in the Secretariat and the offices of the Heads of Departments and the Board of Revenue bears no proportion to what they ought to get?

" Will Government be pleased to remedy this state of affairs?"

The Hon'ble Mr. Nathan replied :-

"1.- The statement referred to by the Hon'ble Member inculdes all Departments of Government.

"2.-The rules laid down in the Chief commissioner's Resolution of the 17th November 1903 are observed in the offices of the Commissioner and the Judge and in the District offices. Information with regard to other offices is not at present available, but further enquiries will be made.

"3.-The terms of the third question put by the Hon'ble Member are not sufficiently precise to enable a precise reply to be made to it. Government encourages and will continue to encourage the employment of qualified Assamese in the headquarters offices, but in the intersets of the public services the qualifications of the candidate must be the first consideration."

**IMPROVEMNET OF THE STATUS OF MAUZADARS IN ASSAM.**

The Hon'ble Mr. Manik Chandra Barua asked :-

"Will Government be pleased to state whether any steps will be taken to improve the status of the Mauzadars in Assam by giving them larger powers and greater facilities for collection of revenues and for maintenance of their position?'

The Hon'ble Mr. Nathan replied :-

"The condition of Mauzadars is receiving the constant attention of the Government and the revenue authorities, but no definite proposals of the nature referred to by the Hon'ble Member have as yet been received by Government."

# 4th January 1911

**COMMUNICATION**

The Hon'ble Mr. Manik Chandra Barua asked :-

"1. Will Government be pleased to state whether any further action has been taken for the construction of a short line of railway from Singhijani to Bahadurabad, a tramway from Kampur to Silghat, and for the establishment of a Ferry service between Fulchari and Jagannathganj?"

